

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা

জন্ম- ২৪ আঘোণ, শক- ১৭৫৭

মৃত্যু- ১৭ বহাগ, মঙ্গলবাৰ, কৃষ্ণা প্ৰতিপদ তিথি, শক- ১৮১৮

# হেমচন্দ্ৰ বৰুৱা ৰচনাৱলী

সংকলন আৰু সম্পাদনা

সাহিত্যাচাৰ্য্য শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

প্ৰকাশক :

দেৱানন্দ বৰুৱা

হেমকোষ প্ৰকাশন

মনিৰাম দেৱান পথ

গুৱাহাটী - ৩

Acknowledged the receipt of the Manuscript of Asomiya Vyakaran and Bahire Rongchong– of Hemchandra Barua from British Library, London vide manuscript no 106, VT 2157 (7) and 102 VT 2162 (6) respectively & by permission to reproduce above indentification with items vide their letter No VAT No 240 692764 reference R 97/E/969 dt 29 Jan 98 with Thanks

Acknowledged the receipt of the Manuscript of Asomiya Lorar Adipath of Hemchandra Barua from British Library, London through Rathindranath Goswami vide manuscript V. P 2161 F 56 dated 30-5-95 with reproduction permission accorded to Hemkosh Prakashan, Guwahati vide their VT 2161 dated 10-5-99 with Thanks

Hemchandra Barua **Rachanavali** the writings of Hemchandra Barua, compiled and edited by Sahityacharjya Jatindranath Goswami and published by Sri Devananda Barua, Maniram Dewan Road, Chandmari, Guwahati - 781003 First edition-1999

---

# হেমচন্দ্ৰ বৰুৱা ৰচনাৱলী

**সংকলন আৰু সম্পাদনা**

## সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

**প্ৰকাশক—**

**দেৱানন্দ বৰুৱা**

**হেমকোষ প্ৰকাশন,**

**মণিৰাম দেৱান পথ,**

**চান্দমাৰী**

**গুৱাহাটী - ৭৮১০২১**

**প্ৰথম প্ৰকাশ- ১৯৯৯**

**মূল্য - ৩০০.০০ (তিনিশ টকা) মাত্ৰ**

**প্ৰথম তাঙৰণ - ১৯৯৯**

**ছপাশাল-** **প্ৰিণ্টিং উদ্যোগ**

**ৰামুণীমৈদাম**

**গুৱাহাটী - ৭৮১০২১**

# সূচী-পত্ৰ

# ভূমিকা

যুগ-সন্ধিত একোজন মানুহে জন্ম গ্ৰহণ কৰি নিজৰ ভাষা-সাহিত্যৰ উন্নতিৰ হকে আত্মোৎসৰ্গ কৰি সময়-বালিত খোজ থৈ যায়। তেওঁ মহৎ সাহিত্যিক নহ'ব পাৰে, কিন্তু মৌলিকতাতকৈ পৰিবৰ আৰু বিস্তৃতিৰ দ্বাৰা তেওঁক বেছিকৈ চিহ্নিত কৰা হয়। তেনে এক সুকীৰ্ত্তিৰ আৰ্হি হ'ল ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা (১৮৩৫-৯৬ খ্ৰীঃ)।

তেওঁৰ জন্মস্থান হ'ল দেৰগাৱঁৰ মিছামৰা মৌজাৰ ৰজাবাহৰ। মিছামৰা মৌজাৰ মৌজাদাৰ মুক্তাৰাম বৰুৱা আৰু তেওঁৰ দ্বিতীয় পত্নী ৰূপহী দেৱীৰ গৰ্ভত ১৭৫১ শকৰ ২৪ আঘোণত হেমচন্দ্ৰই জন্ম গ্ৰহণ কৰে। সেইকালত সেইঠাইত আনুষ্ঠানিক শিক্ষাৰ কোনো ব্যৱস্থা নথকাত (আত্ম-জীৱনী চৰিত দ্ৰষ্টব্য) হেমচন্দ্ৰই পিতৃৰ অধীনত ঘৰতে সংস্কৃত শিক্ষা আৰম্ভ কৰে। তেওঁ ১৭৬৯ শকত সন্ধিত কিছু ব্যুৎপত্তি লাভ কৰে। এনে সময়তে ৰজাবাহৰ আৰু ওচৰৰ গাওঁসমূহত বিসূচিকা ৰাক্ষসীয়ে উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। আয়ুৰ্ব্বেদ শাস্ত্ৰজ্ঞ পিতৃ মুক্তাৰামে অনেক ৰোগীক নিৰাময় কৰিলে যদিও, শেষত তেৰোঁ সেই ৰোগত আক্ৰান্ত হৈ মৃত্যুৰ মুখত পৰে। এনে দুৰ্ব্বাসনাত শিৱসাগৰ কাছাৰিৰ চিৰস্তাদাৰ লক্ষ্মীনাথ গজপুৰীয়া বৰুৱাই ককায়েকৰ পৰিয়ালটোক শিৱসাগৰলৈ লৈ যায়।

চৰ্কাৰী কাম শিকিবৰ নিমিত্তে দদায়েকে হেমচন্দ্ৰক কাছাৰিত শিক্ষা-নবিচ পদত নিয়োগ কৰে। তেওঁ দিনৌ কাছাৰিত বঙলা লিখিব-পঢ়িবলৈ শিকাৰ উপৰি সুৰুঙা উলিয়াই সংস্কৃতো পঢ়ে। খুৰাক ইংৰাজী শিক্ষাৰ গোটেই বিৰোধী আছিল। সেই নিমিত্তে হেমচন্দ্ৰই আনৰ সহায় লৈ সংগোপনে কৃচ্ছ্ৰসাধ্য ইংৰাজী ভাষা আয়ত্ত কৰি স্বীয় তীক্ষ্ণ ধী, মেধা আৰু প্ৰতিভাৰ পৰিচয় দিয়ে। তেওঁ সেই ভাষাত কৃতবিদ্য হৈ পৰে। এইদৰে কোনো আনুষ্ঠানিক শিক্ষা নোহোৱাকৈ 'সময়ৰ আগ-চুলিত খামোচ মাৰি' ধৰি তেওঁ সংস্কৃত, ইংৰাজী , বঙলা, হিন্দী আদি ভাষা আয়ত্ত কৰি পৰপুৰুষৰ নিমিত্তে আৰ্হি থৈ যায়।

গোলাঘাট কাছাৰিৰ ত্ৰিলোচন নাজিৰক সাময়িকভাবে পদচ্যুত কৰাত (১৮৫৮ চন) তেওঁৰ মূৰে উক্ত পদত হেমচন্দ্ৰক অস্থায়ীভাৱে নিয়োগ কৰে। তেওঁ ছমাহৰ মূৰত শিৱসাগৰলৈ ঘূৰি আহে। এইবাৰ তেওঁক ইংৰাজী স্কুলৰ দ্বিতীয় শিক্ষকৰূপে অস্থায়ীভাৱে নিয়োগ কৰে। ইয়াৰ পাচত তেওঁ কাছাৰিত ৰেভিনিউ মহাফেজ পদ পায়, আৰু তেওঁ ১৮৬২ চনলৈকে উক্ত পদত কাৰ্য্য নিৰ্ব্বাহ কৰে। এই শকতে অসমৰ জুডিচিয়েল কমিশ্যনাৰ মেজৰ এগ্নিউৰে হেমচন্দ্ৰক তেওঁৰ কাৰ্য্যালয়ৰ মুখ্য সহায়কৰ পদ যচাত তেওঁ আগষ্ট মাহত গুৱাহাটীলৈ গৈ নতুন দায়িত্ব ভাৰ গ্ৰহণ কৰে। এই চাকৰিত থাকোঁতে তেওঁক দুবাৰকৈ যচা একষ্ট্ৰা এচিষ্টেণ্ট পদো গ্ৰহণ নকৰিলে, সম্ভৱ ভাষা-সাহিত্যৰ ঐতিহাসিক দায়িত্ব পালনৰ অৰ্থে। তেওঁ কালক্ৰমত উক্ত কাৰ্য্যালয়ৰ অধীক্ষকৰ পদলৈ উন্নীত হয়; আৰু ১৮৮১ চনৰ ১ জানুৱাৰীত সেই পদ উঠি যোৱালৈকে তেওঁ 'তাত নিযুক্ত' আছিল।

হেমচন্দ্ৰ গুৱাহাটীলৈ যোৱাৰ সময়ত তেওঁৰ পত্নী সগৰ্ভা আছিল। তেওঁ ১৮৬৩ চনত "এটা ছোৱালী পাই ইং ১৮৬৫ শকৰ নবেম্বৰ মাহত জহ্নী ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে"। ইং ১৮৯৬ চনৰ ১৭ মে তাৰিখে হেমচন্দ্ৰ বৰুৱা স্বৰ্গী হয়।

হেমচন্দ্ৰ ৰক্ষণশীলতাৰ ঘোৰ বিৰোধী আছিল; তেওঁ মনে-চিতে সমাজ-বিপ্লৱী। তেওঁ ৰাজা ৰামমোহন ৰায় (১৭৭৫-১৮০৩) আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ (১৮২০-৯১) আদৰ্শৰ অনুগামী আছিল। তেওঁ স্ত্ৰী-শিক্ষা আৰু বিধৱা-বিবাহৰ পক্ষপাতী আছিল। তেওঁ সময়নিষ্ঠ, মিতব্যয়ী আৰু নিৰহংকাৰী আছিল। তেওঁ বাতভ্ৰষ্ট আছিল।

ইংৰাজ লেখক টমাচ্ ডি. কুইন্সিয়ে তেওঁৰ ৰোগ উপশমৰ নিমিত্তে কানি সেৱন কৰাৰ নিচিনাকৈ হেমচন্দ্ৰয়ো একে উদ্দেশ্যে সুৰা পান কৰিছিল। তেওঁ গঢ়ে-পিতে এজন থূলন্তৰ, লম লম পৰা ডাড়ি, 'পকাথেকেৰা যেন বুঢ়াগিৰি' আৰু পিন্ধনত সদায় চাহাবী ঠেঙা কোট।

হেমচন্দ্ৰৰ নশ্বৰ দেহ পঞ্চভূতত লীন হবৰ এশ বছৰৰো ওপৰ হ'ল।

বৃত্তিত মসি-জীৱী হলেও তেওঁ কামৰ মাজতে সুকণ্ঠা উলিয়াই অসীম ধৈৰ্য্য আৰু একাগ্ৰতাৰে অসমীয়া ভাষা- সাহিত্যৰ উন্নতিৰ হকে যি অহোপুৰুষাৰ্থ কৰি গল তাৰ নিমিত্তে তেওঁৰ নাম আমাৰ সাহিত্যত স্বৰ্ণাক্ষৰে লিখা আছে।

"হেমৰ কোষেৰে ওখ দৌল বান্ধি

ভাষাক সাৰথি ধৰি,

নুমাব লগীয়া অসমীয়া নাম

ৰাখিলে জিলিকা কৰি।

(পদ্মনাথ গোহাঞি বৰুৱা)

হেমচন্দ্ৰৰ ৰচনাৱলী হ'ল (১) কানীয়াৰ কীৰ্ত্তন (১৮৬১ খ্ৰীঃ), (২) বাহিৰে ৰংচং, ভিতৰে কোৱাভাতুৰী (১৮৭৬), (৩) অসমীয়া ভাষাৰ ব্যাকৰণ (১৮৫৯), (৪) অসমীয়া ব্যাকৰণ (১৮৭৩), (৫) অসমীয়া লৰাৰ ব্যাকৰণ (১৮৮২), (৬) অসমীয়া লৰাৰ আদিপাঠ- আগছোৱা (১৮৭৫), (৭) অসমীয়া লৰাৰ আদিপাঠ, মাজছোৱা (১৮৭৬), (৮) অসমীয়া লৰাৰ আদিপাঠ শেহছোৱা (১৮৭৬), (৯) পাঠ-মালা (১৮৮৩), (১০) গা ভালে ৰাখিবৰ উপায় (১৮৮৩), (১১) নটচ্ অন মেৰেইজ চিষ্টেম্‌চ অব দি পিপল্‌চ অব্ আসাম (ইংৰাজী, ১৮৯২), (১২) অসমীয়া হেম-কোষ (১৯০০) আৰু পঢ়াশলীয়া অভিধান (১৯০৩)। অপ্ৰকাশিত গ্ৰন্থসমূহ হ'ল (ক) তুলনামূলক ব্যাকৰণ, (খ) কামৰূপৰ তন্ত্ৰ আৰু (গ) সংক্ষিপ্ত হেম-কোষ। তেওঁ আসাম নিউচ (১৮৮২-৮৫) নামৰ এখন দ্বিভাষী (ইংৰাজী-অসমীয়া) বাতৰি কাকত সম্পাদনা কৰে।

কানীয়াৰ কীৰ্ত্তন এখন সামজিক উদ্দেশ্যধৰ্ম্মী নাটক। লেখকে উক্ত নাটকৰ বাকলি পাতত উদ্ধৃত (কানি, ভাং, মদ, ফটিকা আৰু ধূঁৱাপাত। / সকলোৰে মূৰত হউক বৰ্জ্জপাত) পংক্তিটোৰে নাটকীয় কাহিনীৰ ইঙ্গিত দিয়ে। ইংৰাজী পাতনিৰ পৰা বুজিব পাৰি যে এই পুথিৰ প্ৰথম তাঙৰণ তদানীন্তন বিদ্যালয়ৰ ডেপুটী ইন্সপেক্টৰ উৎসৱানন্দ গোস্বামী আৰু দ্বিতীয় তাঙৰণ তদানীন্তন অসমৰ কমিশ্যনাৰ এ. চি. কোম্বেলে প্ৰকাশ কৰে। হেমচন্দ্ৰৰ জীৱিত কালত কানীয়াৰ কীৰ্ত্তনৰ 'ছয়তম তাঙ্গৰণ' প্ৰকাশিত হয়। প্ৰতিটো তাঙৰণৰে তেওঁ 'উৎকৰ্ষ-সাধন' কৰে। নাটকত অসমৰ কানি-খোলাৰ চিত্ৰ আৰু কানি-সেৱনৰ পৰিনাম লেখকে সাৰ্থকভাৱে অঙ্কিত কৰিছে। ভদ্ৰেশ্বৰ বৰুৱা মৌজাদাৰৰ ঘৰত পদ্মপাণি মহন্তই বাৰিয়লীয়া কানি সেৱন কৰি 'বিধুতি' গাৰে ধনী-মনুক সদাচাৰৰ জ্ঞান দিয়া; ৰতিকান্তহঁতৰ পাণ খোৱা সভা আৰু কীৰ্ত্তিকান্তৰ (মৌজাদাৰৰ পুত্ৰ) সহযোগিতা; কীৰ্ত্তিকান্ত খীণোৱাত মাতৃ ললিতাৰ চিন্তা আৰু সেই প্ৰসঙ্গত ব্যৱস্থা গ্ৰহণ, কীৰ্ত্তিৰ কানিৰ প্ৰতি আসক্তি বৃদ্ধি, তেওঁ সৰ্ব্বস্বান্ত হোৱা, "এপোৱা কানিৰ লোভত মিছা সাখী ওলাই" ফাটকৰ আস্পতালত বন্দী হোৱা, এয়ে 'কানীয়াৰ কীৰ্ত্তন'ৰ বিষয়-বস্তু। নাটকৰ নামটোত ব্যঙ্গ প্ৰকাশ পাইছে। আচাৰ ভ্ৰষ্ট পদ্মপাণি মহন্তই শিষ্যক সদাচাৰৰ জ্ঞান দিয়া, ব্ৰাহ্মণৰ

ঘৰত জন্ম লভি অকৰ্ম্ম কৰিও কীৰ্ত্তিকান্তই 'সকলোৰে মান পোৱা ইত্যাদি কথাত ব্যঙ্গ প্ৰতিফলিত হৈছে।

নাটকত সমসাময়িক সমাজৰ চিত্ৰ পোৱা যায়। যথা :- (১) 'একেটা লৰা, এই দেখি ইংৰাজী পঢ়িবলৈও নিদিলোঁ, বোলো কেনেবাকৈ তৰ্পণৰ পানী এচলু দিয়ে কি চিয়ে; (২) কেঞ্জাও বাবু, নাৱৰ গুৰি দিয়া মাজীও বাবু, হায়! হায় কালৰ ঘটি! এতিয়া পিয়াদাও হ ল বাবু", (৩) হি বেজ-বৰুৱাৰ মুকলি হোৱা বন্দী, এতিয়া বুকুত চাপৰাচ এখান বান্ধিবলৈ পাই মাটিত ভৰি নিদিয়া হল, (৪) পিয়দাৰ মুখত মিহলি ভাবা ইত্যাদি।

হেমচন্দ্ৰই ভাৰতীয় কানি আয়োগৰ আগত (১৮৯৩) সাক্ষী দিবলৈ কলিকতালৈ যাব নোৱাৰি উক্ত আয়োগলৈ তেওঁ এটা টোকা (পৰিশিষ্ট দ্ৰষ্টব্য) প্ৰেৰণ কৰে। তেওঁৰ কানীয়াৰ কীৰ্ত্তন পুথিখন উপেন্দ্ৰনাথ বৰুৱাই (১৮৫৯-১৯৫৩) ইংৰাজীলৈ অনুবাদ কৰে, আৰু সেই পুথি ভাৰতীয় কানি আয়োগৰ সদস্য এইচ. জে. উইলচনক উপহাৰ দিয়ে।

সোণাৰচাঁদ ডেকাবৰুৱা (হেমচন্দ্ৰৰ ছদ্মনাম) প্ৰণীত 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' নামৰ পুথিত অসমৰ সামাজিক চিত্ৰ পোৱা যায়। সোণাৰচাঁদ ডেকাবৰুৱা নামত তেওঁ 'অৰুণোদই'ত প্ৰবন্ধ (অনেক বিয়া কৰা অজুগুত আদি) আৰু সম্পাদকীয় চিঠি লিখে। হেমচন্দ্ৰৰ তিৰোভাৱৰ পাচত 'কোৱাভাতুৰী'ৰ কোন তাঙ্গৰণত সোণাৰচাঁদৰ পৰিবৰ্ত্তে হেমচন্দ্ৰ বৰুৱাৰ নাম ব্যৱহাৰ হল তাক নিৰ্ণয় কৰিব পৰা সমল আমাৰ হাতত নাই। সম্ভৱ চাৰিতম তাঙ্গৰণত (২৩ আষাঢ় ১৮৩০ শক) পোনতে হেমচন্দ্ৰৰ নামটো ব্যৱহাৰ কৰে প্ৰকাশক আনন্দৰাম বৰুৱাই। আনকি 'পাতনি'ৰ তলৰ হেমচন্দ্ৰ বৰুৱা নামটো চতুৰ্থ তাঙ্গৰণতহে সংযোগ কৰা। আমি বৃটিচ মিউজিয়মৰ পৰা পোৱা দ্বিতীয় তাঙ্গৰণ (১৭৯৮ শক) আৰু বৰ্ত্তমান প্ৰচলিত তাঙ্গৰণৰ ভিতৰত পাঠৰ কিছু পাৰ্থক্য পৰিলক্ষিত হয়।

বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰীৰ ১ম তাঙ্গৰণ (১৭৮৮ শক) আৰু দ্বিতীয় তাঙ্গৰণত থকা "লেখকৰ নিবেদন"খন আৰু উছৰ্গা পত্ৰ সম্ভৱ চতুৰ্থ তাঙ্গৰণত বাদ পৰিল। সম্প্ৰতি আমি বিলাতৰ পৰা অনা 'কোৱাভাতুৰী'ৰ উছৰ্গাপত্ৰৰ প্ৰথম ভাগটো (এক অনা) নাই। সোণাৰচাঁদে পুথিখন কনকলাল বৰুৱাৰ পিতৃ লক্ষ্মীলাল বৰুৱাক উছৰ্গা কৰে। এই প্ৰসঙ্গত কনকলাল বৰুৱাই লিখিছে, "তেওঁৰ বয়স্য ও পৰম বন্ধু এই প্ৰবন্ধ লেখকৰ পিতাকলৈ উছৰ্গা কৰোঁতে তেওঁ যি লিখিছে তাতেই তেওঁৰ কপটতালৈ কেনে ঘৃণা আছিল বুজা যায়" (কনকলাল বৰুৱা ৰচনাৱলী)। হেমচন্দ্ৰ বৰুৱা ৰচনাৱলীৰ কোৱাভাতুৰীৰ অসম্পূৰ্ণ উছৰ্গা পত্ৰই তাৰ প্ৰমাণ। তৃতীয়তে আমাৰ সংগ্ৰহ আৰু বৰ্ত্তমান প্ৰচলিত তাঙ্গৰণৰ ভিতৰত কিছু পাৰ্থক্য পৰিলক্ষিত হয়। দ্বিতীয় আৰু তৃতীয় তাঙ্গৰণত হেমচন্দ্ৰই প্ৰথম তাঙ্গৰণৰ কিছু উৎকৰ্ষ সাধন কৰাৰ উপৰি তৃতীয় তাঙ্গৰণত 'পুথিৰ তলত চূৰ্ণিকা কৰি অচলিত কথাবিলাকৰ অৰ্থ' দিয়ে।

উক্তগ্ৰন্থৰ বাকলি পাতত মুদ্ৰিত শ্লোকটোটো ব্যঙ্গ নিহিত আছে।

কোৰখণীয়া সত্ৰৰ পৰম বৈষ্ণৱ আৰু উদাসীন গোবৰ্দ্ধন দেউ-আতা গোচৰ উপলক্ষ্যে নগৰলৈ আহি মৰ্কটেশ্বৰ ফুকনৰ টোলত বহা কৰা, শিষ্যা ফুকননীৰ গুৰুৰ প্ৰতি আসক্তি, বামাকালীৰ উপাসক বীৰেন্দ্ৰ বৰুৱাই গোবৰ্দ্ধন-দেউৰ বিৰুদ্ধে মিছা গোচৰ তৰা মকৰ্দ্দমাত গোসাঁই-দেউৰ জৰিমনা, ফুকননীয়ে জৰিমনা আদায় দি মহাজনক মুকলি কৰা, ফুকনৰ মৃত্যু, গাভৰুদেওৰ অসুখ নিৰাময়ৰ অৰ্থে বিভিন্ন ব্যৱস্থা গ্ৰহণ, আইচুদেওৰ মৃত্যুত আতা-পুৰুষ জৰ্জৰিত, শেষত তেওঁৰ মৃত্যু— এয়ে বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰীৰ বিষয়-বস্তু।

পুথিৰ ঠায়ে-ঠায়ে চাৰকেজ্‌ম্‌, আইৰনি, ৱিট আদি পোৱা যায়। মানুহৰ নামতো ব্যঙ্গ প্ৰকাশ পাইছে। সমাজৰ বিভিন্ন শ্ৰেণীৰ ব্যক্তিৰ প্ৰতি তীক্ষ্ণ বাণ মাৰিছে। ই যেন মানৱতাৰ ওপৰত প্ৰচণ্ড আঘাত। তেওঁৰ ৰচনাও ক্ষুৰৰ দৰে ধাৰাল।

পুথিখনো সমাজৰ দাপোণ স্বৰূপ। যেনে, -(ৰ) "ভৱিষ্য পুৰাণত লিখিছে, 'ইস্কুলে নিস্কুল ভৱেৎ"; (চ)তেওঁ (এওঁ কাছাৰিৰ হেড বাবু, অসমীয়া-সম্পাদক, হে. ব. ৰ.) মাতৃ-ভাষা কবলৈ অলপ লাজ পায়, বঙ্গালী কথাৰ লগত ইংৰাজী মিহলাই কব পাৰিলেই পুৰুষালি হয় বুলি ভাবে, আৰু ডাঙ্কোপ মাৰি যায়, আমৰা educated man, prejudice and superstition হইতে free হয়েছি", ইত্যাদি। পুথিৰ মাজে-মাজে প্ৰত্যক্ষ নীতিবচনমূলক আলোচনাও আছে। এই পুথি সম্পৰ্কে মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যই (১৮৫৩-১৯৩৬) মন্তব্য কৰিছে, "শ্ৰীযুত সোণাৰচাঁদ ডেকাবৰুৱাৰ বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী অসমৰ বেদ বা ধৰ্ম্মশাস্ত্ৰ।" হেমচন্দ্ৰ ব্যঙ্গ সাহিত্যৰ বাটকটীয়া।

হেমচন্দ্ৰই ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰি অসমীয়া ভাষাক আয়তন দিয়াৰ উপৰি ইয়াক বৈজ্ঞানিক ভেটিত স্থাপন কৰিলে। তেওঁ যেন গড় মাৰি অপহ্নুতা-অসুৰাক দূৰতে বিদূৰ কৰিলে। তেওঁ তিনিখনকৈ ব্যাকৰণ আৰু তিনিখন অভিধান প্ৰণয়ন কৰে।

তেওঁৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' খনেই (১৮৫৯ চন) অসমীয়া ভাষাত লিখা প্ৰথম ব্যাকৰণ। গ্ৰন্থকাৰৰ নাম হেমচন্দ্ৰ শৰ্ম্মা। পুথিৰ আৰম্ভণিৰ ইংৰাজী পাতনিৰ পাচতে অসমীয়া ভূমিকা সংযোগ কৰিছে। সেইকালত বঙলা ছপা পুথিত 'ভূমিকা'ৰ পৰিবৰ্ত্তে বিজ্ঞাপন শব্দটো ব্যৱহাৰ হৈছিল। হেমচন্দ্ৰয়ো 'ভূমিকা'ৰ শেহৰফালে "বিজ্ঞাপন" শব্দটো ব্যৱহাৰ কৰিছে। পুথি-ৰচনা প্ৰসঙ্গত লেখকে কৈছে, "অসমীয়া ভাষা সংস্কৃত মূলিকা হেতু সেই ব্যাকৰণ সংস্কৃত ব্যাকৰণৰ প্ৰণালীৰে লিখি স্থান বিশেষ অন্য ভাষাৰ ব্যাকৰণৰ পৰাও অনেক কথা ইয়াত প্ৰবিষ্ট কৰা হৈছে। অসমীয়া ভাষাৰ ব্যাকৰণ শিৱসাগৰৰ বেপ্‌টিষ্ট মিশ্যন প্ৰেছে প্ৰকাশ কৰিছিল। এই ব্যাকৰণৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। ইয়াৰ ফলত ১৮৬১ চনৰ জানুৱাৰী মাহৰ পৰা 'অৰুণোদই' সম্বাদ পত্ৰৰ আখৰ-জোঁটনিৰ ৰীতি সলনি হ'ল। কাকতখনৰো নাম হ'ল 'অৰুণোদয়'।

হেমচন্দ্ৰ কেইমাহমান শিক্ষক হৈছিল যদিও, তেওঁ যেন পাঠ্য-পুথি প্ৰণয়ন কৰাৰ নিচিনা এটা ঐতিহাসিক দায়িত্ব পালনৰ নিমিত্তে জন্মগ্ৰহণ কৰিছিল। ১৮৭৩ চনত অসমৰ "পঢ়াশালি আৰু ৰাজ-সভাৰ কাৰ্য্যত" অসমীয়া 'চলিত হোৱাত' হেমচন্দ্ৰই তেওঁৰ প্ৰথম ব্যাকৰণখনকে একেবাৰে ন-কৈ লিখি 'অসমীয়া ব্যাকৰণ' নাম দি প্ৰকাশ কৰে। এইবাৰ পুথি-প্ৰণেতাৰ নাম হেমচন্দ্ৰ বৰুৱা। অসমীয়া ব্যাকৰণৰ প্ৰথম তাঙৰণ ১৮৭৩ চনত আৰু দ্বিতীয় তাঙৰণ ১৮৮০ চনত প্ৰকাশ হৈছিল। দ্বিতীয় তাঙৰণৰ পৃষ্ঠাঙ্ক ৮+১৭৫। দ্বিতীয় তাঙৰণৰ প্ৰতিলিপি বিলাতৰ বৃটিচ লাইব্ৰেৰীত নেপাই আমি অসমীয়া ব্যাকৰণৰ ষষ্ঠ তাঙৰণটিকে (১৮২৯ শক) ব্যৱহাৰ কৰিলোঁ। এই তাঙৰণত তুলসীৰাম বৰুৱাই কিছু কথা সংযোগ কৰিছে। এই গ্ৰন্থখন অনেক কাল পঢ়াশালিত চলিছিল।

তেওঁৰ তৃতীয়খন ব্যাকৰণ হ'ল অসমীয়া লৰাৰ ব্যাকৰণ (১৮৮২)। এইখনৰ পৃষ্ঠাঙ্ক '৮৯। তেওঁ পুথিৰ পাতনিত লিখিছে, "এই পুথিত অসমীয়া ভাষাৰে জানিব লগীয়া প্ৰায় সকলো কথাকে মুঠকৈ দিয়া হৈছে। লৰাবোৰে ব্যাকৰণৰ সূত্ৰবোৰ মুখস্থ কৰিবলৈ টান পায়; এই কাৰণে ইয়াত অধিক সূত্ৰ নিদি শিকিব লগীয়া কথাবোৰ প্ৰায়ে উদাহৰণৰ দ্বাৰা বুজাবলৈ যত্ন কৰা হৈছে। এতেকে মই আশা কৰিছোঁ, যে যিবিলাকৰ নিমিত্তে এই পুথি লিখা

হৈছে, ইয়াৰ দ্বাৰা বুজাবলৈ যত্ন কৰা হৈছে" (বৈশাখ, ১৮০৪ শক)। জীৱিকাত কেৰেণী হলেও শিক্ষাবিদৰ দৰে মাতৃভাষাত ছাত্ৰৰ উপযোগী ব্যাকৰণ ৰচনা কৰাৰ কি সবল প্ৰচেষ্টা।

তেওঁ তিনিখন অভিধান প্ৰণয়ন কৰিলেও জীৱদ্দশাত এখনো প্ৰকাশ কৰিব নোৱাৰিলে। তেওঁৰ মৃত্যুৰ পাচত অসমৰ চীফ কমিশ্যনাৰে হেম-কোষ প্ৰকাশৰ সিদ্ধান্ত কৰি হেমচন্দ্ৰ গোস্বামীক অসমীয়া ভাষা আৰু এড্‌ৱাৰ্ড গেইটক ইংৰাজী ভাগৰ আৰ্হি কাকত চোৱাৰ দায়িত্ব দিয়ে। পাচত কাৰ্য্যগতিকে গেইট্ স্থানান্তৰিত হোৱাত পি. আৰ. টি গৰ্ডনৰ ওপৰত সেই দায়িত্ব ন্যস্ত হয়।

অসমৰ বৰ ভূঁইকঁপত (১৮৯৭, জুন ৫) শ্বিলঙৰ চৰকাৰী ছপাযন্ত্ৰ ধ্বংস প্ৰাপ্ত হয়, আৰু হেম-কোষৰ পাণ্ডুলিপি 'ফটা-ছিটা আৰু জুৰুলা অৱস্থাত ভগাঘৰৰ এদ'ম জাবৰৰ তলত পোৱা হয়।" সেই জুৰুলা পুথিখন ১৮৯৮ চনত কলিকতাৰ বেপ্টিষ্ট মিশ্যন প্ৰেছলৈ পঠায়। ১৯০০ চনত অসমীয়া হেম-কোষে পোহৰৰ মুখ দেখে।

পঢ়াশলীয়া অভিধানৰ পাতনিত (সেইখনো অসমীয়া হেম-কোষৰ পাতনি স্বৰূপে সংযোগ কৰা হৈছে) হেমচন্দ্ৰ বৰুৱাই লিখিছে, "তাত (হেম-কোষত-সঙ্কলয়িতা) নিশ্চয় কৰিব পৰা যায় মানে- প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজ অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায়ে ব্যৱহৃত ভাবুক খণ্ডবাক্য (idiomatical phrases) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ কব লাগিলে ওৱেবষ্টাৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি; আৰু সেই পুথিৰে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ডাঙৰ হৈ পৰিল যে ৰবিন্সন ক্ৰাচাৰ, নাৱৰ দৰে তাক অকলৈ লবোৱা অসম্ভৱ হল"। এই অভিধানত ২২, ৩৪৬টা শব্দ আছে, পৃষ্ঠাঙ্ক ১+৯৭২।

তেওঁৰ দ্বিতীয়খন অভিধান হল পঢ়াশলীয়া অভিধান। 'ইংৰাজী অৰ্থ নথকা' এই অভিধানখনি 'গাৱঁলীয়া পঢ়াশালিবিলাকৰ' নিমিত্তে যুগুত কৰা হয়। তেওঁ ১৮১৪ শকতে পঢ়াশলীয়া অভিধানৰ পাতনি লেখিলেও সেইখন তেওঁৰ মৃত্যুৰ পাচতহে প্ৰকাশিত হয়। এই অভিধানে এসময়ত বিদ্যালয়ত সমাদৰ লাভ কৰিছিল।

তেওঁৰ তৃতীয় খন অভিধান হৈছে 'সংক্ষিপ্ত হেম-কোষ'। দুৰ্ভাগ্যক্ৰমে তেওঁৰ তিৰোভাৱৰ পাচত সেই অভিধানৰ পাণ্ডুলিপি হেৰাল। "ইয়াত শব্দবিলাকৰ মূল, সমাৰ্থক শব্দ আৰু খণ্ডবাক্য নাই। কিন্তু অসমীয়া আৰু ইংৰাজী দুয়ো ভাষাৰে অৰ্থ লিখা হৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেঁকুৰিছে" (হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত : সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী)।

## পাঠ্যপুথি

১৮৭৩ চনৰ চৰ্কাৰী জাননী অনুসৰি হেমচন্দ্ৰ আৰু অন্যান্য সকলে বৰ্ণপৰিচয়ৰ পুথি চৰ্কাৰলৈ প্ৰেৰণ কৰে। সেইবোৰৰ ভিতৰত হেমচন্দ্ৰ দেৱ শৰ্ম্মাৰ অসমীয়া লৰাৰ 'আদিপাঠ' তিনিছোৱা উৎকৃষ্ট বুলি বিবেচিত হোৱাত তেওঁ পাঁচশ টকা পুৰস্কাৰ পায়। সেই পুথি কৰ্ত্তৃপক্ষই কলিকতাৰ বেপ্‌টিষ্ট মিশ্যন প্ৰেছত মুদ্ৰণ কৰে। এই পুথি "অসমীয়া ভাষাৰ প্ৰথম শিক্ষাৰ পুথি।" আদিপাঠ মুদ্ৰণৰ অসমৰ চীফ কমিশ্যনাৰে 'ৰ' বৰ্ণটো ব্যৱহাৰ প্ৰসঙ্গত অসম্মতি প্ৰকাশ কৰাত হেমচন্দ্ৰই চৰ্কাৰলৈ কেবাখনো চিঠি লেখি (লেখকৰ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা দ্ৰষ্টব্য) অন্তত চৰকাৰে প্ৰকাশ কৰিব লগীয়া অসমীয়া লৰাৰ আদিপাঠত 'ৰ' বৰ্ণ ব্যৱহাৰত অনুমতি দিলে। হেমচন্দ্ৰৰ অসমীয়া লৰাৰ আদিপাঠৰ এটা ঐতিহাসিক মূল্য আছে। বঙ্গত অক্ষয় কুমাৰ দত্তৰ (১৮২০-৮৬)-চাৰু পাঠ'ৰ

(তিনিখণ্ড, ১৮৫৩-৫৯) যি স্থান অসমতো হেমচন্দ্ৰৰ অসমীয়া লৰাৰ আদিপাঠৰ একেই স্থান। পুথিৰ ভাষা যেনে সোৱাদ লগা শীতল আৰু নিৰ্ম্মল, তেনেধৰণৰ ভাষাৰ প্ৰয়োগ এতিয়া চকুত নপৰে। অসমীয়া লৰাৰ আদিপাঠ কৰ্ত্তৃপক্ষৰ দ্বাৰা স্বীকৃত আৰু প্ৰকাশিত প্ৰথম অসমীয়া পাঠ্যপুথি। আনন্দৰাম ঢেকিয়াল ফুকনে (১৮২৯-৫৯) অসমীয়া লৰাৰ মিত্ৰ নামৰ দ্বিতীয় আৰু তৃতীয় কাণ্ড (১৮৪৯) পুথি ৰচনা কৰে।

সেই কালত মূৰেৰ এনচাইক্ল'পেডিয়া, চেম্বাৰ্চৰ বায়' গ্ৰেফিজ, ৰুডিমেণ্টচ অব নলেজ আদি গ্ৰন্থৰ বঙ্গত বৰ সমাদৰ আছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে (১৮২০-৯১) শেষৰ দুখন গ্ৰন্থৰ অৱলম্বনত যথাক্ৰমে জীৱনচৰিত (১৮৪৯) আৰু বোধোদয় (১৮৫১) ৰচনা কৰাৰ নিচিনাকৈ সম্ভৱ আনন্দৰামে মূৰৰ গ্ৰন্থ নাইবা চেম্বাৰ্চৰ গ্ৰন্থৰ (ক. অ. ন) সহায় লৈ 'অসমীয়া লৰাৰ মিত্ৰ' ৰচনা কৰে। অসমীয়া বৰ্ণমালা জনা আৰু ভাষাৰ জ্ঞান লাভ কৰা ছাত্ৰৰ পক্ষে এইখন পুথি উপযোগী। এই পুথিত আখ্যান আছে, নীতিবচন আছে, চিন্তামূলক প্ৰবন্ধ, জীৱ-জন্তুৰ কথা, দেশৰ বিবৰণ ইত্যাদি আছে। ইয়াত যেন তেওঁ ডেকা অসমীয়া বিলাকৰ মঙ্গল চিন্তা কৰিছে। বিজ্ঞানৰ কথাবিলাক সচিত্ৰ কৰি পাঠকৰ বোধগম্য কৰিছে।

হেমচন্দ্ৰ আনন্দৰামৰ গুণ মুগ্ধ আছিল। ফুকনে 'বঙ্গদেশৰ যুবা বঙ্গালী' সম্পৰ্কে তেওঁলৈ লিখা চিঠিৰ পৰাই তাক বুজিব পাৰি। "নানা সংস্কৃত আৰু ইংৰাজী পুথিৰপৰা সংগৃহীত আৰু অসমীয়া ভাষাৰে ৰচিত' হেমচন্দ্ৰৰ পাঠ-মালাৰ আৰ্হিও যেন 'অসমীয়া লৰাৰ মিত্ৰ' আৰু 'বোধোদয়'। তেওঁ লিখিছে, ".. সম্প্ৰতি অসমীয়া ভাষা শিকিবৰ নিমিত্তে 'তলৰ শ্ৰেণীৰ দেশী ভাষাৰ পঢ়াশালি' নামেৰে যি একশ্ৰেণীৰ স্কুল স্থাপিত হবৰ কাৰণে আসামৰ চিফ্ কমিশ্যনাৰ চাহাব মহোদয়ে আজ্ঞা কৰিছে, সেইবিলাক পঢ়াশালিত পঢ়াবৰ উপযুক্ত সাহিত্যৰ পুথি নথকাত বিদ্যাশিক্ষাৰ অধ্যক্ষ চাহাবৰ জাননী অনুসাৰে এই পুথি লিখা হল। তেওঁ আত্ম-জীৱন চৰিতত লিখিছে, "..তাৰ পাচতো পুথি আদি লিখাৰ বাবে গবৰ্ণমেণ্টৰপৰা সকলোৱে মিলি ১১০০ এঘাৰশ টকা পাওঁ।"

অসমীয়া লৰাৰ মিত্ৰ আৰম্ভ হৈছে 'পাঠকৰ প্ৰতি নিবেদন' কথাৰে— 'হে প্ৰিয় লৰাবিলাক ভালেমান পুৰুষাৰ্থ কৰি তোমালোকৰ উপকাৰৰ নিমিত্তে আমি এই পুথি প্ৰস্তুত কৰিলোঁ। তোমালোকে বিদ্যা শিকি কেনেকৈ জ্ঞানী হবা তাত বাজে আমাৰ আন একো অভিপ্ৰায় নাই। এই হেতুকে তোমালোকে এই পুস্তকৰ থকা কথাবিলাক ভালকৈ মন দি পঢ়িলে আমি (হৰ্ষ) পাম আৰু তোমালোকৰো ভাল হব। কিন্তু যদি পুথিৰ পাত লুটিয়াই পেলাই থোৱা তেন্তে তাতকৈ আন একো কথাতে আমি অধিক বিষম নাপাম" (যোগেন্দ্ৰ নাৰায়ণ ভূঞা সম্পাদিত)।

পাঠ-মালাত হেমচন্দ্ৰই 'বালকবিলাকৰ প্ৰতি সম্বোধন' কৰি কৈছে— "হে প্ৰিয় লৰাবিলাক! তোমালোকে দেখিছা যে, আমাৰ দেশাধিকাৰসকলে তোমালোকৰ হিতৰ নিমিত্তে ধন ভাঙ্গি পঢ়াশালি পাতি দিছে। এনে সুচল পাইও যদি তোমালোকে বিদ্যা আৰ্জ্জি জ্ঞানী নোহোৱা, তেন্তে সি কেৱল তোমালোকৰ দোষ হব। তোমালোকে জানিবা, লৰা-বয়সেইহে বিদ্যা শিকিবৰ সময়। সেই অমূল্য সময় যদি এলাহত বা ধেমালিত খোদোৱা তেনেহলে বুঢ়া কালত শোক কৰিব লাগিব। সময় পাখি-লগা কাঁড়ৰ দৰে উৰি যায়, আৰু সি গলে বহুত ধন-ৰত্ন দিও তাক ওলটাই আনিব নোৱাৰি"।

পাঠ-মালাত ঈছপ, পঞ্চতন্ত্ৰ, মহাভাৰত, ৰামায়ণ আৰু মাৰ্কণ্ডেয় পুৰাণৰ আখ্যান আৰু নিজৰ ৰচনা আছে। ইংৰাজী গ্ৰন্থৰ সহায়ত জীৱজন্তু, বৃক্ষ, ধাতু, স্বভাৱৰ আচৰিত দৰ্শন প্ৰবন্ধ ৰচনা কৰা হৈছে। তেওঁ জন্তুৰ স্বভাৱ আদিৰ কথা লিখি হাতী, গঁড়, পানী-ঘোঁৰা, কেঁটেলা আৰু নাহৰ-ফুটুকী বাঘৰ বিষয়ে আলোচনা কৰিছে। সেইদৰে

পক্ষী-জাতি, উকহ, মৰা চৰাই আৰু ববটোকোলা; জলজন্তু তিমি আৰু উৰণীয়া মাছ, পতঙ্গ গাগিনী, মৌ-মাখি; বৃক্ষ বট-গছ, কফিগছ, কুহিয়াৰ আৰু কাঠফুলা; ধাতুৰ আকৰ আদি কথা আলোচনা কৰিছে। হেমচন্দ্ৰৰ তিমি মাছক আনন্দৰামে 'মকৰ মাচ' বুলিছে। হেমচন্দ্ৰই 'স্বভাৱৰ আচৰিত দৰ্শন' প্ৰবন্ধ দুটাত পণীয়া-তৰা, নেজাল-তৰা, ইন্দ্ৰ-ধনু, পানীগছ, মেঘ আৰু ৰবৰুণৰ কথা আলোচনা কৰি বিদ্যাৰ্থীক বিজ্ঞানৰ আভাস দিয়াৰ প্ৰয়াস কৰে। আনন্দৰামেও তেওঁৰ প্ৰস্তুত সূক্ষ্মদৰ্শন যন্ত্ৰ, বাষ্পীয় অৰ্থাৎ ভাপৰ কল, বাষ্পীয় গাৰি..। অগ্নিৰ পৰা ৰক্ষক আৰু অগ্নিৰ যন্ত্ৰ.. ইত্যাদি পাঠ সংযোগ কৰি বিজ্ঞানৰ পথ চিকণাওঁতা বুলিব পাৰি। আপুনি হোৱা মানুহ হেমচন্দ্ৰই অনেক পুথি অধ্যয়ন কৰি ছাত্ৰৰ উপযোগীকৈ পাঠ-মালা ৰচনা কৰিলে। এই পুথিয়ে ছাত্ৰৰ ব্যৱহাৰিক জ্ঞান বঢ়োৱাৰ উপৰি লেখাৰ এটা আৰ্হিও দিলে। এই পুথি বৰ্ত্তমান শতিকাৰ দ্বিতীয় দশকমানলৈকে অসমৰ বিদ্যালয়ত চলিছিল। প্ৰথম তাঙৰণত নিৰ্ঘণ্ট শেহৰফালে ছপা হৈছিল।

তেওঁ ইংৰাজীৰপৰা অনুবাদ কৰা 'গা ভালে ৰাখিবৰ উপায়' (আৰোগ্য- ৰক্ষবিধানৰ আদিপাঠ) নামৰ পুথিখন (১৮৮৩) অনেক কাল অসমৰ বিদ্যালয়ৰ পাঠ্য-পুথি আছিল। আমি প্ৰথম তাঙৰণটি নেপাই তৃতীয় তাঙৰণটিক ব্যৱহাৰ কৰিলোঁ; কিন্তু গ্ৰন্থখনিৰ শেহত থকা প্ৰশ্নাৱলীখিনি বাদ দিয়া হৈছে। অনুবাদ সৰল আৰু খুঁত নথকা। যেনে— 'অলপ মচলা-আদি ভাল, অধিক হলে পেটৰ অহিত কৰে। তামোল-খোৱা এই দেশত বৰ প্ৰচলিত, কিন্তু সি মলিন আৰু অহিতকাৰী। সি দাঁত বেয়া কৰে, আৰু কেতিয়াবা কেন্সাৰ নামেৰে এটা ৰোগ জন্মায়, আৰু তাৰ দ্বাৰা বহুত সময় আৰু ধন ব্যয় হয়; এতেকে তাক এৰিব লাগে"।

তেওঁ ইংৰাজীতে অসমৰ বিভিন্ন লোকৰ বিবাহ পদ্ধতি বিষয়ক 'নট্‌চ অন্ ডি মেৰেইজ চিষ্টেমচ্ অব্ ডি পিপল্‌চ অব্ আসাম' (১৮৯২) নামৰ পুথি ৰচনা কৰে। এই ৬০ পিঠীয়া গ্ৰন্থত তেওঁ শাস্ত্ৰীয় বিবাহ পদ্ধতিৰ উপৰি আহোম' কছাৰী আৰু মিচিং সকলৰো বিবাহৰ পদ্ধতি আলোচনা কৰে। তেওঁৰ নৃতত্ত্বৰ আংশিক চিন্তাও মন কৰিবলগীয়া।

## বিনষ্ট পাণ্ডুলিপি

(১) তেওঁ প্ৰণয়ন কৰা সংক্ষিপ্ত হেম-কোষৰ পাণ্ডুলিপি মৃত্যুৰ পাচত হেৰোৱাৰ কথা ওপৰত কোৱা হৈছে।

(২) তুলনামূলক ব্যাকৰণ : সেই সময়ত অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ বুলি যি এটা ভুল ধাৰণা আছিল তাক দূৰ কৰিবৰ নিমিত্তে হেমচন্দ্ৰই দুয়ো ভাষাকে তুলনা কৰি অসমীয়া যে এটা স্বতন্ত্ৰীয়া ভাষা, ই যে বঙলা ভাষাৰ লগত সম্পূৰ্ণ অমিল ইত্যাদি নানা যোজনা-পটন্টৰেৰে এখন তুলনামূলক ব্যাকৰণ ৰচনা কৰে। তেওঁৰ "পোহনীয়া বান্দৰটোৱে ব্যাকৰণৰ হাতে লিখা বহীটো ফালি-চিৰি পেলালে। বৰুৱাদেৱে তাক উদ্ধাৰ কৰিবলৈ যোৱাত বান্দৰৰ আচাৰ খাই মুখ ওন্দলি থকাৰ কথা শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ আগত প্ৰকাৰে নিজে প্ৰকাশ কৰিছিল।" (সৰ্বেশ্বৰ শৰ্ম্মা কটকীঃ হে. ব. জীৱন চৰিত)।

(৩) কামৰূপৰ তন্ত্ৰ : হেমচন্দ্ৰৰ কাকত-পত্ৰবিলাকৰ ভিতৰত এটি সৰু বহী পোৱা গৈছিল। "১৮৮৩ খ্ৰীষ্টাব্দত গভৰ্ণমেণ্টে কামৰূপৰ তন্ত্ৰবোৰৰ এটি চমু বিৱৰণ খুজিছিল। হয়তো সেই বিৱৰণ ই এটি নকল হব পাৰে।" (স. শৰ্ম্মা কটকী)।

## আসাম-নিউচ

হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত আৰু গুৱাহাটীৰ বৰুৱা-ফুকন ব্ৰাদাৰ্ছৰ পৃষ্ঠপোষকতাত অসমীয়া-ইংৰাজী দ্বি-ভাষী সাদিনীয়া বাতৰিকাকত 'আসাম নিউচ' ১৮০৪ শকৰ ১০ মাঘত (সোমবাৰে) প্ৰকাশিত হয়, আৰু ১৮৮৫ চনত ইয়াৰ প্ৰকাশ বন্ধ হয়। এই বাতৰি কাকতৰ মূল মন্ত্ৰ আছিল 'কাৰ্য্যং বা সাধয়েচ্ছৰীৰং বা পাতয়েদ্ভুধঃ'। প্ৰতি সোমবাৰে প্ৰকাশিত আসাম-নিউচ কাকতখনৰ আকাৰ ফুলস্কেপ্ কাগজৰ সমান, আৰু পৃষ্ঠাঙ্ক ৮। অভয়শঙ্কৰ গুহ ইয়াৰ সহকাৰী সম্পাদক আছিল।

"চৰকাৰৰ দৃষ্টিত পেলাবলগীয়া স্থানীয় অভাব-অভিযোগ আৰু সম্পাদকীয় প্ৰবন্ধ এটাইবোৰ অসমীয়া-ইংৰাজী দুয়োটা ভাষাত লিখি কাকতত প্ৰকাশিত হৈছিল। হেমচন্দ্ৰৰ কাপৰ গুণত এই কাকতে অতি শীঘ্ৰে ওখ ঠাই অধিকাৰ কৰিছিল। ইয়াৰ গ্ৰাহকৰ সংখ্যাও ৯০০ মান হৈছিল"।

কিন্তু আৰ্থিক অৱস্থা অনুকূল নোহোৱাৰ নিমিত্তে আসাম নিউচৰ প্ৰকাশ বন্ধ হয়।

এই কাকতখনৰ সম্পাদকজন নিৰ্ভীক, স্পষ্টবাদী আৰু জাতীয়তাবাদী আছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে, বঙ্গৰ চাৰ সুৰেন্দ্ৰ নাথ বেনাৰ্জী (১৮৪৮-১৯২৫) সম্পাদিত দি বেঙ্গলী কাকতৰ এটা সংখ্যাত জাতীয় ন্যাসৰ গোহাৰিখন (২৩ জুলাই, ১৮৮২) তলত দিয়া দৰে মুদ্ৰিত হৈছিল—

The press upon the National Fund for the constitutional agitation for the conservation of National interest.

"Assam-News (Anglo-Assamese Weekly). Gauhati, July 23.

We on behalf of our educated countrymen have expressed sympathy wit'ı the object of the meeting, and hope that all our countrymen, from the highest to the lowest, will contribute something according to their respective means, to the fund, which is most urgently needed." (Bengalee, September 15, 1882)

আসাম নিউচৰ এটাও সংখ্যা পোৱা নগল। তথাপি উক্ত বাতৰি কাকতৰ দুই চাৰিটা কথাৰ উদ্ধৃতি যথাস্থানত সংযোগ কৰা হৈছে।

ৰজা-প্ৰজা উভয়ৰে "এই কাকতৰ ওপৰত বৰ আস্থা আছিল। এবাৰ আসাম নিউচত ফৰেষ্ট্ ডি পাৰ্টমেণ্টৰ খাজনাৰ নিৰিখ অন্যায়ভাৱে আৰু অতিপাতকৈ বঢ়োৱা হৈছে বুলি লিখা হয়। সেই সংখ্যা কাকত ওলোৱা মাত্ৰকে গবৰ্ণমেণ্টে বৰুৱালৈ সেই বিষয়ে মতামত খুজি পত্ৰ দিয়ে আৰু যাতে নিৰিখ ধাৰ্য্য কৰোতে কোনো ৰকম অন্যায় নহয় তাৰ বাবে বিশেষ চকু দিয়া হব বুলি বৰুৱালৈ উত্তৰ দিয়ে। এনেকৈ গবৰ্ণমেণ্টে যেতিয়াই যি সুযোগ পাইছে তাত বৰুৱাক পৰামৰ্শ নকৰাকৈ থকা নাই, দেশী খৃষ্টান চিভিলিয়ান বিলাকৰ বিধৱা-স্ত্ৰীবিলাকে পেন্সন

ভোগ কৰা সম্পৰ্কে এবাৰ বৰুৱাৰ মত খুজি গৱৰ্ণমেণ্টে চিঠি দিয়ে; আৰু সেই মত বৰুৱা ডাঙৰীয়াই আসাম নিউচৰ জৰিয়তে প্ৰকাশ কৰে। তেনেকৈ আসামত টিকা দিয়া প্ৰচলন আৰু কামাখ্যা মন্দিৰত তান্ত্ৰিকসকলৰ কিবা আসোঁৱাহ থকা আচাৰপদ্ধতি, দেৱালয়ৰ সেৱাইতে নিম্পি-খেৱাজ মাটি ভোগ কৰা.. ইত্যাদি অনেক আৱশ্যক বিষয়ত (ওপৰঞ্চি দ্ৰষ্টব্য ঃ সম্পাদক, হে. ব. ৰ.) হেমচন্দ্ৰ বৰুৱাৰ মতামত গৱৰ্ণমেণ্টে আহ্বান কৰে" (স. শৰ্ম্মা কটকী)।

আসাম নিউচৰ পুথি সমালোচনাৰ আৰ্হি ওপৰঞ্চিত দিয়া হৈছে। এই বাতৰি কাকতৰ এটা ঐতিহাসিক গুৰুত্ব আছে। হেমচন্দ্ৰক শিল্প-সন্মত গদ্যৰ উদ্ভাৱয়িতা বুলিব পাৰি। তেওঁ অসমীয়া গদ্য-ৰীতিক সুগঠী, সুঠাম আৰু প্ৰাঞ্জল কৰে। তেওঁ ৰচনা-ৰীতি আৰু আখৰ-জোঁটনিৰ প্ৰকৃত আৰ্হি দেখুৱায়। জোনাকী চতুৰ্থ ভাগ দ্বিতীয় সংখ্যাত প্ৰকাশিত তেওঁৰ আত্ম-জীৱন চৰিতখনেই অসমীয়া গদ্যৰ শ্ৰেষ্ঠ নিদৰ্শন। তেওঁ "আমাৰ ভাষাক সাজ-অলঙ্কাৰ পিন্ধাই ধুনীয়া কৰি সাহিত্য-সেৱকসকললৈ বাট মুকলি আৰু ফটফটীয়া কৰি গৈছে" (ভাৰতচন্দ্ৰ দাস) আসাম নিউচে "নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিতত কৰিলে" (লক্ষ্মীনাথ বেজবৰুৱা)। আত্ম-জীৱন চৰিতৰ বাক্যাংশও সোৱাদ লগা। যথা— স্বভাৱৰ ধাৰৰ পৰা মুক্ত; এই সম্বাদে তেওঁক পানীৰ ছাট পোৱা পকা তেল; সেই বাষ্পৰ দ্বাৰা পৰিচালিত হৈছে; কালৰ সোঁতত তেওঁ উটি গল; ইত্যাদি। ইংৰাজীৰ প্ৰভাৱ পৰিছে। যেনে, সময়ৰ আগচুলিত খামোচ মাৰি ধৰিছিলোঁ, ইত্যাদি। তেওঁৰ ৰচনাৱলীৰ ঠায়ে ঠায়ে ইংৰাজী পটন্তৰৰ সুন্দৰ অনুবাদ পোৱা যায়। যেনে, এটাইবোৰ জিলিকা বস্তুৱেই সোণ নহয়; ভোকৰ একো বিচাৰ নাই; উমৈহতীয়া বন কাৰো বন নহয়; বাগৰি ফুৰা শিলত শেলাই নেবাহে; ৰ'দ থাকোতেই ধান শুকাব লাগে; ঘঁহি থাকিলে শিলো ক্ষয় যায়, ইত্যাদি। সেইদৰে নীতিশিক্ষামূলক বাক্যও আছে। যেনে- ভাতৰ তিতা খাব পাৰি, মাতৰ তিতা সহিব নোৱাৰি; কেটেৰা মাত কাৰো সহ্য নহয়; নম্ৰ হলেই মান পোৱা যায়; কাকো হিংসা নকৰিবা, হিংসাৰ সমান পাপ নাই। টুটকীয়া মানুহ সৰ্পৰ সমান, ইত্যাদি।

এইদৰে হেমচন্দ্ৰই অসমীয়া গদ্যক শ্ৰীমন্ত্ৰ আৰু ঐশ্বৰ্য্যশালী কৰিলে। কোনো আনুষ্ঠানিক শিক্ষাৰ সুবিধা নোপোৱাকৈ কৃচ্ছ্ৰ-সাধনাৰে বিভিন্ন ভাষা আয়ত্ত কৰি অসমীয়া ভাষা আৰু সাহিত্যক যি নিটোল ৰূপ দান কৰিলে তাৰ নিমিত্তে তেওঁ উনবিংশ শতিকাৰ প্ৰচণ্ড বিস্ময়ৰূপে প্ৰতিভাত হয়।

আমি অনেক চেষ্টা কৰিও হেমচন্দ্ৰ বৰুৱাৰ লেখা (১) অনেক বিয়া কৰা অজুগুত (অৰুণোদই, ১১শ বছৰ, ৪ৰ্থ সংখ্যা); (২) আচৰিত গছ (অৰুণোদই, ১২শ বছৰ, ৬ষ্ঠ সংখ্যা) আৰু (৩) দেশাহিতৈষী শ্ৰীযুত অৰুণোদয় সম্পাদক (১৬শ বছৰ, অক্তোবৰ, ১৮৬১) সংগ্ৰহ কৰিব নোৱাৰিলোঁ। এই অসম্পূৰ্ণতাৰ নিমিত্তে সদাশয় পাঠকে যেন ক্ষমা কৰে।

ঃ ঃ ঃ

এই ৰচনাৱলী যুগুত কৰোঁতে যিসকলৰ পৰা সহায় পাইছোঁ সেইসকল হল (১) ঢকুৱাখনা এম. ভি. স্কুলৰ (ধেমাজি) প্ৰধান শিক্ষক শ্ৰীনবীন দাস আৰু সহকাৰী শিক্ষক শ্ৰীনৰেন্দ্ৰ নাথ শইকীয়া (পাঠ-মালা (১ম তাঙৰণ) আৰু অসমীয়া ব্যাকৰণ (ষষ্ঠ তাঙৰণ), (২) ব্ৰিটিচ মিউজিয়ামৰ 'কিপাৰ্ অৱ্ ৰেকৰ্ডচে' (বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী আৰু অসমীয়া লৰাৰ ব্যাকৰণ আৰু অসমীয়া লৰাৰ আদিপাঠ (আগছোৱা) মুদ্ৰণৰ অনুমতি প্ৰদান), (৩) ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক আৰু অসম সাহিত্য সভাৰ সভাপতি ড° নগেন শইকীয়া

(অসমীয়া ভাষা দ্বিতীয় তাঙৰণৰ প্ৰতিলিপি ব্যৱহাৰৰ অনুমতি প্ৰদান।) (৪) অধ্যাপক শ্ৰীদিলীপ কুমাৰ ফুকন (পুথি-সংগ্ৰহৰ সহায়ক), (৫) ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীলোকেন্দ্ৰনাথ ভট্টাচাৰ্য্য (গা-ভালে ৰাখিবৰ উপায় পুথি যোগান ধৰোঁতা) (৬) শ্ৰীচেমিৰ আহমেদ, অসম সাহিত্য সভাৰ কৰ্ম্মচাৰী (অসমীয়া হেম-কোষ আৰু পঢ়াশলীয়া অভিধানৰ জেৰোক্স প্ৰতিলিপিৰে সহায় কৰাৰ নিমিত্তে) (৭) শ্ৰীৰবীন গোস্বামী (গা ভালে ৰাখিবৰ উপায় পুথিৰ নকল কৰোঁতা); আৰু (৮) হেমচন্দ্ৰ ৰচনাৱলীৰ প্ৰকাশক, বিশিষ্ট ব্যৱসায়ী হেমচন্দ্ৰৰ নাতি শ্ৰীদেৱানন্দ বৰুৱা- এই সকলোকে আমি ধন্যবাদ জনালোঁ। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ ১০৩ বছৰত প্ৰকাশিত হেমচন্দ্ৰ বৰুৱা ৰচনাৱলীয়ে পাঠকৰ সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

ইতি

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

**'ৰ'দালি'**
নতুনপাৰা
যোৰহাট-৭৮৫০০১
১৬ জেঠ, ১৯২০ শক

# নিবেদন

অসমীয়া ভাষাৰ ওখ দেউল বন্ধা ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ পুনৰ্মূল্যায়ন হোৱাটো অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ কাৰণে এটা অতি গুৰুত্বপূৰ্ণ আধ্যায়। অসম সাহিত্য সভাই অসমৰ বিভিন্ন প্ৰান্তত হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম জয়ন্তী পালন কৰিছে। অসমৰ বাইজে শেহতীয়াভাৱে হেমচন্দ্ৰ বৰুৱাৰ মহান কৰ্মৰাজিৰ প্ৰতি প্ৰকাশ কৰা গুৰুত্বৰ পৰিপ্ৰেক্ষিতত তেখেতৰ জীৱন আৰু কৰ্মৰাজিৰ বিষয়ে উল্লেখ থকা জীৱনী পুথি এখনৰ অভাৱ বৰকৈ উপলব্ধি কৰা হ'ল। আৰু সেইবাবেই আমি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীদেৱে সংকলন কৰা 'অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জীৱনী'খন ১৯৮৫ চনত জয়ন্তীৰ আগে আগে প্ৰকাশ কৰো। তাৰ পাচত ১৯৯৬ চনত তেখেতৰ মৃত্যু শতবৰ্ষৰ উছৱ গুৱাহাটীৰ ভাস্কৰনগৰ হেমচন্দ্ৰ বৰুৱা বিদ্যামন্দিৰৰ প্ৰাঙ্গণত পালন কৰা হয়। উক্ত উছৱৰ দ্বিতীয় দিনাৰ ৰাজহুৱা সভাই এই বৰেণ্য ব্যক্তিগৰাকীৰ গ্ৰন্থৰাজি (অভিধানৰ বাদে) একত্ৰে প্ৰকাশ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। তদনুৰূপে গোলাঘাট শাখা সাহিত্য সভাই আয়োজন কৰা বৰুৱাদেৱৰ মৃত্যু শতবৰ্ষৰ উছৱতো একেই বিষয় উত্থাপিত হয়। আৰু এনে ৰাজহুৱা দাবীৰ পৰিপ্ৰেক্ষিততে হেমচন্দ্ৰ বৰুৱাৰ ৰচনাৱলী প্ৰকাশ কৰাৰ কথা চিন্তালৈ আহে। তেখেতৰ সকলো পুথি সংগ্ৰহ কৰিব নোৱাৰাৰ বাবে অতদিনে আমাৰ আশা পূৰণ হোৱা নাছিল। আমাৰ এই আকাংক্ষা পূৰণত সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীদেৱৰ অৱদান অনস্বীকাৰ্য।

আমি যতীন্দ্ৰনাথ গোস্বামীদেৱক হেমচন্দ্ৰ বৰুৱাদেৱৰ ৰচনাৱলী সম্পাদন কৰিবলৈ অনুৰোধ কৰাত তেখেতে আনন্দেৰে সন্মতি প্ৰকাশ কৰে। ইতিমধ্যে তেখেতে ব্যক্তিগত প্ৰচেষ্টাৰে হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ল'ৰাৰ আদিপাঠৰ প্ৰতিলিপি লণ্ডনৰ পৰা সংগ্ৰহ কৰি অনা বুলি জনোৱাত আমাৰ উৎসাহ বাঢ়ে। তেখেতে অসমৰ বিভিন্ন ঠাইৰ পৰাও হেমচন্দ্ৰ বৰুৱা সম্পৰ্কীয় প্ৰয়োজনীয় সমলবিলাক সংগ্ৰহ কৰে। তদুপৰি ন্যাশনেল কিতাপৰ ভিতৰত 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' আৰু 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' আমি লণ্ডনৰ ব্ৰিটিছ লাইব্ৰেৰীৰ পৰা সংগ্ৰহ কৰো। ব্ৰিটিছ লাইব্ৰেৰীৰ সংশ্লিষ্ট কৰ্তৃপক্ষই আমাৰ ওপৰত উল্লেখ কৰা তিনিওখন পুথি পুনৰ মুদ্ৰণৰ অনুমতি প্ৰদান কৰে। মুঠ কথাত ক'বলৈ গ'লে গোস্বামীদেৱৰ যত্নতে হেমচন্দ্ৰ বৰুৱাৰ ৰচনাৱলীৰ প্ৰকাশ সম্ভৱ হ'ল। তেখেতলৈ আমি আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

অসমীয়া ভাষাই অস্তিত্বৰ সংকটত ভোগা এই সময়ছোৱাৰ সাৰ্থকভাৱেই উজ্জ্বলতম নাম হেমচন্দ্ৰ বৰুৱা। 'হেম' শব্দৰ সাৰ্থকতাও তেওঁৰ আদৰ্শ আৰু কৰ্মৰাজিয়েই প্ৰতিপন্ন কৰি থৈ গৈছে। এফালে পঢ়াশালিৰ পাঠ্যপুথিৰ অভাৱ পূৰণ আনফালে অসমীয়া ভাষাৰ স্বকীয়ত্ব প্ৰতিপন্ন কৰাৰ কাৰণে কৰা বিদ্যায়তনিক যুঁজ, এফালে অসমীয়া সমাজৰ অন্ধকাৰ দিশলৈ পোহৰৰ কিৰণ বিলোৱাৰ প্ৰচেষ্টা আৰু আনফালে তদানীন্তন সমাজ জীৱনৰ চিন্তা জগতৰ উন্মোচন— হেমচন্দ্ৰ বৰুৱাৰ ৰচনাৰ এয়া সামগ্ৰিক উপলব্ধি।

হেমচন্দ্ৰ বৰুৱা অসমীয়া ভাষাৰ লাইখুঁটা স্বৰূপ। অসমীয়া ভাষাৰ প্ৰথমখন আৰু সৰ্বজনগ্ৰাহ্য অভিধান প্ৰণয়নৰ উপৰি ব্যাকৰণৰ প্ৰয়োগেৰে প্ৰণালীবদ্ধভাৱে ভাষাটোক চৰ্চা কৰিবলৈ বৰুৱা ডাঙৰীয়ায়েই বাট মুকলি কৰি থৈ গ'ল। সেইগৰাকী অসমীয়া ভাষা-সাহিত্যৰ মহান কাণ্ডাৰীৰ ৰচনাৱলী প্ৰকাশ কৰিবলৈ পাই আমি গৌৰৱবোধ কৰিছো। আশা কৰিছো এই ৰচনাৱলীয়ে পাঠক সমাজৰ সমাদৰ লাভ কৰিবলৈ সমৰ্থ হ'ব।

**গুৱাহাটী - ৭৮১০০৩**
**ইং- ১৯৯৯ চন**

**দেৱানন্দ বৰুৱা**
**হেমকোষ প্ৰকাশন**

# PREAFACE

This little pamphlet, which was composed with the view of exposing the mischievious effects of opium-eating, which had long been praying upon the very vitals of Assam, was first published in 1861, with the pecuniary aid of Babu Ootsubananda Gossain, Deputy Inspector of School. The author then was far from entertaining a hope that it would meet with so good a reception from the public, and was therefore agreeably surprised to find that all the copies of the first impression were readly disposed of, which, if a warm acceptance of a book by the public at large, is any criterion of this merits, spoke favourably of the work. But although desirous of publishing a second edition to meet the increasing demand for copies, the author, owing to certain unavoidable circumstances had not been able to accomplish his object, and almost abandined the idea of doing so, when Mr. A. C. Campbell (Personal Assistant to the Agent Governor General N. E. Frontier and Commissioner of Assam), one of those generous hearted English gentlemen, who take a lively interest in the Assamese language and the welfare of the Province, asked him to republish the book offering to defray the cost of printing. The author has accordingly prepared this revised edition, in doing which some important additions and alterations have been made, and the work. It is therefore hoped that the present edition will be found a decided improvement upon its predecessor. It isa however for the public, and not for the author, to judge of the merits of the work; he therefore willingly leaves it for the reader to determine how far his endeavours have been crowned with success.

Guwahati,
March 10th, 1868.

# পাঁচতম তাঙ্গৰণৰ জাননী

এই পাঁচতম তাঙ্গৰণ যুগুত কৰোঁতে এই পুথিৰ ভালেমান লৰচৰ কৰা, আৰু এক দৰ্শন নকৈ লিখা হৈ[illegible] এতেকে ইয়াক যে পঢ়োতাবিলাকে আগতকৈও ভাল পাব, তাত সংশয় নাই। সকলোৱে এবাৰ পঢ়ি চালে লেখ[illegible] শ্ৰম সফল হব।

৭ম আহিন, ১৮১৩ শক। লেখক।

## ছয়তম তাঙ্গৰণ।

এই তাঙ্গৰণত ইয়াৰ অনেক উৎকৰ্ষ সাধন কৰা হৈছে; এতেকে লেখকে ভাবে যে পঢ়োতাই ইয়াক পঢ়ি সন্তোষ পাব।

লেখক।

## এই নাটকৰ ভাওলওঁতাবিলাক ঃ

ভদ্ৰেশ্বৰ বৰুৱা — এজন অসমীয়া ভদ্ৰলোক আৰু সোণাৰ-গাওঁ মৌজাৰ মৌজাদাৰ
পদ্মপাণি — এজন মহাপুৰুষীয়া পন্থত প্ৰবৰ্ত্তা মহাজন
মঙ্গলা — ভদ্ৰেশ্বৰ বৰুৱাৰ ঘৰ ওপজা-বন্দী
কীৰ্ত্তিকান্ত — ভদ্ৰেশ্বৰ বৰুৱাৰ পুতেক
চিদাম — পদ্মপাণিৰ খাটনিয়াৰ
ৰতিকান্ত গঁগৈ — সন্দিকৈ ফৈদৰ এজন ডেকা ভদ্ৰলোক
মতিৰাম গোহাঁই — বৰগোহাঁই ফৈদৰ ঐ
গদাধৰ — এজন নপতা বা আপুনি হোৱা ফুকন
পাণ — ৰজা পুৰন্দৰ সিংহৰ লিগিৰী, পগুৱা ডেকাসকলৰ আশ্ৰয়
হলধৰ কাকতী — কীৰ্ত্তিকান্তৰ লগৰীয়া
ললিতা — ভদ্ৰেশ্বৰৰ ভাৰ্য্যা, কীৰ্ত্তিৰ মাক
মঙ্গলতী-বুঢ়ী — মঙ্গল চাই পইচা-অৰ্জা এজনী বুঢ়ী
বিহুৱা — ভদ্ৰেশ্বৰ বৰুৱাৰ মৌজাৰ টেকেলা
কাতীয়া — বিহুৱাৰ সঙ্গী
মোহনচন্দ্ৰ — কীৰ্ত্তিৰ দদায়েক
বিকা — কীৰ্ত্তিৰ চাকৰ
চন্দ্ৰপ্ৰভা — কীৰ্ত্তিৰ ভাৰ্য্যা
শিৱকান্ত, ৰামেশ্বৰ, তোতাৰাম } কীৰ্ত্তিৰ লগৰীয়া
কিনাৰাম — গাৱঁৰ আনবিলাকতকৈ বয়সে ডাঙৰ এজন মানুহ
বৃকোদৰ শইকীয়া — এজন গাৱঁৰ ভাল মানুহ
ৰমজান খাঁ — ফাটকৰ ডাক্তৰ

১জন সাধনী (মণ্ডল), ১ জন টেকেলা, ২জন বায়ত, ১জন নাজীৰৰ পিয়দা, ২ জন শিচ হোৱা মানুহ

# কানীয়াৰ কীৰ্ত্তন

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

ভদ্ৰেশ্বৰ বৰুৱাৰ চৰা-ঘৰ

(যোৰ-পাটী-ঢৰাত বৰ গাঁৰু আৰু আগত তামোলৰ বটা লৈ ভদ্ৰেশ্বৰ উপবিষ্ট)

পদ্মপাণি মহন্তৰ প্ৰৱেশ

ভদ্ৰেশ্বৰ-- গোসাঁইদেউ বহোক, ভালেমান দিন দেখোঁ দেখা নাই, কলৈ নো যোৱা হৈছিল ?

পদ্মপাণি-- কৃষ্ণ শঙ্কৰ, (থৱাত উপবেশন) ডাঙৰীয়া বাপু, আমি মহাজন মানুহ, আন কিবা বিৰ্ত্তি আছে নে? শিচ কেইঘৰৰ পৰা যি পাওঁহঁক সেয়ে হে। তাতে এতিয়া ভাদত দুজনা গুৰুৰ কীৰ্ত্তন, তাৰ পিচতে আতাৰ তিথিও পৰিব, এই দেখি শিচ-গাৱঁলৈ যোৱা হৈছিল।

ভদ্ৰ-- শৰীৰ দেখোঁ বৰ কৃশ, কি হৈছিল?

পদ্ম -- এ! ডাঙৰীয়া বাপু, আমাৰ শৰীৰৰ কথা সোধা নেযাব। "বাৰেটা মাহৰ তেৰেটা জগৰ, সদায় নুগুচে এটা লগৰ"। গৃহস্থ জনৰ কিবা এফেৰি সেৱা চুৰ কৰিলোহঁক হবলা, সদায় গাৰ নৰিয়াই নুগুচে; তাতে আকৌ কালিৰপৰা পেটৰ কামোৰ, তেজ পৰিছে। মানুহ এগৰাকীয়ে বুধি দিলে, বোলে, ভাল বাৰী-কানি এফেৰি খাই দিলেই তাল মাৰি ধৰিব। এতিয়ালৈকে জানিবা, গৃহস্থৰ চৰণে কানি, ভাং, ধঁপাত, এই কেইটা বস্তু নোখোৱাকৈ ৰাখিছে, এতিয়া টানত পৰি অষধৰ বাবে নেখালে নোৱৰা হৈছোঁহঁক; তাতে পোহাৰলৈ পঠালোঁ, তাতো ভাল কানি নেপালে, কিবা ফপুৰা এসোপা আনিলে, তাৰ একো গুণ নাই; এই দেখি এখেত কেনেবাকৈ বাৰীয়লীয়া কানি আছে বুলি ভু লবলৈ হে আহিছোঁহঁক।

ভদ্ৰ-- (মনে-মনে) মহাজন কি ভণ্ড। কানি খায়, তেও সৈ নেকাঢ়ে। আজি-কালি সন্ত, মহন্ত, একো চিনিব নোৱৰা হ'ল। কানি সাত সুৰাৰ লগৰ এক সুৰা, তাকো আমাৰ মহন্তসকলে খাবলৈ ধৰিলে, এইবোৰ মহাজনে আৰু শিচক কি তাৰিব? (প্ৰকাশকৈ) গোসাঁইদেউ, আমি সেইটো বস্তুৰ ব্যৱহাৰ নকৰোঁ; তেও বাৰু পেৰাত চাওঁচোন। হেৰ মঙ্গলা অ, মঙ্গলা!

(ভিতৰৰ পৰা) দেউতা!

ভদ্ৰ--হেৰ, আইটী-মাকক খুজি মোৰ হাতনি পেৰাটো লৈ আহ্।

(ভিতৰৰ পৰা) ভাল দেউতা।

(পেৰাবে সৈতে মঙ্গলাৰ প্ৰৱেশ আৰু পেৰা থৈ প্ৰস্থান)

ভদ্ৰ--(পেৰা মেলি) গোসাঁইদেউ, আপোনাৰ কপাল ভাল, ইয়াতে ভাল কানি এটা আছে, ধৰোক।

পদ্ম--(কানি লৈ) ডাঙৰীয়া বাপু, পেটৰ কামোৰত অন্ত নাই, গাটোৱে টগবগাব লাগিছে। উপায় হোৱা হলে

অপমান ইয়াতে খাই যোৱা হলহেঁতেন।

ভদ্ৰ --ভাল গোসাঁইদেউ। হেৰ বাপা অ! কীৰ্ত্তি।

(ভিতৰৰ পৰা) দেউতা!

ভদ্ৰ -- এখৈলে আহ।

(কীৰ্ত্তিকান্তৰ প্ৰৱেশ)

ভদ্ৰ-- আমাৰ গোসাঁইদেউক দৰব খাবলৈ উপায় কৰি দে'গৈ।

কীৰ্ত্তি-- ভাল। গোসাঁইদেউ অহা যাওক।

পদ্ম-- বাৰু বাপা বলা। গাটোহে জানিবা বিধুতি; তেও দৰব খোৱাত দাই নাই।

ভদ্ৰ--(মনে-মনে) কানীয়াৰ এই অৱস্থা, এদিনমান কানি খাবলৈ নেপালেই ধৈৰ্য্য, মান, সকলো এৰে; এইবোৰ দেখিও যি কানি খাবলৈ শিকে, তাতকৈ অজ্ঞান কোন আছে?

(তিনিওৰো প্ৰস্থান)

# দ্বিতীয় দৰ্শন

**ভদ্ৰেশ্বৰ বৰুৱাৰ গোসাঁই ঘৰ**

মহন্ত আৰু কীৰ্ত্তিৰ প্ৰৱেশ

কীৰ্ত্তি-- (বাখনেজী-খজা লৈ আজুলিয়াই) গোসাঁইদেউ, তাতে বহোক।

পদ্ম-- ভাল বাপা। মহাপুৰুষ গুৰু, (উপবেশন।)

কীৰ্ত্তি-- (এটা মলা আৰু পানী আগত থৈ) ইয়াতে দৰব-ফেৰি মলি লওক।

পদ্ম-- পেটত হাত দি মুখ বিকটাই) উস! ৰাম! পেটৰ কামোৰত দেহ যায়।

কীৰ্ত্তি--সোনকালে দৰব খাওক, সকাহ পাব।

[মহাজনে কানি মোহাৰিবলৈ ধৰিলে।]

কীৰ্ত্তি--(মনে-মনে) আজি-কালি দেখোঁ কানি নোখোৱা কেও নাই; ইয়াত নো কি গুণটো আছে খাই চাব লাগিছে।

পদ্ম-- কানিৰ ৰস টোপা শোহা মাৰি মুখ বিকটাই,(তপালি, তপালি) বাপা! বৰ তিতা! গৰ্ভলৈকে তিতা কৰিলে। কি আছে আনা, তিতাটো মাৰোঁ।

কীৰ্ত্তি--(জলপানৰ বস্তু আগত দি) ইয়াতে গাখীৰ কল আছে,তাৰেই তিতা মাৰোক।

পদ্ম--(জলপান মুখত দি) ৰাম! ৰাম! এতিয়া হে তত পাইছোঁ। দৰব ফেৰি বাৰু, খাই দিয়া মাত্ৰেই পেটৰ কামোৰটোৱে শাম কাটিলে।

কীৰ্ত্তি--মুখ ধুই গুৱা-ভোজন কৰোক।

পদ্ম--বাপা! এতিয়া গুৱা-ভোজন কৰা নেযায়, কুৰা গা। নোৱৰাত থাকি জানিবা দৰবফেৰি খোৱা গ'ল, তাতে বৰ তিতা লাগিল দেখি গাখীৰ-কলেৰে তিতাটো মাৰিলোঁহঁক; আকৌ গুৱা-ভোজন কৰিলে সদাচাৰ কত ৰব?

কীৰ্ত্তি--(মনে-মনে) কি ভণ্ড তপস্বী! বাহিৰত সদাচাৰ-সদাচাৰ কৰি মৰে, ভিতৰত যত অকৰ্ম্ম এটাইবোৰ কৰে৷ এইবিধ মানুহক চিনাই টান।

পদ্ম--বাপা! গৃহস্থৰ চৰণে কুশল কৰোক, আমি এতিয়া বিদায় লওঁহঁক।

কীৰ্ত্তি--ভাল গোসাঁইদেউ।

(দুইৰো প্ৰস্থান)

# তৃতীয় দৰ্শন

## পদ্মপাণি মহন্তৰ নাম-ঘৰৰ টুপ

(পদ্মপাণি আৰু চিদাম খাটনিয়াৰৰ প্ৰৱেশ)

চিদা--(সেৱা কৰি) পৰ্ভু ঈশ্বৰ! সেই মণিৰ পিতেক ধনী আৰু অনুৰ পিতেক মনুৰ কথা যে দুখানি চৰণে কোৱা গৈছিল, সিহঁতক আজি অনা হৈছে। সিহঁত শিচ হ'ব খুজিছে। এতিয়া সিহঁতক শৰণ-ভজনখিনি লগালে আমাৰ শ্ৰম সাফল্য হয়।

পদ্ম--আমি মূৰত পানী এলোটা ঢালি দৰৱ এশোহা খাই কলা এটাৰে তিতাটো মাৰি অহা হৈছে মাথোন, গুৰু-সেৱা-ফেৰিও কৰা নাই, নাম-পৰ্সং যে হোৱাই নাই।

চিদা--নহয় পৰ্ভু ! সিবোৰ পাচত হ'ব, ইটো কামত পলম কৰা ভাল নহয়। পাণ-বৰীয়া গোসাঁইৰ ভকত সিহঁতৰ পাচে লাগিয়েই আছে। সিহঁতৰ চৈধ্য পুৰুষ ৺মহাপুৰুষৰ শুধ সেৱক আছিল, এতিয়া সিহঁত আন পন্থলৈ যোৱা অযুগুত, গলে জীৱৰ অসজ গতি হ'ব, এই বুলি কত কৈ তুংতুঙাই সিহঁতক অনা হৈছে, শৰণ লগোৱাত পলম হ'লে যদি কেনেবাকৈ সিহঁতৰ মন ফিৰে, তেনেহ'লে সকলো অসাৰ্থক হ'ব।

পদ্ম--পাণ-বৰীয়া গোসাঁইৰ ইমান শিচ, ইমান ধন, তেও হেঁপাহেই নপলায়, লোকৰ শিচৰ লোভ সামৰিব নোৱাৰে, আজি-কালি মহন্তসকলৰ আক্ৰোহ দেখিয়েই ভয় লাগে। সিবিলাকে আৰু শিচক কি তৰাব? পাচে অবিহণাৰ বাবে সিহঁতে কি দিছে?

চিদা--(মনে-মনে,- ছ টকা ৰূপ পাইছোঁ, কেয়ো টকাৰ কথা নকওঁ, কলে কানীয়া মহাজনে এটাইখিনি খুজিব পাৰে, ফুট্‌টাই)- পৰ্ভু ঈশ্বৰ! দুইৰো মাজত পাঁচ টকি ৰূপ পোৱা হৈছে। এতিয়া অধিক বিচৰা ভাল নহয়। সিহঁত চহকী মানুহ; মাটি, বাৰী, মহ, গৰু সকলো আছে, শিচ হ'লে সিহঁত আমাৰ বাবে-মহীয়া বেজেনাবৰী হ'ব।

পদ্ম--সজ, তিন টকা একাধলি ঈশ্বৰৰ থানলৈ দি এটকি নিজে লোৱা যাব, আৰু একাধলিৰ লোণ আনি ভকতসকলক বাঁটি দিব। সকলোৱে একোফেৰি পাব লাগে, তেহে ভাল। এতিয়া সোনকালে সিহঁতক অনা যাওক, পলম হ'লে কালইখন লাগিব; আমাৰ মহাপুৰুষ গুৰুৰ শুধ, সত ধৰমক কালইখনে ছুব নোৱাৰে হয়, তেও শুভ কাম শুভ খেণত হোৱা ভাল।

চিদা--পৰ্ভু ঈশ্বৰ! সিহঁতক গা ধুৱাই শুচি সংযম কৰি বহাত থৈ অহা হৈছে, এতিয়াই অনা যাব।

(খাটনিয়াৰৰ প্ৰস্থান)

পদ্ম--(থজাত বহি মনে-মনে) এই মানুহটি ভাল, দেহ-প্ৰাণ লগাই থানৰ হিত চিন্তে। আমাক দৰৱ-কেৰি খোৱা দেখি জানিবা আমাত চৰ্থাভক্তি-খিনি অলপ লৰকৰ হৈছিল। পাচত যেতিয়া আমি "সৰ্বভইখ অগনি যেন সৰাকো শোধে। মহন্তক কি কৰিব ইসব দোষে," শাস্ত্ৰৰ এই বচন মাতি বুজাই দিলোঁ যে মহন্তক, যাইকে মহাপুৰুষ গুৰুৰ শুধ, সত সেৱকক এনে ক্ষুদ্ৰ পাপে পৰ্শিব নোৱাৰে, এই কথা গুৰুজনে নিজ মুখে কহিছন্ত, তেতিয়াৰপৰা তাৰ ভকতি-খিনি আগতকৈও দিবিঢ় হ'ল। আৰু এইবোৰ কামত তাৰ নিজৰ লাভ আছে, সি কাৰবাৰ নকৰিব কিয়?

(দুজন মানুহেৰে সৈতে খাটনিয়াৰৰ প্ৰবেশ)
[সকলোৰে প্ৰণাম]

পদ্ম--কুশল হোক।

চিদা--পৰ্ভু ঈস্পৰ! এইটি মণি বৰাৰ পিতেক ধনী, আৰু এইটি অনু টেকেলাৰ পিতেক মনু, মহাপুৰুষ-গুৰুৰ শুধ, সত ধৰমৰ আশ্ৰয় লবলৈ দুখানি চৰণৰ কাষলৈ আহিছে।

পদ্ম--সজ কৰা গৈছে। নাম যেন বস্তুতকৈ বস্তু নাই, মহাপুৰুষ-গুৰুৰ ধৰমতকৈ ধৰম নাই। এই ধৰমত ভুকুতি, মুকুতি দুইকো পোৱা যায়; অইন পদ্থত প্ৰবৰ্ত্তিলে জীৱটিৰ অসজ গতি হয়। খাটনিয়াৰ আঁতে! এতিয়া অলপ আঁতৰা যাওক, এওঁলোকক গুৰু-বাইকখিনি শুনাওঁহঁক।

(খাটনিয়াৰৰ প্ৰস্থান)

পদ্ম--তোমালোক এতিয়া দণ্ডৱতে পৰাঁ। (সিহঁত দীঘল হৈ পৰিলত, সিহঁতৰ ফালৈলে গা হুলাই কাণৰ গুৰিলৈ মুখ নি অলপ পৰৰ পাছত আকৌ পোন হৈ) এইখিনি গুৰু-বাইক, ইয়াক মনত ৰাখিবা, আৰু নিতৌ ৰাতি-পুৱা গা ধুই গুৰু-বাইকখিনি সুমৰি গুৰু-সেৱা কৰিবা, তাকে নকৰাকৈ এটুপি পানীকো নেখাবা। নৰিয়া হলেও উঠিব-লৰিবলৈ শকতি থাকে মানে ৰাতি-পুৱা গা-টি ধুবা, আৰু গুৰু-সেৱাখিনি কৰিবা, তাকে কৰিহে অষধকে খাবা। এই ৰূপে নাচৰিলে এই জনমত দুখ, পৰ জনমতো জীৱটিৰ অসজ গতি হয়। আৰু গুৰু-জনে বুলিছন্ত "হৰি ৰাম, হৰি ৰাম, এই মূল মন্ত্ৰ। কলিত নাহি তপ, জপ, যইগোঁযন্ত্ৰ" আৰু "অইন দেৱী-দেঁউ, নকৰিবা সেঁউ, গৃহকো নযাইবা, পৰ্সাদ নখাইবা, ভকতি হুব বিভিচাৰ।" হৰিৰ নামৰ বাহিৰে আন একো ধৰ্ম্ম নাই। অইন দেৱী-দেঁউক পূজিলে জীৱটি নৰকী হয়, কেতিয়াও উধাৰ নেপায়। গুৰু-জনে আৰু কহিছন্ত, "প্ৰতিমাত কৰে দেৱতা বুধি, তীৰ্থ বুলি কৰে জলত শুধি, বৈষ্টৱত নাই ইসব বুধি।" এতেকে কোনো দেঁউ-দেৱীৰ মূৰ্ত্তিক সেৱা-নমঃকাৰ নকৰিবা, কেৱল দুজনা গুৰুৱে কৰা এখনি কীৰ্ত্তন, ঘোষা বা ৰত্নাৱলী শাস্ত্ৰ এখনি ঠগিৰ ওপৰত থৈ থাপনি পাতিবা, ৰাতি-পুৱা গুৰুসেৱাৰ অন্তত তালৈ মূৰ দোৱাঁই নমঃকাৰ কৰিবা; তেহে গুৰুসেৱাখিনি পূৰ হব। ই গল ভকতিৰ কথা, এতিয়া সদাচাৰৰ কথা কওঁ, শুনাহঁক। যেনেকৈ খুঁটা নহলে ঘৰ নৰয়, তেনেকৈ সদাচাৰ নহলে ভকতি নৰয়। এতেকে সদাচাৰখিনি নেৰিবা। ৰাতিপুৱা গা ধুই গুৰুসেৱাৰ অন্তত ভোজন নকৰামানে একো বিধুতি বস্তুনুছুবা; নসৰা, নমচা ঠাইলে নেযাবা। তাকে কৰিলে বিধুতি হবা। বিধুতি গাৰে একো খাব নেপায়; পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গলেও বিধুতি গাৰে এটুপি পানীকো নেখাবা। আৰু ফুৰা হলে দুকুৰি-তিনিকুৰিবাৰ-মান হাতত মাটিপানী ঘঁহি গা-টি ধুবা। তেহে শুচি হবা। আৰু কানি, ভাং, ধূৰাঁপাত, ফটিকা, এইবোৰ আমাৰ পদ্থত বৰ বৰ্জ্জিত, সেইবোৰ ছুলেও জাতি যায়, ভকতি যে নেথাকেই, দেহ প্ৰাণ দুয়ো নৰকী হয়। গুৰুজনে বুলিছন্ত- "কানি, ভাং, মদ, ফটিকা আৰু ধূৰাঁপাত। সকলোৰে মূৰত হউক বজ্ৰপাত।" সেইবোৰ বস্তুত গুৰুজনৰ শাপ আছে; এতেকে ফটিকাৰ কথাকে নকওঁ, সি হিন্দুৰ জাতি-ধৰমৰ বৰ-বিহ; কানি, ভাং আৰু ধূৰাঁপাত এই কেইটা বস্তু, ঘাইকৈ কানি, বেজে অষধ বুলি দিলেও গৰ্হণ নকৰিবা। কানীয়া মানুহৰ ভকতি নিসিজে, কিয়নো কানীয়াই সকলোকে এৰি কানিকেহে মাথোন ভজে। তাকে কৰিলেই ইহকালত দুখ, পৰকালত জীৱটি নৰকী হয়, আৰু তোমালোক দুয়ো একেলগে হৰি-সমুখ হৈছাহঁক, এতেকে এজন আন জনৰ হৰি-ভকত হলা, তোমালোকে দন্দ-খৰিয়াল নকৰিবা, ইজনে সিজনৰ হিত হে চিন্তিবা। এতিয়া তৰিবৰ ঘাই উপায় কওঁ, শুনাহঁক। শাস্ত্ৰে বুলিছে, "গুৰু বহ্মা, গুৰু বিষ্টো, গুৰু মহেচৰ, চৰাচৰ জগতৰ গুৰু সে ঈচৰ।" গুৰু এনে বস্তু, গুৰু যেন বস্তুত্ কৈ বস্তু নাই। গুৰু তুষ্ট হলেই ভুকুতি মুকুতি, সমস্ত হয়। গুৰু কষ্ট হলে সকলো নাশ পায়। এতেকে দেহ, প্ৰাণ, ধন, বস্তু, সকলোকে দিও গুৰুক তুষ্ট কৰিবা। গুৰুতকৈ ডাঙৰ একো নাই। ইয়াক নেপাহৰিবা।

শিচ--পৰ্ভু ঈস্পৰে যি গিয়ান দিয়া গৈছে, তাক আমি দেহে-কেহে পালিমহঁক।

পদ্ম--সজ কথা। গৃহস্ত-বস্তুৱে তোমালোকক কুশলে ৰাখিবন্ত; এতিয়া যোৱাহঁক, আমিও নাম-পৰ্সং কৰোহঁক গৈ।

(সকলোৰে প্ৰস্থান)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### ঘৰ

ডেকাসকলৰ পাণ-খোৱা সভা

ৰতিকান্ত গগৈ-- [পাণৰ টিকিৰাত হোঁপা মাৰি নাকে-মুখে ধোঁৱা উৰাই] আজি পাণ বৰ বাস ঐছে, এনে অলে এ কাই সুক লাগে।

মতিৰাম গোহাঁই-- (চকু মুদি) আজিৰ কেইটা পাণৰ টিকিৰাৰ লগ কিহে পায়? ইয়াৰ এহোঁপা মাৰিবলৈ পালে ব্যাস-বশিষ্ঠৰো মন ভুলে।

গদাধৰ ডেকা ফুকন-- (পাণৰ নলী মুখত লৈ) আজি যেনে কোমল হাত লাগিছে, পাণ ভাল নহব কিয়? অন্নপূৰ্ণাৰ পাক কেতিয়াবা বেয়া হয় নে?

ৰতি-- (পাণৰ মুখলৈ চাই) প্ৰাণ! আজি পাণ তুমি কৰিছিলা নে?

পাণ-- (মুচুকিয়াই হাঁহি) এৰা, তোমালোকে নিতৌ পাণ বেয়া হয় বুলি কোৱাঁ, সেইদেখি আজি আপুনি কৰিলোঁ।

ৰতি-- তেন্তে পাণৰ টিকিৰাই-পতি একোটা চুমা (পাণৰ চাকিত চুমা)

মতি-- মানুহ জনম ধৰি এনে পাণৰ সোৱাদ যি নেপালে, তাৰ জীৱনেই অসাৰ্থক।

হলধৰ কাকতী-- স্বৰূপ কথা, গুণীয়ে হে গুণ বুজে। পৃথিবীৰ সমুদায় মিষ্ট বস্তুৱেও আজিৰ কেইটা পাণৰ টিকিৰাৰ লগ নেপায়।

ৰতি-- গোহাঁই-দেও, সিদিনা কিনাৰাম বহুৱাই কানিৰ গুণ বৰ্ণাই যে পদ কৰিছিল, তোমাৰ মনত আছে নে?

মতি-- মই আওৰাইছিলোঁ, পাহৰিলোঁ হবলা, ৰবা, মাতোচোন;-

স্বৰগত আছিল বহি প্ৰভু চিৰী হৰি।
চাৰি হাতে শংখ-চক্ৰ-গদা-পদুম ধৰি ॥
পদুমৰ পাহি সৰি মাটিত পৰিল।
তাৰ ভৰত স্বৰ্গ-মৰ্ত্ত্য-পাতাল লৰিল ॥
পদুমলৈ চাই পাচে প্ৰভু চক্ৰপাণি।
মেঘৰ গম্ভীৰ-স্বৰে বুলিলন্ত বাণী।
মোৰ হাত হন্তে তই পৰিলি মাটিত ॥
বৈকোণ্ঠৰ যুগই তই নহ কদাচিত ॥
পৃথিবীত গৈ তই জনম ধৰিবি।
আফু নামে জগতত সদা খ্যাত হবি।
"আ" পদে আকাশ স্বৰগ নাম হয়।

"ফু" পদে ফুলক বোলে, এই অৰ্থ তাৰ॥
দুই শব্দৰ অৰ্থ হয় স্বৰ্গৰ ফুল।
এই হেতু হব তোৰ শকতি অতুল ॥
নৰ, নাৰী, ৰজা, প্ৰজা, সাধু, মহাজন।
সকলোৱে তোক তাত কৰিব ভোজন ॥
তোৰ ৰস যিটো লোকে নকৰিব সেৱা।
সকলোৱে বুলিব তোক "অৰসিক ভেবা ॥"
ঢোপৰ ভিতৰে তোৰ হব যত গুটি।
তোৰ ৰসৰ বশ মনিচ্ তত কুটি ॥
পাণৰ পাতৰ লগত মিলাই তোৰ এঠা।
ধোঁৱা খাই পাহৰিব সংসাৰৰ লেঠা ॥
যত কাল তই গাত কৰিবি নিবাস।
মানুহৰ নেথাকিব স্বৰ্গ অভিলাষ ॥
তই এৰা মাত্ৰে গাত নেথাকিব তত্।
হামি-হাঁচি-কাহে ধৰি কৰিব বিতত্ ॥
অৰুচি, এলাহ আৰু কলা-ঘুমটীয়া।
চুৰ-কৰা, মিছা-কোৱা তোৰ লগৰীয়া ॥
তোৰ ৰসৰ বশ যিবিলাক লোক।
সকলোকে এৰি ভজিব মাথোন তোক ॥
ধন, ধান, পুত্ৰ, ভাৰ্য্যা এৰিব যদিও পাৰে।
তোক এৰি এখন্তকো থাকিব নোৱাৰে ॥
এই ৰূপে ৰাজ্য গৈ কৰ পৃথিবীত।
নেজানিব কেৱে, তই হিত নে অহিত ॥

পাণ-- ভাল জোৰাটো খুৱাইছে!

হলধৰ-- তাৰ বুধিটো বৰ চোকা, কথা কৈ যাওঁতেই পদ হৈ যায়।

গদা-- বোলে, "অভ্যাসৰ নৰ, কৰ্ণৰ্ পথে কৰে শৰ," সদায় তাৰ তাতে অভ্যাস, নহব কিয় ?

মতি-- আজি দেখোঁ কীৰ্ত্তিকান্ত ইমান বেলিয়েও নাহিল, কিবা হৈছে নে কি ?

ৰতি-- কীৰ্ত্তিয়ে আগেয়ে পাণ একোৰূপে নেখায়, পাণখোৱা মানুহকো নিন্দা হে কৰিছিল; আমাতে শিকি এতিয়া আমাতে বিকিব খোজে।

পাণ-- আজি কালি তেওঁ চেনেহৰ ঠাই লক্ষৰ ঘৰ হে হৈছে৷ কঁঠাল এঠাত মাখিৰ দৰে তেওঁ লাগি পৰিছে, এৰাবই নোৱাৰে।

(কীৰ্ত্তিৰ প্ৰৱেশ)

ৰতি-- উস্! ডেকা-বৰুৱা, তুমি ভালেমান দিন জীবা হে, নাও কওঁতেই ওলালাহি।

পাণ-- গালি পৰা হলে শুনিলেঁহেঁতেন।

কীৰ্ত্তি-- কুটুমটো, এনে কোমল মুখৰ গালিয়েও জেঠমহীয়া খৰত শুকাই থকা মাটিত বৰষুণ পৰাতকৈও গাটো শীতল কৰে।

ৰতি-- এতেবেলি আমাৰ সভাখান বাঁজী হৈ আছিল, এতিয়া হে গুটি ধৰিব। আজি নো তুমি কলৈ গৈছিলা হে?

কীৰ্ত্তি--এহ্! কি সোধাঁ দেও? বাটতে লৰিগোহাঁই-দেওক লগ পালোঁ। মই একোৰূপে নেযাওঁ, তেও তেওঁ চন্দ্ৰাৱলীৰ ঘৰলৈ ধৰি লৈ গল, তাতে পাণ খাই বহি থাকোঁতেই ইমান ৰাতি হল। একোৰূপে এৰিয়েই নিদিয়ে, যাহিঁৰলৈ যাওঁ বুলি হে সাৰি আহিছোঁ।

পাণ--আমি আকও লঙ্গৰ ঘৰত বাস হৈছিল বুলি হে ভাবিছিলোঁ। আজি-কালি তোমাৰ সেই ফাললৈ হে বৰ ধাউতি হৈছে।

কীৰ্ত্তি--(মিটিকিয়াই হাঁহি) প্ৰাণ, বাধা-নোহোৱাকৈ বাস হয় নে? বাসেশ্বৰী বাধা আছে ইয়াত, তাত বাস কেনেকৈ হব?

ৰতি--(হাঁহি হাঁহি) নহয়, তেওঁ বাস কৰা নাই, চন্দ্ৰাবলীৰ কুঞ্জত ৰাতি খপিহে আহিছে।

পাণ-- (পাণ এচাকি কীৰ্ত্তিকান্তৰ হাতত দি) হোঁৱা, দুখে ভাগৰে আহিছা, ইয়াকে খাই তেও ভাগৰ পলুওৱাঁ।

কীৰ্ত্তি-- (পাণৰ চাকিত চুমা খাই) কি অনুগ্ৰহ, নৌ খাওঁতেই মোৰ হেঁপাহ পলাল। (পাণৰ হাতত ধৰি) জাঁউটা! অলপ ওচৰ চাপি বহাঁ- বসন্ত নোহোৱা পৃথিৱী, আৰু তিৰোতা নোহোৱা মানুহৰ জীৱন, দুয়ো সমান। এনে সুখ এৰি যি উদাসীন হয়, সি উপজিয়েই নমৰিল কিয়? (পাণ খোৱা নলী পাণৰ মুখত দি) প্ৰাণ, এহোঁপা খোৱাঁ। (পাণে এহোঁপা খালত আপুনি এহোঁপা খাই) এতিয়া হে পাণৰ স্বৰূপ সোৱাদ ওলাইছে। পায়সত চেনি মিহলালে যে তাৰ স্বৰূপ সোৱাদ ওলায়।

মতি-- ডেকাবৰুৱা, এটা বঙ্গলুৱা গীত গোৱাঁ হে।

কীৰ্ত্তি-- গালোঁৱেই বা, তাল ধৰিব কোনে?

ৰতি-- মই তাল ধৰো, তুমি গোৱাঁ, (হলধৰৰ পিঠিত চপৰিয়াই) ধিন, ধিন, তাক, তাক, ধিন।

কীৰ্ত্তি-- (বাওঁ হাতে ধোঁৱা-খোৱা ধৰি সোঁহাতে টিলিকিয়াই) খ-ই-ই-ই তু-উ-উ-উ-বস-অ-অ-অন্ত কালে এ-এ-এ প্ৰাণনাথ কোথায় সখীৰে-

হল-- ডেকাবৰুৱা, মনে-মনে থাকাঁ হে; তোমাৰ গীতত মোহ গৈ ভোগদৈ-নৈখান পাচে উভতি বব।

কীৰ্ত্তি-- এঃ! ইতিকিং কৰিলা যদি নেগাওঁ, যোৱাঁ।

ৰতি-- [পাণৰ মুখলৈ চাই] প্ৰাণ! তোমাৰ অনুগ্ৰহত আজি সঁচাসচি পাণ খোৱা হল; এতিয়া অনুপান কি আছে আনা।

পাণ-- [পায়সৰ থাল সকলোৰে মাজ ⁻⁾থ] ইয়াৰেই মুহদি কৰাঁহঁক।

কীৰ্ত্তি-- (হাঁহি হাঁহি) লৈ আহাঁ, "অগ্ৰতো ব্ৰাহ্মণং দদ্যাৎ।"

মতি-- কি হে ডেকাবৰুৱা, পাহ দেখি কুলকো পাহৰিলা নে কি? বামুণ হৈ আহোমনীৰ পাহ খাব খোজানে? ৰাম! ৰাম!

কীৰ্ত্তি-- [মিটিকিয়াই হাঁহি] তোমাৰ কি ভ্ৰম! অকূল কাম-সাগৰত যি পাৰ কৰে, তাৰো আকৌ তুমি কুলৰ বিচাৰ কৰাঁ।

(পাহ খাই সকলোৰে প্ৰস্থান।)

# দ্বিতীয় দৰ্শন

**ভদ্ৰেশ্বৰ বৰুৱাৰ মাৰলঘৰ**

**ভদ্ৰেশ্বৰ, কীৰ্ত্তিকান্ত আৰু ললিতাৰ প্ৰবেশ**

ললিতা-- আই ঐ! দেহি লৰাটিৰ নো কি হল? খিণাই দেখোন হাড় কেঁইডাল হে আছেগৈ। ভাতপানীও খাব নোৱাৰে। হেৰ বাপা, তোৰ নো কি হৈছে? দিনক দিনে দেখোন খিণাই হৈ গৈছ, আৰু ভাত খাব নোৱাৰ কিয় ? .

কীৰ্ত্তি-- জানো আই! ৰোগ-বেথো দেখোঁ একো নাই। তেও সদায় গা-টো বেয়া লাগি থাকে, হাত ভৰিবোৰে কুটকুটায়, একো খাবৰ মন নেযায়, মুখখান অৰুচি আৰু হামিবোৰ আহি থাকে। কি নো হৈছে কবই নোৱাৰোঁ।

ললিতা-- [গিৰীয়েকলৈ চাই] শুনিছে নে? আপুনি নো দেখা নাই নে? লৰাটোৰ দেখোন শুকাই হাড় কেঁইডাল হে আছেগৈ। আপুনি একেৰিও কাণ নকৰে। একেটা লৰা, তাৰো এনে হব লাগিলে নো জীৱনত সকাম কি? কত্ বা কিবা লাগিছে হবলা, এখান মঙ্গল পাতিকেনো নোচোৱায় কিয় ?

ভদ্ৰ-- এৰা ময়ো দেখি বিবুদ্ধি হৈছোঁ, কিনো হৈছে লৰাটোৰ কবই নোৱাৰোঁ। কালি বৰদলৈৰ হতুৱাই তাৰ সোৰঁৰণীখান চোৱালোঁ, তাতে তেওঁ কলে বোলে, তাৰ গোৰত শনি হৈছে, ভাল মহগ্ৰহ, শনি-স্তৱ পাঠ কৰাব লাগে। তাতে কলাগোটাচাৰেক আনি অহা শনিবাৰে দু-কমান শনি-স্তৱ পাঠ কৰাবলৈ মনতে আগ-কৰি থৈছোঁ। মই এতিয়া বেজ-বৰুৱাৰ ঘৰৰপৰা আহোঁ গৈ।

(ভদ্ৰেশ্বৰ আৰু কীৰ্ত্তিৰ প্ৰস্থান)

**মঙ্গলতী বুঢ়ীৰ প্ৰবেশ**

ললিতা-- মঙ্গলতী বাই নে? ভাল হল আহিলি আই, তোক মাতিবলৈ মানুহ পঠিয়াওঁ হে বুলিছিলোঁ।

মঙ্গলতী-- কিবা হৈছে আইচু ?

ললিতা-- এ ! কি সোধ আই ? লৰাটোৰ দেখোন অন্তাই নাই, শুকাই হাড় কেঁইডাল হে আছেগৈ, তাতে কত্ নো কি লাগিছে, এখান মঙ্গল চোৱাব খুজিছোঁ। চাচোন আই, কড়ি-মুঠি আনিছ নে ?

মঙ্গলতী-- আনিছোঁ, আইচু; কড়ি নহলে ধানেৰেও চাব পাৰোঁ; মাটিত আঁক দিওঁ চাওঁ। তেও জানিবা, কড়ি-মুঠি হলে ভাল, একো সংশয় নেথাকে। (জোলোঙাৰপৰা কড়ি এমুঠি উলিয়াই) আইচু, শুদা মুখে মঙ্গল চালে মঙ্গল নফলিয়ায়। পইচা, তামোল-পাণ কি আছে আনক। (তামোল-পাণ আৰু পইচা দিলত, কড়ি-মুঠি মূৰৰ ওপৰলৈ তুলি) এ বাম, মাতৃ! সইত কৰা, গো-বধ, গঙ্গা [illegible] সাত কপিলা-বধ কৰাঁ, সইত কৰা, (কড়ি মাটিত পেলাই তাঁলৈ আঙুলিয়াই) আইচু! চাওকচোন, নেদেখিছে? সেইক [illegible] ওপৰলৈ মুঁকৈ পৰিছে, ওপৰৰ ভাগৰ দোষ হব পায়। হয়, শুকানী-অপেস্বৰাৰ দোষ।

ললিতা-- আই ঐ! দেহি ডুখৰি! ভালেতো লৰাটি শুকাই খিণাই গৈছে; চাচোন আই, কি কৰিলে নো ভাল হব। যিহকে লাগে মই তাকে কৰিম, তেও লৰাটো ভাল হোক মাথোন।

মঙ্গলতী-- (কড়ি-মুঠি আকৌ মাটিত পেলাই) আইচু, আন একো কৰিব নেলাগে, শনিবাৰে বা মঙ্গলবাৰে

দুপৰীয়া সাতুটা, নাই পাঁচুটা, নাইবা তিনটা এৰাঁ-ছোৱালীৰ হতুৱাই চোঁতালত, শুকানী-অপেস্বৰাৰ নামে শুকুলা ফুল এৰাঁ-গাখীৰ আৰু কেঁচা পিঠাগুড়ি দি তুতি-তৰ্পণকৈ মতাব; আৰু জলশাই-ডাঙৰীয়াৰ নামে পাঁচজন মান ভকতক আমৰলীয়া হাঁহেৰে চাউল খুৱাব। ঘাইকৈ এফেৰি কানীয়া-সেৱা কৰিব।

ললিতা-- কানীয়া-সেৱা কি ?

মঙ্গলতী-- এ! আই, কানীয়া-সেৱা নো কি, তাকো নেজানে !

ললিতা-- সি নো কি বুজাই কচোন বাই।

মঙ্গলতী-- গধূলি পাঁচজন বা সাতজন কানীয়া ভকতক কানি-পাণ খুৱাই একে-বদীয়া ভাল কোমল-চাউল, মহৰ এঠা-গাখীৰ, মালভোগ-কল, গুড়, এই বিলাকেৰে তেওঁলোকক আকণ্ঠ পূৰাই জলপান কৰাব লাগে। ইয়াকে নাম কানীয়া-সেৱা। ইয়াৰ সমান ডাঙৰ কাম নাই। মিঠৈ-বন্ধা বৰ সবাহ, পাল-নাম, হীৰা-নাম, একো ইয়াৰ সমান নহয়। এই কেইটা কাম কৰিলেই বাপা ভাল হব।

ললিতা-- বাৰু আই, মই এতিয়াই এটাইখিনি কৰিবলৈ আগ কৰিলোঁ, মোৰ লৰা ভাল হোক মাথোন।

মঙ্গলতী-- এতিয়া তামোল-ছালি কি আছে, দিয়ক, মই যাওঁ।

(দুইৰো প্ৰস্থান)

# তৃতীয় দৰ্শন

বিহুৰা টেঁকেলাৰ ঘৰ

(বিহুৰা আৰু চুবুৰিয়া কাতীয়াই পাণৰ টিকিবা পুৰিছে )

(বাহিৰৰ পৰা) বিহুৰা 'কাই, ঘৰত আছে নে অ' ?

বিহু-- কোন অ ! সেইটো ? সন্ধ্যাবেলিকা কক্কাৰ নিচিনাকৈ চিঞৰিবলৈ আহিছে ?

কাতীয়া-- ডাঙৰীয়াৰ ঘৰত মঙ্গলাৰ মাত যেন শুনিছোঁ, মঙ্গলা 'কাই নে সেইটি ?

মঙ্গলা-- এৰা, বুপাই।

কাতী-- আহ ককাই, ভিতৰলৈ আহ।

(মঙ্গলাৰ প্ৰবেশ)

মঙ্গলা-- কি কৰিছ ককাই ?

বিহু-- এ ! কি সোধ বুপাই ? দিনৰ দিনটো টলৌ-টলৌকৈ খাজনা সাৰি ভাগৰ লাগি আহিছে। তাতে কানিৰ টিকিবা দুটামান পুৰিবলৈ ধৰিছোঁ, বোলোঁ, গা-টো অলপ লঘু লাগক।

মঙ্গলা-- মযো বুপাই, কালি ভাৰ এখান আনিলোঁ, তাৰেপৰা গাৰ বিষত দেহ গৈছে। ডাঙৰীয়াৰ ঘৰত সকলেপেৰা খিজিজালিকৈ থাকি আমি মানুহ গুচিলোঁ।

কাতী-- এ ! ককাই, কানি-টিকিবা দুটামান খাই দেচোন, এতিয়াই বিষ-কোপ কলবা যাব।

মঙ্গ-- ঈহ!-কানি-টিকিবাই বিষ গুচাব খুজিছে, শুদাতে টিকিবা এটা খাই কানীয়া হওঁ কেলেই।

কাতী-- এ! তই মোৰ কথা নপতিয়া ! টেঁকেলা 'কাইক সোধচোন, সিদিনা মোৰ পানী লাগি নাকে-কাণে তাল মাৰি ধৰিছিল। টেঁকেলা 'কাইৰ এষেত আহি টিকিবা দুটামান খালতেই ভাল হ'ল। সেই দিনাৰপেৰা মোৰ গা-মূৰ বেয়া কৰিলে টিকিবা দুটামান খাই দিওঁ, ততালিকে ভাল হয়। আমাৰ চহাৰ মানত ই নগাজোনৰ বৰিতঙ্কৈও বঢ়া।

বিহু-- হয়, তই খাচোন, গাৰ বিখ নুগুচে যদি তেতিয়া মোক ধৰিবি।

মঙ্গ-- হয় নে ককাই? তেন্তে বাৰু টিকিৰা দুটামান দেচোন, খাই চাওঁ। (টিকিৰাত হোঁপা মাৰি) ঈহু! মোৰ মূৰটো ঘূৰাইছে; ৰাম ৰাম! আজি যি খালোঁ, বুপাই, আজিৰপৰা ইয়াক নেখাওঁ, কেনেবাকৈ কানীয়া হৈ পৰিম পাচে।

বিহু-- হ যদি হবি, কানীয়া হলে নো কি হ'ব?

মঙ্গ-- ৰ, কানীয়া হলে কি হয় দেখিবি। ৰংপুৰত হুনু কোনোবাই সভা পাতি আফুতলী-মাটিৰ পূৰাত পাঁচ টকা খাজনা লগাবলৈ আৰ্জী কৰিছে। সেয়ে হুক মাথোন কানি-খোৱাৰ মূৰ মৰিব।

বিহু আৰু কাতী-- কানি খাবলৈ নেপাই কেও নমৰে। কানি যেন বস্তুতকৈ বস্তু নাই। কানীয়া ভকতকৈ ভকত নাই। আমাৰ দেশৰ সন্তৰপেৰা মহন্তলৈকে কানি-নোখোৱা লোক কোন আছে? সেইসকলৰ শাও লাগি সেই আৰ্জী দিয়াবোৰ হে তেনেই তললৈ যাব।

মঙ্গ-- ককাই, মই এতিয়া যাওঁ, গা-টো কেনেবা কৰিছে, অলপমান পৰি থাকোঁগৈ। ডাঙ্গৰীয়াই বপাৰ হৈ কিবা কৰাব খুজিছে, কাইলৈ ৰাতি-পুৱাই পকা কল এথোকা লাগে, গাৱঁত বিচাৰি সোনকালে লৈ যাবি, নিনিলে খং কৰিব।

বিহু-- বাৰু যা, গাৱঁত পাওঁ যদি নিম, নেপালে কি কৰিম? সেইবাবে কাটি পেলাব নোৱাৰে।

(তিনিওৰো প্ৰস্থান)

# চতুৰ্থ দৰ্শন

ভদ্ৰেশ্বৰ বৰুৱাৰ বৰ-ঘৰ

(ভদ্ৰেশ্বৰ আৰু ললিতাৰ প্ৰবেশ)

ভদ্ৰ-- শুনিছা নে আইটী-মাক! আমাৰ কাম আহিল, পোৱাঁ-হনু পঢ়ি শুনি উঠিল, পাণৰ নলীৰপৰা মুখকে নুগুচায়। সিদিনা যে পেড়াৰপৰা ৰূপ কুৰি হেৰাল, তাক আনে নিয়া নাই, আমাৰ ডেকাই হে নিলে, তাৰেই কানি কিনি পাণ মাৰিলে গৈ।

ললিতা-- কি ? সঁচা নে? কোনে কলে ?

ভদ্ৰ-- সঁচা ন-কৈ মই মিছা কৈছোঁ নে? মই এতিয়াই খাওন্দৰ ঘৰত শুনি আহিছোঁ, আগ-চকুতে দেখা মানুহে কৈছে৷ মানুহটোৰ বঠিটৌলৈকে নো মন নকৰা কিয় ? পাণ নেখালে তেনে হয় নে ?

ললিতা--(হুমুনিয়াহ কাঢ়ি) হায় ! হায়! কি দুৰ্কপাল ! শুদাতে লোকৰ বামুণৰ ছোৱালীজনীৰ নৰকত পৰিলোঁ

ভদ্ৰ-- (চকুৰ পানী মচি) একেটা লৰা, এই দেখি ইংৰাজী পঢ়িবলৈ নিদিলোঁ, বোলোঁ, কেনেবাকৈ তৰ্পণৰ পানী এচলু দিয়ে কি চিয়ে ; এতিয়া পোৰে নৌ মাৰোঁতেই শৰাধ চাই-থনীয়া কৰিবলৈ ধৰিছে। এইবোৰ দেখি শুনি থকাতকৈ আমি মৰাই ভাল।

ললিতা--আই ঐ! মোৰ নো সোণাইক এনে কুবুধি কোনে শিকালে ? তাক মাতি একেবাৰ সোধোঁচোন।

ভদ্ৰ-- সুধিলে কি হ'ব? তাৰ মই মুখকে নেচাওঁ, তুমি যি কৰাঁ কৰাঁ; তেও তাক আজিৰপৰা গধূলি ফুৰিবলৈ যাব নিদিবা৷ সেইটো মজহ-খোৱা আহিছে, তুমি কিবা সুধিব খোজাঁ যদি সোধাঁ, মই আঁতৰোঁ।

(ভদ্ৰেশ্বৰৰ প্ৰস্থান)

কীৰ্ত্তিৰ প্ৰবেশ

ললিতা-- বাপা ! তই হনু কানি খাইছ, হয় নে? এইদৰে নো আমাৰ বুকুত কেলেই কুঠাৰ মাৰিছ ?

কীৰ্ত্তি-- কোনে কৈছে আই? তোমাৰে শপত, তোমাৰে মূৰ খাওঁ, তোমাৰ গাৰ আঁৰ হ'বলৈ, মই কানি মুখতে দিয়া নাই; কোনবা শত্ৰুৱে মিছাকৈ হে লগাইছে।

ললিতা-- যদিও খাইছ, মোৰে শপত এৰি পেলা, মোৰ লাহৰি৷ তাকে নকৰিলে আমাক নেপা৷ ডাঙৰীয়াই খঙত তোৰ মুখকে নেচাওঁ বুলিছে। আৰু আজিৰেপৰা গধূলি ফুৰিবলৈ যাবলৈ হাক দিছে।

কীৰ্ত্তি-- (মনে মনে) তোমালোকতকৈও পাণক এৰা টান। যি তাৰ ৰস বুজিছে, সি সকলোকে এৰিব পাৰে, তেও তাক নোৱাৰে; খাই চালাইকহেঁতেন তেহে। (প্ৰকাশকৈ) বাৰু আই ! নেখাওঁ।

(দুইৰো প্ৰস্থান)

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

কীৰ্ত্তিকান্তৰ ভিতৰ-চৰা।

মোহনচন্দ্ৰ (বাহিৰৰ পৰা) হেৰা বাপা, ঘৰত আছ নে অ ?

কীৰ্ত্তি (মনে-মনে) এস্! আহিল এইজন মিছামিছিকৈ কিছুমান বকিবলৈ। (প্ৰকাশকৈ) দদাইদেও! আছোঁ; আহোক।

[মোহনচন্দ্ৰৰ প্ৰবেশ]

মোহন-- বাপা, কি কৰিছা ?

কীৰ্ত্তি-- দদাইদেও, আছোঁ হে ইয়াতে, খেতি-বাতিৰ এটা উপায় কৰিব লাগিল, তাৰে কি কৰিম ভাবিছোঁ।

মোহন-- (চক-ঢৰাত বহি) এৰা, বোপাই, এতিয়া আগৰ নিচিনাকৈ খিতিঙালি কৰি থাকিলে ভাল নহয়; এতিয়া বৌ-দেও, ককাই-দেও আছে নে? ঘৰৰ সকলো ভাৰ তোমাৰ ওপৰতে। সেইবোৰ যেই কি নহউক, মৌজাৰ খাজনা কেইটকা যেনেকৈ সোনকালে আদায় হয়, তাৰ নিমিত্তে চেষ্টা কৰাঁ, বাকী থকাটো ভাল নহয়; আৰু বাপা, তুমি পাণ এৰি পেলোৱাঁ, পাণ সকলো অনৰ্থৰ মূল; তাক খালে শৰীৰৰ বল, বুদ্ধি, শ্ৰী, সকলোৰে নাশ পায়, আৰু তাত খৰচো অধিক। আজি-কালি তোমাৰ খৰচ দেখি-শুনিয়েই ভায় লাগে, এতেকে অলপ মলি খাবলৈ ধৰাঁ, সেয়ে ভাল।

কীৰ্ত্তি-- (মনে-মনে) এওঁ বুধিৰ ফোঁপচুঙা, পাণ বৰ-লোকৰ বস্তু, পাণ যি খায় সি ধুনীয়া; মলি খায় যি সি কানীয়া; এওঁ তাৰ কি বুজ পায়? মোৰ সৰ্ব্বস্ব যাওক সিও ভাল, তেও পাণ এৰিব নোৱাৰোঁ। (প্ৰকাশকৈ) হয়, দদাইদেও, ই বৰ বেয়া বস্তু, কানি এৰাৰ হুনু কিবা দৰব ওলাইছে, তাকে খাই ইয়াক একেবাৰেই এৰোঁ বুলিছোঁ।

মোহন-- নিচেইকৈ এৰিব পাৰিলে ভালেই, কিন্তু ইয়াক এবেলি খালে এৰাটো টান।

কীৰ্ত্তি-- দদাইদেও, আশীৰ্ব্বাদ কৰিব, এৰিব পাৰিম।

মোহন-- বাৰু বাপা, মই এতিয়া চিৰস্তাদাৰৰ ঘৰলৈ যাওঁ।

কীৰ্ত্তি-- [মনে-মনে] উস্ ৰাম! ৰক্ষা পৰিলোঁ। (প্ৰকাশকৈ) ভাল, দদাইদেও !

(মোহনচন্দ্ৰৰ প্ৰস্থান)

কীৰ্ত্তি-- (মনে-মনে) খাজনা কেইটকা বাকী থাকিল, এবাৰ মৌজাৰ ফাললৈও যাব লাগিছিল, কালি ৰাতি পাণ খাই বহি থাকোঁতেই ৰাতিটো গল, টোপনিয়েও ধৰিছে, অলপ শোওঁগে, গধূলি হলেই পাণ খাবলৈ বাজহঁত আহিব।

(কীৰ্ত্তিৰ চালপীৰাত শয়ন)

[চন্দ্ৰপ্ৰভাৰ প্ৰবেশ]

চন্দ্ৰ-- আপোনাৰ নো কেনে স্বভাও? আদবয়স গল, তেও লৰাৰ পৰ্কিতি নুগুচিল। ওৰে-ৰাতি পাণ খাই এতিয়া দিনত শুবলৈ আহিছে। আজি ইমান দিনেও চৰকাৰী খাজনাৰ লেঠা নমৰিল, যি কেইটকা উঠিছিল, সিও পাণ খাওঁতেই উৰিল। হুজুৰবপেৰা মাল কোবোক কৰি থৈছে; কাইলৈ বা পৰ্শুইলৈ নাজীৰৰ টেকেলাই বেচিবহি; তালৈ কাণ-সাৰেই নাই। এইবোৰ নো ভাল কথানে? আৰু বেলি খাজনা-বাকীৰ জহতে হাতী বেচা গল, এই বেলি সোণৰ খাৰুও যাব।

কীৰ্ত্তি-- থাক্ থাক্, মনে-মনে থাক্, তোৰ দায়ে নেপায়।

চন্দ্ৰ-- বাৰু মই মনে-মনে থাকিম, ইয়াৰ ধুন পাচেহে ওলাব।

[দুইবো প্ৰস্থান]

# দ্বিতীয় দৰ্শন

কীৰ্ত্তিকান্তৰ বাহিৰ-চৰা

(এটা মানুহে পাণৰ কঠী চাঁচিছে)

[জনচাৰেক ৰায়তে সৈতে সাধনী-টেকেলাৰ প্ৰবেশ]

সাধনী-- (বৰ-খুঁটাৰ গুৰিত বহি) ডাঙ্গৰীয়াই কি কৰিছে অ! বিকাৰাম।

বিকা-- ডাঙ্গৰীয়াই কি কৰিছে সুধিছা হে? তোমালোকে জানা নে নেজানা? আমাৰ ডাঙ্গৰীয়াৰ ফালে মাজনিখা হে হৈছে।

সাধনী-- কেতেবেলি-মানে উঠিব?

বিকা-- আৰুও গধূলি যেতিয়া পাণ খাবৰ পৰ হব। আমাৰ ডাঙ্গৰীয়াৰ ৰাতিয়ে দিন, দিনে ৰাতি, তোমালোকে জানো ভু নোপোৱাঁ।

সাধনী-- ওৰে ৰাতি নো শোৱে নে ?

বিকা-- ইমানতো আৰুও সুধিছা হে ? পাণৰ কঠীৰ মুঠা দেখা নাই নে? তেওঁবিলাকে জানিবা ৰবলোকালি কৰে, টোপনিয়াওঁতে আমাৰ দেহ মৰে।

সাধনী-- গধূলি হল, আমি যাওঁ গৈ, শুদাতে বহি থাকিলে কি হব? আজি তিনি দিন মানুহ লৈ আহি ডাঙ্গৰীয়াৰ লগ নে পাই উলটি যাওঁ, এনেকৈ হলে কুম্পানিৰ খাজনা কেনেকৈ উঠিব ?

(সাধনী-টেকেলাৰ প্ৰস্থান)

(বুকুত চাপৰাচ, আৰু মূৰত কলা টুপি-পিন্ধা এটা পিয়দাৰ প্ৰবেশ)

[বহিৰলৈ এমুঠা বুৰলি খেৰ টানোতে এটা নাইপিয়া ওলাই লৰমৰা দেখি খেৰ এৰি পিয়দাৰ জাঁপ]

পিয়দা-- আৰে! খেৰৰ তলমে নাইপিয়া লুকাই ৰাখ্‌তা, আদমি লোকক খুন কৰিবলৈ।

বিকা-- নাইপিয়ালৈকে পিয়দা মোচাইৰ ইমান ভয়, বাঘ দেখা হলে কি হলহেঁতেন কৰই নোৱাৰি।

পিয়-- আৰে ! হামি চুনিছে, নাইপিয়া খাইলে বাজাকা বেজ ভি চাইবাৰ নোৱাৰে।

বিকা-- ভয় নাই! নাইপিয়া গল; এতিয়া সেই খুঁটাৰ গুৰিত বহাঁ।

পি-- (এমুঠা খেৰৰ ওপৰত বৰ খুঁটাত আঁউজি বহি) ৰে, মানুহ মৌজাদাৰ কত গেল্ ৰে ?

বিকা--কেলেই? শুই আছে, আমাৰ ডাঙ্গৰীয়া কিবা আমোলাবোৰৰ নিচিনা চাকৰ নে, বেলি থাকোঁতেই উঠিব? আমাৰ ডাঙ্গৰীয়াৰ কছাৰী ৰাতি হে বহে!

পি-- বৰা মৌজাদাৰ হুৱা, ঘুমাই ঘুমাই থাক্তা, এত্না ঘুমাইবাৰ মজা আভি ওলাইব; যাও, জগাও যাইয়া, আৰ কহি দেও কি হজুৰৰ পৰণা লৈকে একঠো পিয়দা আহিছে; হজুৰকা হুকুম আভি মাতিছে।

বিকা-- (একে ঠৰে তাৰ মুখলৈ চাই মনে-মনে) ই বেজ-বৰুৱাৰ মুকলি হোৱা বন্দী, এতিয়া বুকুত চাপ এখান বান্ধিবলৈ পাই মাটিত ভৰি নিদিয়া হল-(ফুটাই) তুমি বৰুৱাৰ ঘৰৰ ৰণু কাইৰ পিতেক ঘিণলগা নোহোৱাঁ নে?

পি-- হাঁ, তব্ কিয়া ?

বিকা-- তোমাৰ মাত আৰু সাজ ইমান লৰিছে যে, তোমাক চিনাই টান হৈছে।

পি-- হাঁ, হামিলোক হজুৰমে থাকে, হামিলোক বঙ্গালী বাবু হৈছে, হামাৰা নাম হৈছে ঘিঁ দাচ মজকুৰী পিয়দা বাবু।

বিকা-- (মনে-মনে) কেৰেঙ্গীমখাও বাবু; ইস্কুলমেহতৰো বাবু, লোণ-বেচা কেঞাও বাবু, নাৱৰে গুৰিদিয়া মাজীও বাবু, হায় হায়! কালৰ ঘটি! এতিয়া পিয়দাও হল বাবু। বাবু-বোলোৱাৰ খিকাৰ! ই আকৌ এতিয়াও মজকুৰী হৈয়েই আছে, মকৰৰী হব পৰাই নাই; তাতেই ইমান গপ! [ফুটাই] বাৰু মই ডাঙ্গৰীয়াক জনাওঁ গৈ।

(বিকাৰ প্ৰস্থান)

(চকু মোহাৰি-মোহাৰি কীৰ্ত্তিৰ প্ৰবেশ)

পি-- (পৰণা এখান আগলৈ পেলাই দি) এই পৰণাৰ হুকুম আভি আমোলে আনিবাৰ লাগে; নাহিতো হামি পাকুৰি লৈ যাব।

কীৰ্ত্তি-- [পৰণা চাই মনে-মনে] সৰ্ব্বনাশ! আমাৰ কাম আহিল, মৌজাটো যে গুচিলেই, এতিয়া মালো বেচা যায়। (প্ৰকাশকৈ) মাল বিক্ৰী কৰিব নেলাগে, মই কালিলৈ ধন শোধাম গৈ, তুমি এতিয়া যোৱাঁ।

পি-- নাহি, এনেই এৰি যানেকো হুকুম নাহি, টাকা দেও, নাহিতো মাল দেও। একবিধ পাইলে হে হামিলোক যাবাৰ পাৰোঁ।

কীৰ্ত্তি-- আচ্ছা, যদি ইমানলৈকে বাট নোচোৱাঁ, তেন্তে মালকে নিয়া; (ওলগনিৰ সৈতে সোণৰ বাখৰপতা খাৰু এযোৰ দি) তুমি এখন যোৱাঁ।

পি-- আচ্ছা, বহ্ মালতো পাইলোঁ, আভি মিঁঠে খাবাৰ তো কিছু দেও।

কীৰ্ত্তি- এখন হাতত কিছু নাই।

পি--যদি মিঁঠে খাবাৰ নিমিলে, তব পাঁচ ৰূপিয়ামে এই মাল বেচিব, আৰু বহ্ দোচোৰা মাল কোৰোক কৰিব।

কীৰ্ত্তি-- (মনে-মনে) কোনোমতে ইয়াৰ মুখ নেমাৰিলে ই সৰ্ব্বনাশ কৰিব। ইহঁতে ভাল কৰিব পাৰোক বা নোৱাৰোক, বেয়া কৰিবলৈ যম, (দুটকা ৰূপ দি) এই লোৱাঁ।

পি-[মূৰ জোকাৰি] বহুত কম হৈছে। আচ্ছা বহ্, হামকু বি দিছে, এই বহুত; নাজীৰ চাহাবকা পাছ কুছ দেও।

কীৰ্ত্তি-- (মনে-মনে) আৰু কিছু নিদিলেই নেৰে, নাজীৰৰ আগত লগাই দিব গৈ (আৰু এটকা ৰূপ দি)

ইমানেই হে আছিল, ইয়াকে লোৱাঁ।

পি-- কি এক ৰূপিয়া দিছে? আচ্ছা বচ্ দেও।

(পিয়াদাৰ প্ৰস্থান)

[চন্দ্ৰপ্ৰভাৰ প্ৰবেশ]

চন্দ্ৰ-- মই এই কথা আগেয়েই কৈছিলোঁ, পাণ খাই ধন উকৰাৰ লাভ এতিয়া হে ওলাইছে। ভাল হল তেও, আজিৰপেৰা ডাঙ্গৰীয়া বোলাবৰ মূৰ মৰিল।

কীৰ্ত্তি-- (খঙ্গেৰে) টপ্‌টপাই নেথাকিবি দেই, তোক দায়ে নেপায়, গুচ্ ইয়াৰপৰা।

(চন্দ্ৰপ্ৰভাৰ প্ৰস্থান)

কীৰ্ত্তি-- (গালত হাত দি মনে-মনে) মৰা পৰিলোঁ; মৌজা লবৰ যহত, ন-কৈ ঘটা থাওক, আগৰ কালৰ বস্তুও সাং হল।

(শিৱকান্ত কটকী আৰু ৰামেশ্বৰ দলৈৰ প্ৰবেশ)

শিৱ-- কেনে বান্ধ! আজি দেখোঁ বৰ বিমন, কি হৈছে ?

কীৰ্ত্তি-- বান্ধ, কি সোধাঁ? বৃত্তি বুলিবলৈ মৌজাটো আছিল, আজি সিও গুচিল। পাঁচশ ৰূপ বাকী আছে, সেইবাবে নাজীৰৰ পিয়দাই সোণৰ খাৰু-এযোৰ কোৰোক কৰি লৈ গৈছেহি। কালি-মানলৈ ৰূপ কেইটকা আদায় কৰিব পাৰিলে তেও মালটোকে আনিব পাৰোঁ; তালৈ ধাৰ কৰিবলৈও পাৰলৈ নাই। ৰায়তত ৰূপ চাৰি কুৰিমান হে বাকী থাকিব পায়। ৰূপবোৰেৰে নো কি কৰিলোঁ, কবই নোৱাৰোঁ।

ৰাম-- কুম্পানিৰ ৰূপ বতাহৰ নিচিনা, তাত কিবা মায়া আছে হবলা, তাক কেৱেই ধৰি ৰাখিব নোৱাৰে, তাতে আজি-কালি জুইৰপৰা পানীলৈকে কিনা দিন পৰিছে, ৰূপ আৰু কেনেকৈ থাকিব? আপুনি এটা কাম কৰোক, সোনকালে আফিল পঠিয়াই দিয়ক। আপোনাৰ মৌজা নুগুচে, আপোনাৰ বাপতিসাহন, দুটকা ৰূপ বাকী পৰিল বুলিয়েই কোনবাই গুচাব পাৰে নে ?

কীৰ্ত্তি-- তালৈকে আপুনি যাব নোৱাৰিলে, আফিল কৰাৰ কি সকাম?

শিৱ--বান্ধ, মই থকাত আপুনি কেলেই যাব লাগিছে? মোৰ নামে মুক্তিন্যাৰনামা দিয়ক, মই মৌজা লৈ দিম, তালৈ ভয় কি? সোণৰ খাৰু এযোৰমানহে খৰচ কৰিব লাগিব, একে টিলিকতে মৌজা পাব।

কীৰ্ত্তি-- (মনত ৰং হৈ)হেৰ বিকা অ !

(ভিতৰৰ পৰা) দেউতা !

কাৰ্ত্তি-- হেৰ, আমাৰ ভকত-সেৱাৰ সমল লৈ আহ।

[তিনিটা ধোঁৱা খোৱা,তিনি চাকি পাণ আৰু একোছা কঠীৰে সৈতে বিকাৰ প্ৰবেশ আৰু প্ৰস্থান।]

(পাণ-খোৱাৰ আৰম্ভ)

ৰাম--টৌপনি পাণৰ সখিয়েক হবলা, মই দেখোঁ পাণৰ হোঁপা মাৰিলেই টৌপনিয়ে চকু জপাই নিয়ে।

শিৱ-- সখিয়েক নহয়; পাণে টৌপনিৰ বৰ লৈছিল; এই দেখিছে টৌপনিয়ে পাণৰ লগ নেৰে।

[পাণৰ নলী মুখত লৈ ৰামেশ্বৰ দলৈৰ টোপনি।]

শিৱ-- দলৈৰ নাকৰ ঘোৰঘোৰণি শুনি বাঘে যেদি নাহিলেও ভাল।

(তোতাৰাম ৰাজখোৱাৰ প্ৰবেশ)

কীৰ্ত্তি-- আহক ৰাজখোৱা-দেও, আমাৰ আজি কি ভাগ্য !

তোতা-- তোমাৰ ভাগ্য নহয়,আমাৰ হে ভাগ্য।

(উপবেশন)

কীৰ্ত্তি-- হেৰ বিকা! আৰু এটা ধোঁৱাখোৱা লৈ আহ, আৰু দুচা-কিমান পাণ কৰ।

(ভিতৰৰপৰা) ভাল দেউতা।

[এটা ধোঁৱা--খোৱাৰে সৈতে বিকাৰ প্ৰৱেশ আৰু প্ৰস্থান, ৰাজখোৱাৰ পাণ-খোৱাৰ আৰম্ভ]

শিৱকান্ত আৰু ৰামেশ্বৰ- (শুনা-নুশুনাকৈ) আজিৰপৰা ইয়াৰ ঘৰত পাণ-খোৱাৰ মূৰ মৰিল; আজিয়েই যি খাওহঁক সেয়ে হে।

তোতা-- শুনিছাহঁক নে? এটা কথা শুনি আজি যেনে বেজাৰ পাইছোঁ, তাক কি কম? পুত্ৰ-শোকো তাৰ সমান নহয়। আমাৰ দেশত হুনু আফু খেতি কৰিবলৈ মানা হৈছে, মৌজাইপতি বোলে ইস্তাহাৰ শুনাই দিছে। (কীৰ্ত্তিকান্তৰ মুখলৈ চাই) তোমাৰ এখেলৈ একো পৰণা অহা নাই নে ?

কীৰ্ত্তি-- পৰ্শুই টেকেলা এটাই কিবা পৰণা এখান আনিছিল, মই চোৱাহে নাই, চাওঁচোন; হেৰ বিকা অ! মোৰ কাকতৰ টোপোলাটো লৈ আহ।

(কাকতৰ টোপোলাৰে সৈতে বিকাৰ প্ৰৱেশ আৰু টোপোলা থৈ প্ৰস্থান)

শিৱ-- (টোপোলা মেলি) ৰাজখোৱা-দেও, এইখান পৰণা চাওক ।

তোতা-- (পৰণাখান চাকিৰ গুৰি লৈ নি চকু দুটা ঘোপাকৈ চাই) মই দেখোন মাতিবই নোৱাৰোঁ, চকুত চলিহাই ধৰিলে নে কি ? আ-আ-আ, ফত্ উকাৰে ফু, অ! আফু, আফু-খেতি কৰিবলৈ মানা কৰিছে হয়। অস্ ! অস। এনে হে হল হি কালৰ গতি ! (হুমুনিয়াহি) আকও শুনিছোঁ, বোলে, এইটো লাট-চাহাবৰ হুকুম; ইয়াক বিলাতৰ মহাৰাণীত বাজে আন কেৱে ভাঙ্গিব নোৱাৰে।

ৰাম-- এইদৰে হলে দেখোন দেশ ভাগিব লগা হল, কি হব?

তোতা-- মোৰ মনেৰে হলে কানীয়াই কানীয়াৰ মৰম নপতিয়ালে পতিয়াওঁতা আন নাই, এতেকে আমি এটাইবোৰে গোট খাই বিলাতৰ মহাৰাণীৰ তলৈ এখান আৰ্জী পঠাই দিওঁহঁক। তেওঁ আমাৰ, কানীয়াৰ মৰম বুজে, আপুনি কানি-খেতি কৰিবলৈ হুকুম দিব।

শিৱ-- আপুনি যে কানীয়াই কানীয়াৰ মৰম বুজাৰ কথা কৈছে, মহাৰাণীয়ে জানো কানি খায়?

তোতা-- এ! নেখায় নে?

ৰাম-- কানি নো কেনে বস্তু, তাক জানিলে হে হয়।

তোতা--মই ভাবিছিলোঁ, বোলোঁ আমাৰ দেশৰ, দেখোন, বজাৰপৰা কুৰবীলৈ সকলোৱে কানি খায়; মহাৰাণী এই জম্বুদ্বীপৰ গৰাকিনী হৈছে, তেওঁ কানি নেখাই থাকিব কিয়? যদি নেখায়, তেনেহলে নো কি হব? আৰ্জী দিয়া শুদা; তেওঁ আমাৰ কি দুখ পতিয়াব?

(নলিচাৰ মূৰত পাণৰ টিকিৰা দি শিৱকান্তৰ টোপনি)

ৰাম-- (চকু মুদি মুদি আপোনাৰ পিঠি বুলি শিৱকান্তৰ পিঠি খজুৱাই) উঃ! খজুৱাওঁ হে খজুৱাওঁ, তেও একোপোনে সুতেই নেলাগে, আজি কি নো হৈছে পিঠিখানত কৰই নোৱাৰোঁ। ৰ, বাপেৰে, তাড়কা-ৰাক্ষসীৰ দাঁত লগাওঁ, তেহে তোৰ জুতি লাগিব, (পাণৰ কঠীৰে বোকন।)

শিৱ-- (গা জিকাৰ মাৰি) ঈহ্ ! মহে খাই ঢুকালে। (পিঠিত চাপৰ মাৰি, অলপকৈ চকু মেলি চাই) ঈহ্! চোৱাঁহঁকচোন, মহটোৱে কিমান তেজ খালে।

তোতা-- নহয়, জোকে খালে হবলা।

শিব-- খাওক, কিমান নো খাব?

কীৰ্ত্তি-- বিকা অ! জলপান কৰিবলৈ কি আছে, লৈ আহ।

(দৈ-গাখীৰ আৰু চিৰাৰে সৈতে বিকাৰ প্ৰবেশ, আৰু প্ৰস্থান)

(সকলোৰে ভোজন)

শিব-- বান্ধ, মোৰ নামে মুক্তিয়াৰনামা দিয়ক, আৰু সোণৰ খাৰু এযোৰ দিয়ক, মই কৈছোঁ নহয়, একে টিলিকিতে মৌজা লৈ দিম। (টিলিকি) আপুনি নেজানে নে? হালবাট চাহাবে, খাজনা বাকী পৰাত দিহিঙীয়া ফুকনৰ মৌজাটো গুচাইছিল, পাচে তেওঁ গুৱাহাটীলৈ গৈ সোণৰ বাখৰাম আঙঠী এটা হে দিলে, তেতিয়াই মৌজা পাই উলটি আহিল।

কীৰ্ত্তি-- বান্ধ, মই তাক জানো, খাৰু অৱশ্যে দিম।

(সকলোৰে প্ৰস্থান)

# তৃতীয় দৰ্শন

কীৰ্ত্তিকান্তৰ শোৱনি-ঘৰ

(কীৰ্ত্তি আৰু চন্দ্ৰপ্ৰভাৰ প্ৰবেশ)

কীৰ্ত্তি-- আজি কানি এফেৰিও নাই; কি হ'ব ? আগেয়ে চাকিয়ে-চাকিয়ে পাণ উৰাইছিলোঁ, এতিয়া দেখোঁ দুবেলা দোৰোজ মলি খাবলৈও পাবলৈ নাইকিয়া হল। মোৰ ঘৰত পাণ খাবলৈ পাই এটাইবোৰ মোৰ বন্ধু হৈছিল; এতিয়া সেইবোৰে উপকাৰ কৰা যাওক, বাটত দেখিলেও একলীয়া হৈহে যায়। আফিল কৰোঁগৈ বুলি শিৱকান্তে গাম-খাৰু-যোৰ লৈ গুৱাহাটীলৈ গল, বছেৰেক হল, তাৰো একো খবৰ নেপালোঁ; সি মনেৰে, ফাঁকি হে দিলে। সেয়ে থকা হলে তেও এতিয়া তাকে ভাঙ্গি খালোঁহেঁতেন। বাটি-লোটাকো বেচি খাই ঢুকালোঁ। তিৰোতাজনীৰ হাতত যি দুপদ কি এপদ অলঙ্কাৰ আছে, তাক কি বুলি খুজিম? খুজিলোঁৱেই বা তাই নো দিব খুজিছে নে? তাই আগেয়ে পাণ খাই ধন উৰাবলৈ মোক সিমান মানা কৰিছিল, তেও মই তাইৰ হিত কথা নুশুনিলোঁ। এতিয়া তাই মোৰ কথা কেলেই শুনিব? তেও কি কৰিম? কানি খাবলৈ নেপাই মৰাতকৈ, লাজ কাতিকৈ থৈ তাইকে এবেলি খুজি চাওঁ। (ঘৈণীয়েকক মাত লগাই লাহে লাহে) শুনিছা নে? আজি কানি এফেৰিও নাই, সমূলি মৰণ হৈছে। কি আছে কেৰু বা মণি এটা দিয়াঁ, তাকে বেচি কানি এফেৰা আনোঁগৈ।

ঘৈণী-- (খং কৰি) এইখান মুখেৰেই আগেয়ে নকৈছিলা, বোলা তোক দায়ে নেপায়? এতিয়া দেখোন এটাইবোৰ দায়ে মোকেহে পাইছে হি, ধান-বনাবপেৰা পানী-অনালৈকে, সকলো বন ময়ে নকৰিলে দুপৰীয়া ভাত নোলায়। পানী-খোৱা লোটা আদি কৰি সকলো বস্তু বেচি খাইও সন্তোষ লগা নাই, আৰুও কেৰু-মণিও বেচি খাবলৈ লাগে। লাজ থকা মানুহে এনে কথা কেতিয়াও নকয়।

কীৰ্ত্তি--(মনে-মনে) এইৰ মাত খোৱাতকৈ কানি নেখাই মৰাই ভাল। হায়! হায়! মই যদি কানীয়া নহলোঁহেঁতেন, এইৰ মাত সহিলোঁহেঁতেন কেলেই? একেষাৰ-মান মাতোঁতেই গচকা মাৰি ধৰিলোঁহেঁতেন; এতিয়া

ঐকেষাৰ টান মাত মাতিবলৈও ভয় হে লাগে; তাই যদি মাক-বাপেকৰ ঘৰলৈ গুচি যায়, তেন্তে জীৱন্ততে মৰা হম। এই কানি খোৱা হলেও মোৰ ইমান দুখ নহলহেঁতেন, তেতিয়া হাতৰ-কাণৰ বেচিও কানি আনিবলৈ দিলেহেঁতেন।

ঘৈণী-- (মনে-মনে) ঈহ্! মই, চণ্ডালীয়ে কিয় জেঙ্গেৰাটো মাৰিলোঁ, দেহি, পাৰোঁতে নো তেনে কৰিছে নে? আগেয়ে বৰবিহ খাইছে, এতিয়া নেখাই থাকিব নোৱাৰে, কি কৰিম? আঙঠীকে এটা দিও, বেচি খাওক। (সোণৰ আঙঠী এটা দি) হোৱাঁ, ইমানেই হে আছিল, তাৰো অন্ত পৰিল।

কীৰ্ত্তি-- উস্ ৰাম! জীলোঁ; এতিয়া হাটলৈ যাওঁ।

(দুইৰো প্ৰস্থান)

# চতুৰ্থ দৰ্শন

কীৰ্ত্তিকান্তৰ মাৰল-ঘৰ

(কীৰ্ত্তিৰ প্ৰবেশ)

কীৰ্ত্তি-- (কানি মলি সিটাটো মেলি চাই) এই ডোখৰ কি? চুটি-কাপোৰৰ পাতলি হবলা; ছিঃ ৰাম ৰাম! কানি-খোৱাৰ ধিকাৰ। কানিৰ লগত চুটি-কাপোৰৰ মলিও খাব লগা হলো; (অলপ ভাবি চাই) হওক, কি কৰিবা, নেখাই পাৰি নে? আৰু ইয়াত দোষো নাই; কাৰণ কানি অনন্তবিষ্ণুৰ মুখৰপৰা হৈছে। সিদিনা অধ্যাপক -দেউৱে কৈছিল "বোলে কিবা ভাল বস্তু দেখি অনন্ত মহাপ্ৰভুৰ লোভ লাগিলত মুখৰ লাল আৰু ফেন পৰিল, তাৰেপৰা কানি হল, এই দেখি ইয়াক শাস্ত্ৰত "অহিফেন" বোলে আৰু এই কাৰণেই হে কানীয়ামানুহবোৰ লুভীয়া হয়"। গঙ্গা বিষ্ণুৰ চৰণৰপৰা হে হৈছিল, তেও তাৰ পানী এছাটি লাগিলেই মহাপাপ নষ্ট হয়, কানি সেই বিষ্ণুৰ মুখৰপৰা হৈছে, ইনো চুটি-কাপোৰৰ কানি এডোখৰো শুচি কৰিব নোৱাৰিব নে? ই কি কথা? (কানিৰ ৰসটোপা শোহা মাৰি) যেনে-তেনেকৈ তেও কানি-ফেৰা খোৱা হল, এতিয়া তিতাটো মাৰোঁ কিহেৰে? সিদিনা ভাঙ্গৰীয়াৰ শৰাধলৈ যে কল-থোকা আনিছিলোঁ,সেয়ে পকিব পায়, তাৰে এটা নিলগে আনি তিতাটো মাৰোঁ। লৰাই আগেয়ে খালে মাক-বাপেকলৈ বস্তু অশুচি নহয়; সৰুতে আমাক আগেয়ে খুৱাই হে আই-বোপায়ে খাইছিল, এতিয়া ডাঙ্গৰ হলোঁ কি হল? আই-বোপাইৰ মনত তেও লৰা হে! (কলা ভক্ষণ)- কানিৰ ৰাগী এৰালত হামি আহিবলৈ ধৰিলে দেখি লৰালৰিকৈ কানি-ফেৰা খালোঁ, সন্ধ্যাটো কৰিবলৈও নহল, এতিয়া যাওঁ, শুধে-অশুধে সন্ধ্যাটো গাই ফোঁট এটা লৈ আহোঁগে, কানি-ফেৰা খাই কলা দুটা হে খাইছোঁ, ইয়াত বৰ দোষ নাই, শাস্ত্ৰতো তাৰ বিধি আছে।

(প্ৰস্থান)

(কিনাৰাম বৰগিৰীৰ প্ৰবেশ)

কিনা-- আই, কি কৰিছে?

(ভিতৰৰ পৰা) কোন, বৰগিৰী নে সেইটি?

কিনা-- হয়, আই, আছে যদি ছালি-এখান দিয়ক, মুখ-খান গুচিল আৰু।

(ভিতৰৰ পৰা) বাৰু বহাঁ, মোৰ হাত আজৰি হক।

(তামোলৰ বটা লৈ চন্দ্ৰপ্ৰভাৰ প্ৰবেশ)

কিনা-- (মনে-মনে) ডেকা ডাক্তৰীয়াই বাপেকৰ শৰাধলৈ বুলি কলা পকাই পেট-পূজা হে কৰিলে হবলা। (প্ৰকাশকৈ) আই ! সিদিনা যে বুঢ়া ডাক্তৰীয়াৰ শৰাধলৈ বুলি কলা পকাইছিল, এতিয়া দোখোন , তাৰ বাকলি হে আছেগৈ।

চন্দ্ৰ--কানীয়া মানুহৰ গুৰু আছে নে গোসাঁই আছে ? পেটটো তুষ্ট হলেই সকলো হয়। হোৱাঁ, তামোল খৰাঁ।

কিনা-- (তামোল লৈ) আই ? মই এতিয়া যাওঁ, বন আছে।

(দুইৰো প্ৰস্থান)

কীৰ্ত্তিৰ চৰাঘৰ

(কীৰ্ত্তিৰ প্ৰবেশ)

কীৰ্ত্তি--(মনে-মনে) গ্ৰহণীৰ দৰৱ বুলি তিৰোতাজনীক কানি খুৱালোঁ, এতিয়া তাইৰ বাণী বহিল, তাই তাক এৰিব নোৱাৰে। কানি খাবলৈ নেপালে এতিয়া হাতৰ-কাণৰ বেচিও কানি আনিবলৈ দিব; কানি -খোৱাৰ বাবে মোক কেট্‌কেটাই থাকিবও নোৱাৰে।

(চন্দ্ৰপ্ৰভাৰ প্ৰবেশ)

চন্দ্ৰ-- (গিৰীয়েকক মাত লগাই) ভাল কামটো কৰিলা তেও, আপুনি যে মৰিলা, মোকো মাৰিলা, এনেটো টাঙ্গোন নেমাৰাঁ বুলিহে আছিলোঁ। কেলেই মোৰ নৰকত পৰিলা ?

কীৰ্ত্তি-- (লাহে-লাহে) কি কৰিম, মই নো তোমাক পাৰোঁতে বৰবিহ খুৱাইছোঁ নে? খৰে ধৰি তত্ নাই, তাকে খাবৰপৰা তেও ভাল পাইছা। দেহতকৈ আন কিবা ডাক্তৰ আছেনে? এক উপায়েৰে বেচি-কিনি খাব লাগে।

চন্দ্ৰ-- মোৰ মৰমত নৰিয়া ভাল কৰিবৰ মনেৰে তুমি মোক কানি খুওৱা নাই। মোৰ অলঙ্কাৰ দুডাল-মান আছে, সেই কেইডাল বেচি খাবৰ মনেৰে হে ইয়াকে কৰিলা। অলঙ্কাৰ কেইডাল বেচি এটাই নো কি কৰাঁ চাম। এঁ

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

বৃকোদৰ শইকীয়াৰ ঘৰ

বৃকোদৰ--(নাম-ঘৰৰপৰা ওলাই আহি মনে-মনে) পিণ্ডটো জানিবা দিয়া হল, এতিয়া ব্ৰাহ্মণ কেইজনক তুষ্ট কৰিব পাৰিলে সকলো সাফল হয় ?

(বাজৰপৰা) শইকীয়া ঘৰত আছে নে ?

বৃকো-- আছোঁ, কোন সেইটি ? সোমাই আহঁা, বহঁাহি।

(কীৰ্ত্তিকান্তৰ প্ৰৱেশ)

কীৰ্ত্তি--(মনে-মনে) শইকীয়াৰ বামুণ-বৈষ্ণৱত বৰ ভক্তি। বাপেকৰ শৰাধটো বৰ শ্ৰদ্ধাৰে কৰে, নজনা ভাৱতে ইয়ালৈ আহিছোঁ, ভাল হৈছে, অৱশ্যে কানি দোৰোজ-মান পাম, আৰু দক্ষিণাৰ বাবে পইচাও অনাচাৰেক পোৱা যাব। কিন্তু সি মোক মতা নাই, এতেকে শৰাধৰ বুজ নোপোৱা যেন দেখাওঁ। বুজ পাই নমতাকৈ অহাটো বৰ লাজৰ কথা। (ফুটাই) আজি দেখোঁ শইকীয়াৰ ঘৰত বৰ জঞ্জাল, কিনো হৈছে?

বৃকো-- অ! আমাৰ ডেকা-বৰুৱা দেও! আহোক, বহোক হি, দেউতা, আজি মোৰ পৰম ভাইগ।

কীৰ্ত্তি-- নহয়, শইকীয়া, আজি তোমাৰ ঘৰত বৰ জঞ্জাল; মই নবহোঁ, বিশেষ সকাম একো নাই, এনেই হে আহিছোঁ, এতিয়া যাওঁ, আন এদিন আহিম আকও।

বৃকো-- (হাত-যোৰকৈ) নহয়, দেউতা, আজি বোপাইৰ পিণ্ড এটা দিলোঁ, তাতে আপোনাসকলক মাতিবৰ আমাৰ শক্তি নাই, তেও মোৰ ভাইগৰ গুণে আপুনি ধূলা পেলাবলৈ আহিছে, অলপ বহোক; শক্তিৰ ইছাৰে যি পাৰোঁ, অলপ সেৱা কৰোঁ, তেহে মোৰ মনটোত ভাল লাগিব।

কীৰ্ত্তি-- (মনে-মনে) ময়ো তাকে হে বিচাৰি আহিছোঁ, (ফুটাই) আজি যে তোমাৰ ঘৰত শৰাধ, সেইটো কথাৰ মই বুজকে পোৱা নাই। বাৰু, তুমি যে বৰকৈ ধৰিছা, অলপ বহোঁ, তেও মোক সোনকালে বিদায় দিয়াঁ।

বৃকো-- নাম-ঘৰলৈ এবাৰ গৈ আহিলে ভাল হয়।

কীৰ্ত্তি-- মোৰ ভিতৰলৈ যাবৰ মন নাই, বাহিৰৰেপৰা বিদায় দিয়া হলে ভাল আছিল, তেও নগলে তুমি ভাল পাবা নে? বলা যাওঁ।

(দুইৰো প্ৰস্থান)

# দ্বিতীয় দৰ্শন

### বৃকোদৰ শইকীয়াৰ নাম-ঘৰ

(কীৰ্ত্তিকান্ত আৰু বৃকোদৰৰ প্ৰবেশ)

কীৰ্ত্তি--শইকীয়া! জলপান কৰিবলৈ যে মাতিলা, সজ দৰৰ এফেৰা আনা ; কালিবেপৰা বজাৰৰ আফিং খাই পেটৰ কামোৰে ধৰিছে।

বৃকো-- (জঁপা কানি এচটা দি) এইয়া ধৰোক।

কীৰ্ত্তি-- (মনে-মনে) জলপানটো ভালকৈ দিছে। আজি দুপৰীয়া ভাত-খোৱাও ভাল নহল; ইয়াবেই ভোক গুচিব। কানি-ফেৰাও ভাল, এতিয়া নেখালে কালিৰ দিনটো ইয়াবেই যাব। এতিয়া যি ফেৰা খাই আহিছোঁ, তাবেই আজি গা বব, এই ফেৰা লৈ যাবহে লাগে. কিন্তু নিচেই নোখোৱাকৈ লৈ যোৱা দেখিলেও সি বেয়া বুলিব। এতেকে এটা বুধি কৰোঁ। (ফুটাই) শইকীয়া, দৰৰ মলিবলৈ, মলা এটা দিয়াঁ।

বৃকো-- ভাল, এই ধৰোক। (মলা-দান)

কীৰ্ত্তি-- (বৃকোদৰে নেদেখাকৈ কানি-ফেৰা মেৰতলিত সুমাই শুদা হাতটো মোহাৰি পানীটোপা খাই জলপান কৰি) শইকীয়া, জল-খোৱা হল, এতিয়া তামোল দিয়াঁ।

বৃকো-- (আধলি এটাৰে সৈতে তামোলৰ বটা আগত থৈ সেৱা কৰি) মোৰ আজি বৰ ভাইগ।

কীৰ্ত্তি-- (মনে-মনে) বামুণ হোৱাৰ অনেক গুণ। বামুণে ভিতৰত যিমান অকৰ্ম্ম কৰোক, বাহিৰত লোকক দেখুৱাই সন্ধ্যা-পূজা কৰি ফোঁটটো লৈ থাকিলেই সকলোৱে পৰা মান পায়। মই যিবোৰ কাম কৰিছোঁ, মোৰ নগুণৰ গোসাঁই কেতিয়াবাই পলাল; তেও বাহিৰত সঁচাই মিছাই সন্ধ্যাটো কৰি ফোঁটটো লৈ থাকোঁ দেখি এটায়ে বামুণ বুলি মানে। কথাতে কয়, বোলে, "লুকাই ৰবীয়া এটাই ; দেখাই ৰবীয়া কেও নাই।" (ফুটাই) কুশল হওক। (তামোল আৰু দক্ষিণা লৈ) শইকীয়া, মই এতিয়া যাওঁ।

বৃকো-- ভাল দেউতা।

(দুইৰো প্ৰস্থান)

# তৃতীয় দৰ্শন

### ফাটকৰ আস্পতাল

কীৰ্ত্তিকান্তৰ চাৰপাইত শয়ন--ৰমজান খাঁ নেটিব ডাক্তৰৰ প্ৰবেশ

ৰম--(কীৰ্ত্তিৰ গাত হাত দি) ই ক্ৰানিক্ ডিচেণ্ট্ৰী, ইয়াক আৰাম কৰা মস্কিল; একিউট্ হোনেসে জলদি আৰাম হয়; তাতে ফেৰ পেশেণ্টঠো আফিমখোৰ। আউৰ ভি একঠো পৰগেটিৰ দেনে হোগা-দেৰেঁগা! এক আওৰ

কেষ্টাৰাইল খোৱা গৰম পানীৰ লগত মিলাই ইস্‌কো পিলাই দে।

কীৰ্ত্তি-- হায় হায়! মোৰ কি কপাল! মই কেলেই বৰ-বিহ খাইছিলোঁ? তাকে নোখোৱা হলে মোৰ এনে দশা হব কিয়? কানীয়াৰ অৱস্থা দেখিয়েই আছিলোঁ, তেও চকু থাকিও খালত পৰিলোঁ। আই-বোপাইয়ে কানি খাবলৈ হাক দিয়াত তেওঁবিলাকৰ হিত কথা মোৰ কাণত যঠীৰ খোঁচ যেন হে লাগিছিল, এতিয়া হে তাৰ মোল বুজিছোঁ। কানিৰ লগতে ধন, বস্তু, মান, আবুৰ, সকলো গল; শেহান্তৰত এপোৱা কানিৰ লোভত মিছা সাখী ওলাই এতিয়া ফাটকত প্ৰাণ যায়। শ-টোও অজাতিয়ে ছুব লগা হল। ইহকালত যে ইমান কষ্ট ভুগিছোঁ, পৰকালতো জীৱটোৰ অসজ গতি কৰিলোঁ, জল-পিণ্ডৰো আশা নাই। মোৰ বেজাৰতে তিৰোতাজনীও মৰিল। সতী-তিৰোতাৰ গিৰীয়েকতকৈ মৰমৰ বস্তু একো নাই, তাক এতিয়াহে জানিলোঁ। মোক কানি খাই ধন উৰুৱা দেখি কেট্‌কেটাই থকাত কুটুমক বেয়া পাইছিলোঁ, আৰু নিচেই নিমৰমিয়াল বুলি ভাবিছিলোঁ। এতিয়া শুনিছোঁ, মই ফাটকত পৰাৰ কথা শুনিয়েই মোৰ ভৈয়াই মূছ্‌কঁছ গল, সেয়ে বনি হৈ দহ দিনৰ মূৰত প্ৰাণ এৰিলে। ইয়াতকৈ আৰু মৰমৰ চিন আন কি লাগে? আই ঐ দেহি ডুখৰি! মোৰপৰা এদিনলৈও সুখ যে নেপালেই, শেহত ময়ে তাইৰ বধৰ ভাগী হলোঁ। মই কুকাম কৰি ফাটকত নপৰা হলে মোৰ ভৈয়াই তেনেকৈ কিয় মৰিব? মোৰ কুটুমে মোৰ ফাটকত পৰাৰ কথা শুনিয়েই দেহকে এৰিলে, মোৰ কেনে লেটেকা জীৱ, তেওঁ মৰা শুনিও মই মৰিব পৰা নাই। তেওঁক ৰোগে পীড়ি ললে, আৰু সৰহ বেলি এই সংসাৰত ললাট নাই, অলপতে মোৰ জীউটিৰে সৈতে লগ লাগিব পাৰিম গৈ। (অলপ ভাবি চাই) হায় হায়! কি আশা কৰিছোঁ? মোৰ কুটুমৰ শুধ জীৱ আছিল, পোনে-পোনে স্বৰ্গলৈ গল। মই পাপীয়ে যিবোৰ কাম কৰিছোঁ, স্বৰ্গৰ ফাললৈ মুখ কৰিবই নোৱাৰোঁ, ৰৌৰৌ-নৰকতহে মোৰ ঠাই হব। কানি, তোৰ ভাল মহিমা। তই মানুহৰ ইহকাল, পৰকাল দুইকো নষ্ট কৰ। আমাৰ দেশৰপৰা এই কালকূট কেতিয়া দূৰ হব ? সিদিনা যে ইস্কুল-পণ্ডিতে ফকৰাটো মাতিছিল, সি সঁচা,

"কেপা-কানি বিহ্‌ৰ শেষ।
কানীয়াৰ নাই জ্ঞানৰ লেশ।।
হায় হায়! কি ঘোৰ ক্লেশ।
কানিয়েই খালে অসম দেশ।।"

উস্‌! এই ঠেংটো দেখোন লৰাবই নোৱাৰোঁ, সেই ফাল মৰিল হবলা, (অলপ মান বৈ)) হয়, ঠেঙৰ ফাল মৰিল; গ্ৰহণী-ৰোগ দেখি হে জ্ঞানটো আছে। গ্ৰহণী ৰোগত মৰিবৰ যোগীৰো বাঞ্ছা বুলি যে মানুহে কয়, তাৰ এয়েহে কাৰণ-- মৰিবৰ সময়লৈকে জ্ঞান নুগুচে। এতিয়া সকলো কথা এৰি ঈশ্বৰৰ নামহে লব লাগে, ৰাম-কৃষ্ণ, ৰাম-কৃচ্- (অমাত)

(সকলোৰে প্ৰস্থান)

সম্পূৰ্ণ

১। বাহিরর ফাল রং চং

২। দেখিবলৈ ভাল।

৩। ভিতরর ভাগ কিন্তু।

৪। নরকর খাল।

# বাহিরে রং চং, ভিতরে

# কোৱাভাতুরী

শ্রীসোণারচাঁদ ডেকাবরুবার দ্বারা ভণিত।

দ্বিতীয় তাঙ্করণ।

শত্রোরপি গুণাঃ বাচ্যাঃ
দোষ বাচ্যাঃ গুরোরপি।

গুবাহাটীর

চিদানন্দ-যন্ত্রত

শ্রীরামদেল শর্মার দ্বারা ছপা হল।

শক ১৭৯৮ ভাদ্র।

মূল্যঃ- চারি আনা মাত্র

## লেখকর নিবেদন।

১৭৮৮ শকত এই পুথি প্ৰথমে প্ৰকাশিত হয়। তেতিয়া সকলোৱে ইয়াক উচিত সমাদৰ কৰিছিল। এতিয়া বহু দিন হল ই একেবাৰেই দেখিবলৈ নাইকিয়া হৈছে। অনেকে ইয়াক বিচাৰিও পোৱা নাই। এতেকে কোনো কোনো কথা অলপ লৰ-চৰ কৰি এই পুথি আকও ছপোৱা হল। অনুমান কৰোঁ আগেয়ে যি সকলে ইয়াক পঢ়ি ৰং পাইছিল, সি এতিয়াও তেওঁ বিলাকৰপৰা আগৰ সমানে অনুগ্ৰহ লভিব; আৰু আন আন পাঠক সকলেও তাক ঘিণ নকৰে।

লেখক

ইয়ার নামটির অর্থ, যে ইয়ার নিজ গুণতে ভালৰূপে খাটে, তাক মই আঁসে মাতিব নোৱাৰোঁ; কিন্তু যদিও কপটাচারর সম্পূর্ণ প্রতিমূর্ত্তি ইয়াত তুলিব পরা নাই, তথাপি তার সকলো অঙ্গর কিঞ্চিত্ আকৃতি ইয়াত দেখিবলৈ পাবা; তাতে তার ভয়ঙ্কর কুৎসিত আকার লোকর আগত প্রকাশিত হোৱাত তুমি অৱশ্যে সন্তুষ্ট হবা, তাত মোর একো সংশয় নাই।

গুৱাহাটী<br>
১ম ভাদ্র ১৭৮৮

তোমার সরল বন্ধু<br>
শ্রীসোণারচাঁদ ডেকাবরুৱা*

---

* এইখন উচর্গার দ্বিতীয় পিঠি (দুই অনা)। পথম পৃষ্ঠাটো(এক অনা) লণ্ডনর পরা পোৱা নগল। পুথিখন সোণারচাঁদ ডেকাবরুৱাই তেওঁর পরম বন্ধু লক্ষ্মীলাল বরু.. (কনকলাল বরুৱার পিতৃ) উৎসর্গ করে- সম্পাদক, হে.ব.ৰ।

# বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী।

## পাতনি।

আপোনাৰ গালৈ নেচাই লোকৰ দোষ বিচৰা মানুহৰ স্বভাৱ; এই কাৰণ এইটি দোষ নথকা মানুহ পোৱা টান।- সকলো মানুহে আপোনাৰ ডাঙ্গৰ দোষকো ঢাকি লোকৰ অলপ ভৰি পিছলিলে, তাকে এহেজাৰ মুখেৰে বখানি ফুৰে;- কোনো মানুহৰ গাত এই দোষটি কম, কোনোৰ গাত সৰহ; ইমানহে প্ৰভেদ। কিন্তু আমাৰ দেশত পাচত কোৱা বিধৰ লোক অধিক; যি ফালৈকে চোৱাঁ, সেই ফালেই আপোনাক শুচি, জ্ঞানী, ধৰমী আৰু জগতত আন আন যিবিলাক সজ গুণ আছে, সেই সকলোবিলাকেৰে ভূষিত; কিন্তু আনক অশুচি, অজ্ঞানী, অধৰমী আৰু অনাচাৰী বুলি ভবা মানুহকেহে দেখিবা। এইটো কথা আমাৰ দেশত এনেহে প্ৰবল, যে সি আপোনাৰ বঙ্গহ বেলেগতীয়াৰে সৈতে খোৱা-বোৱাকো গুচাইছে। কিন্তু যিসকলে আপোনাক ইমান ধোবাই ধোৱা কাপোৰ বা গঙ্গা-জলৰ নিচিনা নিৰ্ম্মল ভাবি লোকক, আনকি? আপোনাৰ মিতিৰ কুটুমকো ঘিণায়, তেওঁবিলাকৰ গা, যে ধোবাই বিলাতী চাবোনেৰে ধুইও গুচাব নোৱৰা চেকা আৰু অশুচি বস্তুৰে ঢকা হৈ আছে, তাঁলৈ এবেলিও চকু মেলি নেচায়। সংক্ষেপকৈ কব লাগিলে তেওঁবিলাক "বাহিৰত পৰম ধুতি, ভিতৰত পাপৰ সুঁতি"। আৰু "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী" এই পটন্তৰটি তেওঁবিলাকত উত্তম ৰূপে খাটে। এতেকে সেই কথাৰ দৃষ্টান্ত স্বৰূপে এই সৰু পুথি খানি লিখা গৈছে। জ্ঞানী ডাঙ্গৰীয়া সকলে সেই বাবে আমাক খং নকৰিব। কিয়নো ইয়াত কোনো বিশেষ মানুহৰ প্ৰতিমূৰ্ত্তি তোলা আমাৰ উদ্দেশ্য নহয়, কেৱল সকলো কপটী মানুহে যেনে আচৰণ কৰে তাকে মাথোন বৰ্ণনা কৰা যাব।

## স্বৰ্গৰ দুৱৰী গোবৰ্দ্ধন দেউ আতাৰ চৰিত্ৰ

কোৰখনীয়া সত্ৰৰ গোবৰ্দ্ধন-দেউ আতা পৰম বৈষ্ণৱ, কংসৰজাৰ চন্দন-যোগাঁতী কুঁজী বাইৰ বংশত জাত, সাক্ষাত গুৰু জনৰ পৰা পৰমাৰ্থৰ ভাগ-পোৱা গোপীনাথ-দেউ আতাৰ পৰি-নাতি। ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী তিনি খানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ, ইয়াত বাজে গুণমালা, ভটিমা, চপয়, টোটয়, এইবিলাক হলে মুখে আখে ফুটাদি ফুটে। বৰ-গীতত গোসাঁই-দেউ এনেহে পাৰ্গত, যে তেওঁ পুৱতীয়া নিশা গীত ধৰিলে ওচৰৰ গছ, গছনিয়েও পাত লৰোৱাৰ চলেৰে তাল ধৰে, আৰু কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে। গোসাঁই ঈশ্বৰৰ উপৰি-পুৰুষ সকল তিৰী-লগীয়া আছিল, কিন্তু গোসাঁই-দেউৱে মধুপুৰ থানৰ ধূলা-মালা লৈ নিৰ্ম্মল উদাস-ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰী জাতিৰ মুখকে নেচায়, আনকি? তিৰী-লগীয়া ভকতে অনা জলকো গ্ৰহণ নকৰে। প্ৰভুৰ উপৰি-পুৰুষসকলৰ বৰ মহিমা আছিল; তেওঁ বিলাকৰ এজনৰ মহিমা দেখি কালশিলা নদীয়ে মানুহৰ ৰূপ ধৰি শৰণ ভজন লৈ কৰৰ বাবে বছৰি পাঁচ বুৰি কালচাপৰ কণী যোগাইছিল। আমাৰ গোসাঁই দেউৰো মহিমা অলপ নহয়, এতিয়া কলিৰ কাল বুলিও কিষ্কিন্দাৰ বান্দৰৰ ৰজাৰ কোঙৰ এজনাই গোসাঁই দেউৰ ঠাইত মালা মন্ত্ৰ লৈ বছেৰেকত তিনটা লঙ্কাৰ কণ্মৌ কৰ দিয়ে। গোসাঁই দেউ "মহাপুৰুষ গুৰুৰ শুধ সত পথৰ" পৰা একাঙুলো লৰ-চৰ নহয়,"অন্য দেবী দেউৰ" নাম মুখেৰে লোৱা থাকোক কাণেৰে শুনিলেও কাণত সোপা দিয়ে, "অইন দেবী দেউৰ" নামেৰে মানুহৰ নাম থাকিলে তাক সলাই "কালীৰামক" "মহীৰাম", "দুৰ্গাৰামক" "দহহতীয়া ৰাম", "শিৱনাথক" "জটীয়া" নাথ বুলিহে মাতে। প্ৰভুৱে তিনিটি প্ৰসঙ্গ নকৰাকৈ পানী এটোপাকে ভোজন নকৰে আৰু আঁউহী একাদশী হলে পাঁচ কঠা আৱৈ চাউলৰ কেঁচা পিঠা-গুড়ি আৰু তাৰে জোখাই গুড় গাখীৰত বাজে আন একো নলয়। গোসাঁই দেউ "বাক-সিধ," যি বোলে সেইয়ে হয়, এবেলি এজন ভকতে কিবা দায় কৰাত, "হতশ্ৰী হো' বুলি শাউ দিছিল,গোসাঁই দেউৰ সেই "বজ্ৰ বাইক" পৰিবৰ পৰা ভকত জনে ডেৰ কুৰি বছৰ মাথোন টানিলে। গোসাঁই দেউ ধৰ্ম্ম শাস্ত্ৰত বৃহস্পতি, ঘোষা ৰত্নাৱলীত যিবিলাক টান কথা আছে, সেইবিলাকৰ মুহূৰ্ত্ততে সংশয় ছেদ কৰি দিয়ে। এবেলি এজন পৰমাৰ্থ বস্তুলৈ আশা কৰা ভকতে কুৰাল-গুৰি সত্ৰৰ নাম-ঘৰত ভাগতী বাপুৱে কৃষ্ণৰ লীলা কথন কৰোঁতে ভকত সকল প্ৰেমত বাগৰি ফুৰা দেখি তেৰোঁ দুবাৰমান মাটিত লেটি ললে; পাচে নাম-ঘৰলৈ পিঠি দিলতে কৃষ্ণৰ চৰিত্ৰ সকলো খিনি গাৰ ঘামে সৈতে মনৰ পৰা মাৰ গল, কেৱল "বৃন্দা বিপিনে" এই দুটি কথা জানিবা সত্ৰৰ পাচ ফালে গৰু চৰোৱা ঠাইৰ এচুকত লাগি ৰল। কিন্তু সেই বাক্য ফেৰিৰ ভাৱাৰ্থত অলপ সংশয় হোৱাত তেওঁ গোসাঁই ঈশ্বৰৰ গুৰিলৈ গৈ সেৱা কৰি মাত লগালে "পৰ্ভু ঈস্পৰ ! বিৰিণা বুলিলে জানিবা বিৰিণা বনকে বুজায়, তাক সদায় দেখিয়েই আছোঁহঁক, এতিয়া "বিপিনা বুলিনো কি"? তাতে গোসাঁই-দেউৱে গম্ভীৰ ভাৱেৰে উত্তৰ দি বুলিলে, "আতে ৰাম সজ সোধা গৈছে, বিপিনা বুলি বিৰিণাৰ কোমল কেওঁখিনি, ই বৰ গূঢ়াৰ্থ সকলোৱে সম্ভেদ নেপায়"। আমাৰ প্ৰভু "ঈস্পৰে" বিদ্যাৰ কিমানলৈ ভেদিছে এইয়ে তাৰ চিন।

ভকত সকলে আগৰে পৰা চলি অহা সদাচাৰত প্ৰবৰ্ত্তেনে, তাৰ ইফাল সিফাল হয়, নাম প্ৰসঙ্গতকৈও আমাৰ গোসাঁই দেউৱে তালৈ অধিক চকু দিয়ে; কিয়নো তাৰপৰা অকল ভকত সকলৰ তৰিবৰ উপায় হয়, এনে নহয়, তেওঁবিলাক সত্ৰৰ নীতি নিৰ্ব্বন্ধৰ পৰা লৰ-চৰ হোৱা ধৰিব পাৰিলে ৺থানৰ এফেৰি লাভ আছে, আন নহলে তেও "শলা বস্তিৰ" ধন ফেৰি ওলায়। এবেলি এজন ভকতে ফুৰা গাৰে গুৱা ভোজন কৰাৰ কথা আন আন ভকত সকলে কোৱা-কুই কৰাত সেই কথা গোসাঁই-দেউৰ কাণত পৰিল। তাতে ভকত জনৰ জীৱটিৰ অসগতি হয় বুলি বৰ ভাবিত হৈ কেৱলীয়া ভকতসকলক চপাই গোসাঁই ঈশ্বৰে মহা সোধ পাতিলে, সোধত পদ-প্ৰমাণেৰে সেই কথা সঁচা

নোহোৱাতো, আতৈ জনৰ জীৱৰ কল্যাণ আৰু অপবাদৰ পৰা গাটি শুচি হ্বৰ কাৰণে ৮থানলৈ কুৰি টকি ৰূপৰ বাব দিবৰ আজ্ঞা হল, আৰু তেওঁ তাকে নিদিলে মানে তেওঁক পাচলৈ হাত কৰি বান্ধি বেলি-মুৰাকে পেলাই থোৱা হৈছিল। এই ৰূপে আমাৰ "প্ৰভু ঈশ্বৰে" কত ভকতৰ গা শুদ্ধ কৰিছে তাৰ লেখ নাই। পাপ এটা সোঁচৰা ব্যাধি, নিষ্পাপী মানুহ পাপী মানুহৰ ওচৰ চাপিলেই পাপে জাঁপমাৰি নিষ্পাপী মানুহৰ গাত উঠে। যি শিষ্যে জানি বা নেজানি "প্ৰভু ঈশ্বৰৰ," দায় লগায়, তাতকৈ পাপী কেও নাই। এই কাৰণ সি দায় নভঞ্জায় মানে, তাৰ পাপ আনৰ গাত সোঁচৰে বুলি প্ৰভু ঈশ্বৰে তাৰ দুৱাৰ- মুখত টাব চিলিঙ্গি মাৰি আন শিষ্যক সেই জগৰীয়া শিষ্যেৰে সৈতে জুই পানীৰো ব্যৱহাৰ কৰিবলৈ নিষেধ কৰি থয়। শিষ্যৰ জীৱটি কেনেকৈ উদ্ধাৰ হব, প্ৰভুৱে সদায় তাকেহে চিন্তে, তাতে শিষ্যৰ ভাল বস্তু এটি দেখিলেই কেতিয়াবা তাৰ প্ৰতি দয়া কৰি সেই বস্তুটি "গ্ৰহনীয় ভাব কৰিবলৈ "মহাপ্ৰভুৰ ইছা জনমে;" বস্তুটি "দুখানি চৰণত" শোধালে ইহ-পৰলোকত শিষ্য জনৰ কল্যাণ হয়; তাকে নকৰিলে তাৰ নৰকৰ পৰা নিস্তাৰ নাই। আমাৰ প্ৰভু জগন্নাথ যি খানি শিষ্যৰ গাঁৱত সোমায় তাৰ "কল্মষ" গুচাবৰ নিমিত্তে তাক মাউৰে চোঁছা পেটতকৈও নীৰস কৰিহে এৰে। "দুখানি চৰণে", এবাৰ শিষ্যৰ গাৱঁত ধূলি পেলাই সকলোকে পবিত্ৰ কৰিবলৈ গৈছিল; গাওঁ পাই শুনিলে, সেই গাঁৱৰ মেধিৰ এজনী ভাল গাই আছে, তাতে মেধিৰ পৰম ভাগ্যৰ গুণে তেওঁৰ প্ৰতি প্ৰসন্ন হৈ "আতা ঈশ্বৰে" গাইটিলৈ এনেহে "ইছা" কৰিলে, যে তাকে নেপালে চাউল সিজোৱাই নহয়। এই কথা আলধৰা আতৈয়ে গৈ মেধিত কলে, মেধি বিমোৰ! গৰু নিদিলে গোসাঁই ঈশ্বৰৰ ভোজন নহয়, গৰু জনীও মৰমৰ দিবলৈ গাই নসয়। কিন্তু গোসাঁই ঈশ্বৰ লঘোনে থাকিলে, গৰু কি বস্তু? দেহ প্ৰাণৰে সৰ্ব্বনাশ! এই বিলাক কথা ভাবি চাই এফেৰি অৰিহণাৰে সৈতে নাম ঘৰৰ খুঁটাত গৰুজনী বান্ধি দিলত হে প্ৰভু জগন্নাথে দুপৰীয়া ভোজন কৰিছে।

### গোবৰ্দ্ধন গোসাঁই নগৰলৈ অহা<br>আৰু মৰ্কটেশ্বৰ ফুকনৰ ঘৰত<br>নিবাস লোৱা।

লোভৰ মান দুষ্ট বস্তু নাই, ই কি সন্ত, কি মহন্ত, সকলোকে বশ কৰে। আমাৰ গোসাঁই ঈশ্বৰ যদিও সাক্ষাত ধৰ্ম্ম-মূৰ্ত্তি আৰু পৰমাৰ্থৰ ভঁড়াল আছিল, তথাপি লোভৰ হাত সাৰিব পৰা নাছিল; তাতে কোনো এজনৰ এডৰা ৰোৱাতী মাটি আপোনাৰ ধৰ্ম্মোত্তৰৰ ভিতৰৰ বুলি এখান মিছা তামৰ ফলি উলিয়াই গোচৰ পাতিছিল, আৰু সেই গোচৰৰ কাৰণে গোসাঁইদেউ নগৰলৈ আহিছিল। তাকে মৰ্কটেশ্বৰ ফুকনেৰে চিনাকী হৈ তেওঁৰ টোলতে বহা কৰিলে। মৰ্কটেশ্বৰ ফুকন এই দেশৰ এঘৰ ডাঙ্গৰলোকৰ সন্তান, ৰজাৰ দিনত কেইবা খানো বৰ বিষয় খাইছিল, এতিয়া পেন্স্যন পায়। পূৰ্ব্বে তেওঁ তন্ত্ৰৰ মতত প্ৰবৰ্ত্তিছিল, কিন্তু আমাৰ গোসাঁইদেউৰ এনেহে পৰমাৰ্থৰ বল, যে তেওঁক লগ পাবৰে পৰা তেওঁৰ মন একে বাৰেই পালটিল, তাতে তেওঁ তন্ত্ৰ-মন্ত্ৰ সকলোকে কাতিকৈ থৈ মহাপুৰুষ গুৰুৰ এজন শুদ্ধ সেৱক হৈ পৰিল, ভোৰ-তালৰ কোবত গছৰ পাত সৰাবলৈ ধৰিলে। এওঁতকৈও এওঁৰ গাভৰু দেও জনাৰ ভক্তি-হে চাৰ। তেওঁ নিতৌ গোসাঁই দেউৰ মুখে কৃষ্ণৰ লীলা শুনি ভক্তি ৰসৰ সোৱাদ পালে আৰু পৰমাৰ্থৰো মৰ্ম্ম বুজি ললে। এইৰূপে থাকোঁতে থাকোঁতে গুৰু শিষ্যে দুইকো দুইও চিনিপাই প্ৰেমভাব উপজিল। গোসাঁই দেউৱে নতুন শিষ্যৰ ভক্তিত তুষ্ট হৈ পূৰ্ব্বে কৃষ্ণৰ বিবিলাক লীলাৰ কথা শুনাইছিল, পাচত ঘৰতে বৃন্দাবন পাতি সেই বিলাক লীলা দেখাই

দিবলৈ ধৰিলে; বস্ত্ৰ-হৰণকে আদি কৰি মান ভঞ্জনলৈকে লাহে লাহে সকলো লীলা সাজকৈ দেখালে। কুৰুন দেৱে এই সকলো লীলা খেলার কথা জানিও সম্ভৱ, বিশেষত গুৰুৰ মনত কোপ হয় বুলি ভয়ত বাধার চেষ্টা কৰিবলৈ সাহ নহল, "আসল" ৰাধার গিৰিয়েক অভিমুন্য গুৱালৰ নিচিনাকৈ "নকল" ৰাধাৰ প্ৰেম দেখি তেওঁ ভোল হল; বৰং গাভৰু-দেৱে এনে জনা পৰম বৈষ্ণৱৰ প্ৰিয় শিষ্য হৈ পৰমাৰ্থৰ গুৰি-মাৰি লোৱাত আপোনাকো ধন্যহে মানিলে; আৰু আপোনাৰ পুণ্যৰ ফলেৰে নোৱাৰিলেও আইচু দেওৰ পুণ্যৰ ফলেৰেই যেন তৰি যাব পাৰিব, একে বেলি মনত এটা আশাও কৰিছিল। বিশেষ তেওঁৰ পুত্ৰ নাছিল, এই কাৰণ গাভৰু দেওঁলৈ সাধু জনাৰ ইমান অনুগ্ৰহ ভাব হোৱা দেখি বুঢ়া কালত পুত্ৰৰ মুখ দেখিবলৈ পাম বুলি তেওঁ মনত বৰ ৰং পাইছিল। ইয়াত বাজে আইচু-দেওৰ গাত বীৰাৰ পাক এটা আছিল, গোসাঁই দেউৰ আশ্ৰয় লবৰ পৰা সেইটি গুচিল, এই কাৰণ তেওঁৰ মনৰ সন্তোষ সকলো সীমাৰ পাৰ হৈছিল।

---

**ভগেশ্বৰ বৰুৱাৰ চৰিত্ৰ। তেওঁৰ সভা-বৰ্ণন।**
**গোসাঁই-দেউৰ সভালৈ গমন আৰু শাস্ত্ৰালাপ।**

ভগেশ্বৰ বৰুৱা তিনিও মোতালকৰ চিৰস্তাদাৰ, চাহাবৰ বৰ খাটনিয়াৰ, অকল তেৱেঁইহে চাহাবৰ খাটনিয়াৰ এনে নহয়, তেওঁৰ ঘৰৰ বোন্দামেকুৰীটি পৰ্য্যন্ত চাহাবৰ প্ৰিয়, এই কাৰণ তেওঁ যিহকে কৰোঁ বোলে, তাকে কৰিব পাৰে, বিদ্যাত হলে "বৃহস্পতি", সেই কথাত তেওঁৰ কালে নিতৌ "শ্ৰীপঞ্চমী" বুলিলেও বৰ মিছা কোৱা নহয়। কিন্তু ডাঙ্গৰীয়া আন সকলোতকৈ এটা বিদ্যাত বৰ পাৰ্গত, তাৰ নাম "লোটনি"। এই বিদ্যাত তেওঁ এনেহে পণ্ডিত, যে "হাকিমসকলৰ" ভৰিৰে তেওঁৰ হাতৰে বিচ্ছেদেই নাই, আৰু অকল এই বিদ্যাৰেই সকলো হাকিমক বশ কৰে। বৰুৱা দেওৰ গুৰিটোহে বৰ "বিশিষ্ট" নহয়; কিন্তু তেওঁ তাক ঢাকিবৰ উপায় নকৰি থকা নাই। আমাৰ দেশৰ সামান্য মানুহে এটা ডাঙ্গৰ কাম পালে, আগৰ হীন অৱস্থালৈ তাৰ ঘিণ লাগে, আৰু তাক লুকাবৰ মনেৰে পুৰণি ডাঙ্গৰ খিতাপ এটাৰে খ্যাত হবলৈ যতন কৰে। আমাৰ বৰুৱা দেৱে সেই বুধিটি জানিছিল। আমাৰ দেশৰ মানুহবিলাক খাটনি-লোটনিত বৰ পটু, আৰু যেনে মাছ দেখে, তেনে জাল গাঁথিব পাৰে। বৰুৱা দেও যদিও আগেয়ে ঘৃণাৰ পাত্ৰ আছিল, তথাপি এতিয়া ডাঙ্গৰ বিষয় পোৱাত বিশেষ চাহাবৰ খাটনিয়াৰ হোৱাত তেওঁত সকলোৱে ইষ্ট গুৰুৰ নিচিনাকৈ ভক্তি কৰিবলৈ ধৰিলে। কোনো একো জন ভদ্ৰ লোকে কয়, ডাঙ্গৰীয়া শুদা শক্তিৰ লোক নহয়, যোগ-ভ্ৰষ্ট পুৰুষ, সাক্ষাত ঈশ্বৰ মূৰ্ত্তি, নহব কিয়? 'শুচিনাং শ্ৰীমতাং গেহে যোগ-ভ্ৰষ্টোভিজায়তে'। এনে কথা শুনিবলৈ ডাঙ্গৰীয়াই বৰ ভাল পায়, আৰু কোৱা জনলৈ প্ৰসন্ন হয়। ইয়াকে দেখি আমাৰ মানুহবিলাকে সেই বিষয়ত বৰ পাৰ্গতালি দেখাই আপোনাৰ কাৰ্য্য সিদ্ধি কৰিছিল। এজন গুচৰীয়া ভকতে এদিন ৰাতি-পুৱা লৰি আহি ডাঙ্গৰীয়াৰ ভৰিত দীঘল হৈ পৰি কবলৈ ধৰিলে, "দেউতা ঈচৰ বন্দীক ৰইখা কৰক, বন্দীয়ে বৰ অপৰাধ কৰিছোঁ। কালি কেনেবাকৈ নেদেখাত দেউতা ঈচৰৰ ঘৰমত জুটি মাৰিলোঁ, তাতে ৰাতি শুই থাকোঁতে হাতত সোণৰ লাখুটিৰে শুকুলা বস্ত্ৰ পিন্ধা পকা-থেকেৰা যেন বৃধ লোক এজনা আহি "তই মোৰ ঘৰম কিয় গুৰিয়ালি" বুলি বন্দীক গচকা মাৰি ধৰিলে। বন্দীয়ে সপোনতে অনেক কাকুতি মিনতি কৰাত এৰি দি কলে বোলে "মই কোন চিনিছনে?" তাতে ভয়ত কঁপি কঁপি বন্দীয়ে বুলিলোঁ, "প্ৰভু আমি পথালি-চকুৱা মনিচ, প্ৰভুক কেনেকৈ চিনিম?" এই কথা শুনি মিচিকিয়াই হাঁহি দেউতা ঈচৰৰ নাও কাঢ়ি কলে, "তেৱেঁই মই, তেওঁক শুদালোক যেন নেদেখিবি, আৰু তই, যে তেওঁৰ ঘৰমত ভৰি লগালি এই বোধে তেওঁৰ আগত দীঘল হৈ পৰগৈ, তাতে এতিয়া দেউতাই ৰইখা কৰিলেহে হয়"। ইয়াকে শুনি ডাঙ্গৰীয়াৰ তালৈ বৰ প্ৰসন্ন হল, আৰু এই কথা যেন তেওঁ জানি আছিল, এনে ভাবেৰে অলপকৈ দাঁত কেইটি উলিয়াই গম্ভীৰ-ৰূপে বুলিলে "বাৰু কেথা

কৰিলোঁ যা"। তাতে ভকত জনে ভক্তিভাৱে ডাঙ্গৰীয়াৰ "শ্ৰীচৰণৰ" ধূলি লৈ উঠি গল আৰু সেই ধূলাৰ প্ৰসাদতে গোঁচৰো জিকিল। এনে বিলাক কথা শুনি শুনি ডাঙ্গৰীয়া "ওফন্দি গঙ্গা টোপ" হল আপোনাক শিৱ কি বিষ্ণুৰ পূৰ্ণ অৱতাৰ বুলি ভাবিবলৈ ধৰিলে, এই কাৰণ কোনো কথাৰ সঁচা মিছা নিশ্চয় কৰিব লাগিলে, তাৰ আন সাক্ষী নিবিচাৰে, তেওঁৰ "চৰণত" ধৰি শপত খাবলৈ আজ্ঞা কৰে।

এদিন ডাঙ্গৰীয়া বৰচৰাত এযোৰ জাঁপপাটিটৰাত একাঁঠু মান ওখ এটা বৰ গাঁৰু লৈ কিলিং নৈৰ বালিত বৰ ঘঁৰিয়ালটোৰ দৰে পৰি আছে, পাৰিষদ সকলে চাৰিও ফালে শক শগুণে বেৰাদি বেৰি আছে। ডাঙ্গৰীয়াৰ চকু কদাচিত হে আধা মানেই মুকলি হয়। আমাৰ দেশৰ মানুহে ভাবে, যে আপোনাৰ গাটো দুৰ্ব্বল, ৰুগীয়া আৰু সুকোমল বুজাব পাৰিলেহে বৰ মানুহ বোলাব পাৰি। এই কাৰণে অনেকে হাত থাকোঁতেও কোঙ্গা, ভৰি থাকোঁতেও খোৰা, আৰু বল থাকোঁতেও দুৰ্ব্বল যেন দেখাই ফুৰে। আমাৰ ডাঙ্গৰীয়াও সেই বিধৰ লোক, আগেয়ে যে আহাৰ মহীয়া ৰদত পথাৰে পথাৰে ফুৰাতো গাই কেৰেপ নকৰিছিল, এতিয়া সেইটো অৱস্থা একেবাৰেই পাহৰি বৰ মানুহ বোলাবৰ আশয়েৰে মাজে মাজে একোটা হামি মাৰিছে, আৰু মূৰত হাতটো দি বুলিছে, আজি কাছাৰিৰ পৰা এফেৰি বেগাই আহিলোঁ, তাতে মূৰৰ বিষে ধৰিছে। ইয়াকে শুনি একুৰিমান পাৰিষদে ডাঙ্গৰীয়াৰ আগৰ অৱস্থা যেন দেখাই নাই, এনে ভাৱেৰে একেবাৰেই মাত লগালে "দেউতা ঈশ্বৰৰ সুকোমল শৰীৰ, অলপ দুখেই বৰ দুখ, অলপ মান নিদ্ৰা কৰক, তেহে গা স্বস্থ পাব"। ডাঙ্গৰীয়াই তাতে হৰিভৰ দি আমৰা গুটি দুটি ছালেৰে ঢাকিলে।

ইফালে ডাঙ্গৰীয়াক শোৱা দেখি পাৰিষদ সকলে নানা কথাৰ আলাপ কৰিবলৈ ধৰিলে। আমাৰ দেশৰ প্ৰায় মানুহে লোকৰ নিন্দা-কুচ্ছা কৰাত বৰ ৰং পায়, দুটামানুহ একে ঠাই হলেই লোকৰ নিন্দা উলিয়ায়, পৰৰ নিন্দাত বাজে আন আলাপ কৰিবই নেজানে, বুজি চোৱাঁ যদি, সিবিলাকে লোকক যিবোৰ কথাৰ বাবে নিন্দা কৰে, তেওঁবিলাকৰ তাতকৈও বঢ়া কথা আছে, কিন্তু তেনে ভাবে তেওঁবিলাকৰ মনত চক্‌মকো নকৰে। পাৰিষদ বিলাকৰ এজনে মাত লগালে, "বৰ কটকীৰ ঘৰৰ বিদ্যাধৰ বোলা লৰাটো গুচিল, সি শুচি, অশুচি, ধুতি, বিধুতি একো নিবিচাৰে, গধূলি গাটো ধুবলৈও এৰিলে"। আন এজন মহাপুৰুষে প্ৰতিধ্বনিৰ দৰে মাতি উঠিল " আজি-কালি ইস্কুলত পঢ়া লৰা কোনটোৰ নো ধুতি বিধুতি জ্ঞান আছে? সিহঁতে কয় বোলে মিছা কথা কোৱা, ভেঁটী খোৱা, বিভিচাৰ কাম কৰা, এই বোৰহে পাপ, বিধুতিয়ে খোৱাটোনো, কি প্যপ"? সেই সভাতে এজন পণ্ডিতো আছিল, তেওঁৰ বিদ্যাৰ এনেহে পৰাক্ৰম, যে তেওঁৰ ভয়ত আই সৰস্বতীয়ে দেশকে এৰিছে। এই বিলাক কথা শুনি তেওঁ পণ্ডিতালি প্ৰকাশ নকৰি থাকিব নোৱাৰিলে, দুৰ্ব্বাসা মুনিৰ নিচিনা খঙ্গেৰে মাত লগালে, "কটা কৃষ্টায়নহঁতে শাস্ত্ৰৰ কথা জানিলেহে হয়, শাস্ত্ৰত লিখিছে, ৰজাৰ ঘৰলৈ, বেজৰ ঘৰলৈ, ডাঙ্গৰ লোকৰ ঘৰলৈ 'ৰিক্ত হস্তে নগন্তব্যং' শুদা হাতে যাবই নেপায়। ডাঙ্গৰ লোকে ভেঁটী খালে কি দোষ? কোনো সময়ত মিছা কবৰো শাস্ত্ৰত বিধান আছে। বিভিচাৰ কামৰ, যে কথা কয়, ডাঙ্গৰ লোক বুলিলেই অলপ ক্ৰীড়া কৌতুক কৰিবই লাগে। স্বৰ্গত ইন্দ্ৰাদি দেৱতা সকলেও তেনে কাম কৰে, আৰু ইকি পাপ? তিনটা সন্ধ্যা যি উপাসা কৰে, তাৰ গুৰিলৈ এনে পাপ চাপিব পাৰেনে? অঘ-মৰ্ষণতে কোটি কোটি পাপ নষ্ট হয়। সিহঁত জধামুৰ্খ, সিহঁতে আমাৰ শাস্ত্ৰৰ কি বুজ পায়? আমি এই বুঢ়া কেইটা, বিশেষকৈ এই ডাঙ্গৰীয়াসকল থাকে মানেহে আমাৰ দেশত ধৰম থাকিব, ই সকলৰ পাচতে এটাইবোৰ কৃষ্টায়ন হব। নহব কিয়? শাস্ত্ৰৰ কথা মিছা হবনে? ভবিষ্য পুৰাণত লিখিছে 'ইস্কুলে নিস্কুলো ভবেৎ', যেতিয়াই আমাৰ দেশত ইস্কুল হবলৈ ধৰিলে, তেতিয়াই জানিছোঁ, আমাৰ দেশী লোকৰ জাতি নেথাকে। কটা কৃষ্টায়নহঁতক মুখৰ কথাৰে নোৱাৰি, ৰা-বাঁহ দি গচকা মাৰি ধৰি তিনি কুৰি মান চমটাৰ কোব মাৰিলেহে সিহঁতৰ যুতি লাগে"।

এই ৰূপে কথোপকথন হৈ থাকোঁতেই গোবৰ্দ্ধন দেউ অধিকাৰ উপস্থিত হল গৈ। গোসাঁইক দেখি সকলোৱে

আন্তৰ্ব্যন্তকে বহিৰঁলে কলে। আলধৰাই থজা পাৰি দিলে, গোসাঁই দেঁউ, "মহাপুৰুষ গুৰু" বুলি তাতে বহিল। মহন্ত আহিবৰ গম পাই ডাঙ্গৰীয়াই অলপকৈ চকু মেলিলে, তাতে গোসাঁই দেঁউৰে শুকান দমনা আৰু বনমালাপাতৰ মেৰ বান্ধি থকা ঢোঁৰাত সাপটি যেন ঢোপ এধাৰি শৰাইয়েৰে আগ বঢ়াই দিলে। ডাঙ্গৰীয়া এজন উঠন ভকত, নামঘৰত হৰিকীৰ্ত্তন কৰোঁতে প্ৰেমে ধৰি পেট কামুৰীয়া মানুহৰ দৰে বাগৰি ফুৰে। ভোৰতালৰ কোবত ওচৰত থাকিবৰ মানুহৰ সাধ্য নাই, কিন্তু ভগৱন্ত হলে প্ৰসন্ন হৈ আগতে ওলায়হি। সাধু মহন্তত ডাঙ্গৰীয়াৰ বৰ ভক্তি। বৈষ্ণৱৰ ধূলা নোলোৱাকৈ ডাঙ্গৰীয়াই ভোজনকে নকৰে, এই কাৰণ মহন্তক দেখিয়েই "নমঃ কৰি" নিৰ্ম্মালি শিৰত ললে, এনেতে আকও চকু মুদ গল।

ডাঙ্গৰীয়াৰ টোপনি দেখি পাৰিষদ সকলে গোসাঁই দেৱেৰে সৈতে শাস্ত্ৰৰ আলাপ কৰিবলৈ ধৰিলে। গোসাঁই শাস্ত্ৰৰ কল্পতৰু, আই সৰস্বতীৰ ভতিজা পুতেক। শাস্ত্ৰৰ কথা শুনিলেই মুখ শুকাই কৰাই খোলা যেন হয়, কথা কওঁতে জিভা দোৱোল নেখায়, এই দেখি কোনো মতে মান ৰাখি পলাবৰ উপায় চিন্তিছে, এনেতে ভকত চৰণ ডেকাবৰুৱাই মাত লগালে "গোসাঁই দেঁউ! আমাৰ মনত এটা আশঙ্কা আছে, কোনেও ভাঙ্গিব পৰা নাই, আপুনি কৃপা কৰি ভাঙ্গি দিয়ক"।

গোসাঁই - "সজ, কোৱা যাওক, ডাঙ্গৰীয়া"।

ভকত - "পৰমেশ্বৰৰ হাত কেইখনি?

গো - "ভগৱন্ত চতুৰ্ভুজ, চাৰিখনি হাত।

ভকত - "ভাল, শাস্ত্ৰত লিখিছে, 'শংখ, চক্ৰ, গদা, পদ্ম, কৰত তোমাৰ,' পৰমেশ্বৰ যদি চতুৰ্ভুজ, তেন্তে শংখ, চক্ৰ, গদা, পদ্ম এই চাইটি বস্তু চাৰি খনি হাতত লয়, পাচে কৰত খনি নো লয় ক'ত"?

এই প্ৰশ্ন শুনি গোসাঁই দেঁউৰ ধাতু উৰি গল, তথাপি সাহত ভিৰ দি বুলিলে 'ডাঙ্গৰীয়া বাপু এইটি কথা বুজিবলৈ এফেৰি টান হওঁতে হয়, তথাপি শাস্ত্ৰত লিখিছে 'কৰত বজাৱত বেণু' কৰত খনি ভগৱন্তে কাষলতিৰ তলত লয়।

এই কথা শুনি পাৰিষদসকলে ঘোঁড়াৰ নিচিনাকৈ চিহিঁহিঁহিঁ কৰি উঠিছিল, কিন্তু সাধু জনক অপমান কৰা বুজ পালে ডাঙ্গৰীয়াৰ খং উঠে বুলি ভয়ত মুখত সোপা দি হাঁহি ৰাখিলে। গোসাঁই দেঁউৰে মহালাজ পাই "ডাঙ্গৰীয়া শয়ন কৰিছে, পাচে আহিমহঁক" বুলি লাহেঁকৈ উঠি "পলায়ুধ্বং" কৰিলে।

## বীৰেন্দ্ৰ বৰুৱাৰ চৰিত্ৰ। গোবৰ্দ্ধন মহাজনৰ ওপৰত মিছা গোচৰ কৰা।

যোগীন্দ্ৰ বৰুৱাৰ পুতেক বীৰেন্দ্ৰ বৰুৱা এজন বিশিষ্ট ব্ৰাহ্মণ, সকলোৰে মান্য, তন্ত্ৰৰ মতে বামা কালীৰ উপাসক, মাজ নিশা "পঞ্চমকাৰে"সৈতে "ভৈৰবী চক্ৰত" প্ৰৱেশ কৰিলে "সৰ্ব্বে বৰ্ণাঃ দ্বিজোত্তমাঃ" হয়, দিনত হলে "সভায়াং বৈষ্ণৱো মতঃ" নিতৌ বলি-বিশ্বদেৱ আৰু হোম নকৰাকৈ জল গ্ৰহণো নকৰে। তেওঁ পূজাত বহিলে ঘণ্টাৰ কোবেপতি পাপ তাপ এক ঘণ্টাৰ বাটলৈ উফৰি যায়। অঘমৰ্ষণত সকলো পাপৰ হাড় গুড়ি উঠে। মাজত তিনি ডালিমান টিকনিৰে তেওঁৰ মূৰটি ঠাৰিলগা জাতি লাউটি যেন দেখা যায়, ললাটত ৰক্তচন্দনৰ তিলক, তাৰ ওপৰত গঙ্গা মৃত্তিকাৰ ত্ৰিপুণ্ড্ৰ (ৰেখা) এনেহে ডাঠকৈ লিপে, যে নিলগৰপৰা দেখাত নৈৰ গৰাত খুম মৰা ভতৰাৰ কপাল বুলি ভ্ৰম হলেও হব পাৰে। তেওঁ এজন সিদ্ধ পুৰুষ বুলি খ্যাত, কাৰণ এবাৰ মন্ত্ৰ সিদ্ধিৰ নিমিত্তে 'গুপ্ত কামাখ্যাতে' পুৰশ্চৰণ

কৰিবলৈ গৈছিল, কিন্তু পুৰুষৰ "শামুকৰ সাহ যেন সাহ, ৰৌ মাছৰ পিত যেন পিত" বোন্দা বিৰলি দেখিলে লৰ মাৰি তিৰোতাৰ আঁচলত ধৰিহে ৰক্ষা পৰে। "গুপ্ত কামাখ্যা" বৰ জয়াৰ ঠাই। এই কাৰণে পুৰশ্চৰণ কৰিবলৈ যাওতেই সিদ্ধ পুৰুষৰ বুকুৱে টিপ লিং টিপ লিং কৰি আছিল।- আচমন কৰি বহোঁতেই হাবিত কিহবাই খৰখৰালে, তাতে ভূত ওলাল বুলি যোগী পুৰুষৰ জীৱ উৰি গল, জপ কাৰ্তিকৈ থৈ পলাবৰ বাট বিচাৰিবলৈ ধৰিলে; এনেতে ভগা দলৰ ইটা এচটা ধুপুহকৰে খহি পৰিল, তাকে দেখি একেবাৰেই জ্ঞান হৰিল; বিবুদ্ধি হৈ "পলায় বাসৱ পাচক নেচাই" কৰিলে; লৰ দিওতে চুৰিয়া খানিও খহি পৰিল, উজটি খাই শিলৰ ওপৰত পৰি আঁঠু আৰু নাক ভাগি "বোম্বানলে" তেজ বৰলৈ ধৰিলে,আধা মৰা হৈ কোনোমতে ঠাই-সৰা হাৰি এটাৰ ঘৰত সোমাই "ৰক্ষা পৰিলোঁ" বুলি উশাহ ললে। তেতিয়াৰ পৰাই তেওঁৰ মান আগতকৈও বাঢ়িল;সকলোৱে মন্ত্ৰ-সিদ্ধ বুলি বখানিবলৈ ধৰিলে। কিয়নো তেওঁৰ তপস্যাৰ বলত, ভগৱতীৰ কৈলাসতে চট্‌ফটনি লাগিছিল; ভূতৰ ভয়ত নপলোৱা হলে দেবী আই আহি সাক্ষাত হলহেঁতেন। আমাৰ সিদ্ধ পুৰুষৰ সমান শুচি আৰু ধৰমী লোক জগতত নাই; তেওঁৰ ঘৰত বাজে আন সকলো অনাচাৰী আৰু পতিত। এই কাৰণ সূৰ্য্যদেৱতা পাটত থাকেমানে তেওঁ কাৰো ঘৰত জল-গ্ৰহণো নকৰে, আন কি? শূদিৰে অনা পানীৰো ব্যৱহাৰ নাই! কিন্তু সূৰ্য্য অস্ত হলে যি কৰা যায়, তাক কোনে চায় "বুৰ মাৰি পানী খালে শিৱৰ বাপেকেও নেদেখে"। লোকে কয় "বাপু ভৰিত চুৱা"। বাপুৱে বোলে "আমাৰ আচাৰেই শুধ" এই বচনৰ মতেই তেওঁৰ সকলো কাম শুচি হয়। তেওঁৰ গুণৰো সীমা নাই; এনে সৰ্ব্ব গুণাকৰ পুৰুষ পৃথিৱীত নহব নুপজিব। আন গুণৰ কথাকেই নকওঁ প্ৰবঞ্চনা "বিশ্বাস-ঘাতকতা" 'জাল' আৰু "ঝুঠা হলফ" গাৰ অলঙ্কাৰ; আৰু এইবিলাক সজ গুণৰ বাবে বটা নেপাইও থকা নাই।

সিদ্ধ পুৰুষৰ অনন্ত মায়া অশেষ ৰূপ; তেওঁ কোন সময়ত কোন মূৰ্ত্তি ধৰে, তাক মনুষ্য থাকোক অলপ-ধতুৱা দেৱতাইও বুজিব নোৱাৰে। ওপৰত কোৱা হৈছে, যে আইচুৰ গাত বীৰাৰ পাক আছিল। এই বীৰা সামান্য নহয়, ডলুৱা বীৰাৰ বাপেক; ই সাপ হৈও খায়, বেজ হৈও চায়। বীৰাৰ জঁক উঠিলে আইচু দেও একে-বেলিয়েই বলিয়া হয়, ফুকন-দেৱে ভয়ত টেপা-খাই, "হে বীৰাৰূপী ভগৱন্ত! আপুনি যাক বোলে দেৱতা, আমি পথালি চকুৱা মনিচ, আপোনাৰ মহিমা আমি কেনেকৈ বুজিম? কোনবা খিনি অপৰাধ হৈছে, কীৰ্পা কৰি সকলো অপৰাধ খেমি এই জুপি বিৰ্ক্ষৰ পৰা আন বিৰ্ক্ষলৈ গতি কৰক, আমি আপোনাক কিহেৰে তুষ্ট কৰিম? তথাপি দাঁতে তৃণ ধৰি চুলিচিঙ্গি কাতৰ কৰি মাতিছোঁ, আমাৰ গিৰ্হত ইমান দিন যে ভোগ কৰিছে, তাতেই সন্তোষ হক" এইদৰে স্তুতি মিনতি কৰে, কিন্তু বীৰা দেৱতা শুদা মুখৰ কাকুতিত তুষ্ট নহয়, পূজা পালেহে তুষ্ট। আমাৰ যোগী পুৰুষ সেই পূজাৰ পূজাৰি। বিশেষকৈ তেওঁ বীৰাৰ পাকৰ মন্ত্ৰ এফাঁকি জানিছিল। বীৰাই ধৰা নৰিয়াক এটা নিৰ্জন ঘৰলৈ নি তন্ত্ৰৰ মতে বীৰা দেৱতাৰ পূজা কৰি সেই মন্ত্ৰেৰে এৰাতি জাৰিব লাগে, তাকে কৰিলে বীৰাৰ দোষ উপসম হয়। আইচুক বীৰাই ধৰিলেই ফুকনদেৱে আন উপাই নেপাই যোগীপুৰুষক মতাই অনায়। তেওঁ আহি বিধি মতে পূজা-পাটল দিলে দিন চেৰেক ভাল হৈ থাকে, কিন্তু "জইনটোহে" নমৰে। আমাৰ গোসাঁই-দেউৰ এনেহে মহিমা, যে আইচু-দেৱে তেওঁৰ শৰণ লৈ মহাপুৰুষ গুৰুৰ "শুধ সত" ধৰম গ্ৰহণ কৰিবৰ পৰা বীৰা দেৱতা একেবাৰেই ওচৰ চাপিব নোৱৰা হল; সেইয়ে হলতে সিদ্ধ পুৰুষৰ সান্দহ খোৱা বালি তল গল। এই দেখি তেওঁৰ বুকুত খিয়ালৰ জুই ধম-ধম কৰে জলি উঠিল, আৰু পোটক তুলিবৰ ইচ্ছাই মন ব্যাকুল কৰিবলৈ ধৰিলে। তাতে "জিঘাং সন্তং জিঘাং সিয়ান্ন তেন ব্ৰহ্মহা ভৱেত" এই নীতি কথাকে সাৰোগত কৰি সিদ্ধপুৰুষে নিজা বাৰীৰ পৰা পাঁচোটা কঁঠাল চিঙ্গি নি মহাজনৰ নামঘৰৰ মুধত পেলাই থলে, পাচে ৰাতি পুৱা, মহাজনে চোৰ ফেঁটাই চুৰ-কৰাইছে বুলি, থানাত ইজাহাৰ দিলে গৈ। থানাৰ ইমামুদ্দীন দাৰোগা বৰ "হুচিয়াৰ" বিশেষকৈ হাকিম সকলৰ মন যোগোৱা বিদ্যাত ঘাই পণ্ডিত, অকল সেই গুণৰ দ্বাৰাইয়ে বৰকন্দাজৰ পৰা দাৰোগা হৈছে, লিখা-পঢ়া বিদ্যাতো কম নহয়, "ৰোজনাম্‌চাত" অনায়াসে চহী কৰিব পাৰে। দাৰোগা চাহাব আল্লা-তালাৰ এজন "ৰাহী",

দিনটোত আদ-পাঁচ বাৰ নমাজ পঢ়ে, বাওঁ হাতৰ পৰা "তচ্‌বী" সদায় নুগুচে, আচামীৰ মনত হ'লে যম, মকৰ্দ্দমাৰ সাক্ষী চাবুদ নিবিচাৰে, "চুৰাগৰ" নামো নাই, কেৱল কোৰাণৰ "ফাল" চাইয়ে চোৰ ধৰে। "ফালে" যাক চোৰ বোলে, সি নিৰ্দ্দোষী হলেও তাৰ নিস্তাৰ নাই। তেওঁৰ থানাৰ গাৰদটি জানিবা যমৰ বৰ-চৰা, পখৰা শিল, ৰাবাঁহ আৰু চেপাকুন্দা, এই বিলাক তাৰ পাত্ৰ, মন্ত্ৰী "যস্য দেৱস্য যদ্ৰূপং তথা বাহন ভূষণং"। তেওঁৰ বৰকন্দাজটিহঁতো সামান্য নহয়, সাক্ষাত কাল ফুৰা সঁফুৰা। এই বিলাক কাৰণত থাকি আচামীয়ে এৰাতি থানাৰ গাৰদত থকাতকৈ এবছৰ ফাটকত থাকিবলৈও ভাল পায়। কিন্তু দাৰোগা চাহাব নিচেই নিদাৰুণ বিধৰ দেৱতা নহয়, "দেৱৰ জোখাহি বলি" দিব পাৰিলে ততালিকে প্ৰসন্ন হয়।

বীৰেন্দ্ৰ বৰুৱাই ইজাহাৰ দিয়াত দাৰোগাৰ হুকুমেৰে তিনটা যমদূত যেন বৰকন্দাজেৰে সৈতে জমাদাৰ আহি মহাজনৰ "খানা তালাচ" কৰিলে, আৰু নাম-ঘৰৰ মুধত লুকাই থোৱা কঁঠাল পাঁচোটা পাই গোসাঁই ভকত দুইকো বান্ধি থানালৈ লৈ গল। গুৰুদেউৰ এই দুৰ্গতি দেখি ফুকন দেওৰ চকুৰ তললৈ জাল নোযোৱা হ'ল। ফুকন দেৱতকৈও গাভৰু দেওৰ বেজাৰহে ডাঙ্গৰ; তেওঁ চকুৰ লোৰে বাটকে নেদেখে, পৰা হলে আপুনি দণ্ড ভুগিও গুৰু দেৱতাক উদ্ধাৰ কৰিলেহেঁতেন, কিন্তু ইংৰাজৰ আইনত এটাৰ দোষত আন এটাক দণ্ড কৰিবৰ বিধান নাই; এই কাৰণ আন উপায় নথকাত দাৰোগা দেৱতাৰ পূজা কৰাকে থিৰাং কৰি প্ৰথমতে মধুপৰ্কৰ বাবে "যত্‌ কিঞ্চিৎ" দি গুৰু-দেউৰে মুক্তিঃ পালে পূৰ্ণাহুতি দিবলৈ আগ কৰিলে। কিন্তু আমাৰ দাৰোগা চাহাবৰ পেটটি ডাঙ্গৰ, তেওঁ "ছাগটোৰ ঠাইত খাগটো"লৈ তুষ্ট হোৱা বিধৰ দেৱতা নহয়, পেট-ভৰা পূজা পালেহে তুষ্ট, তাতে "খাইছে আঁখেয়া গোমে,ধান দিছে এদোন," একেই এখান সত্ৰৰ অধিকাৰ, তাতে আকও ডাঙ্গৰ লোকৰ গুৰু, এনেজন লোকৰ ওপৰত "চুৰি-মকৰ্দ্দমা" হোৱাত অনুষ্টুপীয়া পূজাৰে কি হয়? এই কাৰণে মহন্তক গাৰদত থবৰ হুকুম হল, তাতে ৰাতি হলত আচামী চালানৰ পূৰ্ব্বে মঙ্গলাচৰণৰ বাবে অধিবাস আদি যি কৰিব লাগে, তাক বিধি মতে সমাধা কৰি পাচ দিনা "চুৰত হালত" "চুৰিৰ" প্ৰমাণ হোৱা ৰায় লিখি দাৰোগা চাহাবে মহাজনক "হুজুৰলৈ" "চোফৰ্দ্দ" কৰিলে।

### মাজেষ্টৰ চাহাবৰ কাছাৰি বৰ্ণন;
### কঁঠাল- চুৰি মকৰ্দ্দমাৰ বিচাৰ;
### মহাজনৰ জৰিমনা।

ঈট্‌ওৱেল (Mr. Eatwell) চাহাব জইণ্ট মাজেষ্টৰ, দেৱানী কালেক্টৰীৰো ভাৰ পাইছে। শ্ৰীযুত পোনেই বিলাতৰ পৰা আহিছে মাথোন, আইন-কানুন থাকোক, অসমীয়া মাতকে ভালকৈ নুবুজে, কাছাৰিলৈ আহি মূৰ্ত্তি গোসাঁইৰ দৰে বহি থাকে। চিৰস্তাদাৰৰ একাদশ বৃহস্পতি, তেওঁ 'দহ বোলে, দহ, পাঁচ বোলে, পাঁচ" গুচৰীয়া বা পদকীয়াৰ বৰ শুভ দশা, নাইবা বৰ দুৰ্দ্দশা নহলে চিৰস্তাদাৰৰ কথা লৰ-চৰ নহয়। এই কথা সকলোৰে জনা আছিল, এই কাৰণ পৰকালত নিস্তাৰ কৰোঁতা গুৰু-দেউৰ ইহ কালত নিস্তাৰৰ সঙ্কল্পেৰে আইচু দেউৰ ফালৰপৰা "সোণৰ আসন আঙ্গঠিৰে" চিৰস্তাদাৰ দেৱতাই এভাগি পূজা পাইছিল; আৰু কাৰ্য্য সিদ্ধ হলে দক্ষিণাৰ বাবে যত্‌ কিঞ্চিত্‌ "কাঞ্চন মূল্য" দিবলৈও আগকৰা হৈছিল।

ইফালে মহাজনক নি কাছাৰি ঘৰৰ আচামী থোৱা কোঁঠাত সুমাই বৰকন্দাজে ৰাখি আছে। ভয়ত গোসাঁইৰ কণ্ঠাগত প্ৰাণ, "পৰমাৰ্থ বস্তু" আৰু কৃষ্ণৰ লীলা বা কেনি উৰি গল, তাৰ নিশ্চয় নাই। আপদত পৰিলে পূৰ্ব্বে কৰা কুকৰ্ম্মবিলাক মানুহৰ মনত পৰে, আৰু সেইবোৰৰ নিমিত্তে শোক হৈ তেনে কামলৈ ঘিণ লাগে; কিন্তু এই ভাৱটি সদায়

নেথাকে, আপদৰপৰা উদ্ধাৰ হলেই পানীৰ ওপৰত দিয়া আঁকৰ নিচিনাকৈ তাৰ চিন মৰি যায়। মহাজনে আগেয়ে যিবিলাক পাপ কৰিছিল, এতিয়া সেই বিলাক সুঁৱৰি আপোনাকে আপুনি ধিকাৰ দিবলৈ ধৰিছে, আৰু আগলৈ তেনে বেয়া কাম নকৰোঁ বুলি "গৃহস্ত বস্তুৰ" নামে শপত খাইছে। মাজে মাজে বৰকন্দাজে চকু পকাই চোৱা দেখি গোসাঁই দেউৰে ভয়ত কুঁচিমুচি তললৈ মুখ কৰে, কি কৰিব বৰকন্দাজৰ মুখ মাৰিবলৈও একো নাই, থানালৈ আনোতে হাতত যি কেইটা পাই পয়সা আছিল, অধিবাসৰ দক্ষিণাতে সেই সকলোৱে আধ্যা পৰিল, এই গুণে আন উপায় নেদেখি একোবাৰ কাকুতিকৈ বৰকন্দাজক কয় "বাপু হামি দুখীয়া মহাজন, হামাৰ কি আছে? হামাক দুখ নাদিবে, গৃহস্ত বস্তু তোমাকো কুচল কৰেগা"। বৰকন্দাজটি ভোজপুৰীয়া, সি শুদা কথাৰে নুভুলে, মহাজনৰ কথা শুনি আগতকৈও খঙেৰে চকু পকাই কৈছে "আৰে ভৰুৱা তোঁ ক্যা গৃহস্থ বস্তু, কহত হ, তেৰে গৃহস্থ আৰেহে, থোৰা ঘড়ী সবুৰ কৰ" মহাজনৰ এই দশা।

ইফালে বীৰেন্দ্ৰ বৰুৱাই কাছাৰি ঘৰত পিতৃপিতাই ফুৰিছে, এবাৰ সাক্ষীৰ গুৰিলৈ গৈছে, এবাৰ উকীল মুক্তিয়াৰে সৈতে আলচ কৰিছে, এবাৰ পেস্কাৰৰ কাণত ফুচফুচাইছে, গাত তত নাই, তাতে চিৰস্তাদাৰ ডাঙ্গৰীয়াৰ ফালে মুখ নেপাই আৰু বিবুদ্ধি, কেনেকৈ মহাজন ফাটকত পৰিব, এই কথা ভাবিয়েই অস্থিৰ, পানীত পৰা মানুহৰ দৰে ককবকাই ফুৰিছে। প্ৰায় দুই বজাৰ ওচৰ হৈছেহি, চাহাব কাছাৰিলৈ অহা নাই। মহৰি আমোলা সকলৰ কোনোৱে "শ্ৰীহৰি" "শ্ৰীদুৰ্গা" লিখিছে, কোনোৱে বাহিৰৰ গছৰ তলত বহি চকু মুদি ধঁপাত হুপিছে, আৰু মাজে মাজে কোহোৰ কোহোৰকৈ কাহিছে, কোনোৱে গল-ৰাতিৰ টিকিৰাৰ জালত মোজ লাগি দিনকে ৰাতি যেন দেখিছে, কোনোৱে আকও "দপ্তৰখানাত" চিত হৈ পৰি মাৰলি লেখিছে। হেড্ আমোলা সকলে চিৰস্তাতে বহি "ডিক্ৰী ডিচ-মিচ" কৰি মেৰতলী পুৰাবৰ উপায় চিন্তিছে। 'উমেদাৰ' আৰু গুচৰীয়া পদকীয়াবোৰে তেওঁবিলাকৰ বিদ্যা, বুদ্ধি আৰু সাহ দেখি তধা লাগি চাই আছে, আৰু মনে-মনে, এওঁবিলাক মানুহ নহয়, বিধতা, এই বুলি স্থিৰ কৰিছে। দিনক ৰাতি কৰা উকিল মুক্তিয়াৰবিলাকে আমোলাৰ নাম কৈ "মক্কেলৰ" তৰ পৰা "ৰোজকাৰ" কৰিবৰ চেষ্টা কৰিছে; এনেতে সুহুৰি মাৰি-মাৰি এটি সৰু বিলাতী কুকুৰ লগত লৈ ঈট্‌ওবেল চাহাব কাছাৰিত বহিলহি। চাহাবক নিলগতে দেখিয়েই কাছাৰিৰ সকলো প্ৰাণীয়ে ভক্তিভাৱে "ছেলাম" কৰিলে। সেই সময়ত চকিৰ ঘ-ৰ্ঘৰি, ভৰিৰ চট্‌চটি, মুগাৰ চুৰিয়াৰ খচমচিত এটা ভয়ঙ্কৰ হুলস্থুল লাগি পৰিল। ভণ্ডেশ্বৰ বৰুৱা তিনিও মোতালকৰ চিৰস্তাদাৰ,আটক-ধুনীয়া, মেজাঙ্কৰীৰ এসেৰ সূতাৰ থোৰ-ভঙ্গা বৰ-চুৰিয়া,গাত সাত কলীয়া এঙ্গা-চোলা, তাৰ ওপৰত জোলাশলীয়া যুৰীয়া কাপোৰ, মূৰত মালতী ফুলৰ চাকীৰে সমন্বিতে উধনীয়া খোপা, তাৰ ওপৰত খেকেৰু-পতীয়া পাগ,কপালত আঁৰে-চাউল-বটাৰে মিহলি জাতি চন্দনৰ ৰেঘা সাক্ষাৎ তিনিটি গৰু বাট যেন হৈ জলি আছে। ওঁঠ দুটি তামোলৰ ৰাঙ্গেৰে ফেঁচুলুকাৰ পাচ ফাল যেন দেখা যায়। কাণত হীৰাপতা কেৰু, গাল তামোলৰ মোকোৰাৰে ওফন্দি শিয়াল-গলা বা যদুমণি যেন হৈছে;পিকৰ চেকাৰে গাৰ কাপোৰ নাহৰ ফুটুকীয়া, আৰু তাল-তলী জোঁতাৰ অনুগ্ৰহত পিঠি-ফালৰ পৰা লেটি লোৱা গাহৰিটি যেন দেখা যায়। এই বেশেৰে ডাঙ্গৰীয়া ধান খেৰৰ মেজিটিৰ দৰে চাহাবৰ গুৰিত থিয় হল গৈ; তেওঁৰ ওচৰতে "হেড কেৰানী বাবু" থিয় হলত ৰাঙ্গত ৰূপ-চৰোৱাৰ নিচিনা শোভা হৈ পৰিল।

হেড বাবু এজন ডেকা অসমীয়া, ঠেঙ্গা, কুৰ্ত্তা পিন্ধে, জাতি-ভেদ নেমানে, কুসংস্কাৰৰ শিকলি কাটি মুকলি হৈছে, দেশাচাৰৰ বিপক্ষ, তিৰোতাক পঢ়োৱা, বাঁৰীক বিয়া দিয়া আদি দেশৰ উন্নতি হোৱা কথাত বৰ উৎসাহ দেখায়। বাবুৰ ভূত-প্ৰেতলৈ মুঠেই ভয় নাই, কিন্তু এন্ধাৰ নিশা এটা ঘৰৰ পৰা আন এটালৈ যাব লাগিলে ৰাম নাম জপিহে ভত্ পায়। তেওঁৰ জিভা খানি অলপ লুতুৰা। তাৰ ৰোগে উগ দিলে,বাবুৱে মহামুনি মুছাই বাইবেল শাস্ত্ৰত লিখা "what goes in does not defile man, but what comes out" (মানুহৰ পেটলৈ যি বস্তু যায়, তাৰ দ্বাৰা সি অশুচি

নহয়, কিন্তু ভিতরর পরা ওলোৱা বস্তুৱে অর্থাৎ পাপর ইচ্ছাইহে মানুহক অশুচি করে) এই বচন অনুসরি তার চিকিৎসা করে। তেওঁ মাতৃ-ভাষা কৰলৈ অলপ লাজ যেন পায়, বঙ্গালী কথার লগত ইংরাজী মিহলাই কব পারিলেই পুরুষালি হল বুলি ভাবে, আরু ডাংকোপ মারি কয় "আমরা Educated men prejudice আর superstition হইতে free হয়েছি"। কিন্তু মন মুকলি নহলে কেৱল দুটামান ইংরাজী শিকি ঠেঙ্গা-টুপী পিন্ধাকে যে Education (শিক্ষা) নোবোলে, তাক নেজানে। আমার "বাবুজীর" মনটি আঁউহীর রাতিতকৈও এন্ধার। সকলো রাজ্যর কুসংস্কার আহি তাতে পলাই আছে যেনহে বুজা যায়। লরার নরিয়া হলে বাবুৱে খেতরর মন্ত্র বিচারে, ফেঁচা চালত পরিলে বর-সবাহ করে, সংক্রান্তির অশুভ গুচাবলৈ বর-দলৈয়ে দিয়া "সৰ্ব্বৌষধি" জলেরে গা ধোৱে, ষাঁঠত চরু পেলায়, শিৱরাত্রি- জন্মাষ্টমীত লঘোন করি নাড়ী শুকাই মরে আরু তাঁস-চৌপট-খেদাকে দেশর উন্নতি বোলে। ইপোনে "মুখেন মারিতং জগত্"। বাবুৱে নিতৌ রাতিপুৱা গা ধুই "গুরুবাক্য" নুসুমরাকৈ পানী-এটোপাকে নেখায়, এদিন প্রবসুৱা ঘরত ভাত বাঢ়িলৈ চকুমুদি গুরুসেৱা করিছে, এনেতে লুভীয়া মেকুরী এটাই কাঁহীর পরা ভজা মাছ এখুতুরা লৈ লর মারিলে। বাবুৱে গম পাই চকুমেলি দেখে, যে মেকুরীয়ে মাছলৈ দুৱারর গুরি পাইছেগৈ, তাতে মাজেষ্টর চাহাবর হেড বাবুক ক্ষুদ্র বিড়ালী এটাই ডকা দিয়াটো লাজর কথা যেন ভাবি দুষ্টক দমন করিবর মনেরে তার পাচত খেদা দিলে। ইফালে আন এটা বোন্দা মেকুরীয়ে এই চলতে ভাত আঞ্জার সম্বন্ধে বাবুর কামখিনি সাঙ্গ করি জিরাবলৈ গল। মাছ নিয়া বিড়ালীর লগ নেপাই বাবুৱে ফোঁপাই-জোঁপাই উলটি আহি দেখে যে, "সমূলেন বিনশ্যতি", তাতে আগর কালর "মৎস্য মাংস পরিভ্রষ্টা" শিয়ালীর দরে কোৱারি চেলেকিবলৈ ধরিলে, পাচত মেকুরীর খং লগুৱার ওপরত থৈ চিরা খাই কাছারিলৈ গল, এৱেঁই এজন civilized and reformed gentleman।

চিরস্তাদার চাহাবর ওচরলৈ গলত তেওঁলৈ চাই চাহাবে মাত লগালে "ওএল চিরিষ্টাডার কোন মকডমা আছে টিয়ার হুনিব কারণ"?

(চিরস্তাদার ডাঙ্গরীয়াই চাহাবেরে সৈতে অসমীয়া ভাষারে কথোপকথন করাত অপমান বোধ করে, কিন্তু হিন্দুস্থানী ভাষাতো বর পণ্ডিত, এই কারণ এটি অদ্ভুত ভাষার সৃষ্টি হয়।)

চি। খোদাৱন্দা, কেলেকতরীমে এক দশ আইনকা মকৰ্দ্দমা হায়, আউর-

চা। ওৱেল ডশ আইন হাজীর?

চি। নাহি খোদাৱন্দা, দশ আইন তো মানুষ নাহি, কিন্তু লিকিন দশ আইন মোতাবেক কা নালিস হে।

চা। (চিরস্তাদারর কথা বুজিব নোৱারি হেড কেরাণী বাবুর মুখলৈ চাই) What the deuce does this fellow mean by দশ আইন কা মকডমা I cant make either head or tail of it.

হেডবাবু- A rent case, sir.

চা। A rent case, I dont understant a bit of it (চিরস্তারর মুখলৈ চাই।) আমি ঐ মকডমার কিছু নাবুঝিছে, পিচে বঙ্গলাটে আনিবে; আরু কিছু আছে?

চি। ফৌজদারীমে এক কাঁঠাল চুরি মকৰ্দ্দমা তৈয়ার আছে, গরীপরবর।

চা। কাণ্টাল কি আছে?

চি। কাঁঠাল একঠো ফলহে, খোদাৱন্দা।

চা। হাঁ হাঁ ফল্, ঐ গাছ্ ফল আছে, আমি জানে।

চি। হাঁ খোদাৱন্দা।

চা। ঐ ফল্ বড়া আছে, কিম্বা হুরু আছে?

চি। বড়া ফলহে খোদাৱন্দা।

চা। টবে ঐ চঙ্গিন চুৰি হৈছে; ঐ আচামী কটে আছে? ইয়াটে আনিব ডিবি।

চাহাবৰ হুকুম মতে বৰকন্দাজে মহাজনক আনি অষ্টমীৰ বলিৰ নিচিনাকৈ কাঠ-গৰাত সুমালে। মহাজনে চাহাবৰ ওচৰ পাই হাত যোৰ কৈ "খোদাবান চাহাব! বন্দামে দুখীয়া মহাজন হে, গোলামে" এনেকৈ বোলোঁতেই চাহাবে চকুপকাই খঙ্গেৰে মহাজনলৈ চাই "চুপ হাৰামজাডা" বুলি মেজত চাপৰ মাৰি দিলে, তাতে মহাজন সুৰ-সুৰ কৰে কাঠগৰাত সোমাল গৈ। পাচে চাহাবে চিৰস্তাদাৰে মকৰ্দ্দমাৰ কাকতবিলাক হাতত লৈ দশম-পুথিৰ জাত লগাই পঢ়িবলৈ ধৰিলে; চাহাবে নখ কামুৰি কামুৰি পাত-চাৰেক শুনিয়েই মহাজনলৈ আঙ্গুলিয়াই চিৰস্তাদাৰক সুধিলে "এ মানুহ আছে যি চুৰি কৰিছে?"

চি। হাঁ খোদাৱন্দা, এ মহন্ত হে ভালা আদ্‌মি।

চা। হি বালা আড্‌মি আছেটো, চুৰি কেনে কৰিছে?

চি। এ চুৰি কিয়া এসা প্ৰমাণ নাহি, খোদাৱন্দা।

চা। পৰমাণ না আছে? ঐ চুৰিমাল নাপাইছে?

চি। হাঁ খোদাৱন্দা, পাঁচঠো কাঁঠাল পায়া হে,কিন্তু চুৰি কোন কিয়া, কোনো আদমি দেখা নাহি আৰ-

চা। ঐ কাণ্টাল কটে পাইছে?

চি। নাম- ঘৰকা মুধমে পায়া হে।

চা। নাম- গৰকা মুধমে! আচ্ছা, আচ্ছা well then আমি ঐ নাম-গৰ কাছাৰিটে মাটিবে, টবে হকল কঠা ওলাইবে।

চি। খোদাৱন্দা ঐ নাম-ঘৰতো আদমি নাহি,কিন্তু লেকিন একঠো ঘৰ হে।

চা। ঐ নাম -গৰ এক গৰ আছে,আচ্ছা আমি বুঝিছে। ঐ গৰ আচামীৰ আছে, কি আন মানুহৰ আছে?

চি। ঐ ঘৰ আসামীকা হে খোদাৱন্দা, লেকিন

চা। ডাৰোগা কি লিখিছে।

চি। দাৰোগা চুৰি প্ৰমাণ লিখাহে, কিন্তু তবে

চা। বচ্‌ বচ্‌ আমি হকল ভেড পাইছে। ফৰিয়াডীৰ কাণ্টাল চুৰ হৈছে, ঐ কাণ্টাল আমাৰ ডাৰোগা আচামীৰ গৰটে ওলাইছে, আমি বুঝিছে, বজ্জাট আচামী চুৰি কৰিছে।

চি। খোদাৱন্দা ইস্‌মে এক বাত হে, আসামীকা সাক্ষী হে, ইনলোককো তলব দেনে হোগা।

চা- কি? আচামীৰ হাকীকে টলব ডিটে লাগে? কট হাকীকে ডিটে লাগে?

চি- বহুত হে, দশ বাৰজন মাতবৰ আদমি হে, খোদাৱন্দা।

চা- আমি ডিটে লাগে ? কি আচামী ডিটে লাগে ?

চি- হুজুৰসে তলব দেনে হোগা, খোদাৱন্দা।

চা- নাহি, বজ্জাট আচামী হাকী ডৰিছে, হি টলব ডিবে, আমি না ডিম।

চি- নাহি খোদাৱন্দা, আসামী হাজত মে হে, ইস্‌ওৱাস্তে হুজুৰসে তলব দেনেকা আয়নমে হুকুম হে।

চা- আইনটে বুলিছে আমি টলব ডিটে লাগে?

চি- হাঁ খোদাৱন্দা।

চা- (নখ কামুৰি) বাপৰে বাপ! আমি এতিয়া অলপ টলব পাইছে,- আমি যডি হকল হাকীকে টলব ডিবে টো আমি কি কাবে? আমি টলব নাডিম।

চি- নাহি খোদাবন্দা হুজুরসে রূপিয়া নাহি দেনে হোগা, কেবল সাক্ষী লোককো কাছারিমে মাতি লানে হোগা।

চা- ও আমি বুঝিছে, আমি বুঝিছে, হাকী মাটিটে লাগে, না আমি আর হ্যকী নামাটে। আমি জানিছে আচামী চুরি করিছে, আমি টাকে টিন বচর মিয়াড দিবে, বেরি পিণ্ডিবে, মাটি কাটিবে।

চাহাবর কথা শুনি মহাজনর কণ্ঠাগত প্ৰাণ; যোগী পুৰুষৰ আনন্দর সীমা নাই, চিরস্তাদারর গাত সন্নিপাত,- মহাজন ফাটকত পৰিলে পূজাৰ নৈবেদ্য জীণ নেযায়, আগন্তুক পূজাৰ মূৰতো বজ্ৰাঘাত হয়, এই কাৰণ ডাঙ্গৰীয়াই সাহত ভিৰ দি বুলিলে "হজুর তিন বরষ মিয়াদ দেনে নাহি সেক্তা হে খোদাবন্দা"।

চা- কি! আমি বিলাতর পরা আহিছে, মহারাণীর চনড পাইছে, আমি টিন বছর ডিটে কেনে না পারিবে, আমি এহ বছর ডিটে পারে।

চিরস্তাদারে দেখিলে, যে চাহাবর ক্ষমতার কথাত তর্ক করার কাম নাই, কিয়নো তেওঁর ক্ষমতার ভিতরর কালখিনির ফাটক দিলেও মহাজনর আধ্যা হয়, আরু তেওঁরো পূজা মুখে ওলায়, এই দেখি সেই কথা এরি আন কথাত ধরিলে।

চি- হুজুর যো ফরমাতা হায়, সো সাছহে,কিন্তু লেকিন মকৰ্দ্দমামে বহুত প্ৰমাণ নাহি, ইস্ওৱাস্তে--

চা- বচ্ বচ্ আমি বহুট পরমাণ ডেকিছে, আচামীর গরটে পুলিছ কাণ্টাল ওলাইছে, যদি আচামী চুরি নাকরিছে, কোন করিছে?

চিরস্তাদার ডাঙ্গরীয়াই বুজিলে যে নিচেই দণ্ড নোহোৱাকৈ মহাজনক সৰুওৱাটো টান হল; তথাপি ফাটক নোহোৱাকৈ টকাচারেক জরিমনা করাই এরুৱাব পারিলেও বর হানি নহয়। এই নিমিত্তে হাত-যোৰকৈ নম্ৰ ভাবেৰে বুলিলে "প্রমাণ হোনেসে ভি আয়নমে এসা মকৰ্দ্দমামে ফাটক নাহি লেখ্‌তা, খোদাবন্দা"।

চা- আইনটে কি বোলে?

চি- আয়নমে দশ রুপিয়া তক জরিমনা হোনে সেক্তা।

চা- (মুখর ভিতরতে) Damn your আইন (ফুটাই) আচ্ছা আইনটে যেনে বোলে করিবে,- আচামীর দশ রুপি জরিমানা হৈছে, নাদিলে এক বছর ফাটক কাটিটে লাগিবে।

**মহাজন মুকলি হৈ অহা, মৰ্কটেশ্বৰ মুকনর মৃত্যু, আইচু দেওর নরিয়া, মহন্তে আগভাগ করা,আইচু-দেওর মৃত্যু**

চাহাবৰ কথাৰ গঢ় দেখি বৰঘৰলৈ নগৈ যে রক্ষা পরিব, ইয়াক মহাজনে সপোনতো নেভাবিছিল; এই কারণ দহ টকা জরিমনার কথা শুনি হাততে স্বৰ্গ পালে আরু দীঘল হৈ পরি চাহাবক এটা চেলাম করিলে। ইফালে আইচু-দেওর মুক্তিন্যারে ততালিকে দহ টকা রূপ নাজীরর হাতত "দাখিল" করি মহাজনক মুকলি করিলে। সিপোনে সিদ্ধ পুরুষ মুখত চূণ দিয়া জোক যেন হৈ গিরিয়েক মরা তিরোতার নিচিনা বেজাররে ঘরলৈ গল। এখেত আইচু-দেৱে দামুরি -হেরোৱা গাইর দরে বিবশ হৈ চট্‌ফটাই আছে, পদ-শিলার আগত শলা-বন্তি লগাইছে, পালনাম আগ করিছে, রাতি বঞ্চা সবাহ করিছে, আরু মহাপুরুষ গুরুর "শুধ সত ধরমক" কাতিকৈ থৈ মঙ্গলতির বিধানর দরে জলগিরি, থলগিরি আরু গাঁতিয়াল ডাঙ্গরীয়াসকলক পূজিবলৈও হেলা করা নাই। তুলসী-গছর মহামারী, দক্ষিণা লুভীয়া শান্তি করমী বামুণে তুলসীর পাত চিঙ্গি আনিবলৈ বেলি নেপাই ডালে সৈতে আনিছে, আরু কোনো কোনো জন আনতকৈ অধিক উদ্যোগী বাপুৱে শিপারে সৈতে উভালি আনি শালগ্রাম শিলর মূরত দিছে। স্তব পাঠ- করা বামুণবিলাকর কোঢ়ালর মাইরত আইচু-দেওর নামঘরর ওচরতো থাকিবর সাধ্য নাই। চত-বহাগ মহীয়া বামুণ-ভেকোলার এটাহো তার সমান

নহয়। শিৱ-নাম দুৰ্গা-নাম, আৰু গ্ৰহন্তৰ পাঠৰ লেখ-জোখেই নাই। কোনো একোজন পণ্ডিত বাপুৱে "অষ্টবাহু ত্ৰিনয়নং চতুৰ্ব্বাহু দ্বিবাহুকং" গাইছে, কোনো কোনো জনে আকও অমৰৰ পৰ্য্যায় আৰু সন্ধিৰ সূত্ৰ মাতি আন বিলাকৰ লগত হুলস্থুল কৰিছে। আইচু-দেওৰ মূৰত নিৰ্ম্মালিৰ বোঝা, শান্তিৰ পানীৰে কাপোৰ তিতি গৈছে; এনেতে যেন এইবিলাক সত্ -কৰ্ম্মৰ ফলেৰে "প্ৰভু ঈশ্বৰৰ দুখানি চৰণে দৰিশন" দিলেহি। নিলগতে গুৰুদেউৰ মুখ দেখিয়েই আইচু-দেও মৰা মানুহে প্ৰাণ পোৱাৰ সমান, উল্লসিত হল আৰু আগ বাঢ়ি গৈ প্ৰভু দেউৰ চৰণত পৰি এটি "নমঃকাৰ" কৰিলে। প্ৰভু ঈশ্বৰেও সাদৰেৰে দুইও হাতেৰে ধৰি আইচু-দেওক তুলিলে, আৰু আইচু-দেওৰ চৰণৰ প্ৰসাদতে হে, যে ফাটকৰ পৰা ৰক্ষা পৰিছিল, ইয়াক তেওঁ ভালকৈ জানিছিল; এই কাৰণ তেওঁৰ মুখলৈ চাই গম্ভীৰ ভাৱেৰে বুলিলে "আপুনি আমাৰ অকল ইহকালৰ নহয়, কোনোবা কালৰ পৰম বন্ধু অহা গৈছিল, এই কাৰণ আমাক পুনৰ জনম দিয়া গল। ভগৱন্তে গ্ৰাহৰ মুখৰপৰা গজিন্দ্ৰক যি ৰূপে উধাৰ কৰিলে, আপোনাত হন্তে আমিও সেই ৰূপে পৰম সঙ্কটৰ পৰা উধাৰ পালোঁহঁক। আপুনি মোৰ মহাপুৰুষ গুৰুৰ শুধ্ সত্ সেৱক, আপুনি যেনে সজ কাম কৰা গৈছে, আপুনি যে তৰিবই নে, আপোনাৰ কৌটি কৌটি পুৰুষৰ জীৱ উধাৰ হব; গৃহস্ত-বস্তুৱে আপোনাক ধন, ধাইন আৰু সজ পুত্ৰ দিব আৰু শত্ৰুক নাশ কৰি এই দৰে সন্ত-সাধুক আগলৈকো উপকাৰ কৰিবলৈ শাক্তিঃ দিবন্ত।" গুৰুদেউৰ আশীৰ্ব্বাদ শিৰ পাতি লৈ আইচু-দেৱে ভক্তিঃ ভাৱেৰে বুলিলে "আতা পুৰুষ, আমি আপোনাক কি উপকাৰ কৰিবৰ পাত্ৰ? আপুনি ঈচৰ মূৰ্ত্তি, আপুনি সকলোকে কৰিব পৰা যায়, গুৰু বৰ্হমা, গুৰু বিষ্টো, গুৰু মহেচৰ; চৰাচৰ জগতৰ গুৰু সে ঈচৰ, আপুনি এনে গুৰু আমি আপোনাৰ কি ৰূপে ধাৰ শুজিমহঁক? তেওঁ যে আপোনাৰ গুণে আপুনি তুষ্ট হোৱা গৈছে, সি আমাৰ কৌটি কৌটি পুৰুষৰ ভাইগ। আমি আপোনাৰ দাসী আমাৰ দেহ-প্ৰাণ আপোনাৰ চৰণতে সমৰ্পণ কৰা হৈছে, আপোনাৰ কীৰ্পা হলে আমাৰ সমস্ত হব"। এই বুলি চৰণৰ ধূলি লৈ গোসাঁই-দেউৰ নিমিত্তে চাউল-সিধাৰ যোজা কৰিবলৈ ভিতৰলৈ গল। ইপোনে আলধৰা আঁতৈয়ে গোসাঁই-দেউক ঢগ-ঢগী লোটাৰে পানী আনি দিলে, মূৰত ঢালিলত চাৰি ফালে চাৰি আঁচ গল, গোসাঁই-দেউৱে মহাপুৰুষ গুৰু বুলি মূৰটো মোহাৰি ধূতি হল, পাচত বহা-ঘৰৰ টুপত আলধৰাই বাঘ-নেজী থঙ্গা পাৰি দিলে, তাতে বাহি চকু মুদি মালা-গুটি ঘূৰাবলৈ ধৰিলে।

বিচ্ছেদৰ অন্তত মিলনৰ যেনে সুখ, তাক সকলো প্ৰেমী লোকে জানে। আতা-পুৰুষ আৰু গাভৰু দেৱে সেই সুখ ভোগ কৰি বিচ্ছেদৰ দুখক দূৰ কৰিলে। মহাজনে আপদত পৰি "এনে কাম নকৰোঁ" বুলি যি শপত খাইছিল, সি সুখৰ মুখ দেখি পোহৰৰ আগত এন্ধাৰৰ দৰে পলাই গল, আৰু গুৰু-শিষ্যৰ প্ৰেম, ভক্তি আগতকৈও বাঢ়ি আহিবলৈ ধৰিলে। তাতে আইচু-দেওক নেদেখি মহাজন এখন্তকো থাকিব নোৱৰা হল। গধূলি নাম লওঁতে আইচু-দেওৱেৰে সৈতে যি অলপ কাল বিচ্ছেদ হৈ থাকে, সিয়েই তেওঁৰ মনত এক যুগ যেন লাগে, এই দেখি সেই খিনি কালতো যেন আইচু তেওঁৰ পৰা আঁতৰি নেথাকিব, তাৰ উপায় কৰিবৰ মনেৰে এদিন ফুকনে শুনাকৈ আইচু-দেউক কলে 'আপুনি আমাক সঙ্কটৰ পৰা উধাৰ কৰিবৰ নিমিত্তে যি সকল কাম কৰা গল, সি সকলো খিনি ভাল হওঁতে হয়, তথাপি অইন দেবী-দেউক যি পূজা কৰা গল, সি সজ কাম নহয়। মহাপুৰুষ গুৰুজনে বুলিছে, 'অইন দেবী-দেউ নকৰিবা সেউ, গঙ্ক নে যাইবা, প্ৰসাদো নখাইবা, ভক্তি হব বিভিচাৰ, আৰু বিশেষকৈ 'হৰিৰাম হৰিৰাম' এই মূল মন্ত্ৰ, কলিত নাহি তপ জপ যইগো-যন্ত্ৰ'। এতেকে এক ঈচৰ কৃষ্ণৰ নাম ধৰমত বাজে সেই বিলাক দেবী-দেউক পূজিলে জীৱটিৰ অসজ গতি হয়। আপুনি জানিবা অপাৰ্থকত পৰি সাধু মহন্তৰ উপকাৰৰ অৰ্থে সেই খিনি কাম কৰা গল। এই কাৰণ তাৰ দোষ মৰিষণৰ নিমিত্তে আমি গধূলি প্ৰসঙ্গ কৰাত নাম-ঘৰলৈ আহি নাম শুনা যাব; শাস্ত্ৰত লিখিছে 'দোষ মৰিষণ তোমাৰ নাম'। নাম যেন বস্তুতকৈ বস্তু নাই, নাম অগনিয়ে পাপ বনক পুৰি ভস্ম কৰিব"। আইচু-দেৱে গুৰুজনৰ এই সকল উপদেশ শুনি ভক্তিৰে গদ্ গদ্ হৈ বুলিলে "আতা পুৰুষ, আমি তিৰী-মতি মানুহ, আমাৰ কি গিয়ান আছে? আপোনাক

সঙ্কটত পৰা দেখি বিয়াকুল হৈ গুৰুৰ উপকাৰৰ অৰ্থে যেইয়ে যি বুধি দিলে, তাকে কৰা গল। "মহন্তৰ মুখে কথা শুনে পৰ্থমত, তেবেসে পুৰুষে পায় ভকতিৰ তত্ত"। এতেকে ইতিয়া আমাক কীৰ্ণা কৰি যি গিয়ান দিয়া গল, কাই-বাইক মনে তাক আচৰা যাব।" এই বুলি সেই দিনৰ পৰাই প্ৰসঙ্গ শুনিবলৈ ধৰিলে।

মহন্তে গধূলি হলে নাম-ঘৰত ভটিমা গাবলৈ ধৰি আইচু-দেও অহাৰ গহৰি দেখিলে ভটিমাৰ মাজে-মাজে তেওঁক মাতে "জয় গুৰু(গাভৰু দেও, অহা যাওক)শঙ্কৰ, সৰ্ব্বগুণাকৰ যাকেৰি নাহিকে উপাম। তোঁহাৰি চৰণে(গাভৰু দেও)ৰেণু শত কোটি বাৰেক কৰোহোঁ পৰ্ণাম। দৰশত সুন্দৰ, গৌৰ কলেবৰ, (সোনকাল কৰা যাওক) যৈচন সুৰ পৰকাশ, সকল সভাসদ ৰঞ্জন (আজি আহিব পৰা নহব নে কি?) যাকেৰি পাপ বিনাশ"।

এইদৰে গাভৰু আৰু মহন্তৰ অতিশয় প্ৰেম ভাব হবৰ দেখি ফুকন-দেওৰ মনত একোবাৰ ঈৰ্ষা হয়; কিন্তু গুৰুৰ কাৰ্য্যত মায়া দেখিব নেপায়, গুৰু পাপী আৰু দুৰাচাৰ হলেও শিষ্যৰ মানত পৰম ঈশ্বৰ, বিশেষ গুৰুৰ মনত কোপ হলে সৰ্ব্বনাশ, এঁই ভয়ত একোকে কব নোৱাৰে। কিন্তু ফুকনৰ মনত যে এফেৰি কুষাৰি, তাক মহাজন আৰু গাভৰু দুইও জানিছিল। এইৰূপে কিছু দিন থাকি এদিনা অকস্মাত বুকুত অলপ বেদনা হৈ, আইচু-দেওৰ পুণ্যৰ ফলেৰেই হওক বা নিজৰ গুৰুভক্তিৰ গুণেই হওক, তেওঁ দেহাটি এৰি বৈকুণ্ঠগামী হল, যেই ৰূপেই হওক গাভৰু বা গুৰু ঈশ্বৰে তাত বৰ বিষম নেপালে, বৰং ফুকন দেৱে এই সংসাৰৰ নিকাৰৰ হাত সৰাত দুইৰো ৰংহে হল, কিয়নো একেটা চোঙ্গাতে দুটা বাঘে থাকিবলৈ ভাল নেপায়। ফুকন দেৱে লীলা সামৰিলতে আইচু-দেওৰ ৰাম-ৰাইজ হল, মুকলি মূৰেৰে তেওঁ গুৰু দেঁউত অকণ্টকা ভক্তি কৰিবলৈ ধৰিলে আৰু তেওঁৰ ইমান গুৰু ভক্তিৰ পুণ্য নিষ্ফল নহল, সোনকালে গোলোক ধামৰ পৰা পুষ্পক ৰথে সৈতে বিষ্ণু-দূত পালেহি। তাতে অলপ পানীলগা জ্বৰ হল; কিন্তু সদাচাৰ ৰক্ষা কৰিবৰ নিমিত্তে দিনটোত পাঁচ বাৰ, গা ধোৱাত লাহে লাহে নৰিয়া বাঢ়ি সন্নিপাত হল। কোনোৱে বোলে জ্বৰ, কোনোৱে বোলে খৰ, কোনোৱে বোলে ভূতে পালে, কোনোৱে বোলে জলশায় ডাঙ্গৰীয়াৰ দোষ, এই ৰূপে নানা ঋষিৰ নানা মত হল। মহাজনৰ গাত তত নাই। প্ৰথমতে অলপ নৰিয়া বুলি বেজ-বৰুৱাৰ তৰ পৰা দুটা এটা নাগাৰ্জুন নৃপবল্লভ আনি খুৱাইছিল, পাচত নৰিয়া টান হোৱা দেখি এটা ঢেঁকেৰী বেজ আনিলে। বেজে আহি দেখিলে যে নৰিয়াই কথা সুধিলে নেমাতে আৰু ক্ৰাষলতিৰ তলত হাত দিব নিদিয়ে, তাত বাজে মাজে মাজে হাত আজি-ভজি কৰে, মুখ বিকটায় আৰু আঁবৰি বিবৰিও কয় আৰু চকু দুটা ঔৰ-ফুল যেন হৈছে, এই সকলো বিলাক "ছিদিৰৰ লক্ষণ, এই কাৰণ "ছিদিৰৰ" মন্ত্ৰেৰে জাৰিবলৈ ধৰিলে,-

শুন শুন ছিদিৰ তোৰ পূৰ্ব্বৰ খ্যাতি।
মই জানো তোৰ জনম-জাতি ॥
নলশয়কীয়াৰ ঘৈণী ডাইনী বাই।
শনিবাৰে সাঁজৰ বেলা বাহিৰক যায় ॥
সেহি বেলা বৰ্হম দৈত্যে পাই এই চল।
ডাইনীৰ পেটত যাই লৈলাক থল ॥
পেটটি হল কলহীৰ লেসা মূৰটি হল সৰু।
হাত- পাওগিলা হল যেন হালোৱা লৰু ॥
তেজ-মাংস-মজ্জাক তাৰ খুলি খুলি খায়।
কিকৰিব ডাইণী-বাইয়ে ভৰণি নেপায় ॥
দেখিয়া নলৰ মনে উপজিল ক্ৰোধ।

পুতু-খোৱা ভিটি-মৰা দিম তোক শোধ ॥
এহি বুলি বীজ-মন্ত্র জপিবাক লৈলা।
"হুং-হ্রীং ফট্-স্বাহা" মুখে উচ্চাৰিলা ॥
মন্ত্রৰ বলে অগ্নি জলে ভূতৰ লাগে ত্রাস।
পেটৰ পৰা দেখে দৈত্যে হয় সৰ্ব্বনাশ ॥
চট্-ফটাই মৰে দৈত্য ৰাখোঁতা নাই কেও।
নলৰ পাৱত ধৰি কৰে কেওমেও ॥
নলে বোলে পাষণ্ড শুন মোহোৰ বচন।
মোহোৰ তিৰীৰ কাষ ছাড় এতিক্ষণ ॥
মন্ত্র বলে ভস্ম তোক কৰিবাক পাৰোঁ।
কিন্তু প্রাণী বধ পাপ কদাপি নকৰোঁ ॥
এই কথা শুনি দৈত্যে বৰ ৰং পাই।
নল-শয়কীয়াক তেবে বুলিলে বোপাই ॥
বীজ মন্ত্র মাতি নলে পেটে দিলাক হাত।
তেতিক্ষণে তিৰী তাৰ কৰ্ল্লাক গৰ্ভপাত ॥
শিৱদূত ব্ৰ্হ্ম দৈত্য মায়া জানে নানা।
গৰ্ভ হন্তে ওলাল দহটা নিগুনিৰ ছানা ॥
নলে বোলে ভূত গিলা মোৰ বাক্য ধৰ।
মনুষ্যৰ গাৱে যাইয়া উপভোগ কৰ ॥
চামোনিয়া, জলযখ, গোধা, পিঙ্গলীয়া।
উকহুৱা, হুলাবাঙ্কা আৰু তেজ-পীয়া ॥
ডলামুৰী, কুলামুৰী, আৰু পেট কামুৰী।
সাতজন মতা হবি, তিন জনী তিৰী ॥
শনিবাৰ, মঙ্গলবাৰ, ৰাতি, কালক্ষণ।
দোকামোকো, মুনিচুনি, তুহনাৰ ক্ষণ ॥
এই কালে কোনো লোকক যদি লাগাল পা।
মোৰ বৰে তাহুনক ধৰি-ধৰি খা ॥
যেতিক্ষণে মোৰ নাম কয় কোনো জনে।
সেই থান এৰি দূৰ হবি তেতিক্ষণে ॥
মোৰ নাম শুনি যদি নহবিহে দূৰ।
বজ্রাঘাত কৰি তেন্তে ভাঙ্গিম মই মূৰ ॥
নল শয়কীয়াৰ আজ্ঞা শিৱৰ বৰ।
ভূত প্ৰেত পিশাচ্চ যাহ্ থানান্তৰ ॥
নং লং শং হ্রীং ফট্ স্বাহা"

এই মন্ত্ৰেৰে বেজে তিনিবাৰ মূৰ জোকাৰি জোকাৰি নৰসিংহৰ পাতেৰে জাৰিলে হয়; কিন্তু "ছিদিৰে" তাৰ্লে কটাক্ষো নকৰিলে, তাতে মন্ত্ৰৰ পৰা একো গুণ নহবৰ দেখি শনিবাৰে মৰা ভোটৰ দাঁত, ফেঁটী সাপৰ মূৰ, গৰু বিছুৰ দিনা নাঙ্গট হৈ একে উশাহেই তুলি অনা বাঁহ গছৰ ৰঘু মৰাৰ দক্ষিণ ফালৰ শিপা আৰু হুঁচৰি গোৱাই গচকা শুকান মৰলিয়া, এইবিলাক মহৌষধি এৰ্ৱাঁ ছোৱালীয়ে কটা ৰঙ্গা, বগা সূতাৰে মেৰাই নৰিয়াৰ দুইও কাণত "আলাম" দিলে। দৰব আৰিবলৈ কাণত ধৰোঁতেই নৰিয়াই বেজৰ গালত এনেহে এটা কাণ- টাহা লগালে যে বেজে "বাপ বাপ" বুলি আঁতৰি গল। বেজক অমৰ্য্যাদা কৰাতে নিশ্চয় হল, যে সি সামান্য বিধৰ ছিদিৰ নহয়; এই কাৰণে বেজে ফটা জোঁতা ভোট-মৰিচ, ফেঁচাৰ পাখি, সাপৰ মোট, ইত্যাদি চোকা দৰব গোটাই এটা যাগ দিলে। একেই সন্নিপতীয়া জ্বৰৰ পোৰণি তাতে মৰিচৰ জাল পাই নৰিয়াই ধৰফৰণি লগালে। ইয়াকে দেখি ওচৰত থকা মূৰ্খ মানুহবিলাকে, দৰবৰ প্ৰভাৱত ভূতেহে দুখ পাইছে যেন বুজি বুলিবলৈ ধৰিলে "হেঁ কাই কেনে পাইছ? এতিয়াহে কাঠে-কাঠে পৰিছে, ভাল হব ভয় নাই"। "মূৰ্খ বৈদ্য যমোপমঃ" তাৰ দৰবে যে নৰিয়াৰ প্ৰাণ বধিবলৈ ধৰিছে, তাক নুবুজি বেজ বপুৰাই ভূত খেদাব পাৰিম বুলি মনত ৰঙ্গেৰে সৰিয়হ জাৰি ছটিয়াইছে আৰু নৰিয়াৰ কাণত কাষত "যাহ্, গুচি যাহ, যৰ-পেৰা আহিছ তক লাগি যাহ" বুলি মহা আস্ফাল কৰিছে, কিন্তু নৰিয়াৰ কট্‌গদেই নলৰে। ইয়াকে দেখি "পোত্‌খা ইবৰ বিহাম বিধীয়া ছিদিৰ, বীজ-মন্ত্ৰ নাজপ্‌লি নামবাৰ নুই" এই বুলি নৰিয়াৰ ভৰিৰ পৰা এটা আঁক টানি সেই আঁকৰ মূৰতে বহি সি মন্ত্ৰ জপিবলৈ ধৰিলে । তাতে যাগৰ ধোঁৱাত তত নেপাই নৰিয়াই হাত ভৰি এছাৰোঁতে বৈদ্য-ৰাজৰ মূৰত এনেহে এটা লাথি লাগিল, যে সি একে বাৰেই বাগৰি পৰিল। লাথি খাই বেজে "মাৰলাক বাপাহে, মাৰিবাক লগিন ইয়াক আহিলোঁ কিয়া? পোত্‌খা ই সামাইন বিধীয়া ছিদিৰ নুই, মই চাবা নৰোঁ," এই বুলি উঠি লৰ মাৰিলে। ইফালে মহাজনৰ গাত তত্‌ নাই নৰিয়াতকৈও তেওঁৰহে চট্‌ফটনি টান। মহন্তে প্ৰথমতে নাম-কীৰ্ত্তন কৰি চালে, তাত একো গুণ নহবৰ দেখি "আপদত অযুগুত কৰিতে যুৱায়" বুলি অন্য দেবী-দেউক পূজিবলৈ ধৰিলে। মাহ চাউল কল আৰু দক্ষিণাৰ উজ্জান পৰিল। শান্তি কৰম কৰা বামুণৰ একাদশত বৃহস্পতি"- দেউসকলে মতালৈ বাট চোৱা নাই, আগত কোষা অৰ্ঘা আৰু অদৃষ্টত (কপালত) বগা মাটিৰ চৰাচৰ ফোঁট মাৰি শাৰী শাৰী হৈ বহি আইচু-দেওৰ কুশলৰ অৰ্থে সঙ্কল্প কৰিবলৈ ধৰিছেহি। ইপোনে তামোল নোখোৱা আতৈ সকলে আমৰলীয়া হাঁহ, "ৰাম পাৰ," "গোসাঁইৰ মকৰ কুণ্ডল," "প্ৰভুৰ লাখুটি, "একঠীয়া তলীয়া গোবিন্দ," "ভকতিৰ ৰস" আদি পবিত্ৰ বস্তু লৈ "পূৰ্ণ সেৱাত" বহিছে । কিন্তু একোতো গুণ নধৰে। মহন্ত বিবশ হৈ বাপু সকলৰ বুদ্ধিয়েৰে "মহাপুৰুষ গুৰুৰ নিৰ্ম্মল ধৰম একতীয়াকৈ থৈ জীৱটিৰ মূৰে বগা মহৰ জীৱ এটি দি শ্যামা আইক এভাগি পূজা দিবলৈও আগ কৰিলে, তথাপি একো গুণ নহল, সেই দেখি মহাজন বিমন হৈ বহি আছে, এনেতে নৰিয়াৰ বুজ লবলৈ ভদ্ৰকান্ত ডেকাবৰুৱা গৈ উপস্থিত হল, পাচে নৰিয়াৰ গঢ়-গতিৰ কথা শুনি মহাজনক কলে, "গোসাঁই দেউ নৰিয়াটো এফেৰি টান হৈছে, অলপ গা লাগি চিকিৎসা কৰাওক । মোৰ মনেৰে হলে এজন ভাল ডাক্তৰ মাতি আনি তেওঁৰ হতুৱাই দৰব দিয়ালে ভাল।" তাতে মহাজনে মাত লগালে, ডাঙ্গৰীয়া বাপু আপুনি যি কথা কোৱা গৈছে সি ভাল হব পাৰে, কিন্তু তেৰাই মহাপুৰুষ গুৰুৰ শুধ মত ধৰমত আশ্ৰয় লৈছে, তেৰাক ডাক্তৰৰ পানী টোপা খুওৱা অযুগুত।

ভদ্ৰ- কিয়; ডাক্তৰৰ দৰব খুৱালে কি হয়?

মহা- ডাঙ্গৰীয়া ! আমি শুনিছোঁ, বোলে ডাক্তৰৰ দৰবত ফটিকাৰ গুড়ি থাকে, এতেকে তাক কেনেকৈ তেৰাক খুওৱা হব?

ভদ্ৰ- ডাক্তৰৰ সকলো দৰবতে ফটিকা থাকে এনে নহয়, আৰু হলেও দৰবত কি দোষ? শাস্ত্ৰতো লেখা আছে "ঔষধাৰ্থং সুৰাম্পিবেত।"

মহা- নহয়, ডাঙ্গৰীয়া বাপু ! আমাৰ পথত সেইটো বস্তুৰ বৰ নিষেধ, প্ৰাণ গলেও তাক খাব নেপায়।
ভদ্ৰ- (মনে-মনে) ইহঁতৰ বিচাৰ আছে, আচাৰ নাই, ইপোনে সকলো অকৰ্ম্ম কৰে ডাক্তৰৰ দৰৱ খালে জাতি যায়। এই বুলি তেওঁ উঠি গুচি গল। এনেতে কোদাল-ৰাম বৰদলৈ ওলাল গৈ। এওঁ নাজল ৰাম বৰদলৈৰ নাতিয়েক, জ্যোতিষ-শাস্ত্ৰৰ বাঘ, যম বুলিলেও জগৰ নাই। আমাৰ দেশৰ জ্যোতিষীয়া সকলে তিথি, নক্ষত্ৰ যোগ, কৰণ ইমানকে শিকি বিয়াৰ দিন আৰু শুদ্ধকৈ বা অশুদ্ধকৈ লৰাৰ সোৱঁৰণি কৰিব পাৰিলেই জ্যোতিষ-শাস্ত্ৰৰ পাৰ পায় আৰু বৰদলৈ হয়, পাচে জ্যোতিষীয়া ফাকটি কৰি চাউল মোকোলাবলৈ ধৰে। কোদাল ৰাম বৰদলৈও এই শ্ৰেণীৰ জ্যোতিষীয়া। এওঁ ৰুদ্ৰসিংহ ৰজাৰ দিনৰে ফটা পাঁজী এখান লৈ ফুৰে, সি কেতিয়াও পুৰণি নহয়। কোনো মানুহৰ ঘৰলৈ যোৱাৰ আগেয়ে তাৰ ঘৰত কি হৈছে, গাৱঁত বুজ লৈ পাচে ঘৰলৈ গৈ সকলো খিনি কৈ দিয়ে, আৰু তেওঁৰ কথা সচাঁ বুজাবলৈ অনুস্বাৰ বিসৰ্গ দি দুটামান সংস্কৃতৰ নিচিনা মাত মাতে, তাতে মূৰ্খ মানুহৰ আগত বিধতাৰ সমান মান পায়, এই কাৰণেই গাৱঁত তেওঁৰ “সৰবজান দলৈ” নাম জলিছিল। বৰ-দলৈক দেখি মহাজনে বহিবলৈ আসন দিলত বৰ-দলৈয়ে মহাজনৰ মুখলৈ চাই মাত লগালে “গোসাঁই দেউ মই মঙ্গলত পাইছোঁ, আপোনাৰ ঘৰত কিবা এফেৰি অথান্তৰ হব পায়, --আপোনাৰ আশ্ৰয় থলতে সঙ্কট মিলিছে যেন পাওঁ।
মহা- হয় বাপু ! আমাৰ অথান্তৰৰ কথা কব লগা নাই, আমি উদাসিন মহন্ত, এই গাভৰু দেওৰ চৰ্চ্চা ভক্তি ফেৰি দেখি তেওঁৰ আশ্ৰয়তে অছা হৈছে; এতিয়া গৃহস্থ বস্তুৰ কিবা এফেৰি নিগ্ৰহ ভাও হৈছে হবলা, তেওঁৰ গাত নপৰিয়া। চোৱা যক চোন কেনে ৰূপে নো তেওঁৰ দেহাটি সুস্থ হব, যেই লাগে আমি তাকে কৰা যাব, তেওঁ ভাল হক্ মাথোন।
দলৈ- শুদা হাতে মঙ্গল চোৱালে গ্ৰহ-দেৱতা সকল ৰুষ্ট হয়, অলপ কি হয় দখিণা আগত পেলক তেহে চাব পাৰি।

গণকৰ কথাৰ দৰে মহাজনে তামোল-পাণে সৈতে সিকি এটি আগত দি নম্ৰ ভাবে বুলিলে “এই এটি গুৱা-পাণ আগ বঢ়োৱা হৈছে, ইয়াতে তুষ্ট হৈ জ্যোতিষ শাস্ত্ৰ মেলা যক।
দলৈ- কেতিয়াৰপৰা নৰিয়া হৈছে ?
মহা- শনিবাৰৰ পৰা অলপ নেহ্ -নেহ্ থেহ্ থেহ্, সোমবাৰৰ পৰা জানিবা টান।
এই কথা শুনি দলৈ বাপুৱে জোলোঙ্গাৰ পৰা ফটা পাঁজী খান উলিয়াই মাটিত গোটা চাৰেক আঁক দিলে; পাচে সেইবিলাকলৈ চাই অলপ শুনাকৈ কবলৈ ধৰিলে;- “ৰবা শনিবাৰ, কিৰ্ত্তকা নইখত্ৰ;- শনৌ আইদঞ্চ শেষাঞ্চ ষষ্টৌচ পৰিবৰ্জ্জয়েৎ। ইপোনেও কিৰ্ত্তিকোত্তৰষাঢ়াচ ষটেতে পুঃকৰা টিতা। অ, হয়, হব পায়, বৰ টান ৰিষ্টটো পৰিছে, পাচে মহাজনৰ মুখলৈ চাই ফুটাই কলে;- “গোসাঁই-দেউ আইচুৰ নৰিয়াটি টান, দহোটা গ্ৰহৰ হেঁচাটো পৰিছে; এনেকৈ জানিবা গ্ৰহ ন-টাহে, কিন্তু আমাৰ গণকীয়া মতে “অভিজিত” বুলি এটা আছে, সেইয়ে সৈতে দহোটা, বৰ টান যোৰাটো পৰিছে। গ্ৰহ-দেৱতা সকলক ভালকৈ সন্তুষ্ট কৰিব পাৰিলেহে যদি আইচু ৰইখা পৰে।

আইচুৰ সঙ্কটৰ কথা শুনি মহাজন কন্দনা মুৱা হৈ হাত যোৰকৈ দলৈক মাত লগাই বুলিলে “দেউ কি কৰিলে নো দেৱতাসকল তুষ্ট হব, বিধান দিয়া যক। আমি পথালি চকুৱা মনিচ বুলিলে নীচ, আমাৰ খোৱাৰ খোজে-পতি অপৰাধ, তেওঁবিলাক যাক বোলে গ্ৰহৰূপী জনাৰ্দ্দন, যি ৰূপে পূজিব লাগে, সেই ৰূপে পূজিবৰ আমাৰ কি যোত্ৰ আছে? তথাপি শক্তি অনুসৰি ছাগটোৰ ঠাইত খাগটো দি আভাস কল্পনা কৰা যাব।
দলৈ- বাৰু মই বিধান দিম এতিয়া; আইচু-দেওৰ নামটি কি?
মহা- তেওঁৰ আগৰ নামটি জানিবা চণ্ডিকা আছিল, পাচত মহাপুৰুষ গুৰুৰ শুধ সত ধৰমত আশ্ৰয় লবৰ পৰা ৰাধিকা নামটি পাইছে।
দলৈ -- ভাল, ভাল, দুইওটি নামত একে ৰাশি বহে, তাত হানি নাই। বাৰু ৰবা, চু-চে-চো-ল, ৰু-ৰে ৰো-ল,

ৰেৱতী মীন। ইওপোনে গৰ্ভত শনি হল, অস্ অস্! ভালেতো ইয়ান দুখ পাইছে দেহী! গোসাঁই দেউ বিখিনিটি টান হৈছে হয়, তেও ৰইখা পৰিব ভয় নাই; চন্দ্ৰ শুখি আছে, তাৰাটি বৰ ভাল নহয়। তাত হানি নাই। আপুনি আৰু আন কি কৰিব এটি ভোজনি দিয়ক। ভোজনিত এই কেইবিধ বস্তু দিব লাগিব; প্ৰথমতে ধৰোক, লৌহং, লোহাৰ এখনি কোৰ বা দা হলে ভাল; সুবৰ্ণং, সোণৰ এটি আঙঠি, ৰৌপ্যং চৈব, ৰূপৰ এটি পাত্ৰ হলে ভাল, নহলে তাৰ মূইল পাঁচ টকাৰ কম হব নেলাগে, বস্ত্ৰং, পাটৰ বস্ত্ৰ এযুৰি হলে ভাল, মুক্তাঞ্চ, মুকুতা মণি পাঁচটিৰ কম হলে ভাল নহয়; তাম্ৰং তামৰ কলহ এটি লাগিব, ঘোটকং, অভাবে হীৰকং, এটি ঘোড়া, অভাৱত এখানি হীৰা; ছাগঞ্চ, মাইকী ছাগ এজনী, বলদঞ্চৈবচ, এহালি হলে ভাল এটি বলদ গৰু, নৱগ্ৰহৰ বাবে এই ন-টি বস্তু আৰু অভিজিতৰ বাবে চাউল, লোণ, তেল, পাচলি, ইত্যাদি উপহাৰ আৰু তাৰাৰ বাবে গুড়, গাখীৰ, কল, কোমল চাউল, এই সকল বস্তু গোটাই একেৰি দখিণাই সৈতে ভাল সূৰ্য-বিপ্ৰ এজনক এটি ভোজনি দিয়ক, ইয়াকে কৰা মাত্ৰেই যদি নৰিয়াৰ গঢ় নলৰে তেন্তে মোৰ নাম সলাই থব।

মহা- ভাল বাপু দেউ অলপ বহা যক, অইন ভাল সূৰ্য্যবিপ্ৰ আৰু কত পামইক, যথা শক্তি ভোজনি এটি আপোনাতে লগাওঁ, লৈ যোৱা যক।

দলৈ- গ্ৰহ দেৱতাসকলৰ পূজা কৰা আৰু ভোজনি লোৱা আমাৰে কাম হওঁতে হয়, তেও মই জানিবা তেনে বৰকৈ লৈ নুফুৰোঁ, এতিয়া আপুনি যে ধৰিছে, ভাল লব লাগে, শীঘ্ৰে যো কৰি আনক।

মহাজনে ততালিকে গাভৰুৰ পেড়া মেলাই গণকৰ কথাৰ দৰে সকলো বস্তু গোটাই ঘোঁড়া নথকাত হীৰা এখানেৰে সৈতে ভোজনি এটা আনি আগত থলে, গণকে; ভোজনি লৈ আইচু দেওৰ সম্বন্ধি গ্ৰহ দেৱতাসকল প্ৰসন হক, বুলি পাচলৈ নেচাই বেগ দিলে। ইফালে আইচুৰে খৰ উশাহ টানিবলৈ ধৰিলে। এনেতে তামোল নোখোৱা আঁতেসকলে আহি "আমি তুলি লওঁ" বুলি দাঙোতেই নৰিয়াৰ চকু খিৰ হল। তাকে দেখি ওচৰত থকা মানুহবিলাকে হৰামুৰাকৈ বাহিৰলৈ টানি আনোতেই বাটতে আইচুৰে দেহা এৰি "বৈকোণ্ঠ পয়াণ" কৰিলে। মহাজনে হিয়া মুৰ ভুকুৱাই কান্দি বলিয়াৰ নিচিনা হল। পাচত ভকত সকলে আহি অনেকৰূপে বুজাই বৰাই তেওঁক সত্ৰলৈ লৈ গল। কিন্তু আইচু-দেওৰ বিয়োগ দুঃখে মহাজনৰ আগ-মজ্জ ভেদিছিল। এতেকে অধিক দিন এই পাপময় সংসাৰত থাকিবলৈ নহল, তেৱোঁ সোনকালে শৰীৰ এৰি আইচু-দেওৰ লগ ললে গৈ।

হায় হায় কেনেকুৱা কৰ্ম্মৰ গতি!  
উদাসিন মহাজনে দুখ পালে অতি।  
কপটীয়াৰ ফাকটিৰ ভিতৰ এন্ধাৰ,  
ভাল-বেয়া চিনিবৰ শক্তি আছে কাৰ?  
কেৱলীয়া মহাজন ধৰমীৰ বেশ,  
শিষ্যক তৰায় দি ধৰম উপদেশ।  
মুখত ধৰম কথা ভিতৰত আন;  
ধিক তাৰ পৰমাৰ্থ, ধিক তাৰ জ্ঞান!  
বাহিৰত তাৰ ৰং চং নাই কোনো মলি;  
ভিতৰলৈ চোৱাঁ যদি ছাই-লিপা কলি।  
আপোনাক শুচি বুলি লোকক ঘিণায়,

ধৰমৰ ঢাকনিৰে পাপ ঢাকি খায়।
বাহিৰত মালা জপে ধৰমী দেখাই ,
অন্তৰত বা কি ভাবে একো চিন নাই।
অস্, অস্, হল্ আহি ঘোৰ কলি-কাল !
ধৰ্ম্মৰ কঠীয়া তলী পাপৰ ভঁড়াল।
তাল, মালা, ফোঁট পূজা আৰু হোমৰ ছাই,
বাহিৰৰ দৃষ্টি, কতো পতিয়ন নাই।

---------------------

হল।

# পাঠ-মালা

আসাম-দেশৰ পঢ়াশালিবিলাকত
পঢ়াবৰ নিমিত্তে।

শ্রীহেমচন্দ্র বৰুৱাৰ দ্বাৰা
নানা সংস্কৃত আৰু ইংৰাজী পুথিৰপৰা
সংগৃহীত আৰু অসমীয়া ভাষাৰে ৰচিত।

"আপৰিতোষাদ্বিদুষাং ন সাধু মন্যে প্রয়োগবিজ্ঞানং" (শকুন্তলা)

গুৱাহাটীৰ
আসাম-নিউচ যন্ত্রত
শ্রীৰামচন্দ্র গগৈৰ দ্বাৰা ছপা হল।
১৮০৫ শক।

## পাতনি।

অসমীয়া ভাষা সকলোৱে অনাদৃত হৈ থকাৰ নিমিত্তে সেই ভাষাৰে কেৱে পুথি ৰচনা নকৰিছিল; এই কাৰণ আমাৰ ভাষাত পঢ়িবৰ উপযুক্ত পুথি নাই বুলিলেও মিছা কোৱা নহয়। কিন্তু এতিয়া তাৰ প্ৰতি দেশাধিকাৰবিলাকৰ অলপ কৃপা দৃষ্টি হোৱাত তাৰ সৌভাগ্যে মিটিকিয়াইছে যেন দেখা গৈছে। এই হেতু অনেকেই ভাল-ভাল পুথি লিখি তাৰ উন্নতি-সাধন কৰিবলৈ ধৰিছে। কিন্তু সম্প্ৰতি অসমীয়া ভাষা শিকাবৰ নিমিত্তে "তলৰ শ্ৰেণীৰ দেশী ভাষাৰ পঢ়াশালি" নামেৰে যি এক শ্ৰেণী ইস্কুল স্থাপিত হবৰ কাৰণে আসামৰ চিফ্ কমিশ্যনৰ চাহাব মহোদয়ে আজ্ঞা কৰিছে, সেইবিলাক পঢ়াশালিত পঢ়াবৰ উপযুক্ত সাহিত্যৰ পুথি নথকাত বিদ্যা শিক্ষাৰ অধ্যক্ষ চাহাবৰ জাননী অনুসাৰে এই পুথি লিখা গল। এতিয়া পাঠশালাৰ "পাঠ্য পুস্তক-নিৰ্ব্বাচক-সমাজে" অনুগ্ৰহ কৰি ইয়াক মনোনীত কৰিলে লেখকৰ শ্ৰম সফল হব, ইতি।

---

এই পুথি ওপৰত নাম লিখা সভাৰ দ্বাৰা পৰিগৃহীত হৈছে। গ্ৰন্থ-কৰ্ত্তা।

# পাঠ-মালা।

### বালকবিলাকর প্রতি সম্বোধন।

হে প্ৰিয় লরাবিলাক ! তোমালোকে দেখিছা, যে আমার দেশাধিকারসকলে তোমালোকর হিতর নিমিত্তে ধন ভাঙ্গি পঢ়াশালি পাতি দিছে। এনে সুচল পাইও যদি তোমালোকে বিদ্যা আৰ্জ্জি জ্ঞানী নোহোৱাঁ, তেন্তে সি কেবল তোমালোকর দোষ হব। তোমালোকে জানিবা লরা-বয়সেই হে বিদ্যা শিকিবর সময়। সেই অমূল্য সময় যদি এলাহুত বা ধেমালিত খেদোৱাঁ, তেনেহলে বুঢ়া কালত শোক করিব লাগিব। সময় পাখি-লগা, কাঁড়র দরে উরি যায়, আৰু সি গলে বহুত ধন-রত্ন দিও তাক ওলটাই আনিব নোৱারি। এতেকে এতিয়া তোমালোকর হাতত যি সময় আছে, তাক জ্ঞান-বিদ্যা শিকাত নিযুক্ত করিলে সি ধরি রখার তুল্য হব; নাইবা শুদায় উরি যাব, আৰু তাক নোপোৱাঁ। মই তোমালোকর নিজর ভালর নিমিত্তে এই কথা কৈছোঁ, এতেকে মোর এই সজ আলচলৈ আওহেলা নকরিবা।

## ১ আধ্যা

### ১ পাঠ। নীতি-সার

১। সকলো বস্তুতকৈ বিদ্যা শ্রেষ্ঠ, কিয়নো তাক চোরে চুর করিব নোৱারে, ভাগীয়েও ভগাই নলয়, আৰু সি কেতিয়াও ক্ষয় নেপায়।

২। বিদ্যাই মানুহক নম্র করে, নম্র হলে মানুহ সৎপাত্র হয়, সেইয়ে হলে ধন বাঢ়ে, ধনর পরা ধৰ্ম্ম আৰু তারপরা সুখ হয়।

৩। শাস্ত্রে অনেক বিষয়র সংশয় গুচায়, নেদেখা কথাকো দেখার দরে বুজায়; এতেকে শাস্ত্র সকলোরে চক্ষু-স্বরূপ; সেই শাস্ত্র-জ্ঞান যার নাই, সি কণা।

৪। যি বিদ্বান আৰু ধাৰ্ম্মিক নহয়, এনে পুত্র হোৱার ফল কি? দেখা-শক্তিহীন চকু থকাতকৈ নথকাই ভাল; কিয়নো তেনে চকুৱে সদায় পীড়া মাথোন জন্মায়।

৫। যেনেকৈ সোণর লগত পরিলে কাঁচেও উজ্জ্বল বরণ ধরে সেইরূপে সজ্জনর লগত থাকিলে মূর্খো পণ্ডিত হয়।

৬। রজাও বিদ্বান লোকর সমান নহয়; কিয়নো রজা নিজ দেশত মাথোন মান্য, বিদ্যাবন্ত মানুহে সকলো ঠাইতে সম্মান পায়।

৭। গুণহীন মানুহ উচ্চ বংশত ওপজার কি ফল? বিদ্যাবন্ত হলে নীচ কুলর লোকেও সকলোরে আদর পায়।

৮। যেনেকৈ দেখিবলৈ বর ভাল হোৱাতো নিৰ্গন্ধ পলাশ-ফুলক কেৱে সমাদর নকরে, তেনেকৈ ডাঙর বংশত জাত বর শুৱনি, যুবা পুরুষো বিদ্যাহীন হলে আদৃত নহয়।

৯। সুগন্ধি ফুল-ধৰা এজোপা গছেই গোটেইখন হাবি মলমলীয়া কৰে, আৰু এটি সুপুত্ৰৰ দ্বাৰাও তেওঁৰ বংশৰ মান যশ বাঢ়ে।

১০। মানুহবিলাকৰ আলস্যৰ সমান শত্ৰু, আৰু উদ্যোগৰ সমান বন্ধু নাই।

১১। বড়ৰ আঠাৰ ঢোপ এটা হাতৰ আঘাত লাগি মাটিত পৰিলেও পুনৰায় ডেও দি ওপৰলৈ উঠে, সেইৰূপে আপদত পৰিলেও সাধুৱে তাৰপৰা উদ্ধাৰ পায়।

১২। কটা গছৰো গজালি ওলায়, ক্ষীণ হোৱা চন্দ্ৰও পুনৰায় পূৰ হয়; এই কথা গমি চাই সন্তসকল, বিপদত পৰিলেও, বিবশ নহয়।

১৩। যি, যি কামত পাৰ্গত, তেওঁক সেই কামত নিযুক্ত করিব লাগে; কিয়নো নজনা কাম কৰিব লাগিলে পণ্ডিতৰো বুদ্ধি হেৰায়।

১৪। যাৰ জন্মৰ দ্বাৰা তেওঁৰ বংশৰ উন্নতি হয়, তেওঁৰ জন্মেই হে জন্ম; নতুবা এই অনিত্য সংসাৰত কোন নোপজে, আৰু কাৰ নো মৃত্যু নহয়?

১৫। উদ্যোগী পুৰুষ সিংহৰ তুল্য শ্ৰেষ্ঠ; তেওঁ অৱশ্যে লক্ষ্মীৰ কৃপা পায়। মন্দ বুদ্ধিৰ মানুহে মাথোন দৈৱৰ ওপৰত ভৰসা কৰে, এতেকে আপোনাৰ শক্তিৰে দৈৱক ঠেলি পুৰুষালি কৰাঁ; যত্ন কৰিলে যদি সিদ্ধি নহয়, তাত দোষ কি?

১৬। আপদত পৰিলে, মূৰ্খে দৈৱক দোষে; আপোনাৰ কৰ্ম্মৰ দোষত যে আপদ হৈছে, তাক নেজানে।

১৭। সৎলোকে বিদ্যা হলে জ্ঞান পায়, ধন হলে দুখীয়াক দান, আৰু শক্তি হলে আনক আপদৰপৰা ৰক্ষা কৰে; কিন্তু দুষ্ট মানুহৰ এই কেইটা গুণ হলে বিপৰীত ফল হয়, অৰ্থাৎ সি বিদ্যাক বিবাদত মাথোন লগায়, ধনৰ দ্বাৰা তাৰ অহঙ্কাৰ হয়, আৰু শক্তি হলে সি লোকক হিংসা কৰে।

১৮। পৰৰ উপকাৰৰ নিমিত্তে যি লোকে ধন ব্যয় কৰে, তেওঁৰ সাৰ্থক জীৱন। যি জনে ধন আৰ্জ্জি আপোনাৰ পেট মাথোন পোহে, সি একো প্ৰশংসাৰ যোগ্য নহয়; কাৰণ বগেও দীঘল ঠোঁটেৰে মাছ ধৰি আপোনাৰ পেট পূৰণ নকৰে নে ?

১৯। বিনা দুখেৰে সুখ নহয়, দুখ কৰিলে হে সুখ ভৰে।

২০। আপোনাক অজৰ-অমৰ যেন ভাবি বিদ্যা আৰু ধন উপাৰ্জ্জন, আৰু যমে যেন চুলিত ধৰি টানিছে, এনে ভাৱে ধৰ্ম্মৰ চৰ্চা কৰিব লাগে।

## ২ পাঠ

### নীতি-সাৰ। (সমাপ্ত)

১। তোমাৰ পিতৃ-মাতৃক সম্মান কৰিবা।

২। অকাৰণত জীৱ হত্যা নকৰিবা।

৩। লোকব তিরোতার প্রেমত আসক্ত নহ্বা।

৪। চুর নকরিবা; মিছা কথাও নকবা।

৫। তোমার চুবুরীয়ার অহিতে মিছা সাক্ষী নোলাবা।

৬। তোমার চুবুরীয়ার ঘর, ভার্য্যা, দাস, দাসী, মহ, গরু বা আন কোনো বস্তুলৈ লোভ নকরিবা।

৭। মানুহর দশা সদায় সমানে নবর্ত্তে, রথর চক্রর দরে ঘূরি থাকে; চন্দ্র-সূর্য্যরো উদয় অস্ত আছে; এতেকে আজি যি ওখ হৈ উঠিছে, কালিলৈ সি তললৈ নামিব পারে। ইয়াকে বুজি জ্ঞানী লোক, বর ধনী আরু ক্ষমতাবন্ত হলেও, অহঙ্কারী নহয়।

৮। যি ঠাইত মানুহে সম্মান আরু প্রীতি নেপায়, কোনো বন্ধু নাই, বিদ্যা আরু ধন আর্জ্জিবও নোৱারে তাত থকাই অনুচিত।

৯। প্রথম বয়সতে যি শান্ত তাকেহে শান্ত বুলিব লাগে; শরীর দুর্ব্বল হলে নো শান্ত কোন নহয় ?

১০। সন্ত লোকে এশ টকা ভরিও আনেরে সৈতে বিবাদ নকরে, কিন্তু মূর্খ হলে অকারণতে দন্দ্ করি ফুরে।

১১। অনুপস্থিত বিপদর নিবারণর নিমিত্তে যি আগেয়েই সাৱধান হৈ থাকে সদায় তেওঁর সুখ হয়; কিন্তু যি উপস্থিত আপদর প্রতিকারর কারণে চেষ্টা নকরে, তেওঁ অৱশ্যে কষ্টত পরে।

১২। দুখীয়াক প্রতিপালন করিবা, কিন্তু আঢ্যৱন্ত মানুহক ধন নিদিবা; কিয়নো ঔষধর দ্বারা রোগীর উপকার হয়, নিরোগীর দরবত কি সকাম?

১৩। উপকারীর শলাগ লবা, অশলাগীর সমান পাপী নাই।

১৪। পরর উপকার করার সমান পুণ্য, আরু হিংসা করার সমান পাপ নাই।

১৫। আপদত পরিলে অধৈর্য্য নহৈ স্থির মনেরে তারপরা উদ্ধার পাবর উপায় চিন্তিব লাগে, নতুবা আপদে জালর দরে মেরাই ধরে।

১৬। দয়া বা মরমর বশ হৈ যি শত্রুত বিশ্বাস করে, সি অৱশ্যে আপদত পরে।

# ৩ পাঠ

## এজন বুঢ়া মানুহ, তার পুতেক আরু এটা গাধর কথা

এই জগতত অনেক প্রকারর মানুহ আছে। সেই সকলোরে মত একে নহয়; এতেকে আমি কোনো কাম করি একেবারেই সকলোকে সন্তোষ দিব নোৱারোহঁক, আরু সকলোকে সন্তোষ দিব খুজিলে, আমার যত্ন সফল হওক ছারি, আমি অনেক সময়ত হাস্যাস্পদ, আরু হানির অধীন হব লাগে। এই কারণে যিবিলাকক জ্ঞানী আরু সৎলোক বুলি জনা যায়, অকল সিবিলাকর মত অনুসরি কাম করা উচিত।

এজন বুঢ়া মানুহে তার এটা গাধ বিকিবর নিমিত্তে হাটলৈ লৈ যাওঁতে তার পুতেকক সেই গাধত তুলি আপুনি তার ওচরত খোজ কাঢ়ি গৈছিল। বাটত কিছুমান পথিকে সিহঁতক লগ পাই পুতেকক নিন্দা করি বুলিলে, - "চোৱাঁ-চোন, সেইটো কেনে নির্ব্বোধ ডেকা! সি গাধর পিঠিত উঠি সুখেরে গৈছে, বুঢ়াটোক হলে খোজ কঢ়াই মারিছে, এই

কালত বুঢ়া মানুহৰ একো সন্মান নাইকিয়া হল।” তাতে বুঢ়াই বাটৰুৱাবিলাকৰ এই কথা উচিত যেন বুজি, আৰু পুতেকেৰো নিন্দা গুচাবৰ ইচ্ছা কৰি তাক নামিবলৈ কলে, আৰু নিজে গাধত উঠিল; এইৰূপে অলপ দূৰ যোৱাৰ পাছত আকৌ কিছুমান বাটৰুৱা লগ পালে, তাতে সিহঁতে একেবাৰেই মাত লগাই উঠিল, চোৱাঁচোন! সেইটো কেনে এলেহুৱা বুঢ়া। সি গাধত উঠি সুখেৰে যাব লাগিছে, তাৰ সেই কোমল বয়সীয়া পুতেকটিয়ে লৰ দিও তাৰ লগত যাব পৰা নাই। সি ইমান দুখ পাইছে, তেও বুঢ়াই তালৈ দৃক্‌পাতকে নকৰে। আজি কালি মানুহৰ মনৰ পৰা মৰম-বেথা দূৰ হল।” হোজা বুঢ়াই এই কথা শুনি সেই কাম বেয়া যেন বুজিলে, আৰু তেতিয়াই পুতেকক তাৰ পাচফালে তুলি ললে। সেইদৰে গৈ হাটৰ ওচৰ পোৱাপুই হওঁতেই আন এজন পথিকে বুঢ়াক মাত লগাই বুলিলে,- “আপ! এই গাধটি তোমাৰ নিজা নে আন মানুহৰ?” তাতে বুঢ়াই উত্তৰ কৰিলে, “সি মোৰ আপোনাৰ বস্তু।” এই কথা শুনি বাটৰুৱাই কলে “তুমি তাৰ ওপৰত যিমান বোজা দিছা, তালৈ চালে তাক তোমাৰ নিজা বুলিব নোৱাৰি; নিজা বস্তুক মানুহে ইয়াতকৈ অধিক মৰম কৰে; তোমালোকে দুটা মানুহ তাৰ ওপৰত উঠি তাক দুখ দিয়াতকৈ, দুটাই তাক কানত তুলি লৈ যোৱাই ভাল।” তাতে বুঢ়াই বোলে, “ভাল দেও! আপুনি যি বুলিছে, তাকে কৰিম,” এই বুলি এডাল কান-মাৰি আনিলে, আৰু বাপেক-পুতেকে গাধটোক সাঙী বান্ধি লৈ এখন দলং পালেগৈ, কিন্তু সেই কাৰ্য্যটো এনে হাস্য-জনক আছিল যে, দলঙত বহি থকা কিছুমান মানুহে একেবাৰেই হাতচাপৰি মাৰি হাঁহিবলৈ, আৰু বুঢ়া আৰু তাৰ পুতেকক নিৰ্ব্বোধ, বলিয়া ইত্যাদি বুলি নিন্দিবলৈ ধৰিলে; তাতে সিহঁতৰ হাঁহিত চক খাই উচাল মাৰি দিয়াত, জৰী ছিগি গাধ নৈত পৰিল। তেতিয়া বুঢ়াই বৰ লাজ আৰু বেজাৰ পালে, আৰু আগলৈ সকলোকে সন্তোষ দিবৰ চেষ্টা নকৰিবলৈ অঙ্গীকাৰ কৰি পুতেকেৰে সৈতে ঘৰলৈ উলটি গল।

## ৪ পাঠ

**দুজন বন্ধু আৰু ভালুকৰ কথা।**

**সম্পদৰ সময়ত বন্ধু পোৱা যায়, আপদেহে বন্ধুক চিনায়।**

এক দেশত দুজন বন্ধুৱে, একে লগে বাটত যাওঁতে, এটা ভালুকক দেখা পালে। তাতে এজনে ভয়ত তাৰ সঙ্গীৰ কি দশা হব, তালৈ মন নকৰি লৰ মাৰি গছত উঠিল, আন জনে অকলে ভালুকৰ হাতৰ পৰা সাৰিবৰ উপায় নেদেখি মৰা ভাও জুৰি মাটিত পৰিল; কাৰণ তাৰ শুনা আছিল যে, ভালুকে মৰা নোছোৱে। সি সেই দৰে পৰি থাকোঁতে, ভালুকে তাৰ মূৰৰ ওচৰলৈ আহি, মুখ, নাক, কাণ আৰু বুকু সুঙ্গি চালে; কিন্তু সি নিশ্বাস বন্ধ কৰি লৰচৰ নোহোৱাকৈ পৰি থকাত তাক মৰা যেন বুজি গুচি গল। তেতিয়া তাৰ সঙ্গীজনে, গছৰ পৰা নামি আহি তাক সুধিলে, “সখি! ভালুকে তোমাৰ কাণত মুখ দিয়া দেখিছিলোঁ, সি নো কাণে কাণে তোমাক কি কথা কলে?” তেতিয়া তাৰ বন্ধুৱেকে উত্তৰ কৰিলে, “সেইটো একো গোপনীয় কথা নহয়, সি মোক ইয়াকে মাথোন কলে বোলে, যি তাৰ বন্ধুক আপদত এৰি পলাই যায়, তুমি আগলৈ তাৰ লগ নলবা।”

# ৫পাঠ

## গৰখীয়া আৰু বাঘৰ কথা

মিছা কোৱা অযুগুত, ধেমালিতে কোৱাও উচিত নহয়, কিয়নো মিছলীয়া মানুহে সঁচা কলেও কেৱে নপতিয়ায়।

এটা গৰখীয়া লৰাই এখান গাৱঁৰ ওচৰত গৰু ৰাখিছিল। সি এদিন ধেমালি কৰি মিছাকৈয়ে "বাঘ আহিছে, বাঘ আহিছে" বুলি আটাহ পৰাত তাক আৰু গৰুবোৰক ৰক্ষা কৰিবৰ নিমিত্তে দা-যঠী আদি লৈ কিছুমান গাৱঁলীয়া মানুহে খেদি গল; কিন্তু সিহঁতে বাঘ নেদেখিলে, তাতে সেই গৰখীয়াই ইতিকিং কৰি সিহঁতক হঁহাত লাজ পাই ঘৰলৈ উলটি গল। ইয়াৰ পাচতো এবাৰ কি দুবাৰ সি সেই দৰে গাৱঁলীয়া মানুহবিলাকক লাজ দিলে। পাচে এদিন সঁচাসঁচিকৈ এটা বাঘ আহি গৰুৰ জাকত সোমোৱাত সি আগৰ দৰে চিঞৰিবলৈ ধৰিলে; কিন্তু সি মিছা কৈছে যেন ভাবি তাৰ কথাত কোনোৱে বিশ্বাস নকৰিলে; তাতে বাঘে ভালেমান গৰু মাৰি এটা লৈ হাবিলৈ গল। তেতিয়া সেই লৰাই বুজিলে যে, মিছলীয়াত কেৱে বিশ্বাস নকৰে।

# ৬ পাঠ

## বামুণ আৰু পিঠা-গুড়িৰ কথা

আপোনাৰ উন্নতিৰ কাৰণে যত্ন কৰা সকলোৰে উচিত; কিন্তু সেইৰূপে যত্ন কৰোঁতে যি কেতিয়াও সফল হবৰ সম্ভাৱনা নাই। সেই আশাত মত্ত হোৱা অযুগুত, কিয়নো তাৰ দ্বাৰা একো লাভ নহৈ অনেক সময়ত লাজ পোৱা যায়, আৰু হানিও হয়।

কোনো এক দেশত এজন দৰিদ্ৰ অথচ কৃপণ বামুণ আছিল। তেওঁ ভিক্ষা কৰি অনা কিছুমান পিঠা-গুড়ি এটা কলহত ভৰাই শোৱা চাঙৰ ভঁৰি-পথানৰ ফালে বাৰত আঁৰি থৈছিল। এদিন ৰাতি সেই কলহটো দেখি তেওঁ মনত ভাবিবলৈ ধৰিলে, "ৰবা, এই কলহটো পিঠা-গুড়িয়ে পূৰ হৈ আছে; আকাল হলে ইয়াক বেচি এশ পোণ কড়ি পাম। সেই কড়িৰে এহাল মাইকী ছাগ কিনিম। সেই হালৰ পৰা ছমাহৰ ভিতৰতে এজাক ছাগলী হব। সেইবিলাকৰ বিক্ৰয়ৰ দ্বাৰা দুজনী গাই কিনিবলৈ জোৰা ধন পাম। সেই গাইবিলাকৰ গাখীৰ আৰু বাছৰুবিলাক বিকি অলপকালৰ মূৰতে এজনী মহৰ গৰাকী হব পাৰিম। সেই মহজনী জগিলে তাইৰ গাখীৰ আৰু গোবালি বেচি যি ধন পাম তাৰে এজনী ঘুঁৰী কিনিম; সেই ঘুঁৰীৰ পৰা বহুত ঘোঁৰা হব। ঘোঁৰাবিলাকৰ বিক্ৰয়ৰ দ্বাৰা বিস্তৰ সোণ পাম। সেইবোৰৰ কিছুমানেৰে অলঙ্কাৰ গঢ়াম, উত্তম ঘৰ কৰিম, আৰু দাস-দাসী কিনিম।

তেতিয়া মোৰ সম্পত্তি দেখি কোনো এজন উচ্চ শ্ৰেণীৰ ব্ৰাহ্মণে উপযাচি তেওঁৰ সুন্দৰী কন্যাক মোলৈ বিয়া দিব।

পাচে তেওঁৰ এটি পুত্ৰ হ্ব, তাৰ সোমশৰ্ম্মা নাম থম। সি আঁঠু কাঢ়ি ফুৰিব পৰা হ্লে, মই এদিন এখান পুথি লৈ পঢ়িবলৈ ধৰিম। তাতে সোমশৰ্ম্মাই মোক দেখি মাকৰ কোলাৰ পৰা মোৰ ওচৰলৈ আহিব, আৰু মাক ভিতৰলৈ উঠি যাব। তেতিয়া মই তাক নিবৰ নিমিত্তে, মাকক মাতিম; কিন্তু তেওঁ অন্বেষপুৰত থকাৰ কাৰণে মোৰ কথা নুশুনিব। তাতে মই উঠিগৈ মোৰ শ্বশুৰ কিমান ভমক, তাকে দেখাবৰ নিমিত্তে তেওঁক এই দৰে গোৰ মাৰি দিম," এই বুলি ভৰি চলোৱা মাত্ৰেই তাৰ প্ৰহ্বাৰ লাগি বামুণৰ সকলো আশাৰ ভঁৰাল, পিঠা গুড়িৰ ভাণ্ডটি খণ্ড-খণ্ড হৈ ভাগি পৰিল, আৰু বপুৰাক শোকৰ অগ্নিত পেলাই তেওঁৰ ধন, জন, পুত্ৰ, ভাৰ্য্যা, বাৰী, ঘৰ, সকলো অদৃশ্য হ্ল।

# ৭ পাঠ

### সাপ আৰু বামুণৰ কথা।

লোভৰ পৰা পাপ, পাপৰ পৰা মৃত্যু হ্য়; এতেকে অতি লোভ বৰ্জনীয়।

কোনো এক দেশত কৃষিৰ দ্বাৰা জীবিকা কৰা হৰিদত্ত নামেৰে এজন বামুণ আছিল। তেওঁ বৰ খেতি কৰে, তথাপি তাৰ সম্পূৰ্ণ ফল কেতিয়াও নেপায়; এদিন বৰ শ্ৰান্ত হৈ খেতিৰ মাজত থকা এজোপা গছৰ ছাঁত শুই থাকোঁতে তেওঁৰ ওচৰতে এটা উঁই-হাঁফলুত এটা বৰ ডাঙ্গৰ সাপ দেখি তেওঁ মনত ভাবিলে "অ! ৰবা, এৱেঁই ক্ষেত্ৰৰ অধিপতি দেৱতা, মই কেতিয়াও এওঁৰ পূজা কৰা নাই, এই কাৰণে হে মোৰ কৃষি নিষ্ফল হ্য়, এতেকে আজি মই এওঁক পূজিম," এই কথা মনতে থিৰ কৰি বামুণে এটা মাটিৰ মলাত কিছুমান এৰাঁ-গাখীৰ লৈ সেই হাঁফলুৰ গুৰিলৈ গৈ উচ্চৈস্বৰে বুলিলে, "হে ক্ষেত্ৰপাল দেৱতা! তুমি যে ইয়াত আছা, তাক মই ইমান দিনে নেজানিছিলোঁ; এই কাৰণে হে তোমাৰ পূজা কৰিবলৈ নহল; কৃপা কৰি সেই দোষ ক্ষমা কৰাঁ আৰু এই গাখীৰ খোৱা" এই কথা কৈ দুগ্ধৰ পাত্ৰ থৈ তেওঁ ঘৰলৈ গল।

পাচ-দিনা খেতি চাবলৈ আহি ব্ৰাহ্মণে সেই চৰুত এটা সোণৰ মোহৰ পালে। তাতে বহু দিনলৈকে তেওঁ সেই দৰে সাপক গাখীৰ দি নিতৌ একোটা সোণৰ মোহৰ পাই আছিল। এদিন পুতেকক হাঁফলুত গাখীৰ দিবলৈ কৈ বামুণ অন্য এক গাৱঁলৈ গল; তাতে তেওঁৰ পুতেকে সেই ৰূপে গাখীৰ দি ঘৰলৈ উলটি আহিল। আনেকা দিনা সি সেই ঠাইত এটা সোণৰ মোহৰ পাই ভাবিলে, "এই হাঁফলুটো সোণেৰে পূৰ হৈ আছে, সাপটোক মাৰিব পাৰিলেই সমুদায় মোহৰ একেবাৰেই পাম।" এইৰূপে মনতে আলচি পাচদিনা সি গাখীৰ দিবৰ ছলেৰে গৈ সাপৰ মূৰত টাঙ্গনেৰে প্ৰহাৰ কৰিলে; কিন্তু দৈবাৎ সেই আঘাত তাৰ গাত নেলাগিল। তাতে ব্ৰাহ্মণ-পুত্ৰে তাৰ অনিষ্ট চেষ্টা কৰা দেখি ক্ৰোধান্বিত হৈ সাপে তাক এনে মাৰাত্মকৰূপে কামুৰিলে যে, সি তৎক্ষণাৎ গতায়ুস হ'ল।

পৰ-দিনা আকও গাখীৰ লৈ গৈ ব্ৰাহ্মণে উচ্চৈস্বৰে সাপক স্তুতি কৰিবলৈ ধৰিলে; তাতে সাপে হাঁফলুৰ ভিতৰৰ পৰা উত্তৰ কৰিলে, - "বাপু! তুমি কেৱল ধনৰ লোভত ইয়ালৈ আহিছা। তোমাৰ পুত্ৰই যৌৱনৰ মদেৰে মত্ত হৈ মোৰ গাত প্ৰহাৰ কৰিলে, ময়ো তাক দংশিলোঁ; এতিয়া তোমাৰ আৰু মোৰ মাজত প্ৰীতি থাকিব নোৱাৰে, সেই প্ৰহাৰ কেনেকৈ মোৰ মনৰ পৰা বিস্মৃত হ্ব? তুমি বা তোমাৰ পুত্ৰশোক কিৰূপে পাহৰিবা?" এই বুলি সাপে বহুমূল্য হীৰা এখান দি, পুনৰায় তালৈ নাহিবলৈ কৈ, বামুণক বিদায় দিলে; তাতে বামুণে পুতেকৰ দুৰ্ব্বুদ্ধিক নিন্দি ঘৰলৈ উলটি গল।

সাপে যে সেইরূপে কৈছিল এনে নহয়, কিন্তু কোনো জ্ঞানী মানুহে তেনে অবস্থাত যি কথা কলেহেঁতেন, এই উপকথার দ্বারা তাকে মাথোন দেখোৱা হৈছে।

# ৮ পাঠ

## ধৰ্ম্ম-বুদ্ধি আরু পাপ-বুদ্ধির কথা।

সন্ত লোকে দুষ্টেরে সৈতে হাট-বাট করিলে দুষ্টই সন্তরপরা পোৱা উপকারর যে শলাগ নলয়েই, সেই উপকারর সলনি অপকার করিবলৈও যত্ন করে; কিন্তু ধৰ্ম্মপথত থাকিলে একো ভয় নাই।

কোনো এক দেশত ধৰ্ম্ম-বুদ্ধি আরু পাপ-বুদ্ধি নামেরে দুজন বন্ধু আছিল। এদিন পাপ-বুদ্ধিয়ে মনত ভাবিলে যে, "মই মূর্খ আরু দরিদ্র; এতেকে এই ধৰ্ম্ম-বুদ্ধিক লগত লৈ দেশান্তরলৈ গলে তেওঁর সহায়তার দ্বারা ধন আর্জিব পারিম, আরু তেওঁক বঞ্চি তেওঁর ধনখিনিকো লব পারিলে মই এজন বর আঢ্যবন্ত হম।" ইয়াকে মনত আলচি পাচ-দিনা সি ধৰ্ম্ম-বুদ্ধিক কলে, "সখি! এতিয়া ডেকা-কালত বিদেশ নেচালে বুঢ়া হলে সন্তানাদির আগত কি কবা? এতেকে বিদেশলৈ যাওঁ আহাঁ।" এই কথাত ধৰ্ম্ম-বুদ্ধি মান্তি হল, আরু আনন্দিত মনেরে পিতৃ-মাতৃর অনুমতি লৈ পাপ-বুদ্ধিরে সৈতে পরদেশলৈ যাত্রা করিলে। দেশান্তরত উপস্থিত হৈ ধৰ্ম্ম-বুদ্ধিয়ে নিজর সৎস্বভাব আরু সুগুণর নিমিত্তে সকলোরেপরা আদর আরু বহু ধন পালে; আরু তেওঁর সাহায্যর দ্বারা পাপ-বুদ্ধিয়েও বিস্তর ধন আর্জিলে। এইরূপে কিছুকাল বিদেশত থাকি দুয়ো অতিশয় হৃষ্ট চিত্তেরে ঘরলৈ উলটি আহিল।

ঘরর ওচর পাই পাপ-বুদ্ধিয়ে ধৰ্ম্ম-বুদ্ধিক কলে, "বন্ধু! এই সকলোবিলাক ধন একেবারেই ঘরলৈ নিয়া উচিত নহয়, কিয়নো আমার মিতির-কুটুমে খুজিলে আমি সিবিলাকক পরাংমুখ করিব নোৱারিম, এতেকে সরহ ভাগ এই অরণ্যত পুতি থৈ কিছুমান লৈ ঘরলৈ যাওঁহঁক, আকও ধনর প্রয়োজন হ'লে পুনরায় এই ঠাইলৈ আহিম।" এই কথা শুনি অকপটচিত্ত ধৰ্ম্ম-বুদ্ধিয়ে কলে, "ভাল, বন্ধু! তুমি যেনে উচিত বুজা, তেনে করাঁ।" পাচে সেইরূপে ধন পুতি থৈ দুয়ো ঘরলৈ গল।

এদিন রাতি পাপ-বুদ্ধিয়ে, সেই হাবিলৈ গৈ সমুদায় ধন উলিয়াই ললে, আরু গাঁতটো পূরাই ঘরলৈ উলটি আহিল। ইয়ার কিছুদিনর পাচত পাপ-বুদ্ধিয়ে ধৰ্ম্ম-বুদ্ধিক কলে, "সখি! আমার পোষ্য অনেক, ধনর অভাৱত বর দুখ হৈছে, আহাঁ, সেই ঠাইরপরা কিছু ধন আনোহঁক গৈ।" তাতে ধৰ্ম্ম বুদ্ধিয়ে বুলিলে ভাল, তাকে করা যাওক।

পাচে সিবিলাকে সেই ঠাই পাই মাটি খানিলত ধনর শুদা ভাগুটো মাথোন ওলাল! তেতিয়া পাপ-বুদ্ধিয়ে কপালত ভুকুৱাই দুঃখিত ভাৱেরে ধৰ্ম্ম-বুদ্ধিক সম্বোধন করি কলে,- "বন্ধু! আনে ধন নিয়া নাই, তুমিয়েই হে এইটো কাম করিলাঁ। ইয়াত ধন থোৱার কথা আন কোনোৱে নেজানে, আরু চোৰাঁচোন গাতটোও পূরাই থোৱা হৈছে, আন চোরে তেনে কিয় করিব? এতেকে তার অৰ্দ্ধেক মোক দিয়াঁ, নাইবা মই রজার আগত গোচর করিম।" তাতে ধৰ্ম্ম-বুদ্ধিয়ে খঙ্গেরে মাত লগালে, "দুরাত্মা এনে কথা নকবি, ধৰ্ম্ম-বুদ্ধিয়ে চুর নকরে।" এইরূপে দন্দ লাগিলত দুয়ো বিচারালয়লৈ গৈ এজনে আনজনর ওপরত দোষারোপ করিবলৈ ধরিলে। তাতে বিচারকসকলে শপতর দ্বারা বিবাদ মিটাবর প্রস্তাব করিলে, কিন্তু পাপ-বুদ্ধিয়ে সেই কথাত মান্তি নহৈ কলে, "এই কথা অন্যায়, মই বনদেৱতাক সাক্ষ্য মানিছোঁ, তেওঁ আমার দুজনর ভিতরর যেইয়ে ধন নিছে বুলি কয়, সেইয়ে চোর।" বিচারকবিলাকে সেই কথা যুগুত যেন বুজি কলে বোলে, "কালিলৈ রাতি-পুৱাই তোমালোকে সৈতে আমি সেই বনলৈ যাম।"

পাচে পাপ-বুদ্ধিয়ে, ঘৰলৈ গৈ, পিতাকক কলে, -"পিতৃ! মই ধৰ্ম্ম-বুদ্ধিৰ বহুত ধন চুৰি কৰি আনিলোঁ। এতিয়া সেই ধন তোমাৰ বাক্যৰ দ্বাৰা হে জীণ যাব, নতুবা আমি ধন, প্ৰাণ, দুইকো বিসৰ্জ্জন দিব লাগিব।" তাতে তেওঁৰ বাপেকে উত্তৰ কৰিলে, - "বাপা! মই যি কৰিলে, তোমাৰ মন থিৰ হয়, তাক শীঘ্ৰে কোৱাঁ।" পাপ-বুদ্ধিয়ে উত্তৰ দি বুলিলে,- "পিতৃ! সৌ হাবিৰ ওচৰত থকা এজোপা শমীধ গছত এটা বৰ গভীৰ কোটৰ আছে। তুমি এতিয়াই তাত সোমোৱা গৈ। কালিলৈ ৰাতি-পুৱা যেতিয়া মই ধৰম চিয়াই সঁচা কথা কবলৈ বনদেৱতাক প্ৰাৰ্থনা কৰিম, তেতিয়া 'ধৰ্ম্ম-বুদ্ধি চোৰ' এই উত্তৰ দিবা।" বাপেকে সেই ৰূপে কৰিবলৈ গাত লোৱাত, পাপ-বুদ্ধিয়ে পাচদিনা প্ৰত্যুষে স্নান কৰি ধৰ্ম্মা-বুদ্ধি আৰু বিচাৰকবিলাকেৰে সৈতে সেই গছৰ ওচৰলৈ গৈ উচ্চৈস্বৰে বুলিলে, - "হে ভগৱতী বনদেৱী! আমাৰ দুজনৰ ভিতৰত কোন জন চোৰ, তাক তুমি কোৱাঁ।" তাতে গছৰ খোৰোঙ্গৰপৰা বাপেকে উত্তৰ কৰিলে,- "তোমালোকে সকলোৱে শুনিবা, ধৰ্ম্ম-বুদ্ধিয়ে সেই ধন চুৰ কৰিছে।" এই কথা শুনি বিচাৰক সকল বিচূৰ্ত্তি হল। তেতিয়া ধৰ্ম্ম-বুদ্ধিয়ে কিছুমান শুকান খৰি আৰু বন গোটাই গছৰ খোৰোঙ্গত জুই লগাই দিলে। তাতে আধা-পোৰা আৰু কণা হৈ পাপ-বুদ্ধিৰ বাপেক শমীধৰ কোটৰৰপৰা ওলাই বিলাপ কৰিবলৈ ধৰিলে। তেওঁৰ তেনে অৱস্থা দেখি সকলোৱে সুধিলে,- "ই কি?" তেতিয়া সি সেইটো পাপ-বুদ্ধিৰ কুমন্ত্ৰণাৰ ফল বুলি কৈ প্ৰাণ এৰিলে।

তাতে সেই বিচাৰকসকলে ধৰ্ম্ম-বুদ্ধিক বহুত প্ৰশংসা, আৰু পাপ-বুদ্ধিক শমীধ গছৰ ডালত ওলমাই প্ৰাণদণ্ড কৰিলে, আৰু কলে যে মানুহে কোনো কাৰ্য্যৰ উপায় চিন্তোতে সেই উপায়ৰ দ্বাৰা কোনো অমঙ্গলৰ সম্ভাৱনা আছে নে নাই, তাকো গমি চাব লাগে। এই পাপ-বুদ্ধিয়ে অৰ্থোপাৰ্জ্জনৰ উপায় চিন্তিলে, কিন্তু তাৰ দ্বাৰা যে অনিষ্ট হব পাৰে, তালৈ মন নকৰিলে, এই কাৰণে সি তাৰ ফল পালে।

## ৯ পাঠ

### এজন পিতা আৰু তেওঁৰ পুতেকবিলাকৰ কথা

একতাই মানুহৰ শক্তি ; অনেক মানুহে মিলি যি কাম কৰিব পাৰে, এজনে কেতিয়াও নোৱাৰে। বহুত তৃণ গোটাই বটা এডাল ফয়েৰে দঁতাল হাতীকো বন্ধা যায়।

এজন সুশীল আৰু পৰিশ্ৰমী মানুহে তেওঁৰ পুতেকবিলাকৰ মাজত কন্দল হোৱা দেখি সিবিলাকক মাতি আনিলে, আৰু একাটি খাগৰি সিবিলাকৰ হাতত দি তাক ভাঙ্গিবলৈ কলে। কিন্তু সিবিলাকে গাই-পতি পাৰে মানে যত্ন কৰিও সেই আটিটোক মোকটাবই নোৱাৰিলে। তাতে বুঢ়াই কলে, -"বাৰু আটিটো এতিয়া মেলা, আৰু খাগৰিবোৰ এডাল এডাল কৰি ভাঙ্গিব পাৰা নে চোৱাঁহঁকচোন।" তেতিয়া সিবিলাকে সেইৰূপ কৰি আটাইবিলাক খাগৰি অনায়াসে ভাঙ্গি খণ্ড-খণ্ড কৰিলে। ইয়াকে দেখি সিবিলাকৰ শিক্ষাদাতা বাপেকে কলে, "এইয়ে তোমালোকৰ অৱস্থাৰ দৃষ্টান্ত। যদি মিলেৰে একে লগে থাকাঁ, তেন্তে একো ভয় নাই; কিন্তু দন্দ্ কৰি বেলেগ হলেই নষ্ট হবাহঁক।"

## ১০ পাঠ

### এজন মহ গিৰীৰ কথা

যি মানুহে কোনো অনিশ্চিত বস্তুৰ আশাৰে আপোনাৰ হাতত থকা বস্তুক পৰিত্যাগ কৰে, সি কেৱল সেই হাতৰ

বস্তুকে মাথোন হেরুৱায় এনে নহয়; আশা করা বস্তুকো নেপাই দুখত পৰে।

এটা মানুহর নিতৌ পাঁচ সের-মান গাখীর দিয়া এজনী ডিরা মহ আছিল, আরু সেই গাখীরর দ্বারা তাইর গরাকীর কোনো প্রকারে জীৱিকা চলিছিল। কিছু কালর পাচত সি ভাবিলে, যে মহজনী খুঁটিত বান্ধি নথৈ হাবিত মেলি দিলে তাই মুকলিমূরে, আপোন ইচ্ছারে, ভাল ঘাঁহ খাবলৈ পাই আরু অধিক গাখীর দিব, আরু বনরীয়া মতার লগ পোৱাত জগিবও পারিব; তাতে তার লাভর পরিমাণ বেচি হৈ সি চহকী হব। এইরূপে চিন্তা করি সি সেই মহ হাবিলৈ এরি দিলে; কিন্তু তাই বনরীয়া মহর জাকত সোমাই ঘরলৈ উলটি নাহিল; তাতে তার আগর সম্পত্তিও হেরাল।

## ১১ পাঠ

### দুজন উকীলর কথা

"লোকলৈ বুলি হুল পাতি আপুনি মরে ফুটি।" যি লোকে বুদ্ধি আরু চতুরতার দ্বারা আনক ছলিবলৈ উপায় করে, সি কেতিয়াবা আপোনার ফান্দতে আপুনি পরে।"

এজন বর বুধিয়ক আরু তর্ক-শাস্ত্রত পার্গত ডেকাই তেওঁক গোচরর উত্তর-প্রত্যুত্তর শিকাবর নিমিত্তে এজন প্রচীন উকীলক প্রার্থনা করি তেওঁক ছলিবর মনেরে এইরূপে কথা বান্ধিলে, যে শিক্ষা-সমাপ্তির পাচত গোচরত জিকিলে তেওঁ সেই শিক্ষকক দহ হেজার টকা দিব।

পাচে উত্তর-প্রত্যুত্তরত পার্গত হৈ আরু অনেক গোচরত জিকিও অঙ্গীকৃত পুরস্কার নিদিয়াত শিক্ষকে গোচর করিলে; তাতে সেই ডেকা উকীল উপস্থিত হৈ এই উত্তর দিলে যে, তেওঁ সেইরূপে নিয়ম বান্ধি বিদ্যা শিকা সঁচা; কিন্তু সেই নিয়ম মতে কোনো প্রকারেই গোচরত টকার বাবে দায়ী নহয়। কিয়নো বাদী যদি গোচরত জিকে, তেন্তে তেওঁ হারিব; কিন্তু পূর্ব্বে তেওঁ জিকিলেহে ধন দিবর প্রতিজ্ঞা করিছিল; এতেকে গুচরীয়াই তেওঁরপরা একো নেপায়; আরু যদি তেওঁহে জিকে, তেনেহলে গুচরীয়া হারিব, সুতরাং গোচরর টকা পাবর তেওঁর একো অধিকারেই নাই; কারণ জিকা পক্ষরপরা হরা পক্ষে ধন পোৱাটো প্রচলিত বিধি আরু রীতির বিরুদ্ধ।

গুচরীয়াই প্রত্যুত্তর করিলে, যে যদি তেওঁ গোচরত জিকে তেন্তে পদকীয়া হারিব; তেতিয়া তেওঁ অৱশ্যে সেই টকা পাব; কিয়নো ব্যৱস্থা-শাস্ত্রর বিধান অনুসারে হারোতার পরা গোচরর ধন উলিয়াই জিকোঁতাক দিবর নিমিত্তে বিচারক বাধ্য, তেওঁ তার বিপরীত আচরণ করিব নোৱারে; আরু যদি গোচরত তেওঁর পরাজয় হয়, তেন্তে পদকীয়ার জয় হব, তেতিয়া পদকীয়াই নিজ অঙ্গীকার অনুসরিয়েই গোচরর ধন দিব লগীয়া হব; এতেকে দুইও প্রকারে তেওঁ গোচরর ধন পাবর অধিকারী।

বিচারক দুইও ফালর উত্তর-প্রত্যুত্তর গমি চাই গুচরীয়ার কথা সঙ্গত বুজিলে আরু বাদিয়ে সৈতে গোচরর ধন তেওঁ পাবর সিদ্ধান্ত করিলে। তাতে প্রতিবাদীয়ে বর অসন্তোষেরে বাদীক সেই ধন দি গা সারিল।

# ২ আধ্যা

## ১পাঠ

### সম্মান

ঈশ্বর, পিতৃ-মাতৃ, শিক্ষক, দেশর অধিকার আরু বুঢ়া লোক, এইসকল সম্মানর পাত্র।

যি আদি কারণরপরা এই পরিদৃশ্যমান জগতর উৎপত্তি হৈছে, সেই কারণর নামেই ঈশ্বর। তেওঁ সকলোরে আদি, কিন্তু তেওঁর আদি নাই; সকলোরে অন্ত আছে, তেওঁর অন্ত নাই। তেওঁ দেৱতারো দেৱতা, বিধাতারো বিধাতা, রজারো রজা আরু সকলোরে সৃষ্টি আরু পালন-কর্ত্তা; এতেকে তেওঁক শ্রদ্ধা আরু ভক্তি করা সকলোরে উচিত। পৃথিবীত মানুহর যত মান্য লোক আছে, তেওঁ সেই সকলোবিলাকতকৈ অধিক মান্য। সকলো দেশর, সকলো জাতির, সকলো ধর্ম্মর জ্ঞানী লোকবিলাকে তেওঁত বিশ্বাস আরু ভক্তি করে, আরু যার তেওঁত শ্রদ্ধা-ভক্তি নাই, তাক নাস্তিক বুলি ঘিণায়; এতেকে তোমার সমুদায় মন, বুদ্ধি আরু শক্তিৰে তেওঁত শ্রদ্ধা আরু ভক্তি করিবা।

ঈশ্বরর পাচতে পিতৃ-মাতৃ আমার মাননীয়; তেওঁবিলাকেই আমাক জন্ম দিছে, আরু তেওঁলোকরপরাই আমি এই বিচিত্র সংসার দেখিবলৈ পাইছোহঁক। আমি যেতিয়া কেঁচুৱা আছিলোঁ, আমার উঠি লরি ফুরিবর শক্তি নাছিল, তেতিয়া তেওঁবিলাকে কত দুখ সহি, কোলাত লৈ আমাক তুলিছিল; আমি নেখালে তেওঁবিলাকর আহারত রুচি নহৈছিল; আমি গাত দুখ পালে বা নরিয়া পরিলে শোকত বিহ্বল হৈ তেওঁবিলাকে আমার আরোগ্যর নিমিত্তে যত্ন করিছিল; আন কি আমার কুশলর কারণে প্রাণকো উচর্গিছিল। আমি অলপ ডাঙ্গর হলত সিবিলাকে আমাক জ্ঞান-বিদ্যা শিকাই ভাল লোক করিবর নিমিত্তে পারে মানে যত্ন করিছিল, আরু এতিয়াও আমি ধনী, মানী, যশস্বী হলে সিবিলাকর আনন্দর সীমা নেথাকে; কিন্তু আমার দুর্যশ বা দুর্ভাগ্যর কথা শুনিলে মুখ মলিন, আরু চকু লোতকেরে পূর হয়। সেই পিতৃ-মাতৃতকৈ মনুষ্যর ভিতরত আন কোনো আমার অধিক মান্য নহয়। এতেকে আমি সদায় তেওঁলোকর আজ্ঞা মানিব আরু সিবিলাকক সম্মান করিব পাওঁহঁক। আরু তেওঁবিলাকর বুঢ়া কালত আমার শক্তি-অনুসারে শুশ্রূষা করা আরু পোহ-পাল দি তেওঁবিলাকক সুখেরে রখাও আমার কর্ত্তব্য।

কণা মানুহক যি জনে চকু দিয়ে, তেওঁ যে কণার পরম উপকারী আরু মান্য, তাত একো সংশয় নাই। সেইরূপে শিক্ষকেও ছাতরক চকু দিয়ে। ছাতরে চকু থাকোঁতেও যি বস্তু নেদেখি আরু যি কথা নুবুজি কণার নিচিনা হৈ থাকে, অধ্যাপকর অনুগ্রহত চকু মুকলি হৈ তাক দেখিব আরু বুজিব, পরা হয়। এনে অধ্যাপকর প্রতি যি সম্মান নকরে, তার সমান অশলাগী মানুহ নাই। আমার শাস্ত্রত লিখা আছে, যে অধ্যাপকে যদি এটা মাথোন আখর ছাতরক শিকায়, তেওঁ পৃথিবীত এনে বস্তু নাই, যাক দি ছাতরে সেই শিক্ষকর ধার শুজিব পারে। এতেকে তুমি তোমার শিক্ষকর প্রতি মান-সৎকার করিবা, আরু তেওঁর বশ হবা।

দেশর অধিকারসকল দুষ্টর দমন, আরু শিষ্টর পালন করোঁতা। যি দেশর অধিকার নাই, শাসনকর্ত্তা নাই, সেই দেশ অরাজক, আরু ধুমুহা-বতাহত গুরিয়াল নথকা নাৱর দরে অস্থির। তাত সকলো মানুহে 'স্বপ্রধান' হৈ আপোনার ইচ্ছার দরে আচরণ করে। এই কারণ নিজ বলেরে নোৱারিলে মানুহর ধন-প্রাণর রক্ষাই টান হয়, আরু কারো সুখ-

শান্তিও নেথাকে। কিন্তু দেশর অধিকারে দুষ্টক দমি সন্তক পালন করা হেতু কেও কারো প্রতি অন্যায় করিব নোৱাৰে, আৰু দেশত শান্তি প্ৰবল হয়। এতেকে যিসকলর ভয়ত চোর, ডকাইত আৰু আন দুষ্ট মানুহবিলাক শঙ্কিত হৈ থকার কারণে আমার ধন, প্ৰাণ, আৰু মান রক্ষা পরিছে, আৰু আমি নির্ভয় মনেরে আছোঁহঁক সেই শাসন-কৰ্ত্তাসকল আমার অবশ্যে মান্য, আমি তেওঁবিলাকর শলাগ লব, আৰু সম্মান করিব লাগে।

যি লোক তোমাতকৈ কোনো কথাত শ্ৰেষ্ঠ, তেৱেঁই তোমার মান্য; বুঢ়া মানুহবিলাক তোমাতকৈ বয়সে শ্রেষ্ঠ, তেওঁবিলাকর কোনো জন তোমার জ্যেষ্ঠ ভ্রাতৃর, কোনো জন মাতৃর, কোনোজন বা পিতৃর বয়সীয়া, আৰু কোনো জন তোমাতকৈ বহুদৰ্শী। এতেকে তুমি তেওঁবিলাকর প্রতি সমুচিত সম্মান করিব লাগে, আৰু সিবিলাক নিঃকিন হলেও, উপালম্ভর যোগ্য নহয়।

# ২ পাঠ

## নির্ম্মলতা।

যি নির্ম্মল, সেইয়ে শুদ্ধ। নির্ম্মল শব্দে মল-নথকা বুজায়, 'শুদ্ধ' শব্দর অর্থ বেয়া বস্তুরে মিহলি নোহোৱা; এতেকে ইয়ারো সেইয়ে অর্থ, এই কারণে শুদ্ধ বা শুচি হব লাগিলে নির্ম্মল হব লাগে। যি বস্তু মলিন, সি অশুচি; আমি যদি সাত ভার গঙ্গার জল মূরত ঢালি কাকো নোছোৱাকৈ ঘরর ভিতরত সোমাই থাকোঁ, আমার গা মলিন হলে, তেও আমি অশুচি। আৰু অকল গাটো নির্ম্মল হলেই সকলো হল, এনে নহয়; আমার কাপোর, আসন, লোটা-বাটি, শয্যা আৰু আমি ব্যৱহার করা আন সকলো বস্তু নিকা হব লাগে; কিয়নো মলিন বস্তু মাত্রেই অপবিত্র। আমার ঘর-চোঁতাল ছাই, জাবর আৰু গোবরেরে পূর হলে আনবিলাক বস্তু নির্ম্মল আৰু পরিষ্কৃত হলেও কোনো ফল নহয়। এতেকে আমার গা আৰু কাপোর আদির দরে চোঁতাল-ঘরকো নিকাকৈ রাখিব লাগে। নির্ম্মল হলে পবিত্র হোৱা যায়, অকল সেয়ে নহয়; নির্ম্মলতারপরা আমার মন প্রফুল্ল হয়, আৰু গা ভাল থাকে। আমার গা, কাপোর ঘর-চোঁতাল আদি মলিন হলে সেই বিলাকরপরা দুর্গন্ধ ওলাই মন সঙ্কুচিত হয়, আৰু গাতো রোগ জন্মে। মলেই রোগর আকর। আমার গার ভিতররপরা নাক, মুখ, কাণ আৰু নোমর গুরিয়ে দি প্রতি-উশাহতে কিছুমান দূষিত বস্তু অর্থাৎ মলি ওলাব লাগিছে, আৰু বাহিরর ধূলি, মাটি পরিও গাত মলি বহ্ব যায়; এতেকে নিতৌ অতি কমেও এবার মুখ-হাত আদি শরীরর সকলো ভাগ ধুই পরিষ্কার করিব লাগে। কিন্তু গা ধোৱার পাচত মলিন কাপোর পিন্ধিব, বা জেগেলা ঠাইত থাকিব লাগিলে, গা ধুই নিকা হোৱার একো সকাম নাই। এতেকে সেইবিলাকো যেন মলি নথকা হয়, তালৈ যতন করিব লাগে। সেয়ে হলেই মন, গা দুয়ো ভাল থাকে। মলিন মানুহ সমাজর অযোগ্য আৰু তেওঁক সকলোৱে ঘিণায়। এতেকে কোনো এজন জ্ঞানী লোকে কৈছে,- "নির্ম্মলতাই ঈশ্বর-পরায়ণতা।"

# ৩ পাঠ

## মিঠা মাত আৰু সদয় ব্যৱহাৰ

সকলোকে মিঠা মুখেৰে মাতিব লাগে। কৰ্কশ মাত কেৱে ভাল নেপায়; মিঠা কথাই হলে সকলোকে বশ কৰে। আমাৰ শ্ৰেষ্ঠ কি সমনীয়া মানুহৰ কথাকে নকওঁ, আমাতকৈ নীহ মানুহকো সাদৰেৰে কথা কোৱাত একো হানি নহয়, বৰং তাৰ বাবে আমি প্ৰশংসা হে পাওঁহঁক। কিন্তু বৰ ডাঙ্গৰ লোকৰো আনক কটুকথা কোৱা অভ্যাস হলে তেওঁ আটাইৰে অপ্ৰিয় হয়। সকলো মানুহ একে জাতিৰ জীৱ, কেৱল কোনো বিশেষ কাৰণৰ নিমিত্তে অৱস্থাৰ হীন-ডেঢ়ি হয়, এই মাত্ৰ প্ৰভেদ; এতেকে যি যেনে অৱস্থাৰ মানুহ, তেওঁক তেনে অৱস্থাৰ উপযুক্ত সম্বোধন কৰি মতাটো, ভদ্ৰতা আৰু সুশিক্ষাৰ চিন; কিন্তু হুঁটা মাতে, যাৰ প্ৰতি সেই মাত প্ৰয়োগ কৰা যায়, সেই মাতে তেওঁৰ অসন্তোষ জন্মাইয়ে নেথাকে, যি সেই মাতৰ ব্যৱহাৰ কৰে, তাৰো নীচতা আৰু শিক্ষাৰ অভাৱ দেখায়। লোকে আমাক টেঙ্গা কথা কলে আমি ভাল পাওঁ নে? তেন্তে লোকে নো তেনে মাত কিয় ভাল পাব? এতেকে সকলোকে মিঠা মুখেৰে মতা উচিত।

লোকৰ দুখ দেখি মন কোমল হোৱাৰ নাম দয়া। এই দয়া মানুহৰ মনৰ এটি কোমল মধুৰ ভাব। সি মানুহক দেৱতাৰ তুল্য কৰে, আৰু তাৰ অভাৱত মানুহ পিশাচৰ সদৃশ হয়। যাৰ দয়া নাই, তাৰ মন শিল বা কাঠৰ দৰে টান, আৰু যাৰ হৃদয় কাঠ সি 'মানুহ' এই নামৰে অযোগ্য। দয়াই তাক পাওঁতা আৰু দিওঁতা দুইকো ধন্য কৰে, কিন্তু তাৰ বিপৰীত নিষ্ঠুৰতাই তাক পাওঁতাক ক্লেশ দিয়ে, আৰু দিওঁতাকো সকলোৰে গৰিহণাৰ পাত্ৰ কৰে। দয়ালু লোকৰ সকলো বন্ধু, নিষ্ঠুৰ মানুহক তাৰ পুত্ৰ-ভাৰ্য্যাইও ভাল নেপায়। যি আনৰ প্ৰতি দয়া কৰে, সি দয়া পায়, কিন্তু নিষ্ঠুৰ মানুহ টানত পৰিলে তাক পুতৌ কৰোঁতা কেও নাই। এতেকে সকলোৰে প্ৰতি সদয় ব্যৱহাৰ কৰা উচিত। লোকে তোমাৰ প্ৰতি যেনে ব্যৱহাৰ কৰিলে তুমি ভাল পোৱা, তুমিও লোকৰ প্ৰতি তেনে ব্যৱহাৰ কৰিব লাগে; ঘাইকৈ কণা, খোৰা অসহায় আৰু আতুৰ এনেবিলাক মানুহৰ প্ৰতি দয়া কৰা, আৰু সাধ্য অনুসৰি সিহঁতৰ সহায় হোৱা সকলোৰে উচিত। তেনে কোনো অৱস্থাত পৰিলে তুমি লোকৰ পৰা সহায়তা নিবিচাৰিবানে? তেন্তে এতিয়া তুমি তেনেবিলাক মানুহৰ প্ৰতি মন কোমল কৰা, আৰু সিহঁতৰ দুখ উপশম কৰিবৰ নিমিত্তে দয়া মোনাৰ মূৰ মেলা। তোমাৰ পৰিয়াল আৰু আশ্ৰিত লোকৰ প্ৰতিও সদয় হোৱা আৰু সিবিলাকক পোহ-পাল দি সুখেৰে ৰখা উচিত; কিয়নো সিবিলাকৰ তোমাতে সৰ্ব্ব ভাৰসা, তুমি সিবিলাকক পুতৌ নকৰিলে কোনে কৰিব? এতেকে সিবিলাকৰ প্ৰতিও সদয় হবা।

মানুহৰ কথাকে নকওঁ, ইতৰ জন্তুৰ প্ৰতিও সদয় ব্যৱহাৰ কৰিব লাগে। মানুহৰ দৰে সিহঁতৰো সুখ-দুখ বুজিবৰ শক্তি আছে, আৰু সিহঁতে সেই সুখ-দুখ প্ৰকাশ কৰিবও পাৰে। লৰাই চৰাইৰ ঠেঙ্গত জৰী লগাই টানিলে সি যে চেঁ-চেঁ কৰি আটাহ পাৰে, তাৰ দ্বাৰা সি কি বুজায়? সি যে লৰাৰ সেই কাৰ্য্যৰ দ্বাৰা দুখ পাইছে, তাকে মাথোন কৈ তাক এৰি দিবলৈ কাকুতি কৰে। তেনে অৱস্থাত পৰিলে লৰা বা ডাঙ্গৰ মানুহেও কাকুতি কৰে, কিন্তু সি মানুহৰ দৰে স্পষ্ট মাতেৰে সেই কথা ব্যক্ত কৰিব নোৱাৰে, এই মাত্ৰ প্ৰভেদ। সেই দৰেই আন কোনো জন্তুকো আমি দুখ দিলে বা সি আহাৰ নেপালে নিজ মাতেৰে তাৰ দুখ আমাক জনায়, তেতিয়া আমি তাৰ প্ৰতি আওকাণ নকৰি তাৰ দুখ গুচাব, বা

নাই। ধিক্ ধিক্ !" এইৰূপে ৰজাই বিলাপ কৰি থাকোতেও সেই বামুণে কোঁৱৰ আৰু কুঁৱৰীক লৈ গৈ অনেক ওখ গছ আৰু ঘৰৰ আঁৰ হল; এনেতে বিশ্বামিত্ৰে পুনৰায় ৰজাক ধন খুজিলেহি। তাতে হৰিশ্চন্দ্ৰে স্ত্ৰী-পুত্ৰক বেচি পোৱা ধন তেওঁক সমৰ্পিলে। কিন্তু সেই ধন অলপীয়া দেখি ঋষিয়ে শোকান্বিত ৰজাক মাত লগাই বুলিলে, "দুৰাচাৰ ক্ষত্ৰিয় ! মোক যজ্ঞৰ দক্ষিণা ইমান হে দিয় নে ? ই মোৰ যোগ্য হৈছেনে ? আজি মই তোক মোৰ শক্তি দেখাম। তই মোৰ তপস্যা, নিৰ্ম্মল ব্ৰহ্ম তেজ, উগ্ৰ প্ৰভাৱ আৰু বেদ-পাঠৰ ক্ষমতা বুজিবি।" এই কথা শুনি ৰজাই কাকুতি কৰি কলে, "হে প্ৰভু ! পুত্ৰ, ভাৰ্য্যা, দুইকো বেচি যি ধন পাইছিলোঁ, সেই সকলোখিনি আপোনাক দিছোঁ, আৰু মোৰ ধন নাই; আন এক সময়ত বাকী ধন দিম, আজিলৈ মোক ক্ষমা কৰোক।" তেতিয়া বিশ্বামিত্ৰে উত্তৰ দি বুলিলে, "এই দিনৰ যি চতুৰ্থ ভাগ অৱশিষ্ট আছে, সেইখিনি কাল মই অপেক্ষা কৰিম, আৰু অধিক কথা নকবি।" এইৰূপে নিৰ্দ্দয় আৰু কৰ্কশ কথা কৈ, ৰজাই দিয়া ধন লৈ কৌশিক ঋষিয়ে প্ৰস্থান কৰিলে।

## ৯ পাঠ

### হৰিশ্চন্দ্ৰ উপাখ্যান (ক্ৰমাগত)।

বিশ্বামিত্ৰ গলত ৰজা ভয় আৰু শোকসাগৰত তল গল; পাচে সকলো কথা গমি চাই উচ্চৈস্বৰে এই কথা কলে, "মোক ধন দি দাস কৰি লবৰ যদি কোনো লোকৰ আৱশ্যক আছে, তেন্তে তেওঁ শীঘ্ৰে, সূৰ্য্যদেৱতা অস্ত নৌ হওঁতেই, সেই কথা কওক।" এই কথাৰ অন্তত অতি কুৰূপ, কুকুৰবিলাকেৰে আবৃত আৰু হাতত টোকোন লোৱা এটা চণ্ডালে আহি বুলিলে, "হেৰ! মই তোক কিনিব খুজিছোঁ, তোৰ বেচ কি ? অলপ নে বহুত, বেগতে ক।" ৰজাই তাৰ সেই বিকট আকৃতি, আৰু তাক অতি নিৰ্দ্দয় যেন, দেখি সুধিলে, "তুমি কোন ?" চণ্ডালে উত্তৰ কৰিলে, "মই এই ঠাইৰ প্ৰবীৰ নামেৰে চাণ্ডাল, মৰা মানুহৰ কাপোৰ বেচি উপজীব্য কৰোঁ; ইয়াক এই নগৰৰ সকলোৱে জানে।" তাতে ৰজাই উত্তৰ দি বুলিলে, "মই চাণ্ডালৰ দাসত্বস্বৰূপ গৰ্হিত কাৰ্য্য কৰিবলৈ ইচ্ছুক নহওঁ; ঋষিৰ শাপত বৰং দগ্ধ হম, তেও চাণ্ডালৰ অধীন হব নোৱাৰোঁ।" তেওঁ এই কথা কওঁতেই বিশ্বামিত্ৰ উপস্থিত হল হি, আৰু খঙ্গেৰে চকু পকাই ৰজাক কলে, "এই চাণ্ডালে তোক বহুত ধন দিব খুজিছে, সেই ধন লৈ মোক যজ্ঞৰ দক্ষিণা নিদিয় কিয় ?" ৰজাই কলে, "প্ৰভু ! আপুনি জানে, মই সূৰ্য্য-বংশত জাত; ধনৰ লোভত কেনেকৈ চাণ্ডালৰ দাস হম ?" এই কথা শুনি বিশ্বামিত্ৰে বুলিলে, "যদি তই চাণ্ডালত বেচা গৈ উচিত সময়ত মোক দক্ষিণা নিদিয়, তেন্তে নিশ্চয়ে তোক মই শাপিম।"

তেতিয়া হৰিশ্চন্দ্ৰ ৰজা চিন্তা-সাগৰত মগ্ন হৈ অতি বিহ্বলভাৱে চৰণত ধৰি কবলৈ ধৰিলে, "হে ঋষিৰাজ ! মোৰ প্ৰতি প্ৰসন্ন হওক, মই আপোনাৰ ভক্ত, বৰ ভয় পাইছোঁ; যি অৱশিষ্ট ধন দিব লগীয়া আছে, তাৰ বাবে মই আপোনাৰ দাস হৈ থাকিম। অনুগ্ৰহ কৰি মোক চাণ্ডালৰ সঙ্গী হোৱাৰ কষ্টৰপৰা ৰক্ষা কৰোক।" এই বুলি কাকুতি কৰাত বিশ্বামিত্ৰ ঋষিয়ে ৰজাক সম্বোধন কৰি কলে, "উত্তম কথা, তই যদি মোৰ দাস হৈছ, তেন্তে মই এক অৰ্ব্বুদ টকাৰ নিমিত্তে তোক এই চাণ্ডালত বেচিলোঁ।" এই কথা শুনি চাণ্ডালে অতিশয় আনন্দেৰে বিশ্বামিত্ৰক সেই ধন দিলে, আৰু ইষ্ট-বন্ধুৰ বিয়োগত ব্যাকুল হৈ থকা ৰজাক বান্ধি টোকোনেৰে টঙ্গনিয়াই আপোনাৰ ঘৰলৈ লৈ গল। তেতিয়া হৰিশ্চন্দ্ৰ ৰজাই সেই চাণ্ডালৰ ঘৰত থাকি সদায় ৰাতিপুৱা, দুপৰীয়া আৰু গধূলি ইয়াকে মাত্ৰ কৈছিল, যে "হায় ! মোৰ সেই ম্লানমুখী ভাৰ্য্যাই লৰাটিৰ মলিন মুখ দেখি, কি জানি, এই দৰে ভাবিছে, "ৰজাই ধন ঘটিব, আৰু বামুণক অধিক টকা দি আমাক মোকলাব; কিন্তু হায় ! মই যে কি ঘোৰ পাতক কৰিছোঁ, সেই মৃগাক্ষীয়ে তাক নেজানে। মোৰ ৰাজ্য গল, বন্ধুবিচ্ছেদ হল, স্ত্ৰী-পুত্ৰ বেচা গল, শেষত আপুনিও চাণ্ডালতাক পালোঁ। হায় হায় ! মই কিমান দুখ ভোগ কৰিব

লাগিছোঁ। মোর কি কপাল!" সর্ব্বস্বহীন হোৱা সেই ৰজাই এইৰূপে নিতৌ পৰমপ্ৰিয় পুত্ৰ-ভাৰ্য্যাকে সুঁৱৰি অতিশয় দুখেৰে কাল নিয়াবলৈ ধৰিলে।

কিছু কালৰ মূৰত মৰাৰ কাপোৰ হৰণ কৰা চাণ্ডালৰ অধীনে হৰিশ্চন্দ্ৰ শ্মশানৰ ৰজা হল, আৰু সেই চাণ্ডালে তেওঁক মৰা-শবলৈ অপেক্ষা কৰি দিনে-ৰাতিয়ে মৰিশালিত থাকিবলৈ আদেশ কৰি কলে, যে "প্ৰত্যেক শবৰ কাপোৰৰপৰা যি লাভ হয়, তাৰ ছ ভাগৰ এভাগ ৰজাৰ ঘৰত শোধাব লাগে, তিনি ভাগ মোৰ প্ৰাপ্য, আৰু দুভাগ তোৰ পৰিশ্ৰমৰ বেচ।" হৰিশ্চন্দ্ৰে সেই আজ্ঞা পাই বাৰাণসীৰ দক্ষিণ ফালে থকা শ্মশানলৈ গল। সেই ঠাই কুকুৰ, শিয়াল, শগুণ আৰু মানুহৰ মূৰৰ খোলাৰে পৰিপূৰ্ণ, ধোঁৱাৰে আবৃত আৰু অত্যন্ত দুৰ্গন্ধ। সি মানুহৰ তেজ, মাংস আৰু তেলেৰে লিপ্ত। তাত ভূত, পিশাচ, ডাইনী আৰু যক্ষবিলাকে সদায় বাস কৰে, আৰু মৃতকৰ মিতিৰ-কুটুম্ববিলাকে "হা পুত্ৰ! হা মিত্ৰ! হা বন্ধু! হা প্ৰিয়া! হা স্বামী! অ ভাই! ঐ ককাই! ঐ আই! ঐ মোমাই! ঐ ভাগিন! কলৈ গলা?" এই বুলি অতিশয় দুখেৰে আৰু উচ্চৈস্বৰে কৰা চিৎকাৰৰ দ্বাৰা কাণত তাল লাগে। আধা পোৰা শবৰ ওঁঠ সঙ্কুচিত হৈ দাঁত দুপাৰি ওলোৱাত বোধ হয় যেন সি শৰীৰৰ এনে দশা হয় বুলি ব্যঙ্গ কৰি হাঁহিছে। জুইৰ চট্- চট্ ধ্বনি, কাউৰীয়ে হাড় খোঁটাৰ শব্দ আৰু মৰাৰ মিত্ৰ-কুটুম্বৰ কান্দনৰ স্বৰ শুনি আনৰ বেজাৰ আৰু ভয় লাগে, কেৱল চাণ্ডালে মাথোন আনন্দ পায়। ভূত, প্ৰেত, পিশাচবিলাকৰ কোৰ্হালত প্ৰলয়ৰ কাল হৈছে যেন বোধ হয়।

হৰিশ্চন্দ্ৰ ৰজাই সেই ঠাই পাই অতিশয় শোকাকুলিত মনেৰে কবলৈ ধৰিলে, "হা মন্ত্ৰী! হা বিপ্ৰসকল! হা ভাতৃবিলাক! হা শৈব্যা! হা পুত্ৰ! বিশ্বামিত্ৰৰ খঙৰ দ্বাৰা ভাগ্যহীন হোৱা মোক এৰি তোমালোক কলৈ গলা?" তেওঁ এইৰূপে সদায় বিলাপ কৰি চাণ্ডালৰ আদেশ পালিবলৈ ধৰিলে; আৰু "এই ভাগ ৰজাৰ, এই ভাগ প্ৰধান চাণ্ডালৰ, এই ভাগ মোৰ," নিত্যে ইয়াকে কৈ জীয়াই থাকোঁতেই পুনৰ্জন্ম পোৱা যেন হল। বহু-গাঁঠি দিয়া ফটা কাঁথা তেওঁৰ শৰীৰৰ আবৰণ; মুখ, বাহু, পেট এইবিলাক চিতাৰ ভস্মেৰে এবং আঙুলি আৰু ডিঙি মৰাৰ তেজ, মাংস আৰু তেলেৰে লিপ্ত; মৃতকৰ উদ্দেশে দিয়া অন্নেই তেওঁৰ আহাৰ, আৰু মৰাৰ মালা তেওঁৰ শিৰৰ ভূষণ হৈছিল। ৰাতি আৰু দিন কেতিয়াও তেওঁৰ টোপনি নাছিল, আৰু মুখত সদায় হায় হায় শব্দ; এইৰূপে হৰিশ্চন্দ্ৰ ৰজাই বাৰ মাহ গত কৰিলে। সেই কাল তেওঁৰ মনত এশ বছৰৰ সমান যেন লাগিছিল। হৰিশ্চন্দ্ৰ ৰজাই এই অৱস্থাত বাস কৰোঁতে এদিন তেওঁৰ কুঁৱৰীয়ে সৰ্পৰ দংশনত গতায়ুস তেওঁৰ লৰাটিক কোলাত লৈ "অ! পুত্ৰ! অ! বৎস! মোক এৰি কলৈ গলা?" বাৰম্বাৰ এই বুলি অতি ক্ষীণ আৰু মলিন বেশেৰে শ্মশানলৈ আহি বিলাপ কৰিবলৈ ধৰিলে- "হে মহাৰাজ! আপুনি পূৰ্ব্বে এই লৰাটিক অতিশয় আনন্দেৰে-ধেমালি কৰি ফুৰা দেখিছিল, আজি চাওক সি সাপৰ কামোৰত প্ৰাণ এৰি মাটিত পৰি আছে।" তেওঁৰ কান্দনৰ শব্দ শুনি পুতেকৰ কাপোৰ হৰণ কৰিবৰ কাৰণে ৰজা হৰিশ্চন্দ্ৰ বেগাই সেই ঠাইলৈ আহিল। কিন্তু ৰাজপত্নী বহুদিন কষ্টত থকাৰ নিমিত্তে বিবৰ্ণ আৰু কুৰূপ হৈ পুনৰ্জন্ম পোৱা যেন হৈছিল, এই কাৰণ ৰজাই তেওঁক চিনিব নোৱাৰিলে। হৰিশ্চন্দ্ৰও অতি মলিন আৰু শুকান কাঠৰ নিচিনা হোৱা হেতু, কুঁৱৰীয়েও তেওঁ কোন নেজানিলে। তেতিয়া ৰজাই সাপৰ বিষত গতায়ুস হোৱা বালকটিক ৰাজলক্ষণযুক্ত দেখি ভাবিবলৈ ধৰিলে, "হায়! কোনোবা চক্ৰবৰ্ত্তী ৰজাৰ ঘৰত এই বালকৰ জন্ম হৈছিল; কিন্তু দুৰাত্মা যমে তাৰ এই দশা কৰিলে। ইয়াক দেখি মাকৰ কোলাত শুই থকা মোৰ সন্তানটি মনত পৰে। যদি দুষ্ট যমে তাক মাৰি নিয়া নাই, তেন্তে মোৰ ৰোহিতাশ্বৰো আকৃতি আৰু বয়স ইয়াৰ তুল্য হব পায়।" সেই সময়তে কুঁৱৰীয়ে "হা পুত্ৰ! কাৰ শাপত আমাৰ এই কষ্ট হৈছে? হা মহাৰাজ! হা নাথ! কলৈ গলা? মোৰ এই দুখৰ সময়ত একেবাৰে মাত নলগোৱা কিয়? তোমাৰ ৰাজ্য গল, বন্ধুবান্ধৱেৰে বিচ্ছেদ হল, পুত্ৰ ভাৰ্য্যা বেচা গল। হা বিধাতা! হৰিশ্চন্দ্ৰ ৰজাৰ নো তুমি কি দুৰ্গতি নকৰিলা?" এই প্ৰকাৰে বিলাপ কৰি কান্দিবলৈ

ধৰিলে। হৰিশ্চন্দ্ৰ ৰজাই তেওঁৰ এই বাক্য শুনি ভাৰ্য্যা আৰু মৃত পুত্ৰক চিনি পালে, আৰু "এই জনী মোৰ শৈব্যা ভাৰ্য্যা, এইটি মোৰ সন্তান" এই বুলি অতিশয় দুখেৰে কান্দি মূৰ্চ্ছিত হল। কুঁৱৰীয়েও তেওঁক চিনি পাই আৰু তেওঁৰ তেনে দশা দেখি মূৰ্চ্ছিত হৈ মাটিত পৰিল। তাৰ পাচত দুয়ো চেতনা পাই পুনৰায় বিলাপ কৰিবলৈ ধৰিলে।

# ১০ পাঠ

## হৰিশ্চন্দ্ৰৰ উপাখ্যান (সমাপ্ত)

ৰজাই বুলিলে "হা পুত্ৰ! তোমাৰ কেনে সুন্দৰ ভ্ৰূ! কেনে শুৱনি নাক! কেনে সুন্দৰ চকু! তোমাৰ এনে দশা দেখি মোৰ হিয়া বিদৰি নেযায় কিয়? এতিয়া পিতৃ, পিতৃ বুলি মোৰ গুৰিলৈ কোন আহিব? মই বা বাপা, বাপা বুলি কাক আঁকোৱালি ধৰিম? কাৰ আঁঠুৰ ধূলিৰে মোৰ গা, কোলা আৰু কাপোৰ মলিন হব? হা মোৰ পুত্ৰ! বুকুৰ কুটুম! মোৰ পৰা তোমাৰ জন্ম; কিন্তু মই কু পিতা, তোমাক সামান্য বস্তুৰ দৰে বিকিলোঁ। মোৰ বিপুল ধন আৰু বৃহৎ ৰাজ্য হৰণ কৰিও সন্তুষ্ট নহৈ দৈৱস্বৰূপ নিষ্ঠুৰ সাপে শেষত সন্তানটিকো দংশিলে। এতিয়া সেই সৰ্প-দংশা পুত্ৰৰ মুখ দেখিয়েই বিষৰ দ্বাৰা মোৰ চকু অন্ধ হৈছে। হৰিশ্চন্দ্ৰ ৰজাই গদ্‌গদ বাক্যৰে এইৰূপে বিলাপ কৰি সেই মৃত শিশুটিক বুকুত লৈ পুনৰায় মূৰ্চ্ছিত হল।

তেতিয়া তেওঁৰ কুঁৱৰীয়ে বৰ শোকেৰে কবলৈ ধৰিলে, "এওঁ সেই পুৰুষশ্ৰেষ্ঠ আৰু জ্ঞানীবিলাকৰ মনক পোহৰ কৰা চন্দ্ৰস্বৰূপ হৰিশ্চন্দ্ৰ ৰজা; তেওঁৰ বাক্যৰ দ্বাৰায়ে মই তাক বুজিছোঁ, ইয়াত কোনো সংশয় নাই। সেই বিখ্যাত-কীৰ্ত্তি মহাৰাজাৰ দৰে এওঁৰো উন্নত নাসিকা, আৰু কুন্দকলিৰ সদৃশ দাঁত। এই ৰজা আজি কৰ পৰা শ্মশানলৈ আহিল?" এই বুলি অতি আচৰিত মনেৰে, আৰু স্বামীৰ দুখত পুত্ৰশোককো পাহৰি, সেই দুঃখিনী কুঁৱৰীয়ে মাটিত পৰি থকা ৰজাক চাবলৈ ধৰিলে, আৰু তেওঁ স্বামীয়ে অতিশয় নিন্দিত আৰু চাণ্ডালৰ যোগ্য দণ্ড পোৱা দেখি অতি দুঃখেৰে মূৰ্চ্ছিতা হল; পাচত চেতন পাই "ৰে নিদাৰুণ দৈৱ! তোৰ ধিক্! তই অতিশয় নিলাজ আৰু নিন্দিত। তই এই দেৱতুল্য ৰজাক চাণ্ডাল কৰিলি। হৰিশ্চন্দ্ৰ ৰজাৰ ৰাজ্য-নাশ আৰু বন্ধু-বিচ্ছেদ হল, তেওঁৰ পুত্ৰ-ভাৰ্য্যাও বেচা গল; তাতো তোৰ সন্তোষ নজন্মিল, তেওঁক তই চাণ্ডাল কৰিলি! হা মহাৰাজ! মই আজি ইমান দুখেৰে মাটিত পৰি আছোঁ, মোক ওখ আৰু কোমল শয্যালৈ নোতোলা কিয়? আজি দেখোঁ, তোমাৰ ছত্ৰ-চামৰ-ব্যজন ভৃঙ্গাৰ-আদি একোৱেই নাই, বিধাতাৰ কেনে বিড়ম্বনা! পূৰ্ব্বে যাৰ আগে আগে ৰজাবিলাকে ভৃত্যৰ দৰে নিজ কাপোৰৰ আঁচলেৰে মাটিৰ ধূলি সাৰি গৈছিল, আজি সেই হৰিশ্চন্দ্ৰ ৰজাৰ মৰা মানুহৰ মূৰৰ খোলাৰে, মৃতকৰ মালাৰে, শিয়াল, শগুণ, আৰু শৱ ভক্ষণৰ দ্বাৰা আনন্দিত ভূত-প্ৰেতেৰে আবৃত, চিতাৰ ধোঁৱাৰে অন্ধকাৰ আৰু অশুচি শ্মশানত অতি দুখেৰে নিবাস কৰিছে।" এই বুলি ৰাজপত্নীয়ে ৰজাৰ ডিঙ্গিত ধৰি অতি কাতৰ স্বৰেৰে কান্দি কান্দি আকও কবলৈ আৰম্ভ কৰিলে, "হে মহাৰাজ এই স্বপ্ন নে সত্য, মোক নিশ্চয় কৰি কওক, মোৰ মন মোহিত হৈছে। হে ধৰ্ম্মজ্ঞ! আপুনি পৰম ধাৰ্ম্মিক; তথাপি আপোনাৰ এনে দশা হৈছে, এই কথা যদি সঁচা হয়, তেন্তে পৃথিবীত ব্ৰাহ্মণাদিৰ পূজা আৰু পালনত একো ধৰ্ম্ম নাই; সত্যকথন, নিষ্কপটতা আৰু দয়া, এই সকলো বৃথা।" কুঁৱৰীৰ এই কথা শুনি দীঘল হুমুনিয়াহ কাঢ়ি গদ্‌গদ মাতেৰে হৰিশ্চন্দ্ৰ ৰজাই তেওঁ চাণ্ডাল হোৱাৰ সকলো বিবৰণ কলে, তাতে তেওঁৰ ভাৰ্য্যাইও কান্দি কান্দি পুতেকৰ মৃত্যুৰ বৃত্তান্ত ৰজাক জনালে।

তেতিয়া ৰজাই বুলিলে, "প্ৰিয়ে! আৰু অধিক কাল দুখৰ উপাসনা কৰিবৰ মোৰ ইচ্ছা নাই; কিন্তু দুৰ্ভাগ্যৰ গুণে মই স্বাধীন নহওঁ, চাণ্ডালৰ অনুমতি নোহোৱাকৈ যদি অগ্নিত প্ৰবেশ কৰোঁ তেন্তে পৰজন্মত আকৌ চাণ্ডাল হব লাগিব।

মোর বংশ-রক্ষক এটি মাথোন পুত্র আছিল, মোর দুৰ্দ্দৈব-জলর সোঁতত সিও উটি গল। দুখ-সাগরত পরা লোকে প্রাণ এরিব পারিলেই পার পায়; কিন্তু মই পরাধীন প্রাণ কেনেকৈ এরোঁ? যেই হওক, কষ্টত পরা মানুহে পাপলৈ ভয় নকরে। পুত্রর বিয়োগত মানুহর যেনে দুখ হয়, পশু-পক্ষীর জাতিত জন্ম, অসিপত্র নরক, আরু বৈতরণী নদী, এইবিলাকর কতো তেনে নহয়। এতেকে হে সুন্দরী! মোর অপরাধ ক্ষমা করিবা, মই পুত্রর শবেরে সৈতে জ্বলা-জুইত জাঁপ দিওঁ; তুমি মোর কথা লোৱাঁ। মই অনুমতি দিছোঁ, বামুণর ঘরলৈ উলটি যোৱাঁ। যদি মই কিবা দান করিছিলোঁ, হোম-যজ্ঞ করিছিলোঁ, আরু যদি মই গুরুসকলক সন্তোষ দিছিলোঁ, তেন্তে পরকালত পুত্রেরে সৈতে তোমার সাক্ষাৎ পাম। হে সুন্দরী! যদি মই ইতিকিং করি, কঠিন কথা কৈ বা আন কোনো প্রকারে তোমাক কিবা দুখ দিছিলোঁ, তেনেহলে মই প্রার্থনা করোঁ, মোক ক্ষমা করাঁ।"

এই কথা শুনি কুঁৱরীয়ে বুলিলে, "মোরো আরু কষ্ট সহ্য নহয়, জুইত সোমাই আপোনার সহগামিনী হম।" তেতিয়া রজাই চিতা সাজি পুতেকর শব তাত তুলিলে, আরু সভার্য্যে করযোর করি হৃদয়ত থকা অনাদি, অনন্ত, পরমাত্মা পরমেশ্বরক চিন্তিবলৈ ধরিলে। রজাই সেইরূপে চিন্তা করি থাকোঁতেই ইন্দ্রে সৈতে দেৱতাসকল ধৰ্ম্মক আগত লৈ উপস্থিত হল হি, আরু রজাক সম্বোধন করি কলে, "মহারাজ! শুনা- এই জনা ব্রহ্মা, এই জনা ভগবান ধৰ্ম্ম, এই সকল দেৱতা আরু এই জনা বিশ্বামিত্র মুনি। যারে সৈতে পূৰ্ব্বে তিনিও লোকত কোনোৱে মিত্রতা করিব নোৱারিলে, সেই বিশ্বামিত্র স্বয়ং তোমারে সৈতে বন্ধুতার কামনা করিছে।" তেতিয়া ইন্দ্রে বুলিলে, "মহারাজ! মই ইন্দ্র, তোমার গুরিলৈ আহিছোঁ, তুমি তিনিও লোকক জিনিলা। তুমি এতিয়া পুত্র-ভাৰ্য্যারে সৈতে সশরীরে স্বৰ্গলৈ গতি করাঁ; এনে অৱস্থা অন্য লোকর দুষ্প্রাপ্য; কিন্তু তুমি আপোনার কার্য্যর দ্বারা তাক লাভ করিলা।" ইয়াকে কৈ ইন্দ্রে, চিতার ওচরলৈ গৈ অপমৃত্যু-বিনাশক অমৃত বরষিলে, তাতে রজার পুতেকে পুনরায় জীৱন পাই সুকুমার আরু সুস্থ শরীর আরু প্রসন্ন মনেরে চিতারপরা নামিল। তেতিয়া হরিশ্চন্দ্র রজাই মরা পুতেকক পুনরায় পাই সভার্য্যে অতি আনন্দিত হল, আরু ইন্দ্রক সম্বোধন করি বুলিলে, "দেৱরাজ! মোর গরাকী চাণ্ডালর অনুমতি নোপোৱাকৈ মই স্বৰ্গলৈ যাব নোৱারোঁ।" তাতে ধৰ্ম্মে রজাক সম্বোধন করি কলে, যে হরিশ্চন্দ্রক পরীক্ষা করিবর কারণে তেৱেঁই চাণ্ডালর রূপ ধরিছিল। পাচে রজাই ইন্দ্রর অনুমতি অনুসারে পুত্র, ভাৰ্য্যা আরু অযোধ্যা নগরত থকা ভৃত্যবিলাকক লগত লৈ সশরীরে স্বৰ্গলৈ উঠিল।

# ১১ পাঠ

## খনীনেত্রর উপাখ্যান।

পূৰ্ব্বকালত খনীনেত্র নামেরে এজনা রজা আছিল। তেওঁ অপুত্রক হেতু পুত্র পাবর কারণ পিতৃসকলক যজিবর ইচ্ছারে মাংস আহরণ করিবর কারণ এদিন অকলশরে ধেনু-কাঁড় লৈ আরু ঘোঁরাত উঠি বনলৈ গল। হাবির ওচর পাওঁতেই এটা হরিণাই ওলাই আহি, রজাক সম্বোধন করি কলে, "মহারাজ! মোক বধ করি আপোনার বাঞ্ছা সিদ্ধি করোক।" পশুর কথাত আচরিত হৈ রজাই বুলিলে, "মোক দেখিলে মরিবর ভয়ত আন পশু পলাই যায়, তই স্বয়ং মৃত্যুর মুখত পরিব খুজিছ, ইয়ার কারণ কি?" হরিণাই উত্তর করিলে, "মহারাজ! মোর পুত্র নাই; এতেকে মোর জীৱন অসার্থক; এনে জীৱন আরু অধিক কাল রাখিবর ইচ্ছা নকরোঁ।"

এই সময়তে আন এটা হরিণাই আহি রজাক কলে, "হে মহারাজ! মোক বধ করি মাংসর দ্বারা ধৰ্ম্মকৃত্য করোক,

তাতে আপুনি বাঞ্ছিত ফল পাব, মোৰো উপকাৰ হব। পুত্ৰ পাবৰ কাৰণে পিতৃসকলক পূজিব খুজিছে; এই মৃগ অপুত্ৰক, তাৰ মাংসৰ দ্বাৰা আপোনাৰ পুত্ৰ-লাভ কেনেকৈ হব? মানুহে যি কাম কৰিব খোজে, তাৰ উপযুক্তঃ বস্তুৰ আয়োজন কৰিব লাগে। আপুনি জানে, দুৰ্গন্ধি বস্তুৰপৰা কেতিয়াও সুগন্ধৰ উৎপত্তি নহয়।" এই কথা শুনি ৰজাই বুলিলে, "এই মৃগে পুত্ৰৰ অভাৱত তাৰ সংসাৰত বৈৰাগ্য হোৱাৰ কাৰণ বুলি কৈছে; তোৰ নো জীৱনত বিৰাগ কিয় হৈছে কচোন?" হৰিণাই উত্তৰ কৰিলে, "মহাৰাজ! মোৰ বহুত পো-জী আছে; সিহঁতৰ চিন্তাই সদায় মোক দগ্ধ কৰে, হৰিণ-জাতিক সকলো প্ৰাণীয়ে সহজে বধিব পাৰে; এই কাৰণে কিবা জানি মোৰ মৰমৰ সন্তান-সন্ততিবিলাকক কোনোবাই হিংসে, এই ভয়ত সদায় মোৰ মন ব্যাকুল; মোৰ মনত মানুহ, সিংহ, বাঘ, শিয়াল আৰু কুকুৰ এই সকলোৰেপৰা সিহঁতৰ অনিষ্টৰ আশঙ্কা হয়। মোৰ সন্তানবিলাক বাহিৰলৈ গলে কিবা জানি সিহঁত জাল, ফান্দ বা অন্যপ্ৰকাৰ কূট-যন্ত্ৰত, নাইবা সিংহাদিৰ হাতত পৰে, মোৰ মনত এনে নানা চিন্তা হয়। চাওকচোন মই কেনে ঘোৰ ভাৱনাত পৰি আছোঁ। এই চিন্তাত মোৰ ৰাতিয়ে দিনে সুখ-শান্তি নাই। মই আপোনাক মোৰ দুখৰ কাৰণ কলোঁ; এতিয়া প্ৰাৰ্থনা কৰোঁ, যেন আপুনি মোক বধ কৰি এই দুখৰপৰা উদ্ধাৰ কৰে। ইমান কষ্ট পায়ো যে, মই স্বয়ং প্ৰাণ এৰা নাই, তাৰ কাৰণ এই যে, যি আপোন-ঘাতী হয়, সি 'অসূৰ্য্য' (সূৰ্য্যৰ পোহৰ নথকা) নামেৰে নৰকলৈ যায়; কিন্তু যজ্ঞৰ নিমিত্তে পশুৰ সৃষ্টি, এতেকে যজ্ঞত বধ কৰা হলে পশুৱে সদ্গতি পায়। পূৰ্ব্বে অগ্নি আৰু বৰুণ দুয়ো পশু আছিল, যজ্ঞত প্ৰাণ এৰি দীপ্তিমন্ত দেৱতা হল। এতেকে হে মহাৰাজ! মোৰ প্ৰতি সদয় হওক, আৰু মোক যজ্ঞৰ নিমিত্তে বধি উৰ্দ্ধ লোকত ঠাই দিওক। তাকে কৰিলে আপুনিও অভিলষিত পুত্ৰ পাব।"

ইয়াৰ পাচত প্ৰথমটো হৰিণাই উত্তৰ কৰিলে, "মহাৰাজ! এওঁৰ বহু সন্তান, এতেকে এওঁ ধন্য, আৰু বধৰ অযোগ্য; মই দুৰ্ভগীয়া আৰু অপুত্ৰক এই কাৰণ মোৰ প্ৰাণ মাৰোক।" তেতিয়া দ্বিতীয়টো হৰিণাই পুনৰ মাত লগালে, "মহাৰাজ! যি লোকে কেৱল এটা মাত্ৰ দেহৰ দুখ সহে, তেওঁ সুখীয়া; যাৰ দেহৰ সংখ্যা অনেক, তেওঁৰ দুখো অধিক। আগেয়ে মই অকলৈ থকা কালত একেটা দেহৰে কষ্ট মাথোন পাইছিলোঁ, যেতিয়া ভাৰ্য্যা বিয়া কৰিলোঁ, তেতিয়া মোৰ দুখ দুগুণ হল, আৰু তাৰ পাচত যেতিয়া সন্তানবিলাক জন্মিলে, তেতিয়া সিহঁতৰ সংখ্যা যিমান, মোৰ শৰীৰৰ সংখ্যাও সিমান হল, আৰু সেই পৰিমাণে দুখো বাঢ়ি গল। মহাৰাজ! যি লোকে যাতনা নেপায়, তেৱেঁই ধন্য; মোৰ এই জীৱন কেৱল দুখৰ নিমিত্তেই হে হৈছে, আৰু পৰকালতো সুখ নহয়, কাৰণ মোৰ সন্তানবিলাকৰ পোহপালৰ নিমিত্তে মই যিবোৰ কাৰ্য্য কৰিছোঁ, তদ্দ্বাৰা নিশ্চয়ে নৰকত হে মোৰ ঠাই হব।"

সেই দুই হৰিণাৰ এইবিলাক বাদানুবাদ শুনি ৰজাই বুলিলে, "পুত্ৰৱন্ত নে অপুত্ৰক লোক সুখী, তাক নিশ্চয় কৰিব নোৱাৰি মোৰ মন অস্থিৰ হৈছে। সন্তানৰপৰা মানুহৰ ইহকালত কষ্ট হয়, ই সঁচা; কিন্তু এই কথাও মোৰ শুনা আছে, যে অপুত্ৰক লোক ধৰুৱা হৈ থাকে। এতেকে জীৱ-হত্যা নকৰাকৈ পুত্ৰলাভৰ নিমিত্তে যজ্ঞ কৰিম।" ইয়াকে কৈ তেওঁ নগৰলৈ উলটি গল।

কোনো হৰিণাই যে ওপৰত লিখা কথা কৈছিল, এনে নহয়; তাৰ দ্বাৰা মানুহে যে কোনো অৱস্থাত সম্পূৰ্ণ সুখ নেপায় ইয়াকে মাথোন বুজোৱা হৈছে। আমি সদায় দেখিছোঁ, অপুত্ৰক লোক পুত্ৰ পাবৰ নিমিত্তে ব্যাকুল; যাৰ আকৌ বহুত পুতেক-জীয়েক, তেওঁ সিহঁতৰ পোহপালৰ আৰু নৰিয়া-চোৱাৰ চিন্তাতে সদায় দুখত কাল নিয়ায়; এতেকে এই সংসাৰত সম্পূৰ্ণৰূপে সুখীয়া কেও নাই। এই হেতু নিৰ্দ্দোষ-কাম কৰি যি অলপ সুখ পোৱা যায় তাৰেই সন্তুষ্ট হৈ থাকিব লাগে।

——— অন্ত ———

## PREFACE.

The Assamese language has from time immemorial been spoken by the people of Assam, yet no one has hitherto made an attemp to compose a Grammar of it, the only means of acquiring a complete knowledge of the language. The reason is, that in former times the people of Assam having had a great respect for the Sanskrit language, despised all others. The Assamese language therefore was used merely in common familar conversation; and his is the only cause that has reterded so long, the improvement of the language. After this country became subjected to the sway of the English Government, Bengalee has unfortunately been mistaken for the vernacular language of Assam; and being the court language, it has been the medium of drawing subsistance; so their mother tongue, are eager to have their children tought Bengalee. The favourite custom of our country-men is to keep their children idle at home till arrive at an age of 9 or 10 years, during which time they do not regard the education of their children; and the children of couse spend their time in idleness and play, at their own accord. When they are fullgrown, some of them are sent to the Bengalee schools, where they finish their education by reading a few elementary books in Bengalee; and acquiring a knowledge of some simple rules of arithmetic in the course of 5 or 6 years. With that, they are brought home and married. And then finding no way to earn their livelihood, they attend at office as candidates for some employment, and write petitions in bad Bengalee to obtain sustenance, and thus pass the latter part of their lives in ignorance and poverty. As the Sanskrit language is no longer capable of affording them any sustenance, none of them show any inclination to learn it, and the most of them for fear of being depreciated in their caste, do not venture to have their children educated in English, a language no less valuable than the Sanskrit itself. Thus the people of Assam in the present age, have been quite destitude of knowledge and are leading their lives in obscurity.

In reality the Assamese is not a Branch of Sanskrit, inferior to the Bengalee, but by the zealous assiduity and diligence of the wiser and more patriotic part of the people of Bengal, their language has undergone many changes and acquired the present degree of perfection and charm, by which the minds of our country-men have been so much attracted to it, while by the negligence and ignorance of our people, our language is going to a fradual decay; and now it has got to such a state, that most of our people are ashamed even to recognise the Assamese as their mother language. In consequence of the imperfect knowledge of their mother language, all the effots to acquir knowledge in the Bengalee have been entirly vain. In short, there are but very persons among our present nobility, who can write a letter eith in Bengalee or Assamese, without intermixing one with the other.

But fortunately for our country, some young Assamese enlightened by knowledge, having come to undertand, that the native language is the entrance to the temple of knowledge, have devoted themseves to the improvement of it. but for want of proper books, it has been difficult for them to be successfull in this laudable undertaking. To make up this deficiency, I employed myself some time ago to prepare a Grammar of the language, and have completed now the task. The Grammar contains almost every thing reqisit to make a man thoroughly acquinated with the language, and it has been composed in as easy styl, as the Assamese language would permit. And Sanskrit being the parent language of the Assamese literature, while solieitous to make the Grammar coicedent with the Grammar of the Sanskrit; I have not over looked such instances from the English and Bengalee, as could property be introduced in to the Grammar of the Assamese language; it can therefore be expected, that the Grammar will not contribut to the learning of the Assamese language only but it will conduce to that of the Sanskrit, Bengalee and English also.

It is superfluous to say here, that a knowledge of our own language tends much to the attainments of the of others; and that without a proper acquaintance with our mother tongue, we can hardly acquire a proficiency in a foreign language.

But although I have used my utmost ability and care to render, my work completely correct and useful, yet I am confident, that it is not wholly free from errors. I am however sanguine, that these will be regarded with indulgence by the learned critics, when they consider, that this is the first time the grammar of the Assamese language has been made, and that so early a book of this kind can never reach perfection.

In conclusion, I must express an ample gratitude to our intimate friend and advicer Baboo Goonabhiram Deka Borua, whose encouragement only (that it will be useful to those for whom it is intended) has excited my ambition to have it published.

**SIBSAGOR**
**Upper Assam.**
**1859.**

**HEMCHUNDER SHURMA.**

# ভূমিকা।

সকলো প্ৰাণীতকৈ মানুহৰ স্বভাৱ বেলেগ। সিবিলাকে অনেকে পৰস্পৰ সাপেক্ষ হৈ একস্থানত বাস কৰে। এই ৰূপে থাকিব লাগিলে, আপোনাৰ অভিপ্ৰায় জনাবৰ আৰু আনৰো অভিপ্ৰায় জানিবৰ আৱশ্যক হয়। মানুহৰ অভিপ্ৰায় ব্যক্ত কৰিবৰ নিমিত্তে করুণাময় ঈশ্বৰে মানুহক বাগিন্দ্ৰিয় দি, পথক চ দেশত পৃথক চ বস্তু বুঝাবৰ নিমিত্তে পৃথক চ শব্দ সৃজন কৰিছে। কণ্ঠ তালু আদিৰ অভিঘাতৰ দ্বাৰা বিশেষ চ অক্ষৰ উৎপন্ন হৈ, সেই ২ শব্দ বোধ কৰায়। দূৰ ঠাইত থকা মানুহৰ অভিপ্ৰায় বুঝোৱা শব্দকো লিখা আখৰৰ দ্বাৰা প্ৰকাশ কৰিবৰ উপায় কৰা হৈছে। সেই আখৰৰ সঙ্কেত জানিলে মানুহে তাকে চাই এই বিশেষ ২ শব্দৰ উপলব্ধি কৰিব পাৰে। সেই ২ শব্দৰ দ্বাৰা ততপ্ৰতিপাদ্যবস্তুৰ জ্ঞান হয়। সেই শব্দ এবং অক্ষৰ নানা দেশৰ সঙ্কেত অনুসাৰে নানা প্ৰকাৰ। সেই ভিন্ন ২ দেশীয় শব্দৰ বৰ্ণৰ নিয়ম আৰু অন্বয়ৰ ৰীতি যি গ্ৰন্থে শিকায়, তাকে সেই ২ দেশীয় ভাষাৰ ব্যাকৰণ বোলা যায়।

এই আসাম দেশ পূৰ্ব্বে আহোমা ৰজা সকলৰ হস্তগত থকাত যদিও সাধাৰণ কথোপকথন আৰু লিখা পঢ়াত অসমীয়া ভাষাৰ ব্যৱহাৰ আছিল; তথাপি আগৰ কালৰ লোক সকলৰ মনত সংস্কৃতত বাঝে আন ভাষাৰ প্ৰতি তাদৃশ শ্ৰদ্ধা নথকা হেতু, ইয়াক ভাল ৰূপে জানিবৰ উপায় যি ব্যাকৰণ, তাক কোনেও ৰচনা নকৰিলে। তাৰ পাচত এই দেশ ইংলেণ্ডীয় দেশাধিকাৰ সকলৰ অধীন হোৱাতো সিবিলাকে অসমীয়া ভাষাৰ প্ৰতি বিশেষ মনোযোগ নকৰি, সকলো ৰাজকীয় সৰ্ব্বত বঙ্গালী ভাষা চলাইছে, আৰু তাক শিকাবৰ নিমিত্তে অনেক ঠাইৎ অনেক বিদ্যালয়ো স্থাপন কৰিছে। তাতে এই দেশী লোক সকলে বঙ্গালী ভাষাক অৰ্থোপাৰ্জ্জনৰ উপায় যেন দেখি, তাক শিকিবলৈ অত্যন্ত যতন কৰি, আপোন মাতৃভাষাৰ প্ৰতি একেবাৰেই শ্ৰদ্ধাহীন হৈছে। কিন্তু সিবিলাক আপোনাৰ ভাষাত বিশেষ ব্যৎপন্ন নোহোৱাত যদিও বিদেশী বঙ্গালী ভাষা শিকি কৃতকাৰ্য্য হব নোৱাৰে; তথাপি যেনে তেনেকৈ গোটাচাৰেক বঙ্গালী কথা বুঝিব আৰু লিখিব পাৰিলেই শিক্ষা পৰিত্যাগ কৰি, কাম লবলৈ কাছাৰীলৈ যায়; তাতে বঙ্গালী আৰু অসমীয়া দুইকো মিহলাই এক প্ৰকাৰ আৰজী আদি লিখি উপজীব্য কৰে। পূৰ্ব্বে আমাৰ দেশত সংস্কৃত বিদ্যা শিকাৰ চলন আছিল, এতিয়া সি অৰ্থোপাৰ্জ্জনৰ অসমৰ্থা হোৱা হেতু, অধিকাংশ লোকে তাৰ নাম উল্লেখো নকৰে। আৰু বৰ্ত্তমান যি ইংৰাজী ভাষাৰ প্ৰাবল্য হৈছে, প্ৰায় লোকে জাতি যোৱাৰ ভয়ত তাক পঢ়িবলৈও সাহ নি দিয়ে। এই দৰেই আমাৰ দেশৰ লোক সকল বিদ্যাধনৰ দুখীয়া হবৰ উপক্ৰম হৈছে।

যথাৰ্থতঃ বঙ্গালি আৰু অসমীয়া দুইও সংস্কৃত ভাষাৰ সমান ঠাল, সুতৰাং দেশহিতৈষী আৰু জ্ঞানী বঙ্গালী সকলে যেনেকৈ তেওঁবিলাকৰ ভাষাৰ প্ৰথমৰ দুৰবস্থা গুচাই, এতিয়া সজ অলঙ্কাৰেৰে বিভূষিত কৰিছে, আমাৰ মাতৃভাষাকো আমাৰ দেশী সকলে মন কৰিলে তদ্ৰূপ বৰং তাতকৈও ভাল কৰিব পাৰে। কিন্তু তেওঁ বিলাকৰ হেলাৰ গুণে আমাৰ ভাষাৰ উদ্‌গতি হোৱা থাকোক তাৰ এনেহে দুৰ্দ্দশা হৈছে যে, অনেকেই তাক মাতৃভাষা বুলি স্বীকাৰ কৰিবলৈও অপমান যেনহে পায়।

পৰন্তু সৌভাগ্য বশত কিছুমান ডেকা লৰাই দেশী ভাষাক বিদ্যা মন্দিৰৰ সোপান জ্ঞান কৰি, তাৰ প্ৰতি মনোযোগ কৰিছে। এই কাৰণ এতিয়া ইয়াৰ বিশেষ শ্ৰীবৃদ্ধি হব. আমি এনে আশা কৰিছোঁহঁক। কিন্তু এই ভাষাত পঢ়িবৰ উপযুক্ত পুথি নথকাত ইয়াৰ শীঘ্ৰ উন্নতিত বাধা জন্মিছে। এই কাৰণ যদিও আমি অতিক্ষুদ্ৰ বুদ্ধি আৰু আমাৰ দ্বাৰা গ্ৰন্থ ৰচনা কৰ্ম্ম সৰ্ব্বাঙ্গ সুন্দৰ ৰূপে সিদ্ধি হোৱা অসম্ভৱ; তথাপি "অকৰণান্মন্দ কৰণোপি শ্ৰেয়ঃ;"

বিজ্ঞকর্তৃক উক্ত এই বচন অনুসাৰে অসমীয়া ভাষাৰ গ্ৰন্থ ৰচনাত যি হেজাৰ চ বিঘিনি আছে, তালৈ পিঠি দি এই ভাষাৰ এখানি ব্যাকৰণ ৰচনা কৰিবলৈ প্ৰবৰ্ত্তমান হৈ, সম্প্ৰতি তাক সম্পূৰ্ণ কৰিছোঁ।

অসমীয়া ভাষা সংস্কৃত মূলিকা হেতু, এই ব্যাকৰণ সংস্কৃত ভাষাৰ ব্যাকৰণৰ প্ৰণালীৰে লিখি স্থান বিশেষে অন্য ভাষাৰ ব্যাকৰণৰ পৰাও অনেক কথা ইয়াত প্ৰবিষ্ট কৰা হৈছে। সুতৰাং ইয়াৰ দ্বাৰা যে, কেৱল অসমীয়া ভাষা শিকাতেহে সাহায্য পোয়া যাব, এনে নহয়; কিন্তু সংস্কৃত আৰু বঙ্গালী প্ৰভৃতি শিকা সকলেও পৰন্তু নিজ ভাষা ভাল ৰূপে জানিলে, অন্য ভাষা শিকিবলৈ উজু হয়, আৰু তাকে নে জানিলে যে, বিদেশী ভাষা শিকা টান, উয়াক কোয়া বাহুল্য মাত্ৰ।

কিন্তু অসমীয়া ভাষাৰ ব্যাকৰণৰ এই এ প্ৰথম সৃষ্টি, অতএব ইয়াত কোনো দোষ পুনৰ মুদ্ৰিত কৰিবৰ সময়ত তাক সংশোধন কৰিমহঁক। কিয়নো যদিও মই এই গ্ৰন্থ ৰচনাত যাৰ পৰ নাই, এনে যত্ন আৰু মনোযোগ কৰি, যেনেকৈ ই সাধাৰণৰ উপকাৰী হব, তাৰ উপায় কৰিছোঁ, তথাপি ই যে, একেবাৰেই দোষ শুন্য হ ল, এনেকৈ বুলিব নোয়াৰোঁ। পৰন্তু কোনো এজন ইংৰাজী গ্ৰন্থ কৰ্ত্তাই () এই ৰূপে লিখিছে, “যি অধিক কৰ্ম্ম কৰে, তেওঁৰ কৰ্ম্মৰ মাঝত অলপ দোষ থকা অবশ্যে সম্ভব; আৰু সেই অলপ দোষৰ তেওঁ যথোচিত প্ৰতিফল নো পোয়াকৈ নে থাকে। বিশেষতঃ যদিও তেওঁ তেওঁৰ কাম সৰ্ব্বাঙ্গ সুন্দৰ ৰূপে কৰিব পাৰে, তেও যেতিয়া অনেক ব্যক্তিও তেওঁৰ কৰ্ম্মৰ ভাল মন্দ বিবেচনা কৰিব লগা হয়; তেতিয়া অব্যশ্যে মন্দ লোকে ঈৰ্ষাৰ দ্বাৰা আৰু ভ্ৰমবশত কেতিয়াবা চ-জ্ঞানীএও তাত দোষ দিয়ে।”

পৰিবেশষত এই গ্ৰন্থ ৰচনাত আমাৰ প্ৰধান পৰামৰ্শ; বুদ্ধি আৰু উৎসাহ দাতা সুহৃদ্বৰ শ্ৰীযুত গুণাভিৰাম ডেকা বৰুয়াৰ প্ৰতি যথেষ্ট কৃতজ্ঞতা প্ৰকাশ কৰা উচিত, কিয়নো তাকে নকৰিলে, আমি তেওঁৰ প্ৰতি অকৃতজ্ঞ হমহঁক। আমি কেৱল তেওঁৰ পৰামৰ্শতেহে ই যে, সাধাৰণৰ উপকাৰী হব, ইয়াত দৃঢ় বিশ্বাস কৰি, প্ৰচাৰ কৰিবলৈ উদ্যোগী হৈছোঁহঁক।

## বিজ্ঞাপন।

অসমীয়া ভাষাত “অ” প্ৰভৃতি গোটাচাৰেক আখৰৰ আকৃতি বঙ্গালী অখৰতকৈ বেলেগ, কিন্তু তদ্ৰূপ মুদ্ৰাক্ষৰ ন থকাত এই গ্ৰন্থত বঙ্গালী আখৰকে ব্যৱহাৰ কৰা হৈছে। বিশেষ সেইবিলাক আখৰ আজি কালি আমাৰ সকলো লোকৰে এনেহে পৰিচিত আৰু অভ্যাসিত হৈছে যে, তাহঁতক এক প্ৰকাৰ অসমীয়া বুলিলেও হানি নাই।

এই ব্যাকৰণ পঢ়োৱা সকলৰ প্ৰতি উপদেশ।

এই গ্ৰন্থত ঠাই নথকা হেতু, পাঠক সকলে সংশোধন কৰিবৰ নিমিত্তে অশুদ্ধ উদাহৰণ লিখিব পৰা নগল। অতএব সেই কৰ্ম্মৰ ভাৰ শিক্ষকৰ ওপৰত দিয়া হৈছে। তাৰ দ্বাৰা যে, পাঠক সকলে ইয়াক ভাল ৰূপে বুঝাৰ আৰু মনত ৰাখিব পৰাৰ প্ৰমাণ পাব পাৰি, তাক কোয়া বাহুল্য মাত্ৰ।

শিৱসাগৰ উত্তৰ অসম — শ্ৰী হেমচন্দ্ৰ শৰ্ম্মা।

১৭৮০ শকাব্দা।

# অসমীয়া ভাষাৰ ব্যাকৰণ।

## বৰ্ণ বিন্যাস প্ৰকৰণ।

কোনো ঠাইত কোনো দ্ৰব্য আঘাত হৈ যি শব্দ উঠে, তাকে ধ্বনি বোলে। সেই ধ্বনি এই মানুহৰ কণ্ঠ তালু আদি ঠাইত ঠেকা খাই মুখেদি অক্ষৰ হৈ বাঝ হয়। সেই অক্ষৰেই পঞ্চাশ প্ৰকাৰ। যথা, অ আ ই ঈ উ ঊ ঋ ৠ ঌ ঐ এ ঐ ও ঔ অং অঃ; ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ শ ষ স হ ক্ষ। ইয়াকে বৰ্ণমালা বোলে।

বৰ্ণোচ্চাৰণ নিৰূপণ।

তত্ৰ বৰ্ণোৎপত্তিস্থান।

বৰ্ণমালাৰ ওপৰত কোৱা পঞ্চাশত বৰ্ণ উৎপত্তিস্থান ভেদে পাঁচ প্ৰকাৰ হয়। যথা, কণ্ঠ্য, তালব্য, মূৰ্দ্ধন্য, দন্ত্য ঔষ্ঠ্য।

কণ্ঠ্য।

অ আ এ ঐ ও ঔ ক খ গ ঘ ঙ হ, এই বাৰটি অক্ষৰৰ কণ্ঠৰ পৰা উচ্চাৰণ হয়, এই কাৰণ কণ্ঠ্য বোলে।

তালব্য।

তালুৰ পৰা উচ্চাৰিত ই ঈ এ ঐ চ ছ জ ঝ ঞ য শ, এই ১১ টি বৰ্ণক তালব্য বোলা যায়।

মূৰ্দ্ধন্য।

ঋ ৠ ট ঠ ড ঢ ণ ৰ ষ, এই ন অক্ষৰ মূৰৰ পৰা উচ্চাৰিত হয়, এই কাৰণে ইহঁতৰ নাম মূৰ্দ্ধন্য।

দন্ত্য।

ঌ ঐ ত থ দ ধ ন ল ব স, এই ১০ বৰ্ণ দাঁতৰ পৰা উচ্চাৰিত হৈ দন্ত্য নাম পায়।

ঔষ্ঠ্য।

ওঠৰ পৰা উচ্চাৰণ হোৱা উ ঊ ও ঔ প ফ ব ভ ম ৱ, এই দহ আখৰৰ নাও ঔষ্ঠ্য।

ওপৰত কোৱা আখৰৰ কোনো আখৰ দুই স্থানৰ পৰা উচ্চাৰিত হয়, এই নিমিত্তে তাক উভয় স্থানীয় বোলে। যথা,

কণ্ঠ্য তালব্য।

ডিঙ্গি আৰু তালু দুঠাই পৰা উচ্চাৰিত এ ঐ।

কণ্ঠ্যোষ্ঠ্য।

কণ্ঠ আৰু ওঁঠৰ পৰা উচ্চাৰিত ও ঔ।

## বৰ্ণোচ্চাৰণ।

অসমীয়া ভাষাত স্বৰ বৰ্ণৰ অ, এ এই দুই আখৰৰ লঘু গুৰু ক্ৰমে চাৰি প্ৰকাৰ উচ্চাৰণ হয়। আৰু ঙ ঝ ঞ ড ঢ ম য ব শ ষ স হ এই দ্বাদশ বৰ্ণত বাজে ব্যঞ্জন বৰ্ণৰ উচ্চাৰণৰ ভেদ নাই। যথা

| ক্ | উ | কু | ক্ | ঔ | কৌ |
|---|---|---|---|---|---|
| ক্ | ঊ | কূ | ক্ | অং | কং |
| ক্ | ঋ | কৃ | ক্ | অঃ | কঃ |

## ব্যঞ্জন ব্যঞ্জন যোগ।

স্বৰ যুক্ত য, ৰ এই দুই আখৰৰ এটাৰ আগত ব্যঞ্জন আখৰ থাকিলে আৰু ৰ স্বৰহীন হৈ স্বৰযুক্ত ব্যঞ্জনৰ আগত থাকিলেও ৰূপান্তৰ হৈ সেই ২ ব্যঞ্জনে সৈতে যোগ হয়। আৰু শেষত কোয়াৰ দৰে ৰ কোনো আখৰে সৈতে যোগ হলে, সেই আখৰ যদি শ ষ স বা হ ন হয়, তেন্তে তাৰ লেখকৰ ইচ্ছা অনুসাৰে দিত্ব হয়।

## ৰূপান্তৰ যথা।

য ৰ ৰ

্য ্র র্

যোগ যথা।

ক্ য ক্য

ক্ ৰ ক্ৰ

ৰ্ ক র্ক বা ক্ক

ইয়াত বাঝে দুটা ব্যঞ্জনৰ যোগত যি আখৰ, হয় তাক সংযোগী বোলে সিও প্ৰায় ৰূপান্তৰ হৈ এই যোগ হয়।

| ঙ | ক | ঙ্ক | ণ | ঢ | ণ্ঢ |
|---|---|---|---|---|---|
| " | খ | ঙ্খ | " | ণ | ণ্ণ |
| " | গ | ঙ্গ | | | |
| " | ঘ | ঙ্ঘ | ন | ত | ন্ত |
| " | ঙ | ঙ্ঙ | " | থ | ন্থ |
| ঞ | চ | ঞ্চ | " | দ | ন্দ |
| " | ছ | ঞ্ছ | " | ধ | ন্ধ |
| " | জ | ঞ্জ | | | |
| " | ঝ | ঞ্ঝ | ম | প | ম্প |
| " | ঞ | ঞ্ঞ | " | ফ | ম্ফ |
| " | ট | ণ্ট | " | ব | ম্ব |
| " | ঠ | ণ্ঠ | " | ভ | ম্ভ |
| " | ত | ন্ত | " | ম | ম্ম |

সেই দৰেই সাংকেতিক সংযোগ।

| স্ | ক | স্ক | ক্ | ত | ক্ত |
|---|---|---|---|---|---|

* ইকাৰাদি স্বৰ যদিও ব্যঞ্জনৰ আগত লিখা যায়, তথাপি সিহঁতৰ উচ্চাৰণ পাছতহে হয়। যেনে, কি

লঘু অকাৰ। মৰা (ময়ুৰ) গুৰু মৰা (মৃত)। একাৰৰ লঘু। সেও, সেই। গুৰু, বেয়া, বেলেগ ইত্যাদি।

ঙ কোনো ওকাৰান্ত বা উকাৰান্ত কথাৰ পিছত থাকিলে, অমুনাসিক অকাৰৰ তুল্য উচ্চাৰিত হয়। যথা, কোঙৰপুৰ ইত্যাদি।

ঝ, ইয়াৰ উচ্চাৰণ পূৰ্ব্বত জকাৰ থকা হকাৰৰ তুল্য। যথা ঝঞ্জা, ঝাঁজী।

ঞ, ইয়াৰ উচ্চাৰণ চন্দ্ৰবিন্দু আৰু যকাৰ যুক্ত অকাৰৰ তুল্য। যথা গঞা ইত্যাদি। কিন্তু চ ছ জ ঝ চাৰি বৰ্ণৰ পূৰ্ব্বত যোগ হলে, নকাৰৰ নিচিনাকৈ উচ্চাৰণ হয়। যথা সঞ্চয়, পঞ্জৰ, ঝঞ্ঝা। এবং জকাৰৰ পিছত, যোগ হলে গ্যঁৰতুল্য উচ্চাৰণ হয়। যথা, আজ্ঞা ইত্যাদি।

ড কোনো কথাৰ শেষত প্ৰয়োগ হলে, প্ৰায় কঠিন ৰকাৰৰ তুল্য উচ্চাৰিত হয়। যথা বড়ুয়া ইত্যাদি।

ঢ অসমীয়া ভাষাত কোনো আখৰৰ পিছত থাকিলে, ৰ্হৰ নিচিনাকৈ উচ্চাৰণ হয়। যথা বুঢ়া, বাঢ়ে, যেনেকৈ বুৰ্হা বাৰ্হে ইত্যাদি। কিন্তু সংস্কৃত শব্দৰ লগত হলে আপোনাৰ উচ্চাৰণ নেৰে। যথা আষাঢ়।

ম কোনো ব্যঞ্জনৰ শেষত যোগ হলে, সেই বৰ্ণক ৰকাৰ যুক্ত সানু নাসিকৰ তুল্য উচ্চাৰণ কৰায়। যথা, ভস্ম, ভীস্ম।

য পদৰ মধ্য বা শেষত থাকিলে, যকাৰ যুক্ত অকাৰৰ তুল্য উচ্চাৰিত হয়। যথা ভয়, বয়োধিক ইত্যাদি।

অন্য ব্যঞ্জনৰ শেষত যোগ হলে, সেই বৰ্ণৰ দ্বিত্ব প্ৰায় উচ্চাৰণ হয়। যথা সভ্য, সৈন্য ইত্যাদি।

ওকাৰ আৰু উকাৰৰ পিছত হলে, অ-ৰ নিচিনাকৈ উচ্চাৰণ কৰা হয়। যথা হোয়, নোহোয়া। নোহোইয়া হোইয়, এনে উচ্চাৰণ নহয়।

ৱ বৰ্ণমালাৰ লকাৰৰ পাচত থকা ৱকাৰৰ উচ্চাৰণ সিটো বকাৰতকৈ লঘু। কোনো ব্যঞ্জনৰ শেষত যোগ হলে তাক দ্বিত্বৰ তুল্য উচ্চাৰণ কৰায়। যথা অন্বয় ইত্যাদি।

শ ষ স ইহঁত কোনো আখৰে সৈতে যোগ হলে কোমল ছকাৰৰ তুল্য উচ্চাৰিত হয়। যথা অৱশ্য, ঈশ্বৰ, আশ্ৰয়, মসৃণ বৃষ্টি, ইত্যাদি।

কোনো বিদেশীয় শব্দৰ লগত ইহঁতক কোমল ছকাৰৰ তুল্য উচ্চাৰণ কৰিব লাগে। যথা সাহেবে, শিবাষ্টপল, কৰিয়া ইত্যাদি।

হ যকাৰ যোগে হকাৰ আগত থকা জ্যৰ নিচিনা হয়। যথা গ্ৰাহ্য, সহ্য ইত্যাদি।

পাঁচ বৰ্গৰ শেষ বৰ্ণ পাঁচোটাত বাঝে অন্যবিলাক বৰ্ণৰ প্ৰথমটোত হকাৰ যোগ কৰিলে দ্বিতীয়টোৰ উচ্চাৰণ পোয়া যায়। যথা কহ খ ইত্যাদি।

## বৰ্ণমিলন।

স্বৰ আৰু ব্যঞ্জনৰ যোগ হব লাগিলে ৯ ঐ ভিন্ন অন্য স্বৰ ৰূপান্তৰ হয়, অকাৰ অদৃশ্য হয়। ৰূপান্তৰ, যথা, অ আ ই ঈ উ ঊ ঋ ৠ এ ঐ ও ঔ অং অঃ। া ি ী ু ূ ৃ ে ো ৌ ং ঃ

যোগ যথা।

| ক্ | অ | ক | ক্ | ৠ | কৄ |
|---|---|---|---|---|---|
| ক্ | আ | কা | ক্ | এ | কে |
| *ক্ | ই | কি | ক্ | ঐ | কৈ |
| ক্ | ঈ | কী | ক্ | ও | কো |

| | | | | | |
|---|---|---|---|---|---|
| “ | খ | স্খ | হ্ | ম | হ্ম |
| দ্ | গ | দ্গ | ক্ | ষ | ক্ষ |
| “ | ঘ | দ্ঘ | জ | ঞ | জ্ঞ |
| ব্ | ঞ | ঞ্চ | ত ৰ্ | উ | ক্ৰ |
| হ্ | ন | হ্ন | “ | “ ঊ | ক্ৰা |

ইত্যাদি।

এই চিন আখৰৰ ওপৰত স্থাপিত হৈ তাক নাকে উচ্চাৰণ কৰায়। ইয়াকে চন্দ্ৰবিন্দু বোলে। যথা বাঁহ, হাঁহ, ডাঁহ ইত্যাদি।

এই চিন আখৰৰ তলত স্থিত হৈ আখৰক স্বৰ হীন ব্যঞ্জন বুঝায়, ইয়াকে হলান্ত চিন বোলে। যথা কত্, কাব্ ইত্যাদি।

## অথ ণত্ববিধি।

১। ৰ ষ এবং ঋ ৠ ইহঁতৰ পিছত নৰ ঠাইত ণ হয়, আৰু কবৰ্গ, পবৰ্গ এবং হ য ব এই সকল বৰ্ণে মাব্যত ব্যবধান কৰিলেও হয়। যথা কৃষাণ, বৰ্ণ, হৰণ, কৰণ, কাৰণ ইত্যাদি। ব্যবধান হলে যেণে, ক্ষেপন, দৰ্পণ, কাৰ্যাপণ, গ্ৰহণ, কৃপণ, প্ৰধাণ, নাৰায়ণ, পৰায়ণ ইত্যাদি।

২। কদাচিত সমাস হোয়া দুই পদৰ পূৰ্ব্ব পদত পূৰ্ব্বোক্ত কাৰণ থাকিলে, পৰপদৰ ণত্ব হয়; যথা প্ৰক্ষৰণ, অন্তৰ্বৰ্ণ, ইক্ষুবণ,কদাচিত নহয়। যথা, দেবদাৰুবন, বিদাৰীবন ইত্যাদি।

৩। ন টবৰ্গীয় বৰ্ণে সৈতে যোগ হলে, ণ হয়, যথা, কন্টক, পিণ্ড, শণ্ড ইত্যাদি।

৪। গকাৰৰ পাচত ব্যবধান নে থাকিলে, ণত্ব হয়। যথা, গণ, গণিত, বিগুণ, গগণ ইত্যাদি।

কাৰণ বিণা স্বভাবিক ণ। যথা, অণু, কণা, কাণ, পণ, কঙ্কণ, কোণ, কণ, নিপুণ, লাবণ্য, শোণ, মণি, পাণি, ঘুণ, কৰ্ণা, ফেণ, লবণ, বেণু, শোণিত, শণ, চিক্কণ, আপণ, ফণী, বেগী, কল্যাণ, বাণ, বিপণি, অঙ্গণ, তৃণ, বাণী, বণি-, কূণপ, পণ্য, পুণ্য, শাণ, বণিকী, ইত্যাদি।

সংস্কৃত ভিন্ন অসমীয়া ভাষাৰ কথাত এই ণৰ প্ৰায় ব্যবহাৰ নাই। কদাচিত আছে, যথা, মৰাণ, ইত্যাদি।

### শত্ব বিধি।

১। চ, ছ ই সৈতে কেবল শকাৰ যোগ হয়। যথা, নিশ্চয়, পশ্চাত, শিৰশ্চেদ ইত্যাদি।

এতদ্ভিন্ন নিয়মাতিৰিক্ত শকাৰ। যথা, শক্তি, শঙ্কা, শঙ্কৰ, শব, শিবা, শৰ, শশী, শৰ্ম্মা, শৰীৰ, শলা, শিখা, শোভা, শীল, শশধৰ, শশাঙ্ক, ক্ৰমশঃ, তাদৃশ, সদৃশ ইত্যাদি।

### ষত্ব বিধি।

টবৰ্গে আৰু ঋকাৰ সৈতে কেবল ষকাৰৰ যোগ হয়। যথা, দুষ্ট, স্পষ্ট, ভ্ৰষ্ট, নিষ্ঠ, ষষ্ঠ, উষ্ণ, ইত্যাদি।

---

যদিও ইহঁতক চিহ্ন প্ৰকৰণত দিয়া উচিত আছিল, তথাপি ইহঁত অক্ষৰ তুল্য হেতু বৰ্ণবিন্যাস প্ৰকৰণত দিয়া গল।

২। ক খ, প ফ, ম ইত্যাদি বৰ্ণ পৰসন্তা হলে, ইবৰ্ণ, উবৰ্ণৰ পৰৱৰ্ত্তী দন্ত্য স মূৰ্দ্ধন্য ষ হয়। যথা, নিষ্কৰ, পৰিষ্কাৰ, নিষ্পাপ, নিষ্ফল, দুষ্কল, উষ্ণ, মূষ্মদ, ভীষ্ম, গ্ৰীষ্ম।

৩। উপসৰ্গ আৰু ধাতুৰ ইবৰ্ণাদিৰ পৰ ধাতু সম্বন্ধীয় দন্ত্য স প্ৰায় ষ হয়, কৃচিত নহয়। যথা, নিষেধ, পোষ, অভিষেক, প্ৰতিষেধ, বিষাদ, বিষুৱ, বিষাণ, সুষুপ্তি, ৰোষ, তোষ, অভিসঙ্গ, ইত্যাদি।

এতদ্ভিন্ন নিয়মাতিৰিক্ত মূৰ্দ্ধন্য ষকাৰ। যথা, ষট্‌পদ, ষড়ানন, ষড়বিধ, ষণ্ড, ষোড়শ, ষষ্ঠী, ইত্যাদি।

## সত্ব বিধি।

১। ক, খ, ত, থ, ন, প, ফ, ম ইত্যাদি বৰ্ণৰ যোগত দন্ত্য স হয়। যথা, বয়স্ক, স্খলিত, অস্ত, বস্ত্ৰ, প্ৰস্থ, স্থান, প্ৰস্থান, স্নান, বাস্প, স্ফটিক, ভস্ম, অস্মদীয়, তস্কৰ ইত্যাদি।

২। উপসৰ্গৰ "সং" আৰু "সু" সদায় দন্ত্য সকাৰ থাকিব। যথা, সংযোগ, সংলগ্ন, সংক্ৰান্ত, সম্বন্ধ, সম্বৎসৰ, সম্ভোগ, সংজ্ঞা, সংখ্যা। সুধাৰা, সুনীতি, সুজন, সুগম, সুসাধ্য, সুদৃশ্য, সুকাৰ্য্য, সুশীল, ইত্যাদি।

অনিয়মিত সকাৰ।

সাৰ সেবা, সূৰ্য্য, সূত্ৰ, সূচনা, সূচী, সোম, সলিল, সখা, সভা, সেনা, সাহস, সৰ্ব্ব, বাস, সৰস, সৰ্প, সব্য, সৰোজ, সহায়, সহজ, সাধু, সহস্ৰ, সোপান, সম ইত্যাদি।

অসমীয়া ভাষা সংস্কৃত মূলিকা, অতএব যি সংস্কৃত শব্দ বিকৃতি হৈ অসমীয়া ভাষাত ব্যৱহাৰ হৈছে, তাৰো পূৰ্ব্বৰ সংস্কৃত শব্দৰ যি আখৰ আছিল বিকৃতি হলেও সেই এই থাকিব। অতএব সংস্কৃত যা ধাতুৰ পৰা অসমীয়া ভাষাৰ যাওঁ, যাম প্ৰভৃতি যে, ক্ৰিয়া উৎপন্ন হৈছে, তাকো আমি অন্তস্থ যকাৰেৰে লিখিব লাগে। সেই দৰেই সংস্কৃত যদ শব্দৰ পৰা হোৱা ভাষাৰ যি, যাৰ, প্ৰভৃতিকো লিখিব লাগে। তদ্ৰূপ সংস্কৃতৰ ঈয় প্ৰত্যয়ৰ বিকৃতি ভাষাৰ ঈয়াও দীৰ্ঘ ঈকাৰেৰে লিখিব লাগে; এই দৰেই বুঝিব। অসমীয়া ভাষাৰ শত্ব ণত্বাদিৰ বিশেষ বিধি দিয়া কঠিন, কেৱল অভিধান আৰু অভ্যাসৰ দ্বাৰাহে তাক জানিব পাৰি, কাৰণ তদ্বিষয়ত ক্ষান্ত পালোঁ।

ইয়াত বাঝে চ ছ জ ঝ য এবং ই বৰ্ণ উবৰ্ণাদি ভেদৰ বিশেষ কোনো বিধি দিব নোয়াৰি, অতএব তাৰ জ্ঞানে কেৱল অভ্যাস আৰু অভিধানৰ ওপৰতহে নিৰ্ভৰ কৰে।

জাতাৰ্থক জ এই জ। যথা, পঙ্কজ ইত্যাদি। স্ত্ৰীলিঙ্গ বাচক ঈ আৰু ঊ দীৰ্ঘ। যথা, সুন্দৰী ইত্যাদি।

## বৰ্ণ সংজ্ঞা।

১। বৰ্ণমালাৰ অ অবধি ঔ পৰ্য্যন্ত ১৪ অক্ষৰৰ স্বৰ সংজ্ঞা হয়। ২। স্বৰ সংজ্ঞাৰ ভিতৰৰ অকে আদি কৰি ঐকে অন্ত কৰি বৰ্ণ সকলৰ স্বজাতীয় ২। ২ বৰ্ণক সৱৰ্ণ বোলে। যথা অআ, আঅ, অঅ, তথা ই ঈ, উ ঊ, ঋ ৠ, ঌ ৡ।। ৩। স্বৰ সংজ্ঞাৰ অ ই উ ঋ ঌ এই কেইটি বৰ্ণক হ্ৰস্ব অন্য বৰ্ণক দীৰ্ঘ বোলে। ৪। ইকাৰকে আদি কৰি ঐকাৰ পৰ্য্যন্ত বৰ্ণটিইতক ইক আৰু ঔকাৰ পৰ্য্যন্ত বৰ্ণটিইতক নামি বোলে। ৫। হ্ৰস্ব স্বৰটিইতৰ পিছত বৰ্ণ শব্দ যোগ কৰিলে স্ব জাতীয় হ্ৰস্ব দীৰ্ঘ দুইকো বুঝায়। যথা অবৰ্ণ অৰ্থাৎ অকাৰ আকাৰ ইত্যাদি। ৬। ইবৰ্ণৰ ঠাইত এ, উবৰ্ণৰ ঠাইত ও, ঋবৰ্ণৰ ঠাইত অৰ, ঌবৰ্ণৰ ঠাইত যে, হয় অল, তাকে গুণ বোলে। ৭। অবৰ্ণৰ ঠাইত আ, ইবৰ্ণৰ ঠাইত ঐ, উবৰ্ণৰ ঠাইত ঔ, ঋবৰ্ণৰ ঠাইত আৰ, ঌবৰ্ণৰ ঠাইত হোৱা আল, ইয়াকে বৃদ্ধি বোলে। ৮। একাৰাদি চাৰি বৰ্ণক এচ বোলে।

---

ইয়াত কেৱল সংস্কৃত ধাতু মাত্ৰ গ্ৰহণ কৰা গৈছে, ভাষাৰ ধাতু নহয়।

৯। কআদি হ পৰ্য্যন্ত আখৰটিইতক ব্যঞ্জন বোলে। ১০। ব্যঞ্জনৰ ভিতৰৰ ককেআদিকৰি ম পৰ্য্যন্ত ২৫টি বৰ্ণ ৫টিকে একত্ৰ হৈ, কবৰ্গ, চবৰ্গ, টবৰ্গ, তবৰ্গ, পবৰ্গ এই পাঁচ বৰ্গ সংজ্ঞা হয়। ১১। ক চ ট ত প, খ ছ ঠ থ ফ, শ ষ স ইইঁতৰ আঘোষ, অন্য বৰ্ণৰ ঘোষ সংজ্ঞা হয়।। অং অঃ অৰ্থাত অনুস্বাৰ বিসৰ্গ এই চ বৰ্ণৰ ভাষাত বিশেষ উক্তিৰ প্ৰয়োজন নাই, কাৰণ বিশেষকৈ লিখা নগল। ক্ষটো সংযোগী ক য ৰ যোগত হয়, এই কাৰণ সিও ব্যঞ্জন। ১২। শব্দ আৰু ধাও স্ব ২ বিভক্তিএ সৈতে যোগ হলে তাকে পদ বোলে। যথা মানুহে, কৰিলে। ১৩ গাণ অৰ্থাত পদ্যাদিত, আহ্বান অৰ্থাত কোনো ব্যক্তিক সম্বোধন কৰাত আৰু ক্ৰন্দন অৰ্থাত কন্দাত যি স্বৰ উঠে তাক প্লুত বোলা যায়। আৰু প্লুত স্বৰ হ্ৰস্ব হলেও দীৰ্ঘ ৰূপে উচ্চাৰিত হয়।

## সন্ধি প্ৰকৰণ।

সন্ধি অৰ্থাত দুই পদৰ যোগ। যদিও অসমীয়া ভাষাত প্ৰায় সন্ধি নাই; তথাপি তাৰ লগত চলিত থকা সংস্কৃত কথা বুঝিবলৈ সন্ধি জানিব লাগে, এই নিমিত্তে প্ৰচলিত সন্ধি কিছুমান লিখা গল। তাতে পৰস্পৰ দুই পদৰ যোগত যি প্ৰকাৰ অক্ষৰ বিকৃতি হয়, তাক বিশেষ সূত্ৰৰ দ্বাৰা নিৰ্দ্দেশ কৰা হৈছে।

### স্বৰ সন্ধি।

#### ১ সন্ধি।

আগৰ স্বৰ পিছৰ সবৰ্ণ স্বৰে সৈতে এটা হৈ দীৰ্ঘ হয়। যথা দণ্ড অগ্ৰ দণ্ডাগ্ৰ, ক্ষুধা আৰ্ত্ত ক্ষুধাৰ্ত্ত। গৌৰী ঈশ গৌৰীশ; ভানু উত্তাপ ভানূত্তাপ। পিতৃ ঋণ পিতৄণ ইত্যাদি।

#### ২ সূত্ৰ।

আগত অ বৰ্ণ থাকিলে ইকৰ ঠাইত গুণ হয়, আৰু পূৰ্ব্ব স্বৰ লোপ হয়। যথা পৰম ঈশ্বৰ পৰমেশ্বৰ; পুৰুষ উত্তম পুৰুষোত্তম। ষষ্ঠ ঋত্ত ষষ্ঠৰ্ত্ত; পৰম ঋত পৰমৰ্ত্ত; মহা ঋষি মহৰ্ষি ইত্যাদি।

#### ৩ সূত্ৰ।

পূৰ্ব্বতঅবৰ্ণ থাকিলে এচৰ ঠাইত বৃদ্ধি আৰু পূৰ্ব্ব স্বৰ লোপ হয়। যথা মহা ঐশ্বৰ্য্য মহৈশ্বৰ্য্য; মহা ওষধি মহৌষধি; মহা ওতো মহৌতো; তব ওষ্ঠ তবৌষ্ঠ ইত্যাদি।

#### ৪ সূত্ৰ।

তৃতীয়ান্ত পদেৰে সমাস হোয়া ঋত শব্দৰ ঠাইত বৃদ্ধি হয়; অবৰ্ণৰ পিছত। যথা (ক্ষুধাৰে ঋত এনে অৰ্থত সমাস হৈ) ক্ষুধা ঋত ক্ষুধাৰ্ত্ত। শীত ঋত শীতাৰ্ত্ত; শোক ঋত শোকাৰ্ত্ত।

#### ৫ সূত্ৰ।

ঔকাৰৰ ঠাইত আব হয়, স্বৰ পৰসত্তা হলে। যথা নৌ ইক নাবিক ইত্যাদি।

#### ৬ সূত্ৰ।

স্বৰ পৰসত্তা হলে, ওকাৰৰ স্থানত অব হয়। যথা গো ঈশ গবীশ ইত্যাদি।

---

ষষ্ঠৰ্ত্ত পৰমাৰ্ত্ত ইত্যাদিত পাচত লিখা ১৩ সূত্ৰ দ্বাৰা ব প্ৰভৃতি ত প্ৰভৃতিএ সৈতে যোগ হল।

**৭ সূত্ৰ।**

অসবৰ্ণ স্বৰ পাচত থাকিলে ইবৰ্ণৰ ঠাইত য, উ বৰ্ণৰ ঠাইত ব, ঋৰ ঠাইত ৰ, ৯বৰ্ণৰ ঠাইত ল হয়। যথা ভূমি আদি ভূম্যাদি। বহু আসী বহ্বাসী। পিতৃ আলয় পিত্ৰালয়; ইতি আদি ইত্যাদি।

**৮ সূত্ৰ।**

প্ৰশব্দৰ পিছত উঢ শব্দৰ আৰু অক্ষ শব্দৰ পিছত উহিনী শব্দৰ উকাৰৰ বৃদ্ধি হয়। যথা প্ৰউঢা প্ৰৌঢা; অক্ষ উহিনী অক্ষৌহিনী।

**৯ সূত্ৰ।**

সমাসত অকাৰৰ পিছত ওষ্ঠ শব্দৰ ওকাৰৰ বিকল্পে বৃদ্ধি হয়। যথা বিম্ব ওষ্ঠ বিম্বৌষ্ঠ; বিম্বোষ্ঠ সমাস নহলে, নিত্যে হয়। যথা ভব ওষ্ঠ তবৌষ্ঠ ইতি।

**১০ সূত্ৰ।**

এষ, এষ্য শব্দ পৰসত্তা হলে, বিকল্পে প্ৰশব্দৰ অকাৰ লোপ হয়। যথা প্ৰ এষ, প্ৰেষ, প্ৰৈষঃ প্ৰ এষ্য প্ৰেষ্য, পৈষ্য ইতি।

**১১ সূত্ৰ।**

সমাস হলে, ওষ্ঠ, ওতো শব্দৰ পূৰ্ব্ব বৰ্ত্তী অবৰ্ণ লোপ হয়; বিকল্পে। দন্ত, ওষ্ঠ, দন্তোষ্ঠ; মহা ওতো মহোতো ইত্যাদি। বিকল্পে দন্তৌষ্ঠ, মহৌত্ত। ইয়াত ৯ সূত্ৰৰ দ্বাৰা বৃদ্ধি হল।

**১২ সূত্ৰ।**

একাৰান্ত, ওকাৰান্ত শব্দৰ পিছত অকাৰ লোপ হয়। যথা, তে অমি তেমি; পটো অৰ্পয় পটোৰ্পয় ইত্যাদি।

**১৩ সূত্ৰ।**

পূৰ্ব্বৰ ব্যঞ্জন আখৰ পিছৰ স্বৰযুক্ত আখৰ কিম্বা শুদা স্বৰে সৈতেই যুক্ত হয়। সম্ পত্তি সম্পত্তি ইতি।

**১৪ সূত্ৰ।**

ল আৰু চ এবং ট বৰ্গৰ পূৰ্ব্ববৰ্ত্তী ত, দ ৰ ঠাইত সেই ল আৰু চ বৰ্গ, ট বৰ্গ হয়। টথা শৰত চন্দ্ৰ শৰচ্চন্দ্ৰ; জগত জন জগজ্জন, সত জন সজ্জন; বৃহত চক্কা বৃহচ্চক্কা; তত লিপি তল্লিপি ইত্যাদি।

**১৫ সূত্ৰ।**

স্বৰ আৰু ঘোষ পৰসত্তা হলে, ক চ ট ত প ইইঁতৰ ঠাইত ক্ৰমে গ জ ড দ ব হয়। যথা, তত অনন্তৰ, তদনন্তৰ; তত আদি, তদাদি। বাক ঈশ, বাগীশ; দিক অধিপতি, দিগধিপতি। ষট ঋণ্ড, ষট আনন, ষডানন ইত্যাদি।

**১৬ সূত্ৰ।**

ঙ ঞ ণ ন ম এই অক্ষৰ পৰসত্তা হলে, ক চ ট ত প ইইঁতৰ ঠাইত ক্ৰমে সেই ঙ ঞ ণ ন ম হয়, বিকল্পে। যথা, জগত নাথ, জগন্নাথ; চিত ময়, চিন্ময়। বাক ময়, বাঙ্ময়; বাক নিস্পত্তি, বাঙ্নিস্পত্তি ইত্যাদি।

**১৭ সূত্ৰ।**

যকাৰৰ পিছত, তৰ ঠাইত ট; থৰ ঠাইত ঠ হয়। যথা, চতুষ তয়, চতুষ্টয়। ষষ থ, ষষ্ঠ ইত্যাদি।

---

সমাস প্ৰকৰণত তৃতীয়া তৎপুৰুষ সমাস চোৱা। সমাস প্ৰকৰণত বিশেষ বুজিবা। ইয়াত ১১ সূত্ৰ দ্বাৰা অকাৰ লোপ হল। ইয়াত ১৫ সূত্ৰ দ্বাৰা আগে ত ৰ ঠাইত দ হল।

## অনুস্বাৰ ও বিসৰ্গ সন্ধি।

### ১৮ সূত্ৰ।

পাচত যি বৰ্গৰ বৰ্ণ থাকে, অনুস্বাৰৰ ঠাইত সেই বৰ্গৰ শেষ বৰ্ণ হয়। যথা, কিং তু, কিন্তু; সং চয়, সঞ্চয় ইত্যাদি।

### ১৯ সূত্ৰ।

চ, ছ, ট, ঠ, ত, থ, পৰসত্তা হলে, বিসৰ্গৰ ঠাইত ক্ৰমে শ, ষ, স হয়। যথা, নিঃ চন্দ্ৰ, নিশ্চন্দ্ৰ; নিঃ চয় নিশ্চয়। নিঃ ছল, নিশ্ছল। ধনুঃ টঙ্কাৰ, ধনুষ্টঙ্কাৰ; শ্ৰেষ্ঠঃ ঠকাৰ, শ্ৰেষ্ঠষ্ঠকাৰ। মনঃ তথা, মনস্তথা; উচ্চৈঃ থ, উচ্চৈস্থ ইত্যাদি।

### ২০ সূত্ৰ।

ক খ প ফ পৰবৰ্ত্তী হলে, বিসৰ্গৰ ঠাইত বিকল্পে স হয়; আৰু অৱৰ্ণ ভিন্ন অন্য স্বৰৰ পিছত সেই সৰ ঠাইত ষ হয়। যথা, পুৰঃ কাৰ, পুৰস্কাৰ; অন্তঃ কৰণ, অন্তস্কৰণ; মনঃ খেদ, মনস্খেদ; দুঃ খ, দুখ। নিঃ পদ্ম, নিষ্পদ; নিঃ পাপ, নিষ্পাপ; অধঃ পতন, অধস্পতন; বৰঃ ফেন্দ, বৰস্ফেন্দ। বিকল্পে অন্তঃ কৰণ, মনঃ খেদ দুঃখ ইত্যাদি।

### ২১ সূত্ৰ।

শ, ষ, স, পৰসত্তা হলে বিসৰ্গৰ ঠাইত ক্ৰমে শ, ষ, স, হয়, বিকল্পে। যথা, মনঃ শান্তি, মনশশান্তি; পুৰঃ সৰঃ, পুৰসসৰঃ; বা মনঃশান্তি; পুৰঃসৰঃ ইত্যাদি।

### ২২ সূত্ৰ।

অকাৰৰ পৰবৰ্ত্তী বিসৰ্গৰ ঠাইত উকাৰ হয়। অকাৰ আৰু ঘোষে নিমিত্তে। যথা, বয়ঃ অধিক, বয়োধিক; তেজঃ ময়, তেজোময়; অধঃ গতি, অধোগতি। শিৰঃ ভূষণ, শিৰোভূষণ ইত্যাদি।

### ২৩ সূত্ৰ।

স্বৰ এবং ঘোষ পৰসত্তা হলে, নামিৰ পাচত থকা বিসৰ্গৰ ঠাইত ৰ হয়। যথা, বহিঃ অঙ্গ, বহিৰঙ্গ; বহিঃ গত, বহিৰ্গত। কদাচিত নামিভিন্ন স্বৰৰ পিছতো হয়। যথা, পুনঃ জন্ম, পুনৰ্জ্জন্ম; অন্তঃ অঙ্গ, অন্তৰঙ্গ ইত্যাদি।

### ২৪ সূত্ৰ।

অক্ষ, অন্য শব্দ পৰসত্তা হলে, পৰ অন্য শব্দত ও যোগ হয়। যথা, অন্য অন্য, অন্যোন্য; পৰ অক্ষ, পৰোক্ষ ইতি।

### ২৫ সূত্ৰ।

পৰশব্দৰ পিছত, পৰশব্দৰ আগ হৈ, স আগম হয়। যথা, পৰ পৰ, পৰস্পৰ ইতি।

### ২৬ সূত্ৰ।

প্ৰিসোদৰকে আদি কৰি, কিছুমান শব্দৰ নিপাতনত বৰ্ণৰ বিকাৰ আৰু নাশ, এবং বৰ্ণৰ আগম হৈ পদ সিদ্ধি হয়। যথা, প্ৰিসত উদৰ, প্ৰিলোদৰ; হিল, সিংহ; মুক্তি দ, মুকুন্দ। মাকৰ, গো বিদ, গোবিন্দ; ইত্যাদি।

ওপৰত কোৱা সূত্ৰেৰে সিদ্ধি নো হোৱা পদ পালে, এই প্ৰিসোদৰাদি নিপাতন বুলি জানিব।

ইয়াত বাঝে বিলম্বোচ্চাৰণ এবং সম্বোধনাদিৰ নিমিত্তে প্ৰাপ্ত সন্ধিৰো অভাব হয়, কিন্তু তাৰ ভাষাত অপ্ৰয়োজন হেতু, নি লিখিলোঁ।

সন্ধি প্ৰকৰণং সম্পূৰ্ণং।

---

## অথ শব্দবৃত্তি প্ৰকৰণৰ আৰম্ভ।

### শব্দবৃত্তি অৰ্থাত শব্দৰ বিৱৰণ, ব্যুতপত্তি, সাধনাদি।

### অত্ৰ শব্দ নিৰ্ণয়।

শব্দ চাৰি প্ৰকাৰ। জাতিবাচক, অৰ্থাত সাধাৰণ সংজ্ঞা, গুণবাচক, ক্ৰিয়াবাচক, সৰ্ব্বনাম। জাতিবাচকে কোনোএক জাতি, বা সাধাৰণ বস্তু বুঝায়। যথা, মানুহ, গৰু, বৃক্ষ, জল, বায়ু, আকাশ ইত্যাদি।

গুণবাচক। যিবোৰ কোনো দ্ৰব্যৰ গুণ দেখায়। যথা, বগা, কলা, নীল, ভাল, বেয়া, উত্তম, অধম। ক্ৰিয়াবাচক। যিবোৰ (ধাতুৰ পিছত কৃত প্ৰত্যয় হৈ,) ধাতুৰ অৰ্থ অথবা অন্য কোনো বস্তুক বুঝায়। যথা, কৰা, খোৱা, লিখা, পঢ়া, কৰোঁতা, খাওঁতা, বিচনি, লৰনি। সৰ্ব্বনাম। যি অন্য কোনো শব্দৰ পৰিবৰ্ত্তে ব্যবহাৰ হয়। যথা, যুষ্মদ, অস্মদ; যদ, তদ প্ৰভৃতি।

ইয়াৰে জাতিবাচক শব্দ বিশেষ্য ও গুণবাচক প্ৰায় বিশেষণ, কৃচিত বিশেষ্য, এবং ক্ৰিয়াবাচক আৰু সৰ্ব্বনাম শব্দ প্ৰায় বিশেষ্য, বিশেষণ উভয় ৰূপে ব্যবহাৰ হয়। ইতি।

ইয়াত বাঝে কোনো মানুহৰ, বা স্থানাদিৰ নাম বুঝোৱা যি শব্দ, তাক বিশেষ সংজ্ঞা বোলে। সি সদায় বিশেষ্য হৈ ব্যবহাৰ হয়।

শব্দ সাধন।

শব্দৰ পিছত কৰ্ত্তাদি কাৰক বোধকাৰ্থে, ই-কে আদি কৰি সাত বিভক্তি হয়; এই বিভক্তিৰ নাম সীপ। যথা, ই, ক্, ৰে, লৈ, পৰা, ৰ্, ত্।

ক্ৰম যথা।

| একবচন। | বহুবচন। |
|---|---|
| প্ৰথমা, ই,<br>দ্বিতীয়া, ক্,<br>তৃতীয়া, ৰে,<br>চতুৰ্থী, লৈ,<br>পঞ্চমী, পৰা,<br>ষষ্ঠী, ৰ্,<br>সপ্তমী, ত্, | বহুবচনত বিভক্তিৰ অন্য ৰূপ ন হয়, কেৱল যুষ্মদ, অস্মদ শব্দত বাঝে, অন্য শব্দৰ পিছত এক বাচনৰ বিভক্তিৰ পূৰ্ব্ব হৈ সম্ভ্ৰমাৰ্থত সকল, বিলাক, তুচ্ছাৰ্থত বোৰ হঁত ইত্যাদি শব্দৰ যোগ হব ইতি। |

### ১ সূত্ৰ।

সৰ্ব্বনাম ভিন্ন অন্য শব্দৰ পিছত ই বিভক্তিৰ গুণ হয়। যথা, মানুহে কৰিলে, গৰুএ খালে, মানুহবিলাকে কৰিলে, গৰুবোৰে খালে ইত্যাদি।

### ২ সূত্ৰ।

অৱণান্ত শব্দৰ পিছত ই আৰু ৰে বিভক্তিএ স্বীয় ৰূপ পৰিত্যাগ ন কৰে। যথা, লতাই, লতাৰে; গাধই, গাধৰে, ইত্যাদি।

---

ইয়াত বাঝে অনুকাৰ শব্দ, উপসৰ্গ, অনুৰাগ শব্দ, আৰু অব্যয় শব্দ, এই চাৰি প্ৰকাৰ শব্দ আছে, ইয়াৰ বিৱৰণ পাচত লিখা হৈছে।

সংস্কৃত অকাৰান্ত শব্দৰ পিছত ই বিভক্তিৰ গুণো হয়। যথা, কৃষ্ণই বা কৃষ্ণে।

কদাচিত ত বিভক্তিৰ ঠাইত এ বা তে হয়। যথা, পাচতে বা পাচে, পাচত।

### ৩ সূত্ৰ।

ক্, লৈ, পৰা, ত্, বিভক্তিএ নিমিত্তে আপন শব্দ ভিন্ন অন্য ব্যঞ্জনান্ত শব্দ অকাৰান্ত হয়। যথা, মানুহক দে, ঘৰলৈ নে, ঘৰৰ পৰা, ঘৰত, বহুবচনত মানুহবিলাকেৰে ইত্যাদি।

### ৪ সূত্ৰ।

ৰে বিভক্তি পৰসন্তা হলে, ব্যঞ্জনান্ত শব্দৰ পৰবৰ্ণত একাৰ যোগ হয়। যথা, হাতেৰে ধৰ, কুঠাৰেৰে কাট, ইত্যাদি।

### ৫ সূত্ৰ।

অৱৰ্ণ ভিন্ন অন্য স্বৰান্ত শব্দৰ পিছত, ৰে বিভক্তিএ নিমিত্তে এ আগম হয়, বিকল্পে। যথা, কটাৰিএৰে, বা কটাৰিৰে।

### ৬ সূত্ৰ।

সকলো শব্দৰ পিছত পৰা বিভক্তিৰ পূৰ্ব্ব হৈ, ব্যঞ্জন ৰ্ আগম হয়। যথা, হাবিৰ পৰা, মানুহৰ পৰা ইত্যাদি।

## শব্দ ৰূপ।

### ব্যঞ্জনান্ত শব্দৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | মানুহে, | মানুহবিলাকে, |
| দ্বিতীয়া | মানুহক, | মানুহবিলাকক, |
| তৃতীয়া | মানুহেৰে, | মানুহবিলাকেৰে, |
| চতুৰ্থী | মানুহলৈ, | মানুহবিলাকলৈ, |
| পঞ্চমী | মানুহৰ পৰা, | মানুহবিলাকৰ পৰা, |
| ষষ্ঠী | মানুহৰ, | মানুহবিলাকৰ, |
| সপ্তমী | মানুহত, | মানুহবিলাকত, |

## অবৰ্ণান্ত শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | গাধই, লতাই, | গাধবোৰে, লতাবোৰে, |
| দ্বিতীয়া | গাধক, লতাক, | গাধবোৰক, লতাবোৰক, |
| তৃতীয়া | গাধৰে, লতাৰে, | গাধবোৰেৰে, লতাবোৰেৰে, |
| চতুৰ্থী | গাধলৈ, লতালৈ, | গাধবোৰলৈ, লতাবোৰলৈ, |
| পঞ্চমী | গাধৰ পৰা, লতাৰ পৰা, | গাধবোৰৰ পৰা, লতাবোৰৰ পৰা, |
| ষষ্ঠী | গাধৰ, লতাৰ, | গাধবোৰৰ, লতাবোৰৰ, |

---

বোৰ আদি কথাৰ যোগত এই ৰূপেই হব।

এই দৰেই বিলাক প্ৰভৃতিও যোগ হয়।

দীৰ্ঘ ঈকাৰান্ত শব্দবো হ্ৰস্ব ইকাৰান্তৰ দৰেই সিদ্ধি হব, এই কাৰণ তাক বিশেষকৈ লিখা নে যায়।

ইয়াত হাতিয়ে, মাখিয়ে, এনেও হয়।

| | | |
|---|---|---|
| সপ্তমী | গাধত, লতাত, | গাধবোৰত, লতাবোৰত। |

### ইবৰ্ণান্তৰ শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | হাতিএ, | হাতিবিলাকে, |
| দ্বিতীয়া | হাতিক, | হাতিবিলাকক, |
| তৃতীয়া | হাতিৰে, হাতিএৰে, | হাতিবিলাকেৰে, |
| চতুৰ্থী | হাতিলৈ, | হাতিবিলাকলৈ, |
| পঞ্চমী | হাতিৰ পৰা, | হাতিবিলাকৰ পৰা, |
| ষষ্ঠী | হাতিৰ, | হাতিবিলাকৰ, |
| সপ্তমী | হাতিত, | হাতিবিলাকত, |

### উবৰ্ণান্ত শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | গৰুএ, | গৰুবোৰে, |
| দ্বিতীয়া | গৰুক, | গৰুবোৰক, |
| তৃতীয়া | গৰুৰে, গৰুএৰে, | গৰুবোৰেৰে, |
| চতুৰ্থী | গৰুলৈ, | গৰুবোৰলৈ, |
| পঞ্চমী | গৰুৰ পৰা, | গৰুবোৰৰ পৰা, |
| ষষ্ঠী | গৰুৰ, | গৰুবোৰৰ, |
| সপ্তমী | গৰুত, | গৰুবোৰত, |

### ঐকাৰান্ত শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | গগৈএ, | গগৈহঁতে, |
| দ্বিতীয়া | গগৈক, | গগৈহঁতক, |
| তৃতীয়া | গগৈৰে,গগৈএৰে, | গগৈহঁতেৰে, |
| চতুৰ্থী | গগৈলৈ, | গগৈহঁতলৈ, |
| পঞ্চমী | গগৈৰ পৰা, | গগৈহঁতৰ পৰা, |
| ষষ্ঠী | গগৈৰ, | গগৈহঁতৰ, |
| সপ্তমী | গগৈত, | গগৈহঁতত, |

### ওকাৰান্ত শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | বলোএ, | বলোহঁতে, |
| দ্বিতীয়া | বলোক, | বলোহঁতক, |

---

হঁত শব্দ প্ৰায় নীচ মানুহৰ প্ৰতিহে ব্যৱহাৰ হয়। এবং সৰ্ব্বনাম আৰু মানুহৰ নামত বাজে অন্য শব্দৰ পিছত প্ৰায় ব্যৱহাৰ নহয়।

| | | |
|---|---|---|
| তৃতীয়া | বলোৰে, বলোএৰে, বলোএৰে, | বলোইঁতেৰে, |
| চতুৰ্থী | বলোলৈ, | বলোইঁতলৈ, |
| পঞ্চমী | বলোৰ পৰা, | বলোইঁতৰ পৰা, |
| ষষ্ঠী | বলোৰ, | বলোইঁতৰ, |
| সপ্তমী | বলোত, | বলোইঁতত, |

ঔকাৰান্ত শব্দ ৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | কপৌএ, | কপৌবিলাকে, |
| দ্বিতীয়া | কপৌক, | কপৌবিলাকক, |
| তৃতীয়া | কপৌএৰে, | কপৌবিলাকেৰে, |
| চতুৰ্থী | কপৌলৈ, | কপৌবিলাকলৈ, |
| একবচন। | | বহুবচন। |
| পঞ্চমী | কপৌৰ পৰা, | কপৌবিলাকৰ পৰা, |
| ষষ্ঠী | কপৌৰ, | কপৌবিলাকৰ, |
| সপ্তমী | কপৌত, | কপৌবিলাকত, |

ঋবৰ্ণান্ত শব্দ ইকাৰান্ত শব্দৰ তুল্য। ঌকাৰান্ত শব্দ ভাষাত নাই, হলেও সেই ৰূপেই হব। একাৰান্ত শব্দও ভাষাত নাই, এই কাৰণ লিখা ন হল। অনুস্বাৰান্ত শব্দ সকলো বিভক্তিত ঈকাৰান্ত হয়। যথা, চকল চকলঙ্গত, চকলঙ্গলৈ ইত্যাদি।

৭ সূত্ৰ।

গমন, শয়ন, বিদ্যমানাদি অৰ্থাত সকলো শব্দৰ পিছত ই বিভক্তি লোপ হয়। যথা, ৰামকৃষ্ণ গৈছে, হলীৰাম আছে, দেৱদত্ত শুইছে, বিষ্ণু মিত্ৰ হয়।

৮ সূত্ৰ।

অকল শব্দৰ পিছত ই বিভক্তিৰ ঠাইত ঐ হয়। যথা, অকলৈ কৰিলোঁ।

৯ সূত্ৰ।

দেখা, শূনা, কৰা, খোয়া, মতা, বন্ধা, অনা, ধৰা ইত্যাদ্যৰ্থক ধাতুৰ প্ৰয়োগত দেৱতা আৰু মানুহৰ নাম বুঝোয়া শব্দত বাঝে আন শব্দৰ পিছত ক্ বিভক্তি লোপ হয়। যথা, কথা শুন, কাম কৰ, ভাত খা, মানুহ মাত, চৰাই ধৰ, বস্তু আন ইত্যাদি।

১০ সূত্ৰ।

দিন শব্দৰ পিছত কদাচিত ত্ বিভক্তিত আ হয়; আজি, কালি, পশুই, এনে কথাৰ পিছত ত বিভক্তি লোপ হয়। যথা, অমুক দিনা আহিলোঁ, আজি খালোঁ, কালি কৰিলোঁ, ৰাতি শুলোঁ।

১১ সূত্ৰ।

আগত সমূহ বুঝোয়া কথা থাকিলে, শব্দৰ বহুবচন নহয়। যথা, সকলো লোকে, সকলো লোকবিলাকে এনে নহয়।

১২ সূত্ৰ।

সংখ্যাবাচক শব্দ সদায় বিশেষণ ৰূপে ব্যৱহাৰ হয়, এই কাৰণ তাৰ বহুবচন ন হয়। যথা, দুইলৈ, তিনিৰ পৰা। দুইবোৰ এনে নহয়। কিন্তু দুটা মানুহলৈ, তিনটা হাতিৰ পৰা, এনে হলে হয়।

১৩ সূত্ৰ।

সংখ্যাবাচক শব্দ আগত থকা শব্দৰ বহুবচন ন হয়। যথা, দহোটা মানুহ, একুৰি গৰু গৰুবোৰ এনে নহয়।

১৪ সূত্ৰ।

সম্বোধন অৰ্থাত মতা অৰ্থাত শব্দৰ আগত হে, হেৰা, ওচ্চাৰ্থত হেৰ, ঐ, অ ইত্যাদি কথাৰ প্ৰয়োগ হয়।

সম্বোধনত সদায় প্ৰথমা হয়, আৰু বিভক্তি লোপ হয়। যথা, হে জগদীশ্বৰ, হেৰা দেও, হেৰ মানুহটো ইত্যাদি।

১৫ সূত্ৰ।

সম্বোধনত সংস্কৃত শব্দৰ ইকাৰ আৰু উকাৰৰ গুণ হয়। ঈকাৰ হ্ৰস্ব হয়, আকাৰত একাৰ হয়। ঋকাৰত অঃ হয়। যথা, হে হৰে! হে প্ৰভো! হে সুন্দৰি! হে কন্যা!

---

# সৰ্ব্বনামশব্দ।

যি শব্দ অন্য কোনো শব্দৰ সলনি ব্যৱহাৰ হয়, তাকে সৰ্ব্বনাম বোলে। যথা, মানুহৰ জ্ঞান আছে, এই কাৰণ সিহঁতে ঈশ্বৰক জানিব পাৰে। সেই সৰ্ব্বনামেই দুই প্ৰকাৰ সংখ্যাবাচক আৰু ব্যক্তিবাচক।

সংখ্যাবাচক।

যিবিলাকে সংখ্যা বোধ কৰায়, তাকে সংখ্যাবাচক সৰ্ব্বনাম বোলে। যথা, এক, দুই, তিনি। তদ্ধিত প্ৰত্যয়ান্ত, দ্বিতীয়, তৃতীয় প্ৰভৃতি।

ব্যক্তিবাচক।

যি কোনো এটা মানুহ, নাইবা বস্তুৰ নামৰ পৰিবৰ্ত্তে ব্যৱহাৰ হয়, তাকে ব্যক্তিবাচক সৰ্ব্বনাম বোলা হয়। যথা, যুষ্মদ, অস্মদ, যদ, তদ, এতদ, কিম, আপন।

১৬ সূত্ৰ।

যুষ্মদ, অস্মদ, যদ, তদ, এতদ, কিম, এই ছয় শব্দৰ ঠাইত ই বিভক্তিএ নিমিত্তে ক্ৰমে তই, মই, যি, সি, ই, কোন এই ৰূপ আদেশ হয়।

১৭ সূত্ৰ।

অন্য বিভক্তিএ নিমিত্তে তো, মো, যা, তা, ইয়া, কা, এই ৰূপ হয়।

১৮ সূত্ৰ।

সম্ভ্ৰমাৰ্থত অস্মদ শব্দৰ ঠাইত ই বিভক্তিএ নিমিত্তে তুমি, অন্য বিভক্তিএ নিমিত্তে তোমা, এই প্ৰকাৰ হয়।

১৯ সূত্ৰ।

সকলো বিভক্তিত সম্ভ্ৰমাৰ্থত তদ আৰু এতদ শব্দৰ ঠাইত তেওঁ, এওঁ, এই ৰূপ হয়।

---

সংখ্যাবাচক সৰ্ব্বনাম শব্দৰ অন্য শব্দৰ তুল্যকৈ পদ সিদ্ধি হব। ব্যক্তি বাচক সৰ্ব্বনামৰ মাত্ৰ বিধান কৰা গল ইতি।

২০ সূত্ৰ।

কোনো ভিন্ন অন্য পদৰ পিছত এক বচনৰ ই বিভক্তি লোপ হয়। আৰু কোন শব্দৰ পিছত গুণ হয়।

২১ সূত্ৰ।

অস্মদ শব্দৰ প্ৰথমাৰ বহুবচনত আমি অন্যত আমা এই ৰূপ হয়।

২২ সূত্ৰ।

সম্ভ্ৰমাৰ্থত অস্মদ শব্দৰ বহুবচনৰ সকলো বিভক্তিত তোমালোক বা তোমালোক, ওচ্ছাৰ্থত তহঁত এনে হয়।

২৩ সূত্ৰ।

যদ আদি শব্দৰ বহুবচনত একবচনৰ তুল্য ৰূপহে হঁত আদি শব্দৰ যোগ হব।

---

# ক্ৰম যথা,

| | ই বিভক্তি। | | অন্য বিভক্তি। | |
|---|---|---|---|---|
| শব্দ | সম্ভ্ৰমাৰ্থ | ওচ্ছাৰ্থ | সম্ভ্ৰমাৰ্থ | ওচ্ছাৰ্থ |
| যুষ্মদ | তুমি | তই | তোমা | তো |
| অস্মদ | মই | মই | মো | মো |
| যদ | যি | যি | যা | যা |
| তদ | তেওঁ | সি | তেওঁ | তা |
| এতদ | এওঁ | ই | এওঁ | ইয়া |
| কিম | কোন | কোন | কা | কা |

# শব্দ ৰূপ।

যস্মদ শব্দ ৰূপ সম্ভ্ৰামাৰ্থত।

| একবচন। | | | বহুবচন। |
|---|---|---|---|
| প্ৰথমা | তুমি, | তোমালোকে, বা | তোমালোকে |
| দ্বিতীয়া | তোমাক, | তোমালোকক | ,, |
| তৃতীয়া | তোমাৰে, | তোমালোকেৰে | ,, |
| চতুৰ্থী | তোমালৈ, | তোমালোকলৈ | ,, |
| পঞ্চমী | তোমাৰ পৰা, | তোমালোকৰ পৰা | ,, |
| ষষ্ঠী | তোমাৰ, | তোমালোকৰ | ,, |
| সপ্তমী | তোমাত, | তোমালোকত | ,, |

## ওচ্ছাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | তই, | তইঁতে |
| দ্বিতীয়া | তোক, | তইঁতক |
| তৃতীয়া | তোৰে, | তইঁতেৰে |
| চতুৰ্থী | তোলৈ, | তইঁতলৈ |
| পঞ্চমী | তোৰ পৰা, | তইঁতৰ পৰা |
| ষষ্ঠী | তোৰ, | তইঁতৰ |
| সপ্তমী | তোত, | তইঁতত |

## অস্মদ শব্দৰূপ উভয়াৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | মই, | আমি |
| দ্বিতীয়া | মোক, | আমাক |
| তৃতীয়া | মোৰে, | আমাৰে |
| চতুৰ্থী | মোলৈ, | আমালৈ |
| পঞ্চমী | মোৰ পৰা, | আমাৰ পৰা |
| ষষ্ঠী | মোৰ, | আমাৰ |
| সপ্তমী | মোত, | আমাত |

## যদ শব্দৰূপ উভয়াৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথম | যি, | যিবোৰে, বা যিবিলাকে |
| দ্বিতীয়া | যাক, | যিবোৰক ,, |
| তৃতীয়া | যাৰে, | যিবোৰেৰে ,, |
| চতুৰ্থী | যালৈ, | যিবোৰলৈ ,, |
| পঞ্চমী | যাৰ পৰা, | যিবোৰৰ পৰা ,, |
| ষষ্ঠী | যাৰ, | যিবোৰৰ ,, |
| সপ্তমী | যাত, | যিবোৰত ,, |

## তদ শব্দৰূপ সম্ভ্ৰমাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | তেওঁ, | তেওঁবিলাকে |
| দ্বিতীয়া | তেওঁক, | তেওঁবিলাকক |
| তৃতীয়া | তেওঁৰে, | তেওঁবিলাকেৰে |

ভাইও এনেকৈ কোনোএ বোলে।

| | | |
|---|---|---|
| চতুৰ্থী | তেওঁলৈ, | তেওঁবিলাকৰ পৰা |
| ষষ্ঠী | তেওঁৰ, | তেওঁবিলাকৰ |
| সপ্তমী | তেওঁত, | তেওঁবিলাকত |

তদ শব্দৰূপ ওচ্ছাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | সি, | সিহঁতে বা সিবিলাকে |
| দ্বিতীয়া | তাক, | সিহঁতক ,, |
| তৃতীয়া | তাৰে, | সিহঁতেৰে ,, |
| চতুৰ্থী | তালৈ, | সিহঁতলৈ ,, |
| পঞ্চমী | তাৰ পৰা, | সিহঁতৰ পৰা ,, |
| ষষ্ঠী | তাৰ, | সিহঁতৰ ,, |
| সপ্তমী | তাত, | সিহঁতত ,, |

## এতদ শব্দৰূপ সম্ভ্ৰমাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | এওঁ, | এওঁবিলাকে |
| দ্বিতীয়া | এওঁক, | এওঁবিলাকক |
| তৃতীয়া | এওঁৰে, | এওঁবিলাকেৰে |
| চতুৰ্থী | এওঁলৈ, | এওঁবিলাকলৈ |
| পঞ্চমী | এওঁ ৰ পৰা, | এওঁবিলাকৰ পৰা |
| ষষ্ঠী | এওঁৰ, | এওঁবিলাকৰ |
| সপ্তমী | এওঁত, | এওঁবিলাকত |

## ওচ্ছাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | ই, | ইহঁতে, ইবিলাকে |
| দ্বিতীয়া | ইয়াক, | ইহঁতক ,, |
| তৃতীয়া | ইয়াৰে, | ইহঁতেৰে ,, |
| চতুৰ্থী | ইয়ালৈ, | ইহঁতলৈ ,, |
| পঞ্চমী | এওঁৰ পৰা, | এওঁবিলাকৰ পৰা |
| ষষ্ঠী | এওঁৰ, | এওঁবিলাকৰ |
| সপ্তমী | এওঁত, | এওঁবিলাকত |

## ওচ্ছাৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | ই, | ইহঁতে, ইবিলাকে |

| | | |
|---|---|---|
| দ্বিতীয়া | ইয়াক, | ইহঁতক ,, |
| তৃতীয়া | ইয়াৰে, | ইহঁতেৰে ,, |
| চতুৰ্থী | ইয়ালৈ, | ইহঁতৰ পৰা ,, |
| পঞ্চমী | ইয়াৰ পৰা, | ইহঁতৰ পৰা ,, |
| ষষ্ঠী | ইয়াৰ, | ইহঁতৰ ,, |
| সপ্তমী | ইয়াত, | ইহঁতত ,, |

## কিমশব্দৰূপ উভয়াৰ্থত।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | কোনে, | কোনবোৰে বা বিলাকে |
| দ্বিতীয়া | কাক, | কোনবোৰক ,, |
| তৃতীয়া | কাৰে, | কোনবোৰেৰে ,, |
| চতুৰ্থী | কালৈ, | কোনবোৰলৈ ,, |
| পঞ্চমী | কাৰ পৰা, | কোনবোৰৰ পৰা ,, |
| ষষ্ঠী | কাৰ, | কোনবোৰৰ ,, |
| সপ্তমী | কাত, | কোনবোৰত ,, |

### ২৫ সূত্ৰ।

স্ত্ৰী লিঙ্গত ওচ্ছাৰ্থত তদ, এতদ শব্দৰ ঠাইত তাই, এই এই ৰূপ আদেশ হয়; এক বচনৰ ই বিভক্তি লোপ হয়।

# ৰূপ যথা।

### এতদ শব্দ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | এই, | এইহঁতে |
| দ্বিতীয়া | এইক, | এইহঁতক |
| তৃতীয়া | এইৰে, | এইহঁতেৰে |
| চতুৰ্থী | এইলৈ, | এইহঁতলৈ |
| পঞ্চমী | এইৰ পৰা, | এইহঁতৰ পৰা |
| ষষ্ঠী | এইৰ, | এইহঁতৰ |
| সপ্তমী | এইত, | এইহঁতত |

### তদ শব্দৰূপ।

| | | |
|---|---|---|
| প্ৰথমা | তাই, | তাইহঁতে |

সম্ভ্ৰমাৰ্থত পুংলিঙ্গৰ তুল্য হব।

ইয়াত সদায় হঁত এ, কথাবেহে যোগ হব।

| | | |
|---|---|---|
| দ্বিতীয়া | তাইক, | তাইহঁতক |
| তৃতীয়া | তাইৰে, | তাইহঁতেৰে |
| চতুৰ্থী | তাইলৈ, | তাইহঁতলৈ |
| পঞ্চমী | তাইৰ পৰা, | তাইহঁতৰ পৰা |
| ষষ্ঠী | তাইৰ, | তাইহঁতৰ |
| সপ্তমী | তাইত, | তাইহঁতত |

২৬ সূত্ৰ

ই বিভক্তিএ নিমিত্তে আপোন শব্দৰ পৰ ওকাৰত উকাৰ হয়। যথা, আপুনিও

২৭ সূত্ৰ।

অন্য বিভক্তিএ নিমিত্তে আপোনা এই ৰূপ হয় যথা, আপোনালৈ।

আপোন শব্দৰূপ।

| একবচন। | | বহুবচন। |
|---|---|---|
| প্ৰথমা | আপুনি, | আপোনা সকলে, বা বিলাকে |
| দ্বিতীয়া | আপোনাক, | আপোনা সকলক ,, |
| তৃতীয়া | আপোনাৰে, | আপোনা সকলেৰে ,, |
| চতুৰ্থী | আপোনালৈ, | আপোনা সকললৈ ,, |
| পঞ্চমী | আপোনাৰ পৰা, | আপোনা সকললৈ ,, |
| ষষ্ঠী | আপোনাৰ, | আপোনা সকলৰ ,, |
| সপ্তমী | আপোনাত, | আপোনা সকলত ,, |

বিশেষণ সৰ্ব্বনাম।

স্থানাদি বুঝাবৰ নিমিত্তে, নাইবা অন্য শব্দে সৈতে বিশেষণ ৰূপে যোগ হলে, সৰ্ব্বনাম শব্দৰ অন্য ৰূপ হয়। তেতিয়া তাইঁতক বিশেষণ সৰ্ব্বনাম বোলা যায়।

একবচনত ই বিভক্তিএ নিমিত্তে বহুবচনৰ সকলো বিভক্তিত কিম, এতদ, তদ, আৰু যদ, শব্দৰ ঠাইত ক্ৰমে কি, এই, সেই, যেই, এই ৰূপ আদেশ হয়। এবং একবচনত সিহঁত সদায় অন্য এটা শব্দৰ পূৰ্ব্ববৰ্ত্তী হৈ থাকে। বহুবচনত হলে, অকলৈও থাকে। যথা, কি কাৰণ, এইহেতু, সেই পুথিএ, সেই সকল, এই বিলাক, ইত্যাদি, সেইবিলাক বস্তু, ইত্যাদি।

১। কদাচিত একবচনতো অকলৈ থাকে। যথা, সেইএ খালে, স্মৰ্থাত সেই মানুহে খালে।

২। বহুবচনান্ত শব্দে সৈতে যোগ হলে, একবচনান্ত হয়। এক বচনান্ত শব্দে সৈতে যোগ হলে, বহুবচনান্ত হয়। যথা, সেই মানুহবিলাকে, এই লোক সকলে, সেই সকল লোকে, এইবিলাক মানুহে ইত্যাদি।

---

স্বৰ সন্ধিৰ শেষ সূত্ৰ দ্বাৰা নত ইকাৰ যোগ হল।

আপোন শব্দ সম্ভ্ৰমাৰ্থত যুষ্মদ বাচাত প্ৰয়োগ হয়, আৰু স্বয়ং অৰ্থতো প্ৰয়োগ হয়।

প্ৰশ্নাৰ্থত কিম শব্দৰ ঠাইত কেবল কিও হয়; যথা, কি? অথবা কি নিমিত্তে বা কি হল ইত্যাদি।

ই বিভক্তি সেই শব্দে সৈতে যোগ হয়।

নিমিত্তাৰ্থত কিম শব্দৰ ঠাইত কেলেই এই ৰূপ হয়। কেলেই অৰ্থাত কি নিমিত্তে।

২৯ সূত্ৰ।

যদ ও কিম শব্দৰ ঠাইত যিহ, কিহ, হয়। একবচনত। যথা, কিহে, কিহক, যিহলৈ, যিহৰ পৰা, ইত্যাদি।

৩০ সূত্ৰ।

স্থান বুঝাবৰ নিমিত্তে কিম, যদ, তদ, এতদ, শব্দৰ ঠাইত ক, য, ত, ইয়া, এই প্ৰকাৰ হয়, একবচনত তৃতীয়াদি বিভক্তিএ নিমিত্তে। যথা, কোন স্থানেৰে এই অৰ্থত কৰে, কোন স্থানলৈ, কলৈ, যি স্থানৰ, যৰ, সেই স্থানৰ পৰা, তৰ পৰা, সেই স্থানত, তত্ ইত্যাদি।

৩১ সূত্ৰ।

সহ শব্দৰ যোগত তই, মই ইত্যাদি পদ তইএ, মইএ, বা তয়ে, ময়ে, এনে হয়, যথা, তইএ সৈতে, মইএ সৈতে, সিএ সৈতে ইত্যাদি।

৩২ সূত্ৰ।

কিম, যদ, তদ, এতদ শব্দৰ ঠাইত প্ৰকাৰাৰ্থত কেনে, যেনে, তেনে, এনে, এই ৰূপ আদেশ হয়। যথা, কি প্ৰকাৰ, এই অৰ্থত কেনে, যিপ্ৰকাৰ, এই অৰ্থত যেনে, সেই প্ৰকাৰ, এই অৰ্থত তেনে।

৩৩ সূত্ৰ।

কিম ও তদ শব্দৰ পিছত কাল বুঝাবলৈ কাহানি, তাহানি, এই ৰূপ হয়। যথা, কোন দিনা, এই অৰ্থত, কাহানি আহিলা, কাহানিৰ পৰা ইত্যাদি।

৩৪ সূত্ৰ।

কিম, যত, তদ, এতদ শব্দৰ ঠাইত ক্ৰমে কেতিয়া, যেতিয়া, তেতিয়া, এতিয়া, এই ৰূপ হয়, কাল বাচ্যত। যথা, কোন কালত, এই অৰ্থত কেতিয়া, যি কালত এই অৰ্থত যেতিয়া, সেই কালৰ পৰা, এই অৰ্থত তেতিয়াৰ পৰা ইত্যাদি।

৩৫ সূত্ৰ।

কিম শব্দৰ ঠাইত, কিয় হয়; কাৰণ সোধা, অৰ্থত যথা, কি কাৰণ, এই অৰ্থত কিয়।

৩৬ সূত্ৰ।

আপোন আৰু আদৰণীয় ব্যক্তিৰ এক মাত্ৰতো বহুবচন হয়। যথা, মোৰ ঘৰ, এই অৰ্থত আমাৰ ঘৰ, আপোনা সকলৰ বাৰী।

## অথ উপসৰ্গ।

উপসৰ্গ, যি ধাতু অথবা বিশেষণ পদৰ পূৰ্বত থাকি, তাৰ অৰ্থৰ বিচিত্ৰতা কৰে; তাৰ সংখ্যা এক বিংশতি। প্ৰ, পৰা, অপ, সং, নি, অব, অনু, নিৰ, দুৰ, বি, অধি, সু, উত্, পৰি, প্ৰতি, অভি, অপি, অতি, উপ, আ। ইতি ২১।

উপসৰ্গ ঘটিত শব্দ।

সংস্থান, অনুষ্ঠান, বিশেষ, উৎপাত, নিনাদ, নিৰ্ণয়, অধিকাৰ, পৰিষ্কাৰ, প্ৰতিজ্ঞা, সুস্থ, দুৰ্ভাগ্য, অৱস্থা,

---

তদ শব্দৰ হলে, তাৰ, তাত, তালৈ ইত্যাদিও ব্যৱহাৰ হয়।

ইহঁত যেতিয়া শব্দৰ বিভক্তি যুক্ত হয়, তেতিয়া কাৰক আৰু যেতিয়া কোনো বিভক্তিৰে যোগ নো হোৱাকৈ ক্ৰিয়াৰ আগত থাকে, তেতিয়া ক্ৰিয়া বিশেষণ হয়। আজি, কালি, পৰুই আদি শব্দো সেই ৰূপেই হয়।

ইতিহাস, অপবাদ, অভিমান, অতিক্রম, অপিধান, আভান, অতিসুন্দৰ।

কেতিয়াবা দুই তিনি উপসৰ্গো এক পদৰ পূৰ্ব্ববৰ্ত্তী হয়। যথা, সমভিব্যাহাৰ।

অথ অব্যয় শব্দ।

যিবিলাক শব্দ কোনো বিভক্তিএ সৈতে যোগ নহয়, আৰু যাৰ লিঙ্গ সংখ্যাও নাই, সদায় কেবল স্বৰূপ মাত্ৰ থাকে, সেইবিলাককে অব্যয় শব্দ বোলা যায়।

সেই অব্যয় শব্দেই যোজক, পাৰ্থক্য সূচক, সন্দেহ সূচক, হেতু বোধক, আক্ষেপ সূচক ৰূপে বিভিন্ন হয়।

ত্ৰত যোজক।

যোজক, অৰ্থাত যি বাক্যান্তৰ্গত হৈ পদ সকলৰ পৰস্পৰ সমন্ধৰ তুল্যত্ব বোধ কৰায়। যথা, এবং, ও, আৰু, যথা, তথা, যে, যেন, তেহে, সহ, সৈতে, তেন্তে ইত্যাদি।

উদাহৰণ। তুমি আৰু তেওঁ বুদ্ধিমান, এবং পণ্ডিত ইত্যাদি।

পাৰ্থক্য সূচক।

পাৰ্থক্য সূচক, অথচ্ছাত যি পদান্তৰ্গত হৈ অৰ্থৰ সঙ্কোচ, কিম্বা বিভিন্ন বুঝায়। যথা, কিম্বা, অথবা, বা, নতুবা, নাইবা, নানা।

উদাহৰণ। সিএই, কিম্বা, মইএই যাম, নাইবা মানুহ পঠাম।

সন্দেহ সূচক।

সন্দেহ সূচক, অৰ্থাত যি বাক্যগত হৈ, তাৰ অৰ্থৰ সংশয় বোধ কৰায়। যথা, যদি, যদ্যপি, কদাচিত, কচ্ছিত, কিন্তু, বৰং।

উদাহৰণ। যদি তুমি গল্পা হেঁতেন, তেন্তে এনে ন হলহেঁতেন। মূৰ্খ হোয়াতকৈ, বৰং মৰাই ভাল। মই বুলিলোঁ, কিন্তু তেওঁহে ন বুলিব।

হেতুবোধক।

হেতুবোধক, অৰ্থাত্ যি স্ব সমন্ধীয় বাক্যৰ কোনো কাৰণ, বা বিশেষ কোনো বিষয় নিৰ্দ্দেশ কৰে। যথা, কাৰণ, বা বিশেষ কোনো বিষয় নিৰ্দ্দেশ কৰে। যথা, ইতি, কাৰণ, তন্নিমিত্তে, যিহেত্ত, অতএব, কিয়নো, তদপি, তথাপি, তত্ৰাপি, তেও, সেই হেতু, এইকাৰণ, ইত্যাদি।

উদাহৰণ। মই তেওঁক সদুপদেশ দিলোঁ, কাৰণ তেওঁ মোৰ বন্ধু; সেই নিমিত্তে তেওঁও মোৰ প্ৰতি কৃতজ্ঞ হল। এতএব আমি তেওঁক প্ৰসংশা কৰিব লাগে ইত্যাদি।

আক্ষেপ সূচক।

আক্ষেপ সূচক, অৰ্থাত যি বাক্যৰ মধ্যত থাকি মনৰ কোনো দুঃখ বেজাৰ, নাইবা আশ্চৰ্য্য ভাব আদিকে প্ৰকাশ কৰে। যথা, আহা! হায় ২! উ! আঃ! ইঃ! ঔ আই! ছিঃ. ছিছি ইত্যাদি।

উদাহৰণ। হায় ২! ঈশ্বৰে এনে দশা কৰিলে। আহা! কি আশ্চৰ্য্য ইত্যাদি।

অনুকাৰ শব্দ।

অনুকাৰ শব্দ, অৰ্থাত কোনো পশু পক্ষ্যাদিৰ স্বৰ, অথবা বাদ্যযন্ত্ৰোচ্ছাৰিত ধ্বনি, নাইবা কোনো স্থানত আঘাতাদি জনিত শব্দক যেতিয়া মানুহে মুখেৰে তুল্য ৰূপে উক্ত কৰে, তাকে অনুকাৰ শব্দ বোলে। যথা, হুৰ ২,

---

ইয়াৰে পৰা ক্ৰিয়াও হয়। যথা, ২ হুৰ চ ইয়াৰ ক্ৰিয়া, হুৰ হুৰাইছে, হুৰ হুৰইছোঁ, ইত্যাদি, অৰ্থাত সেই ধ্বনি কৰিছোঁ। সেই ক্ৰিয়াৰ পৰা কৃদন্ত শব্দ হয়। যথা, হুৰ হুৰনি, গিৰ গিৰনি ইত্যাদি, অৰ্থাত হুৰ ২ গিৰ ২ কৰা শব্দ মাত্ৰ।

খল ২, গিৰ ২, মট ২, খট ২, টংটং, কাকা ইত্যাদি।

অনুৰূপ শব্দ।

যি শব্দক কোনো বস্তুৰ আকৃতি বা পৰিমাণ বুজাবৰ নিমিত্তে আন এটা শব্দৰ পাচত ব্যৱহাৰ কৰা যায়, তাকে অনুৰূপ শব্দ বোলা যায়। অনুৰূপ শব্দ পৃথক ৰূপে নে থাকি, আন এটা শব্দে সৈতে যোগ হৈ সিএ সৈতে এটা শব্দ হয়। আৰু এই শব্দ ইকাৰান্ত হলে, বস্তুক প্ৰিয়, সৰু বা প্ৰশস্ত বুঝায়। যথা, টো, টি; খান, খনি; গছ, গছি; ডাল, ডালি; গাল; গালি ইত্যাদি।

উদাহৰণ। মহটো, হাতিটো, শিকিটি, বন্ধুটি, চোৰালীটি, থালখান, কাপৰখানি ইত্যাদি।

ই সৰ্ব্বনাম আৰু সংখ্যা বাচক শব্দে সৈতেও যোগ হয়। যথা এটা; দুটা; এই খান, সি গাল ইত্যাদি। তদ্ধিত প্ৰকৰণ চোৱা।

উপশব্দ।

যি শব্দক কোনো এক বস্তুৰ তুল্য কোনো বস্তু বুঝাবৰ নিমিত্তে ব্যৱহাৰ কৰা যায়, তাকে উপশব্দ বোলা যায়। ই যি শব্দৰ পিছত ব্যৱহাৰ হয়, তাৰে সৈতে এক কাৰক হয়। মাছ টাছ, ভাত চাত, গছ টছ, বন চন ইত্যাদি।

সামান্য কথোপকথনত ক্ৰিয়াৰ পিছতো উপক্ৰিয়া ব্যৱহাৰ হয়। যথা, খাই চাই, কৰি চৰি ইত্যাদি।

---

অথ লিঙ্গ কথন।

শব্দৰ তিনি লিঙ্গ আছে, স্ত্ৰীলিঙ্গ, পুল্লিঙ্গ, ক্লীবলিঙ্গ।

পুল্লিঙ্গ, অৰ্থাত যি শব্দৰ পুৰুষত্ব বুঝায়; যথা, সিংহ, মানুহ, গৰু, ব্যাঘ্ৰ ইত্যাদি।

স্ত্ৰীলিঙ্গ, যি স্ত্ৰীত্ব বুঝায়। যথা, সিংহী, সিংহিনী; ব্যাঘ্ৰী, বাঘিনী।

ক্লীব লিঙ্গ তাকে বোলে; যি স্ত্ৰীলিঙ্গ, পুল্লিঙ্গৰ বাঝ; যথা, শাস্ত্ৰ, বস্ত্ৰ, পত্ৰ ইত্যাদি।

জাতি বাচক শব্দে স্ত্ৰী পুৰুষত্বক বিশেষকৈ নকৈ, কেৱল জাতি মাত্ৰক কৈ থাকিলে, শব্দ পুল্লিঙ্গ হব। যথা, যি মানু: ··াৰে, সি জাবন আশা ত্যাগ কৰোক, গৰুএ ঘাঁহ খায়।

ইয়াত গৰু, মানুহ শব্দে কি স্ত্ৰী, কি পুৰুষ, সকলোকে বুঝাইছে, তেওঁ সিহঁত পুল্লিঙ্গ হল। কাৰণ তিৰোতা মতা বিশেষকৈ নকৈ, কেৱল মানুহ গৰুৰ জাতি মাত্ৰক কোৱা অৰ্থ হল।

অসমীয়া ভাষাৰ লগত সংস্কৃত শব্দ প্ৰচলিত থকা হেতু, প্ৰথমতঃ সংস্কৃত ভাষাৰ স্ত্ৰীত্ব নিৰ্দ্দেশ কৰা গল।

আকাৰান্ত, অথবা ঈকাৰান্ত সংস্কৃত শব্দ প্ৰায় স্ত্ৰী লিঙ্গ। যথা, বিদ্যা, দেৱী, লতা, বীণা, নিশা, লজ্জা, নদী। আন, অথবা অস, ভাগান্ত যিবিলাক শব্দ আকাৰান্ত হয়, সিহঁত হলে, পুল্লিঙ্গ। যথা, ৰাজা, বেধা। এক স্বৰান্ত ঈ, কিম্বা উকাৰান্ত শব্দ স্ত্ৰী লিঙ্গ; যথা, ভী ভ্ৰূ।

স্ত্ৰীৰ নাম বুঝোৱা কোনো শব্দৰ অন্য লিঙ্গ হলেও অসমীয়া ভাষাত তাৰ নিমিত্তে ব্যৱহাৰ হোৱা সৰ্ব্বনাম শব্দৰ স্ত্ৰী লিঙ্গ হব।

---

ইয়াত সংস্কৃত ভাষাৰ ৰীত্যনুসাৰে ইএ নিমিত্তে ন লোপ হল। তদ্ধিত প্ৰকৰণৰ ৩ সূত্ৰ চোৱা।

স্ব সন্ধিৰ প্ৰথম সূত্ৰৰ কাৰ্য্য হল।

ৰ সূত্ৰেৰে যি সিদ্ধি নহয়, সি এই সূত্ৰৰ অন্তৰ্গত।

১ সূত্ৰ।

জাতি বাচক ও গুণ বাচক শব্দৰ পিছত স্ত্ৰীত্ব বোধকাৰ্থে ঈ হয়। যথা, ব্ৰাহ্মণী: শুদ্ৰ, শুদ্ৰী; ব্যাঘ্ৰ, বাঘ্ৰী; ময়ুৰ, ময়ুৰী; সিংহ, সিংহী; দায়ন, দায়িনী, সুন্দৰ, সুন্দৰী; নদ, নদী; ভগৱন্ত, ভগৱতী।

২ সূত্ৰ।

ব্ৰহ্মা, ৰুদ্ৰ, শক্ৰ, মৃড়, ইন্দ্ৰ, [illegible] ইত্যাদি শব্দৰ পিছত আনী হয়। যথা, ব্ৰহ্মা ব্ৰহ্মানী; ৰুদ্ৰ, ৰুদ্ৰানী, শক্ৰ শক্ৰানী; ইত্যাদি।

৩ সূত্ৰ।

আচাৰ্য্য, মাতুলাদি শব্দৰ পিছত ঈ আৰু আনী হয়। যথা, আচাৰ্য্যানী, আচাৰ্য্যী; মাতুলানী, মাতুলী; শুদ্ৰানী, শুদ্ৰী।

৪ সূত্ৰ।

অজাদি অকাৰান্ত শব্দবিলাক, স্ত্ৰীলিঙ্গ বোধকাৰ্থে আকাৰান্ত হয়। আৰু অক ভাগ অন্তত থকা শব্দবিলাকৰ, ক-ৰ পূৰ্ব্ববৰ্ত্তী অক্ষৰত ই যোগ হয়। যথা, অজ, অজা, ভদ্ৰ, ভদ্ৰা; উত্তম, উত্তমা; নায়ক, নায়িকা; দায়ক, দায়িকা; বালক, বালিকা। কোমল, কোমলা; সৰ্ব্ব, সৰ্ব্বা। সৰ্ব্বানীও হব।

কিছুমান শব্দ নিত্য স্ত্ৰী লিঙ্গ, অৰ্থাত সিহঁতৰ অন্য লিঙ্গ নাই, সদায় স্ত্ৰীত্ব মাত্ৰক কয়। যথা, গঙ্গা; যমুনা, ভাৰ্য্যা, কন্যা, লতা। বুদ্ধি, মতি, স্ত্ৰী, লক্ষ্মী, হ্ৰী, জনতা, শক্তি হানি ইত্যাদি।

কিছুমান শব্দ নিত্য পুল্লিঙ্গ; অৰ্থাত সিহঁতৰ অন্য লিঙ্গ নাই। যথা, পুৰুষ স্বামী, ব্ৰহ্মপুত্ৰ, বৰ উত্যাদি।

কিছুমান শব্দ নিত্য ক্লীব লিঙ্গ। মানস অৰ্থাত মন, কুল, দ্বাৰ, খনিএ।

কিছুমান শব্দৰ স্ত্ৰী, এবং পুং উভয় লিঙ্গ। বৰ্ণক, ষষ্ঠী, সাটা।

কিছুমান শব্দ পুল্লিঙ্গ এবং ক্লীব লিঙ্গ। যথা, গৃহ, ধৰ্ম্ম, দিবস।

কিছুমান শব্দ স্ত্ৰী, পুং এবং ক্লীব, এই তিনিও লিঙ্গ। যথা, পাত্ৰ, পথ, দাড়িম্ব।

অসমীয়া ভাষাৰ স্ত্ৰীত্ব কথন।

৫ সূত্ৰ।

কলিতা আদি আকাৰান্ত শব্দৰ পিছত স্ত্ৰী লিঙ্গত নী হয়। যথা, কলিতা, কলিতানী, মৰিয়া, মৰিয়ানী, গৰিয়া, গৰিয়ানী, বৰিয়া, বৰিয়ানী।

৬ সূত্ৰ।

বিৰলাদি ব্যঞ্জনান্ত শব্দত বাঝে অন্য ব্যঞ্জনান্ত শব্দৰ পিছত অনী হয়। যথা, কেওট, কেওটনী, বঙ্গাল, বঙ্গালনী, কুমাৰ, কুমাৰনী, নাপিত, নাপিতনী, মৰাণ, মৰাণনী, মান, মাননী ইত্যাদি।

৭ সূত্ৰ।

নাতি প্ৰভৃতি ইকাৰান্ত শব্দৰ পিছত নী আৰু গোহাঁই আদি শব্দৰ পিছত অনী হয়, আৰু ইকাৰাদি স্বৰ অন্তত থকা আখৰৰ পিছত আৰ ঠাইত য় হয়। নাতি, নাতিনী, হাৰি, হাৰিনী, গোহাঁই, গোহাঁয়নী ঘৰগিৰিয়নী, ভৰালী, ভৰালিয়নী।

---

অকলৈ থকা ইবৰ্ণ উবৰ্ণৰ পিছত অবৰ্ণ থাকিলে, সেই ইবৰ্ণ উবৰ্ণৰ ঠাইত ব্যঞ্জন য্ আৰু ব্ হয়।

পুং দীৰ্ঘ ঈকাৰান্ত শব্দৰ ঈ হ্ৰস্ব হয়।

৮ সূত্ৰ।

উকাৰাদি স্বৰ অন্তত থকা শব্দৰ পিচত য়নী হয়। বন্ধু, বন্ধুয়নী, হিন্দু, হিন্দুয়নী, গগৈ, গগৈয়নী, বাঢ়ৈ, বাঢ়ৈয়নী।

৯ সূত্ৰ।

বাঘআদি শব্দৰ পিছত নী হয়, নী হলে অন্ত্যাক্ষৰত ই যোগ হয়। যথা, বাঘ, বাঘিনী, সিংহ, সিংহিনী, হাঁহ, হাঁহিনী ইত্যাদি।

১০ সূত্ৰ।

গোসাঁই শব্দৰ পিছত নী হলে, অন্ত্য ই লোপ হয়। যথা, গোসাঁই, গোসাঁনী।

মিতা শব্দৰ পিছত নী হলে, তাৰ আকাৰত ইকাৰ হয়। মিতা, মিতিনী।

১১ সূত্ৰ।

বিৰাল শব্দৰ পিছত ঈ হয়, ইএ নিমিত্তে ৰাৰ আকাৰ হ্ৰস্ব (অকাৰ) হয় বিকল্পে। যথা, বিৰাল, বিৰালী, বিৰলী।

১২ সূত্ৰ।

ঘোঁষা আদি শব্দৰ পিছত ঈ আৰু অনী হয়, ঈ হলে ঘোঁৰা শব্দৰ আকাৰ লোপ হয়, অনী হলে আকাৰত উকাৰ হয়, আৰু অনীৰ অ লোপ হয়, উভয় প্ৰত্যয়ে নিমিত্তে ওকাৰ উকাৰ হয়। ঘোঁৰা, ঘুৰি, ঘুৰুনী, শিয়াল, শিয়ালনী, শিয়ালী, কুকুৰী কুকুৰনী।

১৩ সূত্ৰ।

কোঁচ আদি শব্দৰ পিছত নী হলে, প্ৰথম ওকাৰত আৰু অন্ত্য বৰ্ণৰ পিছত উ হয়, সেই অন্ত্য বৰ্ণত অন্য স্বৰ থাকিলে লোপ হয়। যথা, কোঁচ, কুঁচুনী, চোৰ, চুৰুনী, ডোম, ডুমুনী, ধোবা, ধুবুনী, ধোবানীও কোনোএ বোলে। ৰচ্ছ সূত্ৰ।

খুড়া আদি শব্দৰ পিছত ঈ হলে, অন্ত্য স্বৰ লোপ হয়; খোৰা শব্দৰ ওকাৰত উকাৰ হয়। যথা, খুড়া, খুড়; খোৰা, খুৰী, বুঢ়া, বুঢ়ী ইত্যাদি।

সজীৱ জাতিবাচক শব্দৰ স্ত্ৰীলিঙ্গ বোধকাৰ্থে "জনী" এই কথাৰ যোগ হয়। যথা মহজনী, গৰুজনী ইত্যাদি।

ইয়াত বাঝে কোনো সূত্ৰেৰে সিদ্ধি নো হোয়া স্বভাবে স্ত্ৰী বুঝোয়া কিছুমান শব্দ আছে, তাক তলত লিখা গল।

| পুল্লিঙ্গ। | স্ত্ৰীলিঙ্গ। |
|---|---|
| বলদ, বা গৰু, | গাই |
| বোপাই, | আই |
| মোমাই, | মাই |

---

তদ্ধিত প্ৰকৰণত ইয়াক বিশেষকৈ লিখা হৈছে।

কিছুমান শব্দৰ লিঙ্গান্তৰ নাই, কেৱল স্ত্ৰীলিঙ্গ মাত্ৰ।

সংস্কৃত ব্যাকৰণত ইয়াক কাৰক বুলি উক্ত কৰা নাই; তথাপি তাৰাত ই কাৰক ৰূপে ব্যৱহাৰ হয়।

| | |
|---|---|
| পো, বা ভাই, | বোৱাৰী |
| মুনিহ, | তিৰোতা |
| শহুৰ, | শাহু |
| ৰজা, বা কোঙৰ, | কুঙৰী |
| ডেকা, | ডেকেৰী |
| মতা, | মাইকী |
| ভাই, | ভনী |
| ,, | জিয়ৰী |
| পো, | জী |
| ককাই, | বাই |
| লৰা, | ছোৱালী |
| গৃহস্থ, বা পৈ, | ঘৈনী |
| ককাই, | বৌ |
| ছাগ, | ছাগলী |

---

## অথ কাৰক প্ৰকৰণ।

কৰ্ত্তা আদি সাতোটাকে কাৰক বোলে। যথা, কৰ্ত্তা, কৰ্ম্ম, কৰণ, সম্প্ৰদান অপাদান, সম্বন্ধ, অধিকৰণ যি স্বয়ং; ক্ৰিয়া নিষ্পত্তি কৰে, তাকে কৰ্ত্তা বোলে, সেই কৰ্ত্তাত প্ৰথমা অৰ্থাত প্ৰথমান্ত পদবিলাকেই কৰ্ত্তা হয়। যথা, সূৰ্য্যে প্ৰকাশ কৰিছে, ঈশ্বৰে সৃষ্টি কৰিলে, ব্ৰাহ্মণে ভোজন কৰিব ইত্যাদি।

ইয়াত সূৰ্য আদিএ স্বয়ং প্ৰকাশ আদি ক্ৰিয়া কৰিলে, অতএব সেই সূৰ্য্য আদিএই কৰ্ত্তা হল।

২ কৰ্ম্মকাৰক।

কৰ্ত্তাৰ ক্ৰিয়াই সাক্ষাত, বা পৰম্পৰ ৰূপে যাক ব্যাপে তাকে কৰ্ম্ম বোলে। সেই কৰ্ম্মত দ্বিতীয়া অৰ্থাত দ্বিতীয়ান্ত পদবিলাকেই কৰ্ম্ম হয়। যথা, মই কাম কৰোঁ, ভাত খাওঁ, তাক মাতোঁ ইত্যাদি।

ইয়াত "মই" কৰ্ত্তাৰ কৰোঁ প্ৰভৃতি ক্ৰিয়াৰ 'কাম' আদি ফল হল, এই নিমিত্তে সিইঁতেই কৰ্ম্ম হল।

১ খা আদি কিছুমান ধাতুৰ প্ৰেৰণী ক্ৰিয়াৰ প্ৰয়োগত কৰ্ম্ম পদ দুটা হয়; অৰ্থাত পূৰ্ব্বে সাধাৰণী ক্ৰিয়াৰ যিটো কৰ্ত্তা থাকে, সিও কৰ্ম্ম হয়। যথা, মই তাক ভাত খুৱালোঁ তেওঁক ঘৰ দেখালোঁ।

২ দানাদ্যৰ্থক ক্ৰিয়াৰ প্ৰয়োগ হলে, সম্প্ৰদান কাৰক [illegible] কৰ্ম্ম হয়। এতএব তাতো কৰ্ম্ম দুটা হয়। যথা, কৃষ্ণৰামে গোবিন্দৰামক ধন দিলে। অৰ্থাত গোবিন্দৰামলৈ দিলে।

---

কৰ্তৃ বাচ্য আৰু কৰ্ম্মণি বাচ্যত কৰ্ত্তা কৰ্ম্মৰ যি বিভক্তি পৰিবৰ্ত্তন হয়, তাক আখ্যাত প্ৰকৰণত লিখা গৈছে।

সংস্কৃত ভাষাত যাৰ প্ৰতি দান কৰে, তাকে সম্প্ৰদান বোলে, কিন্তু অসমীয়া ভাষাত সম্মুখে দান কৰা অৰ্থ হলে সম্প্ৰদানত কৰ্ম্ম কাৰকহে হয়।

যেতিয়া কোনো দূৰত থকা মানুহৰ প্ৰতি দিয়া অৰ্থ হয়, তেতিয়াহে সম্প্ৰদান কাৰক হয়।

আদি পদৰ সম্বন্ধ কাৰক আৰু শেষ পদৰ কাৰকান্তৰ হয়, অৰ্থাৎ সম্বন্ধ কাৰক সম্বন্ধী পদৰ পূৰ্ব্বত স্থাপিত হয়।

৩ কৰণ কাৰক।

যি কৰ্ত্তাৰ অধীন হৈ ক্ৰিয়া নিষ্পত্তি কৰে, অৰ্থাৎ কৰ্ত্তাই যাৰ দ্বাৰা ক্ৰিয়া কৰে, তাকে কৰণ বোলে। সেই কৰণত তৃতীয়া অৰ্থাত তৃতীয়ান্ত পদবিলাকেই কৰণ হয়। যথা, হাতেৰে মাৰিলো, কুঠাৰেৰে কাটিলো ইত্যাদি। ইয়াত হাত আদিৰ দ্বাৰা ক্ৰিয়া কৰা অৰ্থ হল, এই কাৰণ সিইঁতেই কৰণ হল।

৪ সম্প্ৰদান কাৰক।

যাৰ উদ্দেশ্যে ক্ৰিয়া কৰা যায়, তাকে সম্প্ৰদান কাৰক বোলে। সেই সম্প্ৰদানত চতুৰ্থী অৰ্থাৎ চতুৰ্থ্যন্ত পদ সকলেই সম্প্ৰদান হয়। যথা, দেশলৈ গল, সূৰ্য্যলৈ চা, বামুনলৈ দে ইত্যাদি।

৫ অপাদন কাৰক।

যাৰ পৰা কোনো বস্তুৰ আগমনাদি ক্ৰিয়া হয়, তাকে অপাদান কাৰক বোলে, সেই অপাদানত পঞ্চমী অৰ্থাৎ পঞ্চম্যন্ত পদবিলাকেই অপাদান হয়। যথা, গছৰ পৰা পৰিল, দেশৰ পৰা আহিল।

ইয়াত গছ আদিৰ পৰা পতনাদি ক্ৰিয়া হল, অতএব সিইঁতেই অপাদান হল।

৬ সম্বন্ধ কাৰক।

এক শব্দ আন এটা শব্দে সৈতে অন্বয় হৈ যিটো অন্যটোৰ অধিকাৰাদি অৰ্থ বুঝায় সেইটোএই সম্বন্ধ কাৰক হয়। সেই সম্বন্ধত বষ্ঠী অৰ্থাৎ ষষ্ঠ্যন্ত পদ সকলেই সম্বন্ধ কাৰক হয়। যথা মোৰ কাপৰ, মানুহৰ ঘৰ।

ইয়াত মানুহেৰে ঘৰৰে অন্বয় হৈ মানুহ ঘৰৰ অধিকাৰ হোয়া অৰ্থ হল, অতএব সেইএই সম্বন্ধ কাৰক হল।
৭ অধিকৰণ কাৰক।

যি আধাৰ ৰূপে কোনো বস্তুক ধাৰণ কৰে, (ধৰে) তাকে অধিকৰণ বোলে। সেই অধিকৰণত সপ্তমী অৰ্থাত সপ্তম্যন্ত পদ সকলেই অধিকৰণ হয়। যথা, ঘৰত মানুহ থাকে, কঠত বহা।

ইয়াত ঘৰে মানুহক ধাৰণ কৰা অৰ্থহল, কাৰণ সেইএই অধিকৰণ হল। সেই অধিকৰণেই চাৰি প্ৰকাৰ। সমবায়, সংযোগী, বিষয়, ঔপচাৰিক।

১ সমবায়, যত কোনো বস্তুএ ব্যাপি থকা অৰ্থ হয়। যথা, তিলত তেল থাকে।

২ সংযোগী যাৰ দ্ৰব্যান্তৰেৰে যোগ হয়; কিন্তু তাক পৃথক কৰিব পাৰি। যথা, কঠত বহা, হাৰিত থাকা, ঘৰত আছোঁ, তেওঁৰ লগত যা। ইত্যাদি।

৩ বিষয়, যাক আশ্ৰয়কৰি ক্ৰিয়া কৰা যায়। যথা, ঈশ্বৰত ভক্তি কৰা।

৪ ঔপচাৰিক যি প্ৰকীৰ্ত্তত অধিকৰণ ন হলেও যাক অধিকৰণ কৰা যায়। যথা, বৰযুণত থাক, বদত নে যাবি ইত্যাদি।

ইয়াত বৰযুনে বা বদে কাকো ধাৰণ ন কৰে তথাপি সিইঁত অধিকৰণ হল।

---

## অথ বিশেষণ।

১। যি পদে অন্যৰ গুণ দেখায়, অৰ্থাত এটা বস্তুক অন্যৰ পৰা বিভিন্ন কৰি বিশেষকৈ বুঝায়, তাকে

---

সমাস প্ৰকৰণৰ কৰ্ম্মধাৰয় সমাস চোৱা।

বিশেষণৰ গুণৰ বঢ়া, টুটা দেখাবলৈ তৰ, তম প্ৰত্যয় হয়। তদ্ধিত, প্ৰকৰণ চোৱা।

তেতিয়া তাক বিশেষণ সৰ্ব্বনাম বোলে।

তেতিয়া তাক বিশেষণীয় বিশেষ্য বোলে।

বিশেষণ বোলে। সেই বিশেষণে কোনো বিভক্তি নলয়, কেবল তাৰ বিশেষ্যে সৈতে মিলি থাকে। আৰু সি সদায় বিশেষ্যৰ পূৰ্ব্বত স্থাপিত হয়। যথা, বঙ্গা গৰুক ঘাঁহ দে, ডাঙ্গৰ হাতিটো দেখিলোঁ, ইত্যাদি। ইয়াত বঙ্গা আৰু ডাঙ্গৰ দুই বিশেষণে গৰু আৰু হাতিক সৰু আৰু কলা আদিৰ পৰা ব্যাবৰ্ত্তন কৰিলে।

২। বিশেষ্যৰ যি লিঙ্গ বিশেষণৰো সেই লিঙ্গ হয়। যথা সুন্দৰ পুৰুষ, সুন্দৰী স্ত্ৰী, বগা বলদ, বগী গাই ইতি।

৩। যদ তদ আদি সৰ্ব্বনাম শব্দৰ পদ অন্য শব্দৰ পূৰ্ব্বত ব্যৱহাৰ হলে, সেই পদৰ বিশেষণ হয়। যথা, যি মানুহে পাপ কৰে, সেই মানুহ নৰককলৈ যায়। প্ৰায় অন্য পদ লোপ হৈ কেবল সৰ্ব্বনামৰ পদ মাত্ৰ থাকে। যথা, যি পাপ কৰে সি নৰককলৈ যায়। এইটো মানুহ, এইটো।

৪। যেতিয়া বিশেষ্য লোপ হৈ থাকে, তেতিয়া বিশেষণেই সেই বিশেষ্যৰ বিভক্তি আৰু সংখ্যা গ্ৰহণ কৰি কাৰকৰ তুল্য হয়। যথা, জ্ঞানীৰ ধন, অৰ্থাত জ্ঞানী মানুহৰ ধন, ডাঙ্গৰৰ কথা, জ্ঞানী সকলৰ জ্ঞান ইত্যাদি।

৫। কোনো বস্তুৰ কেবল গুণটো বিশেষকৈ বুঝাবলৈ বিশেষণ বিশেষ্যৰ পিছত স্থাপিত হয়। যথা, এই ঘৰটো ডাঙ্গৰ। মানুহটি ভাল।

৬। কৃদন্ত পদো বিশেষণ হয়। যথা, পতিত ব্ৰাহ্মণ কটা গছ। দাতা ব্যক্তি, মৃত মনুষ্য।

---

## অথ কিয়া বিশেষণ।

১ সেই বিশেষণেই ক্ৰিয়াৰ, বা আন এটা গুণ বাচক শব্দৰ গুণ দেখালে তাকে ক্ৰিয়া বিশেষণ বোলে। যথা, শীঘ্ৰে যা, বৰকৈ মাৰ ইত্যাদি। ইয়াত "মাৰ" ক্ৰিয়াৰ "বৰকৈ" এই পদে আত্যন্তিকতা গুণ দেখালে।

২ কদাচিত এক ক্ৰিয়া বিশেষণ অন্য এক ক্ৰিয়া বিশেষণে সৈতে যোগ হয়। যথা, অতি শীঘ্ৰে আহিম।

ইয়াত "অতি" এই ক্ৰিয়া বিশেষণ "শীঘ্ৰে" এই ক্ৰিয়া বিশেষণে সৈতে যোগ হৈ তাৰ আতিশয্য গুণ দেখালে।

৩ যিবিলাক শব্দৰ পিছত "কৈ", ৰূপে, পূৰ্ব্বক, অবধি ইত্যাদি শব্দৰ যোগ হয় তাহঁতক ক্ৰিয়া বিশেষণ বুলি জানিব। যথা, খৰকৈ কৰ, নোহোৱাকৈ, ভাল ৰূপে, জ্ঞান পূৰ্ব্বক, তদবধি, অদ্যপৰ্য্যন্ত, কি পৰিমিত, কলা যাবত।

যিবিলাক শব্দ একাৰান্ত হৈ ব্যবহাৰ হয়, তাকো ক্ৰিয়া বিশেষণ বুলিব লাগে। যথা, সমানে দিলোঁ, অৰ্থাত সমান ৰূপে।

৪। ইয়াত বাঝে স্বাভাবিক যিবিলাক ক্ৰিয়া বিশেষণ আছে, সিহঁতে অব্যয় পদৰ নিচিনাকৈ কোনো বিভক্তি গ্ৰহণ ন কৰে, কেবল ক্ৰিয়াৰ গুণ দৰ্শন কৰাবৰ নিমিত্তে হঠাত, যাবত, তাবত, পৰ্য্যন্ত, পৰিমিত, যথেষ্ঠ, প্ৰতিক্ষণ, একেবাৰে, বাৰু, এৰা, নাই, বিকল্পে, উচিত, অ[illegible] নিত্যে নিতৌ, ধিৰে ২, লাহে ২, সদায়, প্ৰায়, কিয়, তেনে, এনে, যেনে, যেতিয়া, তেতিয়া, কাহানি, এতিয়া, কে[illegible] আজি, কালি, পৰ্শুই, অতি, পূৰ্ব্বে, আগে, পাচে, ইত্যাদি।

---

এই চিনৰ পৰা, চিনলৈকে লিখা পদবিলাকে যেতিয়া কোনো বিভক্তি গ্ৰহণ নকৰে, তেতিয়া ক্ৰিয়া বিশেষণ হয়।

বাক্যবিন্যাস, ৭ বিধি।

কদাচিত কৰমাৰ্থত পঞ্চমীও হয়। যথা, এই কাম মোৰ পৰা হল, অৰ্থাত মোৰ দ্বাৰা হল।

বাঝে এই শব্দৰ যোগতো পূৰ্ব্ব পদ সপ্তম্যন্ত হয়। যথা, অমুকত বাঝে। ভৰ শব্দৰ "দ্বাৰা" শব্দৰ অৰ্থত সপ্তমী হয়। যথা, অভিমানৰ ভৰত, অৰ্থাত অভিমানৰ ভৰৰ দ্বাৰা।

১। কদাচিত, অনেক কাৰক পদত একত্ৰ হৈ এটা ক্ৰিয়াৰ কৰ্ত্তা ৰূপে ব্যবহাৰ হয়। যথা, ধনে অহঙ্কাৰ কৰোঁয়াটো নিচেই মিছা।

২। সেই দৰেই কৰ্ম্মকাৰক আৰু বিশেষণো হয়। যথা, শাস্ত্ৰে কৈছে "দুখীয়াৰ প্ৰতি দয়া কৰা"। "মুগাৰ ছুৰিয়া পিন্ধা" মানুহটো আন। ইয়াত দুখীয়াৰ প্ৰতি "কৈছে" ক্ৰিয়া আৰু মানুহ বিশেষ্যৰ কৰ্ম্ম আৰু বিশেষণৰ তুল্য হল।

৩ । নিকট আৰু তুল্যাদ্যৰ্থক পদৰ পূৰ্ব্ব পদৰ সম্বন্ধ কাৰক হয়। যথা, মোৰ গুৰিত, তেওঁৰ ওচৰলৈ, তাৰ তুল্য, ইয়াৰ সদৃশ ইতি।

৪। পুতি, নিমিত্তে, অৰ্থে, কাৰণ ইত্যাদি শব্দৰ যোগত সম্প্ৰদানাৰ্থত সম্বন্ধ (ষষ্ঠী) হয়। যথা, ভাললৈ এই অৰ্থত ভালৰ নিমিত্তে, ভালৰ অৰ্থে, পুণ্যৰ কাৰণ, দেৱতালৈ এনে অৰ্থত, দেৱতাৰ প্ৰতি, দেৱতাৰ নিমিত্তে। কৃদন্ত ভাব বাচক পদৰ পূৰ্ব্বৰ কৰ্ত্তা পদত ষষ্ঠী হয়, আৰু সেই কৃদন্ত পদেই কৰ্ত্তাৰ তুল্য হয়। যথা, মোৰ যোৱা হৈছে, তোমাৰ থকা হব।

৫। দ্বাৰা আৰু হতুয়াই শব্দৰ যোগতো ষষ্ঠ্যন্ত পদ কৰণ হয়। যথা, মানুহৰ দ্বাৰা, মানুহৰ হতুয়াই অৰ্থাত মানুহেৰে ইত্যাদি।

৬। সহ শব্দৰ যোগ হলে, কৰণাৰ্থত তৃতীয়ান্ত পদ প্ৰথমান্ত হয়, বিকল্পে। যথা, মানুহে সৈতে, বা মানুহেৰে সৈতে, মইএ সৈতে, বা মোৰে সৈতে।

৭। ধৰ আৰু আঘাতাৰ্থক মাৰ ধাতুৰ প্ৰয়োগ হলে, কৰ্ম্ম পদত সপ্তমী হয়। যথা, চুলিত ধৰিলোঁ, গাত মাৰিলোঁ, অৰ্থাত আঘাত কৰিলোঁ।

৮। উপমা অৰ্থত অপাদান কাৰক এই ৰূপ হয়। যথা, এঙ্গাৰতকৈ মলিন, জুইতকৈ তপত ইত্যাদি।

৯। উপমা অৰ্থত প্ৰায় ষষ্ঠ্যন্ত পদ পঞ্চম্যন্ত হয়, সেইএ হলে, পিচৰ সম্বন্ধী পদ লোপ হয়। যথা, মোতকৈ তোমাৰ বস্ত্ৰ ভাল, অৰ্থাৎ মোৰ বস্ত্ৰতকৈ তোমাৰ বস্ত্ৰ ভাল।

কদাচিত মোতকৈ তোমাৰ ভাল এই ৰূপো হয়। ইতি। কাৰক প্ৰকৰণং সম্পূৰ্ণং।।

## অথ সমাস প্ৰকৰণীৰম্ভ।

১ অনেক পদৰ একত্ব অন্বয় হোয়াকে সমাস বোলে।

২ সমাস চাৰি প্ৰকাৰ, দ্বন্দ, বহুব্ৰীহি, কৰ্ম্মধাৰয়, ততপুৰুষ। ইয়াত বাজে দ্বিগু এবং অব্যয়ী ভাব, দুই উপ সমাস আছে।

৩ সমাস হলে, সমাসৰ পূৰ্ব্ব পদবিলাকৰ সুপ বিভক্তি লোপ হৈ পৰ পদেৰে একত্ব হয়। যথা, মানুহৰ, গৰুৰ, মানুহ গৰুৰ।

১ তত্ৰ দ্বন্দ সমাস।

৪ ভিন্নাৰ্থক পদ সমুদায়ৰ সমাস হৈ প্ৰত্যেক পদৰ প্ৰাধান্য থাকি একত্বান্বয় হলে তাকে দ্বন্দ সমাস বোলে।

৫ সেই দ্বন্দ সমাস তিনি প্ৰকাৰ, সমাহাৰ, ইতৰে তৰ, এক শেষ।

---

তাৰাত এই সমাস প্ৰায় বিশেষ সংজ্ঞাৰেহে হয়। কদাচিতহে সাধাৰণ সংজ্ঞাৰ হয়। যথা, তিনিহাঁইতৰ তলৈ বাওঁ। কদাচিত 'এক' শব্দৰ যোগ হয়, যথা, বাইএকৰ ঘৰ।

এই সমাস ভাষা শব্দৰ ন হয়।

২ সমাহাৰ দ্বন্দ।

৬ যি সমাসত অনেক পদৰ অন্বয় হৈ একবচন হয়, তাকে সমাহাৰ দ্বন্দ বোলে। যথা, আম্ৰ, পনস, গুৱাক, নাৰিকেল প্ৰভৃতি উত্তম বৃক্ষ। আম কঠালৰ পৰা বৰ উপকাৰ পোৱা যায় ইত্যাদি।

৩ ইতৰেতৰ দ্বন্দ।

৭ যি সমাসত অনেক পদৰ একত্ব অন্বয় হৈ বহুবচন হয়, তাকে ইতৰেতৰ দ্বন্দ বোলে। যথা, লোধ্ৰ, মদন, সোভাঞ্জনবিলাকক, ৰখাৰ ফল নাই। হাঁহ পাৰবিলাক উত্তম চৰাই ইত্যাদি।

৪ এক শেষ দ্বন্দ।

৮ যি সমাসত প্ৰথম পদৰ বহুবচন হৈ শেষৰ পদবিলাক লোপ হয়, তাকে এক সেষ দ্বন্দ বোলে। যথা, ইন্দীবৰ, বংশীধৰ, শশিধৰ, ইন্দীবৰহঁত। হলীৰাম, কৃষ্ণৰাম, গোবিন্দৰাম, হলীৰামহঁত।

৯ দ্বন্দ সমাসৰ পৰিবৰ্ত্তে পদৰ মধ্যত আৰু, এবং ইত্যাদি অব্যয় পদ স্থাপিত হৈ পদবিলাকক একত্ৰ অন্বয় কৰে, সমাসৰ নিচিনাকৈ মধ্যস্থ সুপ বিভক্তিত আৰু অন্য পদো লোপ হয়। যথা, মানুহৰ আৰু গৰুৰ; মানুহ আৰু গৰুৰ; তোমাৰ পৰা এবং তেওঁৰ পৰা; তোমাৰ এবং তেওঁৰ পৰা; শিৱৰ নাম আৰু দুৰ্গাৰ নাম, শিব আৰু দুৰ্গাৰ নাম ইত্যাদি।

৫ বহুব্ৰীহি সমাস।

১০ যি পদৰ সমাস হয়, তাৰ এৰ্থক নকৈ তাত বাঝে অন্য বস্তুৰ অৰ্থ বুঝালে, তাকে বহু ব্ৰীহি সমাস বোলে। যথা, নীলাম্বৰ, চন্দ্ৰশেখৰ, শূল পাণি। ইয়াত শূল শব্দে জাঠী পাণি শব্দে হাত দুই পদৰ সমাস হৈ সিহঁতক নকৈ, শূল যাৰ হাতত আছে, তেওঁক বুঝালে। সেই দৰেই, ইন্দ্ৰাদি; ইন্দ্ৰেই আদি প্ৰধান হল যাৰ, অৰ্থাৎ দেৱতা সকল ইত্যাদি।

১১ বহুব্ৰীহি সমাস হলে, পৰপদৰ আ আৰু উ হ্ৰস্ব, অ, উ হয়। যথা, ক্ষুদ্ৰকায়, কৃতবিদ্য, সুন্দৰতনু ইত্যাদি।

১২ বহুব্ৰীহি সমাসৰ পৰপদৰ শেষত ক যোগ হয়; সেই পদ অদন্ত হলে। যথা, প্ৰাপ্তবয়স্ক, অধিকবয়স্ক ইত্যাদি।

১৩ বহুব্ৰীহি সমাসৰ শেষ পদ যদি অকাৰান্ত হয়, তেনে হলে, কোনো অবস্থাত সেই অ লোপ হৈ অন্য স্বৰ হয়। যথা, সুগন্ধ, সুগন্ধি। ধৰ্ম্ম শব্দ সেই সমাসৰ শেষ পদ হলে, আকাৰান্ত হয়। যথা, বিধৰ্ম্মা।

১৪ বহুব্ৰীহি সমাসৰ হোয়া কোনো পদ যদি ঋকাৰান্ত হয়, অথবা, ঈকাৰান্ত কিম্বা উকাৰান্ত স্ত্ৰীলিঙ্গ বাচক কোনো শব্দ তাৰ শেষত থাকে, তেন্তে শেষত ক যোগ হয়। যথা, অমাতৃক, সস্ত্ৰীক। কিন্তু ইয়সী শব্দত এই নিয়ম নে খাটে; অপ্ৰেয়সী।

৬ কৰ্ম্মধাৰয় সমাস।

১৫ দুই পদৰ সমাস হৈ, উভয় পদৰ অভেদান্বয়াৰ্থক হলে, তাকে কৰ্ম্মধাৰয় সমাস বোলে। যথা, ৰাজা পুৰন্দৰ সিংহ ৰঙ্গপুৰ নগৰত আছিল। ইয়াত ৰাজা, পুৰন্দৰ, সিংহ; ৰঙ্গপুৰ আৰু নগৰ এ কেই পদৰ সমাস হৈ, সিহঁতৰ পৰস্পৰ অভেদ অৰ্থ বুঝাই এক ২ পদ হল।

---

এই তত পুৰুষ সমাসৰ পূৰ্ব্ব পদ সংখ্যাবাচক শব্দ হলে, তাক দ্বিগু বোলা যায়, এই সমাস কৰ্ম্ম ধাৰয় সমাসৰ তুল্য। যথা, ত্ৰিলোক, ত্ৰিভুবন। অসমীয়া ভাবাত এই সমাসৰ শেষ পদৰ পিছত ঈয়া যোগ হয়। যথা, দুবছৰীয়া, তিনিটীয়া, দহ হতীয়া ইত্যাদি।

তৃতীয়া, চতুৰ্থী, পঞ্চমী, তত পুৰুষ সমাস ভাবা শব্দে সৈতে প্ৰায় ন হয়, যথা, গছৰ গুটি, মানুহৰ হাত, ঘৰৰ খুঁটা, পিতাৰ খুৰা, মুখৰ জলি ইত্যাদি।

১৬ সেই দৰেই বিশেষ্য বিশেষণ পদবো সমাস হয়। যথা, নীলপদ্ম, ডাঙ্গৰ হাতি ইতি।

১৭ উপমা আৰু উপমেয় উভয় পদৰ কৰ্ম্মধাৰয় সমাস হয়, সমাস হলে, সমাসৰ মধ্য আৰু অন্তস্থিত পদ লোপ হয়। মধ্য পদলোপী, যথা, চন্দ্ৰৰ তুল্য বদন, চন্দ্ৰবদন; বেজীৰ তুল্য মুখ, বেজীমুখ; অগ্নিৰ তুল্য বাণ, অগ্নিবান ইত্যাদি।

অন্ত পদ লোপী। যথা, মুখ চন্দ্ৰৰ তুল্য, মুখচন্দ্ৰ; বাক্য অমৃত স্বৰূপ, বাক্যামৃত।

১৮ কৰ্ম্মধাৰয় সমাস হলে, ৰাজাদি শব্দ সমাসৰ অন্তস্থ যদি হয়, তেন্তে সিহঁতৰ আকাৰ হ্ৰস্ব (অকাৰ) হয়। যথা, মহা ৰাজা, মাহাৰাজা।

১৯ কোনো সংযুক্ত পদৰ শেষ পদ যদি সখি শব্দ হয়, এবং সৰ্ব্ব, পুণ্য, বৰ্ষা, দীৰ্ঘ, অথবা কোনো সংখ্যা বাচক শব্দ কিম্বা কাল বাচক শব্দৰ পৰবৰ্ত্তী সখি শব্দৰ ইকাৰ লোপ হৈ অ হয়। যথা, প্ৰিয়সখ, সৰ্ব্বৰাত্ৰ, পুণ্যৰাত্ৰ।

২০ সৰ্ব্ব শব্দ কিম্বা কোনো কাল বাচক শব্দৰ পৰবৰ্ত্তী অহন শব্দ অহ্ন হয়। যথা, সৰ্ব্বাহ্ন, মধ্যাহ্ন, সায়াহ্ন, পূৰ্ব্বাহ্ন।

### ৭ তত পুৰুষ।

২১ যি সমাসৰ প্ৰথম পদ দ্বিতীয়াদি বিভক্ত্যন্ত হয়, তাকে তত পুৰুষ সমাস বোলে।

২২ সেএই ক্ৰমে দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী, সপ্তমী, এই ছয় প্ৰকাৰে বিভক্ত।

### ৮ দ্বিতীয়া তত পুৰুষ।

২৩ যি সমাসৰ পূৰ্ব্বপদ দ্বিতীয়ান্ত হয়, তাকে দ্বিতীয়া তত পুৰুষ বোলে। যথা, বেদক অধ্যায়ী (অধ্যয়ন কৰ্ত্তা,) বেদাধ্যায়ী; সেই দৰেই সুখ প্ৰাপ্ত, দুঃখাপন্ন, পহুক মৰীয়া, পহুমৰীয়া ইত্যাদি।

### ৯ তৃতীয়া তত পুৰুষ।

২৪ প্ৰথমা পদ তৃতীয়ান্ত হলে, তাকে তৃতীয়া তত পুৰুষ বোলা যায়। যথা, সুবৰ্ণৰ দ্বাৰা নিৰ্ম্মিত, সুবৰ্ণ নিৰ্ম্মিত; শীতৰ দ্বাৰা আৰ্ত্ত, শীতাৰ্ত্ত; ধনৰ দ্বাৰা ক্ৰাত, ধনক্ৰীত; অশ্বেৰে আগত অশ্বাগত। হাতৰ দ্বাৰা সজা, হাতে সজা ইত্যাদি।

### ১০ চতুৰ্থী তত পুৰুষ।

২৫ পূৰ্ব্ব পদ চতুৰ্থ্যন্ত হলে, তাকে চতুৰ্থী তত পুৰুষ বোলে। যথা, যুপৰ নিমিত্তে কাষ্ঠ, যুপকাষ্ঠ ইত্যাদি।

### ১১ পঞ্চমী তত পুৰুষ।

২৬ যি সমাসৰ পূৰ্ব্ব পদ পঞ্চম্যন্ত হয়। যথা, বৃক্ষৰ পৰা পতিত, বৃক্ষপতিত; গৃহৰ পৰা আগত, গৃহাগত; গছৰ পৰা সৰা, গছ সৰা।

### ১২ ষষ্ঠী তত পুৰুষ।

২৭ ষষ্ঠ্যন্ত পূৰ্ব্ব পদে সৈতে হোৱা সমাস। যথা, হস্তিৰ দন্ত, হস্তি দন্ত; মনুষ্যৰ আলয়, মনুষ্যালয়। সেই দৰেই

---

এই সমাস ভাষা শব্দে সৈতে প্ৰায় ন হয় কল্পিত হয়।

এই সমাসো তত পুৰুষৰ অন্তৰ্গত আৰু ই সংস্কৃত প্ৰসিদ্ধ ভাষাত প্ৰায় নাই।

তদ্ধিত প্ৰত্যয়ান্ত প্ৰায় শব্দ বিশেষণ হয়।

ষ অপত্যাৰ্থতো হয়। যথা, যদুৰ সন্তান, যাদৱ ইত্যাদি।

ইয়াত ইকাৰৰ ঠাইত হোৱা অয় নিপাতনত লোপ হল।

তা প্ৰত্যয়ান্ত শব্দ স্ত্ৰীলিঙ্গ ও ত্ব প্ৰত্যয়ান্ত শব্দ ক্লীব লিঙ্গ হয়।

অকাৰাদিত ইৰ্ণান্ত শব্দৰ পিছতো বান হয়। যথা, লক্ষ্মীবান, কিবান; স্ত্ৰীলিঙ্গত, লক্ষ্মীৱতী ইত্যাদি।

গছৰ তল, গছতল; হাঁতিৰ দাঁত, হাঁতিদাঁত ইত্যাদি।

১৩ সপ্তমী তত পুৰুষ।

২৮ সপ্তম্যন্ত পূৰ্ব্ব পদে সৈতে হোয়া সমাস। যথা, কাশীত স্থিত, কাশীস্থিত; ধৰ্ম্মত ৰত, ধৰ্ম্মৰত। তদ্রূপ গছত পকা, গছপকা; তলত সৰা, তলসৰা ইত্যাদি।

১৪ নঞ সমাস।

২৯ নিষেধাৰ্থক নকাৰে সৈতে হোয়া সমাসকে নঞ সমাস বোলে।

৩০ সমাস হলে নৰ ঠাইত অ হয়। পাছত স্বৰ থাকিলে, নৰ ঠাইত অন হয়। যথা, ন সমাস অ সমাস, অব্রাহ্মণ, ন কোশী, অকেশা, ন সুৰ, অসুৰ, ন কাণ, অকাম। সেই দৰেই ন মানুহ অমানুহ; ন ঈশ্বৰ, অনীশ্বৰ, ন ইচ্ছা, অনিচ্ছা, ন অকাল, অনকাল ইত্যাদি।

১৫ অব্যয়ী ভাব সমাস।

৩১ অব্যয় শব্দে সৈতে হোয়া সমাসকে অব্যয়ী ভাব সমাস বোলা যায়।

৩২ অব্যয়ী ভাব সমাসত পিছৰ অব্যয় শব্দ পূৰ্ব্বলৈ যায়, আৰু সহ এবং সদৃশ শব্দত ন হয়। যথা, স্থানৰ বহিঃ (বাহিৰ) বহিঃস্থান, হৰিৰ সদৃশ সহৰি বনৰ উপ (সমীপ,) উপবন, তৃণে সৈতে সতৃণ, ৰূপৰ অনু (সদৃশ) অনুৰূপ, অক্ষিৰ প্ৰতি (সমুখ) প্ৰত্যক্ষ ইত্যাদি।

সমাস প্ৰকৰণ সম্পূৰ্ণং ।

## অথ তদ্ধিত প্ৰকৰণাৰম্ভঃ।

তদ্ধিত অৰ্থাত যদ্দ্বাৰা বিশেষ ২ প্ৰত্যয় হৈ শব্দ এবং অৰ্থৰ বিচিত্ৰতা হয়।

অসমীয়া ভাষাৰ লগত সংস্কৃতৰ তদ্ধিত প্ৰত্যয়ান্ত শব্দ বিস্তৰ আছে, অতএব সেইবিলাক জানিবৰ নিমিত্তে প্ৰথমাতঃ সংস্কৃত শব্দৰ তদ্ধিত প্ৰত্যয় নিৰ্দ্দেশ কৰা গল।

১ সূত্ৰ।

পুত্ৰাৰ্থত শব্দৰ পিছত আয়ন এবং এয় প্ৰত্যয় হয়। সেই প্ৰত্যয় নিমিত্তে শব্দৰ আদি স্বৰৰ বৃদ্ধি হয়। যথা, দক্ষৰ পুত্ৰ, দাক্ষায়ণ; গঙ্গাৰ পুত্ৰ, গাঙ্গেয়; স্ত্ৰীলিঙ্গত দাক্ষায়ণী, গাঙ্গেয়ী ইত্যাদি।

২ সূত্ৰ।

ইদমৰ্থত ও ভাবাৰ্থত শব্দৰ পিছত অ হয়, সেই প্ৰত্যেয়ে নিমিত্তে অন্তৰ ইবৰ্ণৰ ঠাইত অয়, উবৰ্ণৰ ঠাইত অব হয়, আৰু পূৰ্ব্ব স্বৰৰ বৃদ্ধি হয়। যথা, ইদমৰ্থত, বিষ্ণুৰ এওঁ (ভক্ত,) বৈষ্ণব, শিবৰ এওঁ (ভক্ত,) শৈব, শক্তিৰ এওঁ (ভক্ত) শাক্ত ভাবাৰ্থত; গৌৰব ইত্যাদি।

৩ সূত্ৰ।

শব্দৰ পিছত তা এবং ত্ব হয় ভাব অৰ্থাত সেই শব্দৰ গুণাৰ্থত। যথা, সাধুৰ ভাব (গুণ) সাধুতা, বিচিত্ৰৰভাব (গুণ) বিচিত্ৰতা, লঘুৰ, গুণ লঘুতা; প্ৰভুৰ ভাব (গুণ) প্ৰভুত্ব, ভব্যত্ব ইত্যাদি।

---

অসমীয়া ভাষাৰ সকলো বিভক্তিত ইন প্ৰত্যয়ৰ ঈকাৰ দীৰ্ঘ লিখা উচিত, কাৰণ সংস্কৃত শব্দৰ প্ৰথমাৰ একবচনত যি ৰূপ হয়, অসমীয়া ভাষাৰ সকলো বিভক্তিত সেই ৰূপেই লিখা যায়; তথাপি হ্ৰস্বকৈও কোনোএ লিখে।

সন্ধিৰ ১৭ সূত্ৰৰ দ্বাৰা ঠ হল।

৪ সূত্ৰ।

সদৃশাৰ্থত শব্দৰ পিছত বত প্ৰত্যয় হয়। যথা, গোৰ সদৃশ, গোবত, পশুৰ সদৃশ, পশুবত ইত্যাদি।

৫ সূত্ৰ।

অবৰ্ণ ও ব্যঞ্জনান্ত শব্দৰ পিছত বান এবং বন্ত ইবৰ্ণাদ্যন্ত শব্দৰ পিছত মান এবং মন্ত প্ৰত্যয় হয়, বিদ্যমানাৰ্থত। যথা, জ্ঞান আছে যাৰ সি জ্ঞানবান, জ্ঞানবন্ত, বিদ্যা আছে যাৰ সি বিদ্যাবান, বিদ্যাবন্ত, সেই দৰেই ব্যঞ্জনান্তৰ, যশস বান, যশস্বান, ভাস্‌বান, ভাস্বান, ভাস্বন্ত, শ্ৰীমান, শ্ৰীমন্ত ইত্যাদি।

সেই দৰেই স্ত্ৰীলিঙ্গত বতী, মতী হয়। যথা, জ্ঞানবতী, বিদ্যাবতী, শ্ৰীমতী, বুদ্ধিমতী, গুণবতী ইত্যাদি।

৬ সূত্ৰ।

অবৰ্ণান্ত শব্দৰ পিছত বিকল্পে বান ও বন্ত প্ৰত্যয়ক বাধা কৰি ইন প্ৰত্যয় হয় সেই ইন প্ৰথমাৰ একবচনত দীৰ্ঘ হয়, আৰু সকলো বিভক্তিত ন লোপ হয়। যাৰ বল আছে সি বলী, জ্ঞানী সুখী, বলিৰ, জ্ঞানিসকলৰ ইত্যাদি। বিকল্পে জ্ঞানবান, স্ত্ৰীলিঙ্গত জ্ঞানিনী বা জ্ঞানবতী।

৭ সূত্ৰ।

নিদ্ৰা, দয়া, কৃপা, শ্ৰদ্ধা, ইত্যাদি শব্দৰ পিছত আলু হয়, তিনিও লিঙ্গত যুক্তাৰ্থত। যথা, নিদ্ৰাযুক্ত যি, সি নিদ্ৰালু, দয়ালু, কৃপালু, শ্ৰদ্ধালু ইত্যাদি।

শ্যাম, মাংস, পিঙ্গ, বৎস, প্ৰভৃতি শব্দৰ পিছত ল প্ৰত্যয় হয়। যথা, শ্যামল, মাংসল, পিঙ্গল, বৎসল। মধু, নখ, মুখ, শব্দৰ পিছত ৰ প্ৰত্যয় হয়। মধুৰ, নখৰ, মুখৰ।

লোম, ৰোম, কৰ্ক, শব্দৰ পিছত শ প্ৰত্যয় হয়। যথা, ৰোমশ, লোমশ, কৰ্কশ।

৮ সূত্ৰ।

দ্বি, ত্ৰি সংখ্যাৰ পিছত তীয় ও চতুৰ ও ষষ শব্দৰ পাচত থ প্ৰত্যয় হয়, পূৰণাৰ্থত এবং ত্ৰিৰ ঠাই তৃ হয়। যথা, দ্বিসংখ্যা, যিটে পূৰ কৰে সি দ্বিতীয়, তৃতীয়; সেই দৰেই চতুৰ্থ, ষষ্ঠ।

৯ সূত্ৰ।

পঞ্চনাদি দশ পৰ্য্যন্ত (ষষ্ঠক এৰি) সংখ্যা শব্দৰ পিছত ম হয়, পূৰণাৰ্থত আৰু অন্ত্য ন লোপ হয়। যথা, পঞ্চ সংখ্যাপূৰক যি, সি পঞ্চম, সপ্তম, তথা, নবম, দশম।।

১০ সূত্ৰ।

শব্দৰ পিছত ধা হয়, প্ৰকাৰাৰ্থত। যথা, এক প্ৰকাৰ একধা, দ্বি প্ৰকাৰ দ্বিধা ইত্যাদি।

১১ সূত্ৰ।

দুটাৰ মাজত এটাৰ উতকৰ্ষাৰ্থ বুজাবলৈ গুণবাচক শব্দৰ পিছত, তৰ, অনেকৰ মাজত এটাৰ উতকৰ্ষাৰ্থ বা অপকৰ্ষাৰ্থ বুজাবলৈ তম হয়। যথা, দুটাতকৈ যি মন্দ, সি মন্দতৰ, বহুততকৈ যি মন্দ, সি মন্দতম ইত্যাদি।

১২ সূত্ৰ।

শব্দৰ পিছত তঃ হয়, স্বাৰ্থত। পৰিথম, প্ৰথমতঃ; ধৰ্ম্ম, ধৰ্ম্মতঃ।

১৩ সূত্ৰ।

শব্দৰ পিছত অধিক ও স্বৰূপাৰ্থত ময় হয়। যথা, জল অধিক যত সি, জলময়, বনময়, ব্ৰহ্ম স্বৰূপ ব্ৰহ্মময়,

---

আধিক্যাৰ্থত তাৰা শব্দৰ পিছতো ময় হয়। যথা পানিময়, জলময়।

কৰ্ম্ম ধৰ্ম্ম সন্যাস চাৰী।

স্ত্ৰীলিঙ্গত ব্ৰহ্মময়ী ইত্যাদি।

কেতিয়াবা, কেতিয়াবা আত্মক প্ৰত্যয়ৰ দ্বাৰাও হয়; যথা, দয়া দয়াত্মক, লৌহ লৌহাত্মক, আকাশ আকাশাত্মক।

বিশিষ্ট, শালি, যুক্ত, উপেত, গ্ৰস্ত, আপন্ন, অৰ্হ, যোগ্য, আকুল, আতুৰ, কল্প, সিন্ধু, সাগৰ, ৰূপ শূন্য, ইত্যাদি শব্দৰ যোগৰ দ্বাৰাও পদ সিদ্ধ হয়। যথা, জ্ঞানবিশিষ্ট, জ্ঞানশালি, দয়াযুক্ত, গুণোপেত, ৰোগগ্ৰস্ত, শৰণাপন্ন ইত্যাদি।

১৪ সূত্ৰ।

শব্দৰ পিছত য হয়, ভাবাৰ্থত য হলে, পূৰ্ব্ব স্বৰৰ বৃদ্ধি হয়। যথা, প্ৰচুৰৰ ভাব, প্ৰাচুৰ্য্য, দাৰ্ঢ্য অৰ্থাত প্ৰচুৰতা ইত্যাদি।

১৫ সূত্ৰ।

সম্বন্ধাৰ্থত শব্দৰ পিছত ঈয় প্ৰত্যয় হয়। যথা, বৰ্ষৰ যি, সি বৰ্ষীয়, দিবসীয়, ইংলেণ্ডীয় ইত্যাদি।

১৬ সূত্ৰ।

অল্পাৰ্থে এবং বহ্বৰ্থে শব্দৰ পিছত শঃ হয়। যথা, ক্ৰমশঃ অৰ্থাত ক্ৰমে ২ ইত্যাদি।

## অসমীয়া ভাষাৰ তদ্ধিত।

১৭ সূত্ৰ।

খোয়া, যুক্ত, সম্বন্ধ, সদৃশ, উদ্ভৱ ইত্যাদি অৰ্থত অবৰ্ণ ও ইবৰ্ণান্ত এবং বহু স্বৰীয়া ব্যঞ্জনান্ত শব্দৰ পিছতো ঈয়া প্ৰত্যয় হয়। সেই প্ৰত্যয়ে নিমিত্তে শব্দৰ উপান্ত (অন্ত আখৰ পূৰ্ব্বত থকা) আকাৰ হ্ৰস্ব (অকাৰ) আৰু ওকাৰত উকাৰ হয়। যথা, কানি খায় যি, সি কানীয়া, গুটি যুক্ত যি, সি গুটীয়া, কমলা বৰীয়া, আউনি অটীয়া, দক্ষিণ পটীয়া, অসমৰ যি, সি অসমীয়া, মাটিৰ তুল্য যি, সি মটীয়া বা মাটী যুক্ত, সেই দৰেই পনীয়া, ভাদত উদ্ভৱ যি, সি ভদীয়া; সেই ৰূপেই ঢুলীয়া, খুলীয়া প্ৰভৃতি।

১৮ সূত্ৰ।

সেই সকল অৰ্থতে উকাৰান্ত ও অল্প স্বৰীয়া ব্যঞ্জনান্ত শব্দৰ পিছত উয়া প্ৰত্যয় হয়, এবং তদ্ৰূপ হ্ৰস্বাদিও হয়। যথা, গাঁতৰ যি, সি গঁতুয়া, বন কৰে যি, সি বনুয়া, পাত যুক্ত যি, সি পতুয়া, ঘৰৰ যি, সি ঘৰুয়া, পৰুয়া, মছুয়া, ভাত খায় যি, সি ভতুয়া ইত্যাদি।

১৯ সূত্ৰ।

কৰা আৰু সম্বন্ধাদি অৰ্থত শব্দৰ পিছত ঈ হয়। যথা, কাকত কৰে যি, সি কাকতী, তাঁতী, কাঁহৰ যি বস্তু, সি কাঁহী, পিতলী, তামী, বিলাতৰ যি, সি বিলাতী ইত্যাদি।

---

স্ত্ৰীলিঙ্গত ঈকাৰ দীৰ্ঘ হয়। যথা, কথকী তিৰোতা।

উভয় লিঙ্গত যথা, বুধিয়ক ছোৱালী।

অন্য শব্দৰ যোগতো এক, দুই, তিনি, চাৰি, ছয়, শব্দৰ শেষ বৰ্ণ লোপ হয়। কিন্তু ক আৰু অৰে আৰম্ভ হোৱা কথাৰ আগত এক দুইৰ সেষ বৰ্ণ আৰু সংস্কৃত কথাৰ আগত সকলো কথাৰ শেষ বৰ্ণ লোপ ন হয়। যথা, এটকা, দুবেলি; এক কথা, দুই অনা, এক প্ৰকাৰ, দুই প্ৰকাৰ ইত্যাদি।

এই অনুৰূপ শব্দে, সংখ্যাবাচক শব্দৰ পিছত যোগ হৈ অন্য এটা শব্দৰ আগত বা পিছত স্থিতি হলে, সেই বস্তুৰ অনিৰ্দ্ধাৰণ বুজায়। যথা, এখান নাও, বা নাও এখান, অৰ্থাত যেই সেই এখান নাও। কিন্তু কেবল শব্দৰ পিছত যোগ হলে, সেই বস্তুৰ নিশ্চয় অৰ্থ বুজায়। যথা, নাওখানি, মানুহটো অৰ্থাত বিশেষ জানিত নাও ইত্যাদি। সজীৱ জাতিবাচক শব্দৰ স্ত্ৰীলিঙ্গত টোৰ পৰিবৰ্তে "জনী;" এই কথা যোগ হয়। যথা, মহটো, মহজনী ইত্যাদি। টা স্ত্ৰীলিঙ্গতো হয়। যথা, ছোৱালীটো।

২০ সূত্ৰ।

নিবাস ও যুক্তাৰ্থত হাবি আদি শব্দৰ পিছত 'য়াল' হয়, ব্যঞ্জনান্ত শব্দৰ পিছত য় লোপ হয়, আ থাকে। যথা, হাবিও থাকে যি, সি হাবিয়াল, ছাপৰিয়াল, পেট (বিশেষ পেট) যুক্ত যি, সি পেটাল, নোমাল, খঙ্গাল ইত্যাদি।

২১ সূত্ৰ।

ভিতৰ শব্দৰ পিছত "য়াল" হয়, আৰু ৰত উকাৰ যোগ হয়, সম্বন্ধাৰ্থত। যথা, ভিতৰৰ যি, সি ভিতৰুয়াল।

২২ সূত্ৰ।

গাওঁ আদি শব্দৰ পিছত "য়া" হয়, এবং গাওঁ শব্দৰ পিছত আৰ ঠাইত এঞা হয়, নিবাসাৰ্থত। যথা, গাওঁত থাকে যি, সি গএঞা, ছুবুৰিয়া। কোনোএ গাওঁলিয়াও বোলে।

২৩ সূত্ৰ।

পেট শব্দৰ পিছত আ হয়, চিন্তন ও বিদ্যমানাৰ্থত, যথা, আপোন পেটলৈ চিন্তা কৰে যি, সি আপোন পেটা, বৰ পেট আছে, যাৰ সি বৰ পেটা ইত্যাদি।

কদাচিত ঈয়া প্ৰত্যয়ো হয়। যথা, আপোন পেটীয়া, বৰ পেটীয়া।

২৪ সূত্ৰ।

বন আদি শব্দৰ পিছত অনি হয়, প্ৰচুৰাৰ্থত, যত বন অধিক, সেই ঠাই বননি, কাঠনি, গছনি ইত্যাদি।

২৫ সূত্ৰ।

কথা শব্দৰ পিছত কি হয় তাত পাৰক অৰ্থত, আৰু কথাৰ আকাৰ হ্ৰস্ব হয়। যথা, ভালকৈ যি কব পাৰে, সি কথকি।

২৬ সূত্ৰ।

বিদ্যামান অৰ্থত বুদ্ধি শব্দৰ পিছত আৰু পটু অৰ্থত খেতি শব্দৰ পিছত "য়ক" হয়। যথা, বুদ্ধি যাৰ আছে, সি বুদ্ধিয়ক, খেতিত পাৰগ যি, সি খেতিয়ক।

২৭ সূত্ৰ।

অত্যন্ত ৰত অৰ্থত দন্দ শব্দৰ পিছত ৰা হয়, আৰু ন্দত উকাৰ যোগ হয়। যথা, যি বৰকৈ দন্দ কৰিব পাৰে, সি দন্দুৰা, স্ত্ৰীলিঙ্গত দন্দুৰী।

২৮ সূত্ৰ।

দুষ্ট শব্দৰ পিছত 'আলি' হয়, সদৃশ বা স্বভাবাৰ্থত, যথা, দুষ্টৰ তুল্য, দুষ্টালি, বা দুষ্টৰ স্বভাব দুষ্টালি।

চম্ম সূত্ৰ।

বান্দৰ আদি শব্দৰ পিছত "আমি" হয়, তত্তুল্যাৰ্থত বা স্বভাবাৰ্থত, যথা, বান্দৰৰ নিচিনা, বান্দৰামি, বা বান্দৰৰ ভাব, বান্দৰামি, পাগলামি ইত্যাদি।

৩০ সূত্ৰ।

বৰ শব্দৰ পিছত "আই" হয়, তদ্‌গুণাৰ্থত, যথা, বৰৰ গুণ বৰাই।

৩১ সূত্ৰ।

সংখ্যা শব্দৰ পিছত মান হয়, তাৰ অনিশ্চয় অৰ্থত। যথা, দুটকাই কি, তিন টকাই এনে অৰ্থত, দুটকামান,

---

অপূৰ্ণ ভূতভো হয়। যথা, আছিলোঁ ইত্যাদি।

অতীত কালতো হয়, সেই মতেই। গলোঁ, গৈছিলোঁ, গলোঁহেঁতেন।

এটামান ইত্যাদি।

৩২ সূত্ৰ।

সৰ্ব্বনাম শব্দৰ পিছত মান প্ৰত্যয় হয়, পৰিমাণাৰ্থত, যথা, কিপৰিমাণ এই অৰ্থত, কিমান যি পৰিমাণ, যিমান, সিমান ইত্যাদি।

৩৩ সূত্ৰ।

সংখ্যাবাচক শব্দৰ পিছত অনুৰূপ শব্দ যোগ হলে, এক শব্দৰ ক দুই এবং ছয় শব্দৰ ই, য় লোপ হয়। এগাল, এখান, দুখান, ছখান, এজনী, দুজনী ইত্যাদি।

৩৪ সূত্ৰ।

টা টিএ নিমিত্তেও সেই ৰূপ হয়, আৰু টাই নিমিত্তে পাঁচ, সাত, আঠ, দহ, শব্দ ওকাৰান্ত এবং টিএ নিমিত্তে উকাৰান্ত হয়, আৰু উভয় প্ৰত্যয়ত তিনি শব্দৰ ইকাৰ লোপ হয়। যথা, এটা, দুটা, তিনটা, পাঁছোটা, সাতোটা, দহোটা, পাঁছোটি, সাতুটি, দহোটি।

৩৫ সূত্ৰ।

সম্বন্ধবাচক শব্দৰ পিছত যুষ্মদবাচ্যে সম্ভ্ৰমাৰ্থত যাঁ, ওচ্ছাৰ্থত এৰ, মানবাচ্য এক হয়। যথা, দদাই, তোমাৰ দদায়াঁ, তোৰ দদায়েৰ, কাৰ বা, তেওঁৰ দদায়েক ইত্যাদি। কদাচিত তোমাৰ দদায়েৰা, এনেও হয়।

৩৬ সূত্ৰ।

শব্দৰ দ্বিৰ্ভাব হয়, তাৰ অত্যন্ত বা, প্ৰচুৰাৰ্থত। যথা, লাহে ২, সৰু ২, ঘৰে ২ ইত্যাদি।

৩৭ সূত্ৰ।

পৰস্পৰে যি বস্তুৰ দ্বাৰাই কোনো ব্যাপাৰ বা কৰ্ম্ম কৰে, সেই বস্তুৰ প্ৰথমটোৰ পিছত য়া শেষৰটোৰ পিছত ই হয়। আৰু উভয় শব্দৰে উপান্ত আকাৰ হ্ৰস্ব হয়, সেই কৰ্ম্ম বা ব্যাপেৰে বুঝাবলৈ; এবং ব্যঞ্জনান্ত শব্দৰ পাচত য় লোপ হয়, আকাৰ মাত্ৰ থাকে, যথা, হাতে কৰা যি কাম, সি হতা হতি, চুলিয়া চুলী ইত্যাদি।

ইতি তদ্ধিত প্ৰকৰণং সম্পূৰ্ণং।

---

## আখ্যাত প্ৰকৰণাৰম্ভ।

আক্ষাত অৰ্থাত যাৰ দ্বাৰা ক্ৰিয়া কালাদিৰ জ্ঞান হয়; ক্ৰিয়াৰ আদি অবস্থাকে ধাতু বোলে। কৰ, খা, দে ইত্যাদি। কাল ছয় প্ৰকাৰ; যথা, বৰ্ত্তমান নিত্যপ্ৰবৃত্তবৰ্ত্তমান, ভূত, অপূৰ্ণভূত, সম্ভাব্যভূত, ভবিষ্যত।

১ বৰ্ত্তমান।

১ ক্ৰিয়াৰ শেষ নো হোয়া, অৰ্থাত সম্প্ৰতি ক্ৰিয়া কৰি থকা কালকে বৰ্ত্তমান কাল বোলে। যথা, কৰিছোঁ, খাইছোঁ, দিছোঁ।

২ সেই কাল বুঝাবলৈ অস্মদ বাচ্যে কৰ আদি ধাতুৰ পিছত ছোঁ, যুষ্মদ বাচ্যে সম্ভ্ৰমাৰ্থত ছা, ওচ্ছাৰ্থত ছ, নাম বাচ্যে (যুষ্মদ অস্মদত বাঝে অন্য শব্দৰ কৰ্ত্তা হলে,) ছে, বিভক্তি হয়। ইইঁতকে তিঙ বিভক্তি বোলা যায়।

৩ ধাতুৰ একবচন বহুবচন ভেদৰ নিমিত্তে অন্য ৰূপ ন হয়; কেবল সকলো কালত অস্মদ আৰু যুষ্মদ বাচ্যে বিভক্তিৰ পিছত "হঁক" এই কথাৰ যোগ হৈ নাম বাচ্যত এক বচনৰ দৰেই থাকে।

---

কোনোএ ইয়াক শোঁ, ষোঁ, এনেকৈ লিখে, কিন্তু তাক আমি শুদ্ধ নো বোলোঁ।

১ সূত্ৰ।

সকলো বিভক্তিএ নিমিত্তে কৰ প্ৰভৃতি ধাতুৰ পিছত বিভক্তিৰ পূৰ্ব্বে হৈ, ই আগম হয়। যথা, মই কৰিছোঁ, তুমি কৰিছা, তই কৰিছ, তেওঁ বা সি বা আপুনি কৰিছে, আমি কৰিছোঁহঁক, তোমালোকে কৰিছাহঁক, সিহঁতে কৰিছে ইত্যাদি।

২ সূত্ৰ।

অকাৰান্ত ধাতুৰ পিছত সেই ই ঐ হয়, আৰু ইকাৰান্ত ধাতুৰ পিছত লোপ হয়। যথা, মই লৈছোঁ, তুমি গৈছা, দিছোঁ, দিছা।

৩ সূত্ৰ।

থাক ধাতুৰ ঠাইত আ হয়। যথা, মই আছোঁ, তুমি আছা ইত্যাদি।

৪ সূত্ৰ।

যা ধাতুৰ ঠাইত গ হয়। মই গৈছোঁ, তুমি গৈছা, তেওঁ গৈছে, বহুবচনত আমি গৈছোঁহঁক, তোমালোক গৈছাহঁক ইত্যাদি।

২ নিত্য প্ৰবৃত্ত বৰ্ত্তমান কাল।

নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কালে (সম্প্ৰতি ক্ৰিয়া কৰি থকা নু বুঝায়, কিন্তু) সদায় ক্ৰিয়া কৰা কাল বুঝায়। যথা, মই ভাত খাও, অৰ্থাত সদায় খাওঁ।

আৰু এই পৰ্য্যন্ত ক্ৰিয়া কৰা নাই, কিন্তু অধিক বিলম্ব নাই, অল্প কালতে ক্ৰিয়া হব, এনে অৰ্থত এই কাল ব্যবহাৰ হয়। যথা, যাওঁ, অৰ্থাত এতিয়াই।

৫ সূত্ৰ।

সেই কাল বুঝাবলৈ ধাতুৰ পিছত অস্মদ বাচ্যে ওঁ যুষ্মদ বাচ্যে সম্ভ্ৰমাৰ্থত আ ওচ্ছাৰ্থত অ নামৰ প্ৰয়োগত এ বিভক্তি হয়। বহুবচনত পূৰ্ব্বৰ দৰেই হব। যথা, মই কৰোঁ, তুমি কৰা, তেওঁ বা সি কৰে, তই কৰ, আমি কৰোঁহঁক, তোমালোকে কৰাহঁক, সিবিলাকে কৰে ইত্যাদি।

৬ সূত্ৰ।

অবৰ্ণান্ত ধাতুৰ পিছত ওচ্ছাৰ্থৰ অ বিভক্তি লোপ হয়। যথা, তই যা, খা, ল, ইত্যাদি। সম্ভ্ৰমাৰ্থক আ বিভক্তিএ নিমিত্তে অন্ত্য অবৰ্ণত ও হয়, আৰু আৰ ঠাইত "য়াঁ" হয়। যথা, হোয়াঁ, খোয়াঁ, যোয়াঁ, ইত্যাদি।

৭ সূত্ৰ।

তুচ্ছাৰ্থৰ অ বিভক্তি পৰসন্তা হলে, হ ধাতুৰ অকাৰত ওকাৰ আৰু বিভক্তিৰ অত য় হয়। যথা, হোয় ইত্যাদি।

৮ সূত্ৰ।

ইকাৰান্ত ধাতুৰ পিছত যুষ্মদ বাচ্যৰ সম্ভ্ৰমাৰ্থক আৰু ওচ্ছাৰ্থক বিভক্তিৰ ঠাইত যাঁ আৰু য় হয়। যথা, তুমি দিয়াঁ, তই দিয়।

৯ সূত্ৰ।

অবৰ্ণান্ত ধাতুৰ পিছত এ বিভক্তিৰ ঠাইত য় হয়, আৰু ইবৰ্ণান্ত ধাতুৰ পিছত য়ে হয়। যথা, সি লয়, হয়, সেই দৰেই, খায়, দিয়ে, নিয়ে, ইত্যাদি।

১০ সূত্ৰ।

ওঁ বিভক্তি পৰসন্তা হলে, ধাতুৰ অন্ত উকাৰৰ গুণ হয়। যথা, মই শোওঁ, ধোওঁ ইত্যাদি।

৩ অপূৰ্ণ ভূত।

অপূৰ্ণ ভূত কালে এতিয়া যি ক্ৰিয়া সম্পন্ন হল, সেই ক্ৰিয়াৰ ভূত কালত বৰ্ত্তমান হোয়া, অৰ্থাত ভূত কালত অন্য কোনো এক ঘটনাৰ সময়ত ক্ৰিয়া কৰি থকা কাল বুঝায়। যথা, ৰজা আহোঁতেমেই ভাত খাইছিলোঁ ইত্যাদি।

১১ সূত্ৰ।

সেই কাল বুঝাবলৈ কৰ আদি ধাতুৰ পিছত অস্মদ বাচ্যে ছিলোঁ, যুষ্মদ বাচ্যে ছিলা, ওচ্ছাৰ্থত ছিলি, নাম বাচ্যত ছিল, এই বিভক্তি হয়।

অন্য সমুদায় কাৰ্য্য বৰ্ত্তমানৰ তুল্য। যথা, মই কৰিছিলোঁ, তুমি কৰিছিলা, তই কৰিছিলি, তেওঁ বা সি বা আপুনি কৰিছিল, আমি কৰিছিলোঁহঁক বা কৰিছিলোঁ, তোমালোকে কৰিছিলাহঁক বা কৰিছিলা। ইত্যাদি।

৪ ভূত কাল।

ক্ৰিয়াৰ অৰ্থৰ সম্পূৰ্ণতা বোধক কালকে ভূত কাল বোলে। যথা, কৰিলোঁ ইত্যাদি।

১২ সূত্ৰ।

সেই কাল বুঝাবলৈ ধাতুৰ পিছত অস্মদ বাচ্যে লোঁ, যুষ্মদ বাচ্যে সম্ভ্ৰমাৰ্থত লা ওচ্ছাৰ্থত লি নামৰ প্ৰয়োগত লে বিভক্তি হয়। অন্য কাৰ্য্য বৰ্ত্তমানৰ তুল্য। যথা, মই কৰিলোঁ, তুমি কৰিলা, তই কৰিলি, তেওঁ বা সি বা আপুনি কৰিলে। মই বুঝিলোঁ, তুমি বুঝিলা, তই বুঝিলি, তেওঁ বা সি বা আপুনি বুঝিলে।

১৩ সূত্ৰ।

হ আৰু যা ধাতুৰ পিছত লে বিভক্তিৰ এ লোপ হয়, আৰু সকলো বিভক্তিত ই প্ৰত্যয় ন হয়, এবং যা ধাতুৰ ঠাইত গ হয়। যথা, তেওঁ বা সি হল, গল।

১৪ সূত্ৰ।

আহ আদি ব্যঞ্জনান্ত ধাতুৰ পিছতো লে বিভক্তিৰ এ লোপ হয়। যথা, আহিল, থাকিল, মৰিল ইত্যাদি।

৫ ভবিষ্যত কাল।

ক্ৰিয়াৰ ভাবিত্ব বোধক কালকে ভবিষ্যত কাল বোলা যায়। যথা, হব ইত্যাদি।

১৫ সূত্ৰ।

সেই কাল বুঝাবলৈ ধাতুৰ পিছত অস্মদ বাচ্যে ম, যুষ্মদ বাচ্যে সম্ভ্ৰমাৰ্থত বা, ওচ্ছাৰ্থত বি, নাম বাচ্যত ব বিভক্তি হয়। যথা, মই কৰিম, তুমি কৰিবা, তই কৰিবি, তেওঁ বা সি কৰিব; আমি কৰিমহঁক বা কৰিম ইত্যাদি।

১৬ সূত্ৰ।

অবৰ্ণান্ত ধাতুৰ পিছত ই প্ৰত্যয় ন হয়। যথা, মই হম, তুমি হবা, তেওঁ হব, মই যাম, তুমি যাবা, সি যাব ইত্যাদি।

৬ সম্ভাব্যভূত।

যি কালত ক্ৰিয়া হবৰ সম্ভব আছিল, কিন্তু ক্ৰিয়া নো হোয়াকৈ গত হল, তাকে সম্ভাব্যভূত বোলে। যথা, কৰিলোঁহেঁতেন।

১৭ সূত্ৰ।

সেই কাল বুঝাবলৈ ভূত কাল বোধক বিভক্তিৰ পিছত 'হেঁতেন,' এই কথাৰ যোগ হয়। অন্য সমুদায় কাৰ্য্য ভূত কালৰ তুল্য। যথা, মই কৰিলোঁহেঁতেন, তুমি কৰিলাহেঁতেন, তই কৰিলিহেঁতেন, সি কৰিলেহেঁতেন, মই

কৰ্ম্মণিবাচ্যত কৰা হৈছোঁ, কৰা হৈছে, কৰা হৈছে, সেই দৰেই, মৰা হৈছোঁ প্ৰভৃতিও হব। আখ্যাত প্ৰকৰণৰ ৪৫ সূত্ৰ চোৱা।

গলোঁহেঁতেন, তুমি গলাহেঁতেন, তেওঁ গলহেঁতেন।

ওপৰত উক্ত হোৱা সূত্ৰবিলাকৰ উদাহৰণৰ নিমিত্তে কিছুমান চলিত ধাতুৰ পদ বিন্যাস কৰা গল।

কৰ ধাতু।

কতৃবাচ্য। বৰ্ত্তমান কাল।

| একবচন | বহুবচন। |
|---|---|
| অস্মদ, কৰিছোঁ, | কৰিছোঁহঁক বা কৰিছোঁ |
| যুষ্মদ, কৰিছা, কৰিছ, | কৰিছাহঁক, কৰিছহঁক বা কৰিছো ইত্যাদি। |
| নাম কৰিছে, | কৰিছে |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| অ কৰোঁ, | কৰোঁহঁক বা কৰোঁ |
| যু কৰা, কৰ, | কৰাহঁক, কৰহঁক ইত্যাদি। |
| না কৰে, | কৰে |

ভূত কাল।

| একবচন। | বহুবচন। |
|---|---|
| অ কৰিলোঁ, | কৰিলোঁহঁক, কৰিলোঁ। |
| যু কৰিলা, কৰিলি, | কৰিলাহঁক, কৰিলিহঁক |
| না কৰিলে, | কৰিলে |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ কৰিছিলোঁ, | কৰিছিলোঁহঁক ইত্যাদি |
| যু কৰিছিলা, কৰিছিলি | কৰিছিলাহঁক |
| না কৰিছিল | কৰিছিল |

সম্ভাব্য ভূত।

| একবচন। | বহুবচন। |
|---|---|
| অ কৰিলোঁহেঁতেন, | কৰিলোঁহঁকহেঁতেন বা কৰিলোঁহেঁতেন |
| যু কৰিলাহেঁতেন, কৰিলিহেঁতেন, | কৰিলাহেঁতেন ইত্যাদি |
| না কৰিলেহেঁতেন, | কৰিলেহেঁতেন |

ভবিষ্যত কাল।

| | |
|---|---|
| অ কৰিম, | কৰিমহঁক বা কৰিম |
| যু কৰিবা, কৰিবি, | কৰিবাহঁক ইত্যাদি |
| না কৰিব, | কৰিব |

খা ধাতু।

### বর্ত্তমান কাল।

| একবচন। | বহুবচন। |
|---|---|
| অ খাইছোঁ, | খাইছোঁইক বা খাইছোঁ |
| যু খাইছা, খাইছ, | খাইছাইক, খাইছইক |
| না খাইছে, | খাইছে |

### নিত্যপ্রবৃত্ত বর্ত্তমান।

| | |
|---|---|
| অ খাওঁ, | খাওঁইক |
| যু খোয়া, খা, | খোয়াইক |
| মা খায়, | খায় |

### ভূত কাল।

| | |
|---|---|
| অ খালোঁ, | খালোঁইক |
| যু খালা, খালি, | খালাইক |
| না খালে, | খালে |

### অপূর্ণ ভূত।

| | |
|---|---|
| অ খাইছিলোঁ, | খাইছিলোঁইক |
| যু কাইছিলা, খাইছিলি, | খাইছিলাইক |
| না খাইছিল, | খাইছিল |

### সম্ভাব্য ভূত।

| | |
|---|---|
| অ খালোঁহেঁতেন, | খালোঁইকহেঁতেন |
| যু খালাহেঁতেন, খালিহেঁতেন, | খালাইকহেঁতেন |
| না খালেহেঁতেন, | খালেহেঁতেন |

### ভবিষ্যত কাল

| | |
|---|---|
| অ [illegible], | খামইক বা খাম |
| যু খাবা, খাবি, | খাবাইক |
| না খাব, | খাব |

### যা ধাতু

### বর্ত্তমান কাল।

| | |
|---|---|
| অ গৈছোঁ, | গৈছোঁইক |
| যু গৈছা, গৈছ, | গৈছাইক |
| না গৈছে, | গৈছে |

### নিত্য প্রবৃত্ত বর্ত্তমান।

| | |
|---|---|
| অ যাওঁ, | যাওইক |
| যু যোয়া, যা, | যোয়াইক |

| | |
|---|---|
| না যায়. | যায় |

ভূত কাল।

| | |
|---|---|
| অ গলোঁ, | গলোঁহঁক |
| যু গলা, গলি, | গলাহঁক |
| না গল, | গল |

অপূর্ণ ভূত।

| | |
|---|---|
| অ গৈছিলোঁ, | গৈছিলোহঁক |
| যু গৈছিলা, গৈছিলি, | গৈছিলাহঁক |
| না গৈছিল, | গৈছিল |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ গলোঁহেঁতেন, | গলোঁহঁকহেঁতেন |
| যু গলাহেঁতেন, গলিহেঁতেন, | গলাহঁকহেঁতেন |
| না গলহেঁতেন, | গলহেঁতেন |

ভবিষ্যত কাল।

| | |
|---|---|
| অ যাম, | যামহঁক |
| যু যাবা, যাবি, | যাবাহঁক |
| না যাব, | যাব |

ঘঁহ ধাতু।

বর্ত্তমান।

| | |
|---|---|
| অ ঘঁহিছোঁ, | ঘঁহিছোঁহঁক |
| যু ঘঁহিছা, গঁহিছ, | ঘঁহিছাহঁক |
| না ঘঁহিছে, | ঘঁহিছে |

নিত্য প্রবৃত্ত বর্ত্তমান।

| | |
|---|---|
| অ ঘহোঁ, | ঘহোঁহঁক |
| যু ঘহাঁ, ঘঁহ, | ঘহাঁহঁক |
| না ঘঁহেঁ, | ঘঁহে |

ভূত কাল।

| | |
|---|---|
| অ ঘঁহিলোঁ, | ঘঁহিলোঁহঁক |
| যু ঘঁহিলা, ঘঁহিলি, | ঘঁহিলাহঁক |
| না ঘঁহিলে, | ঘঁহিলে |

অপূর্ণ ভূত।

| | |
|---|---|
| অ ঘঁহিছিলোঁ, | ঘঁহিলোঁহঁকহেঁতেন |
| যু ঘঁহিছিলা, ঘঁহিছিলি, | ঘঁহিছিলাহঁক |
| না ঘঁহিছিল, | ঘঁহিছিল |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ ঘঁহিলোঁহেঁতেন, | ঘঁহিলোঁইকহেঁতেন |
| যু ঘঁহিলাইকহেঁতেন, ঘঁহিলিহেঁতেন, | ঘঁহিলাহেঁতেন, ঘঁহিলিইকহেঁতেন |
| না ঘঁহিলেহেঁতেন, | ঘঁহিলেহেঁতেন |

ভবিষ্যত কাল।

| | |
|---|---|
| অ ঘঁহিম, | ঘঁহিমইক |
| যু ঘঁহিবা, ঘঁহিবি, | ঘঁহিবাইক |
| না ঘঁহিব, | ঘঁবিহ |

ল ধাতু।

বৰ্ত্তমান কাল।

| | |
|---|---|
| অ লৈছোঁ, | লৈছোইঁক |
| যু লৈছা, লৈছ, | লৈছাইঁক |
| না লৈছে, | লৈছে |

নিত্য প্রবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ লওঁ, | লওঁইক |
| যু লোয়াঁ, ল, | লোয়াইঁক |
| না লয়, | লয় |

ভূত কাল।

| | |
|---|---|
| অ ললোঁ, | ললোঁইঁক |
| যু ললা, ললি, | ললাইঁক |
| না ললে, | ললে |

অপূর্ণ ভূত।

| | |
|---|---|
| অ লৈছিলোঁ, | লৈছিলোঁইঁ ক |
| যু লৈছিলা, লৈছিলি, | লৈছিলাইঁক |
| না লৈছিল, | লৈছিল |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ ললোঁহেঁতেন, | ললোইঁকহেঁতেন |
| যু ললাহেঁতেন, ললিহেঁতেন, | লালহেঁতেন |
| না ললেহেঁতেন, | ললেহেঁতেন |

ভবিষ্যত কাল।

| | |
|---|---|
| অ লম, | লমইঁক |
| যু লবা, লবি, | লবাইঁক, লবিইঁক |
| না লব, | লব |

বুঝ ধাতু।

বৰ্ত্তমান।

| | |
|---|---|
| অ বুঝিছোঁ, | বুঝিছোঁহঁক |
| যু বুঝিছা, বুঝিছ, | বুঝিছাহঁক |
| না বুঝিছে, | বুঝিছে |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ বুঝোঁ, | |
| যু বঝা, বুঝ, | পূৰ্ব্ববত |
| না বুঝে, | |

ভূত কাল।

| একবচন। | বহুবচন। |
|---|---|
| অ বুঝিলোঁ, | |
| যু বুঝিলা, বুজিলি, | পূৰ্ব্ববত |
| না বুঝিলে, | |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ বুঝিছিলোঁ, | |
| যু বুঝিছিলা, বুঝিছিলি, | পূৰ্ব্ববত |
| না বুঝিছিল, | |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ বুঝিলোঁহেঁতেন, | |
| যু বুঝিলাহেঁতেন, বুঝিলিহেঁতেন, | পূৰ্ব্ববত |
| না বুঝিলেহেঁতেন, | |

ভবিষ্যত কাল।

| | |
|---|---|
| অ বুঝিম, | |
| যু বুঝিবা, বুঝিবি | পূৰ্ব্ববত |
| না বুঝিবা, | |

ধৰ ধাতু।

বৰ্ত্তমান।

| | |
|---|---|
| অ ধৰিছো, | |
| যু ধৰিছা, ধৰিছ, | পূৰ্ব্ববত |
| না ধৰিছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ ধৰোঁ, | |
| যু ধৰা, | পূৰ্ব্ববত |

না ধৰে,

ভূত কাল।

অ ধৰিলোঁ,
যু ধৰিলা, ধৰিলি, পূৰ্ব্ববত
না ধৰিলে,

অপূৰ্ণ ভূত।

অ ধৰিছিলোঁ,
যু ধৰিছিলা, ধৰিছিলি, পূৰ্ব্ববত
না ধৰিছিল,

সম্ভাব্য ভূত।

একবচন। বহুবচন।
অ ধৰিলোঁহেঁতেন,
যু ধৰিলাহেঁতেন, ধৰিলিহেঁতেন, পূৰ্ব্ববত
না ধৰিলেহেঁতেন,

ভবিষ্যত কাল।

অ ধৰিম,
যু ধৰিবা, ধৰিবি, পূৰ্ব্ববত
না ধৰিব,

মৰ ধাতু।

বৰ্ত্তমান।

অ মৰিছো,
যু মৰিছা, মৰিছ, পূৰ্ব্ববত
না মৰিছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ মৰোঁ,
যু মৰা, মৰ, পূৰ্ব্ববত
না মৰে,

ভূত কাল।

অ মৰিলোঁ,
যু মৰিলা, মৰিলি, পূৰ্ব্ববত
না মৰিল,

অপূৰ্ণ ভূত।

অ মৰিছিলোঁ,
যু মৰিছিলা, মৰিছিলি, পূৰ্ব্ববত

না মৰিলহেঁতেন,

ভৱিষ্যত কাল।

অ মৰিম,
যু মৰিবা, মৰিবি, পূৰ্ব্ববত
না মৰিব,

মাৰ ধাতু।

বৰ্ত্তমান।

একবচন। বহুবচন।

অ মাৰিছোঁ,
যু মাৰিছা, মাৰিছ, পূৰ্ব্ববত
না মাৰিছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ মাৰোঁ,
যু মাৰা, মাৰ, পূৰ্ব্ববত
না মাৰে,

ভূত কাল।

অ মাৰিলোঁ,
যু মাৰিলা, মাৰিলি, পূৰ্ব্ববত
না মাৰিলে,

অপূৰ্ণ ভূত।

অ মাৰিছিলোঁ,
যু মাৰিছিলা, মাৰিছিলি, পূৰ্ব্ববত
না মাৰিছিল,

সম্ভাব্য ভূত।

অ মাৰিলোঁহেঁতেন,
যু মাৰিলাহেঁতেন, মাৰিলিহেঁতেন, পূৰ্ব্ববত
না মাৰিলেহেঁতেন,

ভৱিষ্যত কাল।

অ মাৰিম,
যু মাৰিবা, মাৰিবি, পূৰ্ব্ববত
না মাৰিব,

হ ধাতু।

বৰ্ত্তমান।

অ হৈছোঁ,

যু হৈছা, হৈছে, পূৰ্ব্ববত
না হৈছে,

নিত্য প্রবৃত্ত বৰ্ত্তমান।

একবচন। বহুবচন।
অ হওঁ
যু হোৱা, পূৰ্ব্ববত
না হয়,

ভূতকাল।

অ হলোঁ,
যু হলা, হলি, পূৰ্ব্ববত
না হল,

অপূর্ণ ভূত।

অ হৈছিলো,
যু হৈছিলা, হৈছিল, পূৰ্ব্ববত
না হৈছিল,

সম্ভাব্য ভূত।

অ হলোঁহেঁতেন,
যু হলাহেঁতেন, হলিহেঁতেন, পূৰ্ব্ববত
না হলহেঁতেন,

ভবিষ্যত কাল।

অ হম,
যু হবা, হবি, পূৰ্ব্ববত
না হব,

লাগ ধাতু
বৰ্ত্তমান।

অ লাগিছোঁ,
যু লাগিছা, লাগিছ, পূৰ্ব্ববত
না লাগিছে

নিত্য প্রবৃত্ত বৰ্ত্তমান।

অ লাগোঁ,
যু লাগা, লাগ, পূৰ্ব্ববত
না লাগে,

ভূত কাল।

অ লাগিলোঁ,

যু লাগিলা, লাগিলি, — পূৰ্ব্ববত
না লাগিল,

অপূর্ণ ভূত।

একবচন। — বহুবচন।
অ লাগিছিলোঁ,
যু লাগিছিলা, লাগিছিলি, — পূৰ্ব্ববত
না লাগিছিল,

সম্ভাব্য ভূত।

অ লাগিলোঁহেঁতেন,
যু লাগিছিলা, লাগিছিলি, — পূৰ্ব্ববত
না লাগিলহেঁতেন,

ভবিষ্যত কাল।

অ লাগিম,
যু লাগিবা, লাগিবি, — পূৰ্ব্ববত
না লাগিব,

## উঠ ধাতু।

বৰ্ত্তমান।

অ উঠিছোঁ,
যু উঠিছা, উঠিছ, — পূৰ্ব্ববত
না উঠিছে,

নিত্য প্রবৃততি বৰ্ত্তমান।

অ উঠোঁ,
যু উঠা, উঠ, — পূৰ্ব্ববত
না উঠে,

ভূত কাল।

অ উঠিলোঁ,
যু উঠিলা, উঠিলি, — • পূৰ্ব্ববত
না উঠিল,

অপূৰ্ণ ভূত।

অ উঠিছিলোঁ,
যু উঠিছিলা, উঠিছিলি, — পূৰ্ব্ববত
না উঠিছিল,

সম্ভাব্য ভূত।

অ উঠিলোহেঁতেন,

| একবচন। | বহুবচন। |
|---|---|
| যু উঠিলাহেঁতেন, উঠিলিহেঁতেন, | পূৰ্ব্ববত |
| না উঠিলহেঁতেন, | |

ভবিষ্যত কাল।

| | |
|---|---|
| অ উঠিম, | |
| যু উঠিবা, উঠিবি, | পূৰ্ব্ববত |
| না উঠিব, | |

## শু ধাতু।

বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| অ শুইছোঁ, | |
| যু শুইছা, শুইছ, | পূৰ্ব্ববত |
| না শুইছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ শোওঁ, | |
| যু শোয়া, শোয়, | পূৰ্ব্ববত |
| না শোএ, | |

ভূত কাল।

| | |
|---|---|
| অ শুলোঁ, | |
| যু শুলা, শুলি, | পূৰ্ব্ববত |
| না শুলে, | |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ শুইছিলোঁ, | |
| যু শউছিলা, শুইছিলি, | পূৰ্ব্ববত |
| না শুইছিল, | |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ শুলোহেঁতেন, | |
| যু শুলাহেঁতেন, শুলিহেঁতেন, | পূৰ্ব্ববত |
| না শুলেহেঁতেন, | |

ভবিষ্যত কাল।

অ শুম,

যু শুবা, শুবি, পূৰ্ব্ববত
না শুব,

## ধু ধাতু।

### বৰ্ত্তমান।

একবচন। বহুবচন।
অ ধুইছো,
যু ধুইছা, ধুইছ, পূৰ্ব্ববত
না ধুইছে,

### নিত্য প্রবৃত্ত বৰ্ত্তমান।

অ ধোওঁ,
যু ধোয়া, ধোয়, পূৰ্ব্ববত
না ধোএ,

### ভূত কাল।

অ ধুলোঁ,
যু ধুলা, ধুলি, পূৰ্ব্ববত
না ধুলে,

### অপূর্ণ ভূত।

অ ধুইছিলোঁ,
যু ধুইছিলা, ধুইছিলি, পূৰ্ব্ববত
না ধুইছিল,

### সম্ভাব্য ভূত।

অ ধুলোঁহেঁতেন,
যু ধুলাহেঁতেন, ধুলিহেঁতেন, পূৰ্ব্ববত
না ধুলেহেঁতেন,

### ভবিষ্যত কাল।

অ ধুম,
যু ধুবা, ধুবি, পূৰ্ব্ববত
না ধুব,

## দি ধাতু।

### বৰ্ত্তমান।

অ দিছোঁ,
যু দিছা, দিছ, পূৰ্ব্ববত

না দিছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| অ দিওঁ, | |
| যু দিয়া, দিয়, | পূৰ্ব্ববত |
| না দিয়ে, | |

ভূত কাল।

| একবচন। | বহুবচন। |
|---|---|
| অ দিলোঁ, | |
| যু দিলা, দিলি, | পূৰ্ব্ববত |
| না দিলে, | |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ দিছিলোঁ, | |
| যু দিছিলা, দিছিলি, | পূৰ্ব্ববত |
| না দিছিল, | |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ দিলোঁহেঁতে, | |
| যু দিলাহেঁতেন, দিলিহেঁতেন, | পূৰ্ব্ববত |
| না দিলেহেঁতেন, | |

ভবিষ্যত কাল।

| | |
|---|---|
| অ দিম, | |
| যু দিবা, দিবি, | পূৰ্ব্ববত |
| না দিব, | |

নি ধাতু।

বৰ্ত্তমান।

| | |
|---|---|
| অ নিছোঁ, | |
| যু নিছা, নিছ, | পূৰ্ব্ববত |
| না নিছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ নিওঁ, | |
| যু নিয়া, নিয়, | পূৰ্ব্ববত |
| না নিয়ে, | |

ভূত কাল।

অ নিলোঁ,

| একবচন। | বহুবচন। |
|---|---|
| যু নিলা, নিলি, | পূৰ্ব্ববত |
| না নিলে, | |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ নিছিলোঁ, | |
| যু নিছিলা, নিছিলি, | পূৰ্ব্ববত |
| না নিছিল, | |

সম্ভাব্য ভূত।

| | |
|---|---|
| অ নিলোঁহেঁতেন, | |
| যু নিলাহেঁতেন, নিলিহেঁতেন, | পূৰ্ব্ববত |
| না নিলেহেঁতেন, | |

ভবিষ্যত কাল।

| | |
|---|---|
| অ নিম, | |
| যু নিবা, নিবি, | পূৰ্ব্ববত |
| না নিব, | |

থাক ধাতু।

বৰ্ত্তমান।

| | |
|---|---|
| অ আছোঁ, | |
| যু আছা, আছ, | পূৰ্ব্ববত |
| না আছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ থাকোঁ, | |
| যু থাকা, থাক, | পূৰ্ব্ববত |
| না থাকে, | |

ভূত কাল।

| | |
|---|---|
| অ থাকিলোঁ, | |
| যু থাকিলা, থাকিলি, | পূৰ্ব্ববত |
| না থাকিল, | |

অপূৰ্ণ ভূত।

| | |
|---|---|
| অ আছিলোঁ, | |
| যু আছিলা, আছিলি, | পূৰ্ব্ববত |
| না আছিল, | |

সম্ভাব্য ভূত।

অ থাকিলোঁহেঁতেন,

যু থাকিলাহেঁতেন, থাকিলিহেঁতেন, — পূৰ্ব্ববত
না থাকিলহেঁতেন,

ভবিষ্যত কাল।

অ থাকিম,
যু থাকিবা, থাকিবি, — পূৰ্ব্ববত
না থাকিব,

## পাৰ ধাতু।

বৰ্ত্তমান কাল।

অ পাৰিছোঁ,
যু পাৰিছা, পাৰিছ, — পূৰ্ব্ববত
না পাৰিছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ পাৰোঁ,
যু পাৰা, পাৰ, — পূৰ্ব্ববত
না পাৰে,

ভূত কাল।

অ পাৰিলোঁ,
যু পাৰিলা, পাৰিলি, — পূৰ্ব্ববত
না পাৰিলে,

অপূৰ্ণ ভূত।

অ পাৰিছিলোঁ,
যু পাৰিছিলা, পাৰিছিলি, — পূৰ্ব্ববত
না পাৰিছিল,

সম্ভাব্য ভূত।

অ পাৰিলোঁহেঁতেন
যু পাৰিলাহেঁতেন, পাৰিলিহেঁতেন, — পূৰ্ব্ববত
না পাৰিলেহেঁতেন,

ভবিষ্যত কাল।

অ পাৰিম,
যু পাৰিবা, পাৰিবি, — পূৰ্ব্ববত
না পাৰিব,

---

অৰ্থাত অন্য এটাক নিয়োগ কৰি ক্ৰিয়া কৰোৱা অৰ্থত। যথা, মই কৰিছোঁ, তুমি মোৰ দ্বাৰাই কৰাইছা, খাইছোঁ, তুমি মোক খুৱাইছা ইত্যাদি। নিযুজ্য প্ৰেৰণী ক্ৰিয়াতো সেই ৰূপেই হয়। যথা, অনোৱাওঁ, খোজোৱালোঁ।

## আহ্ ধাতু।

### বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| অ আহিছোঁ, | |
| যু আহিছা, আহিছ, | পূৰ্ব্ববত |
| না আহিছে, | |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | |
|---|---|
| অ আহোঁ, | |
| যু আহাঁ, আহ, | পূৰ্ব্ববত |
| না আহে, | |

### ভূত কাল।

| | |
|---|---|
| অ আহিলোঁ, | |
| যু আহিলা, আহিলি, | পূৰ্ব্ববত |
| না আহিল, | |

### অপূৰ্ণ ভূত।

| | |
|---|---|
| অ আহিছিলোঁ, | |
| যু আহিছিলা, আহিছিলি, | পূৰ্ব্ববত |
| না আহিছিল, | |

### সম্ভাব্য ভূত।

| | |
|---|---|
| অ আহিলোঁহেঁতেন, আহিলিহেঁতেন, | পূৰ্ব্ববত |
| না আহিলহেঁতেন, | |

### ভবিষ্যত কাল।

| | |
|---|---|
| অ আহিম, | |
| যু আহিবা, আহিবি, | পূৰ্ব্ববত |
| না আহিব, | |

---

## প্ৰেৰণী ক্ৰিয়াৰ বিষয়।

### ১৮ সূত্ৰ।

প্ৰেৰণাৰ্থত অৰ্থাৎ লোকৰ দ্বাৰাই ক্ৰিয়া কৰোৱা। অৰ্থৎ কৰ আদি ধাতুৰ পিছত ও অপূৰ্ণ ভূত কালত "আই" হয়। যথা, কৰাইছোঁ, কৰাইছিলোঁ, ভৰাইছোঁ, ভৰাইছিলোঁ ইত্যাদি।

---

এই সব ধাতু বেগাই যোৱা অৰ্থক স্থানান্তৰ কৰা, কিম্বা চালন কৰা অৰ্থক সব ধাতু ন হয়, সেই সব ধাতুৰ হলে; যথা, সৰাইছোঁ এনেহে হয়। সন্নাৰ্থক ৰাব ওপৰত চন্দ্ৰবিন্দু হয়।

১৯ সূত্ৰ।

খা প্ৰভৃতি ধাতুৰ পিছত "আই" হলে আকাৰত উকাৰ হয়, আৰু আইৰ আত য়া হয়। যথা, খুয়াইছোঁ, খুয়াইছিলোঁ ইত্যাদি।

২০ সূত্ৰ।

প্ৰেৰণাৰ্থত ধাতুৰ উপান্ত আকাৰ হ্ৰস্ব হয়। যথা, ৰখাইছোঁ, ৰখাম, অনালোঁ, অনাওঁ। আৰু উপান্ত উকাৰত গুণ হয়। যথা, খোজাইছোঁ, বোলাইছোঁ ইত্যাদি।

২১ সূত্ৰ।

ভূত, ভবিষ্যত, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান ও সম্ভাব্য ভূত কালত ধাতুৰ পিছত আ হয়। যথা, কৰালোঁ, কৰাম, কৰাওঁ, কৰালোহেঁতেন; কৰাই, খুয়া ইত্যাদি। খা ধাতুৰ আকাৰত পূৰ্ব্ববত উকাৰ হয়। যথা, খুয়াম, খুয়ালোঁ ইত্যাদি।

২২ সূত্ৰ।

বৰ্ত্তমান কালত সম্ভ্ৰমাৰ্থক আঁ বিভক্তিৰ ঠাইত য়াঁ হয়, আৰু প্ৰত্যয়ৰ আত ও হয়। ওচ্ছাৰ্থত অ বিভক্তি লোপ হয়। যথা, কৰোয়াঁ, ধৰোয়াঁ, খুউয়াঁ; কৰা, খুয়া ইত্যাদি।

২৩ সূত্ৰ।

ল, গা আদি অবৰ্ণান্ত ধাতুৰ সকলো কালত অবৰ্ণৰ ঠাইত ওকাৰ হয়, আৰু প্ৰত্যয়ৰ আ য়া হয়। যথা, গোয়াইছোঁ, গোয়াইছিলোঁ, লোয়াম, লোয়ালোঁ, বোয়াইছোঁ ইত্যাদি।

২৪ সূত্ৰ।

লৰ ধাতুত উকাৰ যোগ হয়। যথা, লৰুয়াইছোঁ, লৰুয়ালোঁ ইত্যাদি।

২৫ সূত্ৰ।

ধু ধাতুৰ উকাৰত ওকাৰ হয়। যথা, ধোয়াইছোঁ, ধোয়াম, ধোয়ালোঁ ইত্যাদি।

২৬ সূত্ৰ।

সকলো কালত প্ৰেৰণাৰ্থত পৰ ধাতুৰ ঠাইত পেল হয়। যথা, পেলা২ছোঁ, পেলালা, পেলাব ইত্যাদি।

২৭ সূত্ৰ।

থাক প্ৰভৃতি কিছুমান ধাতু প্ৰেৰণাৰ্থত ব্যবহাৰ ন হয়। যথা, আছোঁ, ইয়াৰ অছাইছোঁ, থাকিম, ইয়াৰ থকাম, এনে ন হয়।

থাক ধাতুৰ পৰিবৰ্ত্তে প্ৰেৰণাৰ্থত ৰাখ ধাতুৰ ক্ৰিয়া ব্যবহাৰ কৰিব লাগে। যথা, ৰাখিছোঁ, ৰখাম ইত্যাদি।

২৮ সূত্ৰ।

প্ৰেৰণাৰ্থত যেতিয়া সকৰ্ম্মক ক্ৰিয়াৰ এনে অৰ্থ হয় যে, এটাই ক্ৰিয়া কৰিছে, অন্য এটাই সেই ক্ৰিয়াত কৰ্ত্তাক নিয়োজন কৰিছে, আৰু এটাই সেই নিয়োজন কৰ্ত্তাক ক্ৰিয়া কৰিবলৈ নিয়োগ কৰিছে, তেতিয়া প্ৰেৰণাৰ্থত ধাতুৰ পিছত ওয়া হয়, অন্য কাৰ্য্যত পূৰ্ব্ববৎ। যথা, খুওয়াইছোঁ, কৰোয়াইছো, কৰোয়ালোঁ, মৰোয়ালোঁ, ধৰোয়ালো, অথচ্ছাত এজনে খালে অন্য এজনে তাক খুয়ালে, অপৰ জনে খুয়াবলৈ নিয়োগ কৰিলে ইত্যাদি।

চন্না সূত্ৰ।

এই এয়া প্ৰত্যয়ে নিমিত্তে নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কালৰ আঁ ও আ বিভক্তি লোপ হয়। যথা, তুমি কৰোয়াঁ তই কৰোয়া, খুওয়াঁ, খুওয়া ইত্যাদি।

# প্ৰেৰণাৰ্থক ধাতুৰ ৰূপ।

## কৰ ধাতু।

### বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | কৰাইছোঁ, | কৰাইছোহঁক |
| যু | কৰাইছা, কৰাইছ, | কৰাইছাহঁক |
| না | কৰাইছে, | কৰাইছে |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | কৰাওঁ, | |
| যু | কৰোৱাঁ, কৰা, | পূৰ্ব্ববত |
| না | কৰায়, | |

### ভূত কাল।

| | | |
|---|---|---|
| অ | কৰালোঁ, | |
| যু | কৰালা, কৰালি, | পূৰ্ব্ববত |
| না | কৰালে, | |

### অপূৰ্ণ ভূত।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | কৰাইছিলোঁ, | |
| যু | কৰাইছিলা, কৰাইছিলি, | পূৰ্ব্ববত |
| না | কৰাইছিল, | |

### সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | কৰালোঁহেঁতেন | |
| যু | কৰালাহেঁতেন, কৰালিহেঁতেন, | পূৰ্ব্ববত |
| না | কৰালেহেঁতেন, | |

### ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | কৰাম, | |
| যু | কৰাবা, কৰাবি, | পূৰ্ব্ববত |
| না | কৰাব, | |

## খা ধাতু।

### বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | খুৱাইছোঁ, | |
| যু | খুৱাইছা, খুৱাইছ, | পূৰ্ব্ববত |
| না | খুৱাইছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ খুয়াওঁ,
যু খুওয়াঁ, খুয়া, পূৰ্ব্ববত
না খুয়ায়,

ভূত কাল।

অ খুয়ালেঁ,
যু খুয়ালা, খুয়ালি, পূৰ্ব্ববত
না খুয়ালে,

অ খুয়াইছিলোঁ,
যু খুয়াইছিলা, খুয়াইছিলি, পূৰ্ব্ববত
না খুয়াইছিল,

সম্ভাব্য ভূত।

অ খুয়ালোঁহেঁতেন,
যু খুয়ালাহেঁতেন, খুয়ালিহেঁতেন, পূৰ্ব্ববত
না খুয়ালেহেঁতেন,

ভবিষ্যত কাল।

অ খুয়াম,
যু খুয়াবা, খুয়াবি, পূৰ্ব্ববত
না খুয়াব,

## ৰাখ ধাতু।

বৰ্ত্তমান।

অ ৰখাইছোঁ,
যু ৰখাইছা, ৰখাইছে, পূৰ্ব্ববত
না ৰখাইছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ ৰখাওঁ,
যু ৰখোয়াঁ, ৰখা, পূৰ্ব্ববত
না ৰখায়,

ভূত কাল।

অ ৰখালোঁ,
যু ৰখালা, ৰখালি, পূৰ্ব্ববত
না ৰখালে,

অপূৰ্ণ ভূত।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | ৰখাইছিলোঁ, | |
| যু | ৰখাইছিলা, ৰখাইছিলি, | পূৰ্ব্ববত |
| না | ৰখাইছিল, | |

সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | ৰখালোঁহেঁতেন, | |
| যু | ৰখালাহেঁতেন, ৰখালিহেঁতেন, | পূৰ্ব্ববত |
| না | ৰখালেহেঁতেন, | |

ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | ৰখাম, | |
| যু | ৰখাবা, ৰখাবি, | পূৰ্ব্ববত |
| না | ৰখাব, | |

## গা ধাতু।

বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | গোয়াইছোঁ, | |
| যু | গোয়াইছা, গোয়াইছ, | পূৰ্ব্ববত |
| না | গোয়াইছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | গোয়াওঁ, | |
| যু | গোওয়াঁ, গোয়া, | পূৰ্ব্ববত |
| না | গোয়ায়, | |

ভূত কাল।

| | | |
|---|---|---|
| অ | গোয়ালোঁ, | |
| যু | গোয়ালা, গোয়ালি, | পূৰ্ব্ববত |
| না | গোয়ালে, | |

অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | গোয়াইছিলোঁ, | |
| যু | গোয়াইছিলা, গোয়াইছিলি, | পূৰ্ব্ববত |
| না | গোয়াইছিল, | |

সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | গোয়ালোঁহেঁতেন, | |
| যু | গোয়ালাহেঁতেন, গোয়ালিহেঁতেন, | পূৰ্ব্ববত |

না গোৱালেহেঁতেন,

ভবিষ্যত কাল।

অ গোৱাম,
যু গোৱাবা, গোৱাবি, পূৰ্ব্ববত
না গোৱাব,

## লৰ ধাতু।

বৰ্ত্তমান।

অ লৰুৱাইছো,
যু লৰুৱাইছা, লৰুৱাইছ পূৰ্ব্ববত
না লৰুৱাইছে,

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ লৰুৱাওঁ,
যু লৰুওৱাঁ, লৰুৱা, পূৰ্ব্ববত
না লৰুৱায়,

ভূত কাল।

অ লৰুৱালোঁ,
যু লৰুৱালা, লৰুৱালি, পূৰ্ব্ববত
না লৰুৱালে,

অপূৰ্ণ ভূত।

অ লৰুৱাইছিলোঁ,
যু লৰুৱাইছিলা, লৰুৱাইছিলি, পূৰ্ব্ববত
না লৰুৱাইছিল,

সম্ভাব্য ভূত।

অ লৰুৱালোঁহেঁতেন,
যু লৰুৱালাহেঁতেন, লৰুৱালিহেঁতেন, পূৰ্ব্ববত
না লৰুৱালেহেঁতেন,

ভবিষ্যত কাল।

অ লৰুৱাম,
যু লৰুৱাবা, লৰুৱাবি, পূৰ্ব্ববত
না লৰুৱাব,

## পৰ ধাতু।

### বৰ্ত্তমান কাল।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | পেলাইছোঁ, | |
| যু | পেলাইছা, পেলাইছ, | পূৰ্ব্ববত |
| না | পেলাইছে, | |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | পেলাওঁ , | |
| যু | পেলোয়াঁ, পেলা, | পূৰ্ব্ববত |
| না | পেলায়, | |

### ভূত কাল।

| | | |
|---|---|---|
| অ | পেলালোঁ, | |
| যু | পেলালা, পেলালি, | পূৰ্ব্ববত |
| না | পেলালে, | |

### অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | পেলাইছিলোঁ, | |
| যু | পেলাইছিলা, পেলাইছিলি | পূৰ্ব্ববত |
| না | পেলাইছিল, | |

### সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | পেলালোঁহেঁতেন, | |
| যু | পেলালাহেঁতেন, পেলালিহেঁতেন, | পূৰ্ব্ববত |
| না | পেলালেহেঁতেন, | |

### ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | পেলাম, | |
| যু | পেলাবা, পেলাবি, | পূৰ্ব্ববত |
| না | পেলাব, | |

## ধু ধাতু।

### বৰ্ত্তমান কাল।

| | | |
|---|---|---|
| অ | ধোয়াইছোঁ, | |
| যু | ধোয়াইছা, ধোয়াইছ, | পূৰ্ব্ববত |
| না | ধোয়াইছে, | |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| একবচন। | | বহুবচন। |
|---|---|---|

অ ধোয়াওঁ,
যু ধোওয়াঁ, ধোয়া, পূৰ্ব্ববত
না ধোয়ায়,

ভূত কাল।

অ ধোয়ালোঁ,
যু ধোয়ালা, ধোয়ালি, পূৰ্ব্ববত
না ধোয়ালে,

অপূর্ণ ভূত।

অ ধোয়াইছিলোঁ,
যু ধোয়াইছিলা, পূৰ্ব্ববত
না ধোয়াইছিল,

সম্ভাব্য ভূত।

অ ধোয়ালোঁহেঁতেন,
যু ধোয়ালাহেঁতেন, ধোয়ালিহেঁতেন, পূৰ্ব্ববত
না ধোয়ালেহেঁতেন,

ভবিষ্যত কাল।

অ ধোয়াম,
যু ধোয়াবা, ধোয়াবি, পূৰ্ব্ববত
না ধোয়াব,

## দি ধাতু।

বৰ্ত্তমান।

অ দিয়াইছোঁ,
যু দিয়াইছা, দিয়াইছ, পূৰ্ব্ববত
না দিয়াইছে,

নিত্য প্রবৃত্ত বৰ্ত্তমান।

অ দিয়াওঁ,
যু দিওয়াঁ, দিয়া, পূৰ্ব্ববত
না দিয়ায়,

ভূত কাল।

অ দিয়ালোঁ,
যু দিয়ালা, দিয়ালি, পূৰ্ব্ববত
একবচন। বহুবচন।
না দিয়ালে,

অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | দিয়াইছিলোঁ, | |
| যু | দিয়াইছিলা, দিয়াইছিলি, | পূৰ্ব্ববত |
| না | দিয়াইছিল, | |

সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | দিয়ালোঁহেঁতেন, | |
| যু | দিয়ালা, দিয়ালি, হেঁতেন, | পূৰ্ব্ববত |
| না | দিয়ালেহেঁতেন, | |

ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | দিয়াম, | |
| যু | দিয়াবা, দিয়াবি, | পূৰ্ব্ববত |
| না | দিয়াব, | |

## নিযুজ্য প্ৰেৰণী ক্ৰিয়াৰ ৰূপ।

## কৰ ধাতু।

বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | কৰোয়াইছোঁ, | কৰোয়াইছোঁহঁক, |
| যু | কৰোয়াইছা, কৰোয়াইছ, | কৰোয়াইছাহঁক, কৰোয়াইছহঁক, |
| না | কৰোয়াইছে, | কৰোয়াইছে, |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | কৰোয়াওঁ, | |
| যু | কৰোওয়াঁ, কৰোয়া, | পূৰ্ব্ববত |
| না | কৰোয়ায়, | |

ভূত কাল।

| | | |
|---|---|---|
| অ | কৰোয়ালোঁ, | |
| যু | কৰোয়ালা, কৰোয়ালি, | পূৰ্ব্ববত |
| না | কৰোয়ালে, | |

অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | কৰোয়াইছিলোঁ, | |
| যু | কৰোয়াইছিলা, কৰোয়াইছিলি, | পূৰ্ব্ববত |
| না | কৰোয়াইছিল, | |

সম্ভাব্য ভূত।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | কৰোয়ালোঁহেঁতেন, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান কালত ব্যঞ্জনান্ত ধাতুৰ সম্ভ্ৰমাৰ্থক মধ্যম বাচ্যৰ পদ দুইও প্ৰকাৰ প্ৰেৰণী ক্ৰিয়াৰ এক ৰূপ হয়।

| | | |
|---|---|---|
| যু | কৰোৱালাহেঁতেন, কৰোৱালিহেঁতেন, | পূৰ্ব্ববত |
| না | কৰোৱালেহেঁতেন, | |

ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | কৰোৱাম, | |
| যু | কৰোৱাবা, কৰোৱাবি, | পূৰ্ব্ববত |
| না | কৰোৱাব, | |

## খা ধাতু।

বৰ্ত্তমান

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | খুওয়াইছোঁ, | |
| যু | খুওয়াইছা, খুয়াইছ, | পূৰ্ব্ববত |
| না | খুওয়াইছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | খুওয়াওঁ, | |
| যু | খুওয়াঁ, খুওয়া, | পূৰ্ব্ববত |
| না | খুওয়ায়, | |

ভূত কাল।

| | | |
|---|---|---|
| অ | খুওয়ালোঁ, | |
| যু | খুওয়ালা, খুওয়ালি | পূৰ্ব্ববত |
| না | খুওয়ালে, | |

অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | খুওয়াইছিলোঁ, | |
| যু | খুওয়াইছিলা, খুয়াইছিলি, | পূৰ্ব্ববত |
| না | খুওয়াইছিল, | |

সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | খুওয়ালোঁহেঁতেন, | |
| যু | খুওয়ালাহেঁতেন, খুওয়ালিহেঁতেন, | পূৰ্ব্ববত |
| না | খুওয়ালেহেঁতেন, | |

ভবিষ্যত কাল।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | খুওয়াম, | |
| যু | খুওয়াবা, খুওয়াবি, | পূৰ্ব্ববত |
| না | খুওয়াব, | |

## গা ধাতু।

### বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | গোওয়াইছোঁ, | |
| যু | গোওয়াইছা, গোওয়াইছ, | পূৰ্ব্ববত |
| না | গোওয়াইছে, | |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | গোওয়াওঁ, | |
| যু | গোওয়াঁ, গোওয়া, | পূৰ্ব্ববত |
| না | গোওয়ায়, | |

### ভূত কাল।

| | | |
|---|---|---|
| অ | গোওয়ালোঁ, | |
| যু | গোওয়ালা, গোওয়ালি, | পূৰ্ব্ববত |
| না | গোওয়ালে, | |

### অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | গোওয়াইছিলোঁ, | |
| যু | গোওয়াইছিলা, গোওয়াইছিলি, | পূৰ্ব্ববত |
| না | গোওয়াইছিল, | |

### সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | গোওয়লাঁহেঁতেন | |
| যু | গোওয়ালা, গোওয়ালিহেঁতেন, | পূৰ্ব্ববত |
| না | গোওয়ালেহেঁতেন, | |

### ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | গোওয়াম, | |
| যু | গোওয়াবা, গোওয়াবি, | পূৰ্ব্ববত |
| না | গোওয়াব, | |

## ৰাখ ধাতু।

### বৰ্ত্তমান।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | ৰখোয়াইছোঁ, | |
| যু | ৰখোয়াইছা, ৰখোয়াইছ, | পূৰ্ব্ববত |
| না | ৰখোয়াইছে, | |

### নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

অ ৰখোয়াওঁ,

| | | |
|---|---|---|
| যু | ৰখোয়াঁ, ৰখোয়া, | পূৰ্ব্ববত |
| না | ৰখোয়ায়, | |

ভূত কাল।

| | | |
|---|---|---|
| অ | ৰখোয়ালোঁ, | |
| যু | ৰখোয়ালা, ৰখোয়ালি, | পূৰ্ব্ববত |
| না | ৰখোয়ালে, | |

অপূৰ্ণ ভূত।

| | | |
|---|---|---|
| অ | ৰখোয়াইছিলোঁ, | |
| যু | ৰখোয়াইছিলা, ৰখোয়াইছিলি, | পূৰ্ব্ববত |
| না | ৰখোয়াইছিল, | |

সম্ভাব্য ভূত।

| | | |
|---|---|---|
| অ | ৰখোয়ালোঁহেঁতেন, | |
| যু | ৰখোয়ালাহেঁতেন, ৰখালিহেঁতেন, | পূৰ্ব্ববত |
| না | ৰখোয়ালেহেঁতেন, | |

ভবিষ্যত কালষ

| | | |
|---|---|---|
| অ | ৰখোয়াম, | |
| যু | ৰখোয়াবা, ৰখোয়াবি, | পূৰ্ব্ববত |
| না | ৰখোয়াব, | |

## পৰ ধাতু।

বৰ্ত্তমান।

| | | |
|---|---|---|
| অ | পেলোয়াইছোঁ, | |
| যু | পেলোয়াইছা, পেলোয়াইছ, | পূৰ্ব্ববত |
| না | পেলোয়াইছে, | |

নিত্য প্ৰবৃত্ত বৰ্ত্তমান।

| একবচন। | | বহুবচন। |
|---|---|---|
| অ | পেলোয়াওঁ, | |
| যু | পোলোওয়াঁ, পোলোয়া, | পূৰ্ব্ববত |
| না | পেলোয়ায়, | |

ভূত কাল।

| | | |
|---|---|---|
| অ | পেলোয়ালোঁ, | |
| যু | পেলোয়ালা, পেলোয়লি, | পূৰ্ব্ববত |
| না | পেলোয়ালে, | |

অপূর্ণ ভূত।

অ পেলোয়াইছিলোঁ,
যু পেলোয়াইছিলা, পেলোয়াইছিলি, পূর্ব্ববত
না পেলোয়াইছিল,

সম্ভাব্য ভূত।

অ পেলোয়াঁলোহেঁতেন,
যু পোলোয়াল, পেলোয়ালি, হেঁতেন, পূর্ব্ববত
না পোলোয়ালেহেঁতেন,

ভবিষ্যত কাল।

অ পোলোয়াম,
যু পেলোয়াবা. পেলোয়াবি, পূর্ব্ববত
না পেলোয়াব,

## দি ধাতু।

বর্ত্তমান।

অ দিওয়াইছোঁ,
যু দিওয়াইছা, দিওয়াইছ, পূর্ব্ববত
না দিওয়াইছে,

নিত্য প্রবৃত্ত বর্ত্তমান।

অ দিওয়াওঁ,
যু দিওয়াঁ, দিওয়া, পূর্ব্ববত
না দিওয়ায়,

ভূত কাল।

অ দিওয়ালোঁ,
যু দিওয়ালা, দিওয়ালি, পূর্ব্ববত
না দিওয়ালে,

অপূর্ণ ভূত।

একবচন। বহুবচন।

অ দিওয়াইছিলোঁ,
যু দিওয়াইছিলা, দিওয়াইছিলি, পূর্ব্ববত
না দিওয়াইছিল,

সম্ভাব্য ভূত।

অ দিওয়ালোঁহেঁতেন,

---

ক্রিয়া নিষ্পত্তিত সংশয় থাকিলে, ভবিষ্যত কালহে হব। যথা, মই পখুলিকে ভাত নে খাব, অর্থাত নে খাব হবলা'

| | | |
|---|---|---|
| যু | দিওয়ালা, দিওয়ালি, হৈঁতেন, | পূৰ্ব্ববত |
| না | দিওয়ালেহৈঁতেন, | |

ভবিষ্যত কাল।

| | | |
|---|---|---|
| অ | দিওয়াম, | |
| যু | দিওয়াবা, দিওয়াবি, | পূৰ্ব্ববত |
| না | দিওয়াব, | |

৩০ সূত্ৰ।

আকাৰান্ত সকৰ্ম্মক ধাতুৰ প্ৰেৰণা ক্ৰিয়াৰ ৰূপ অন্য ধাতুৰ প্ৰেৰণী ক্ৰিয়াৰ তুল্য হয়, আৰু তাৰ বেলেগ নিযুজ্য প্ৰেৰণী ক্ৰিয়াৰ আবশ্যক নাই।

| সাধাৰণী। | প্ৰেৰণী। |
|---|---|
| পঠাইছোঁ, | পঠোয়াইছোঁ, |
| খিৰাইছোঁ, | খিৰোয়াইছোঁ, |
| নিৰাইছোঁ, | নিৰোয়াইছোঁ, |

ইত্যাদি।

৩১ সূত্ৰ।

সোমা ধাতু এই সূত্ৰৰ বাহিৰ, তাৰ প্ৰেৰণাৰ্থত সোৰ ঠাইত সু হয় আৰু নিযুজ্য প্ৰেৰণী ক্ৰিয়াৰ ওয়া প্ৰত্যয়ৰ ঠাইত উয়া হয়। যথা, সোমাইছোঁ, সুমাইছোঁ, সুমুয়াইছোঁ ইত্যাদি।

৩২ সূত্ৰ।

সন্দেহ সূচক যদি শব্দৰ প্ৰয়োগ হলে, সেই শব্দে যি ক্ৰিয়াৰ সন্দেহ বুঝায়, সেই ক্ৰিয়াৰ ভবিষ্যত অথচ্ছুত নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কাল হয়। যথা, যদি জীয়াই থাকোঁ, তেন্তে কলিকতা দেখিম। যদি ঈশ্বৰে দিয়ে, পাম। ইয়াত যদি জীয়াই থাকিম এনে ন হয়।

কিন্তু যদি শব্দে সন্দেহ নু বুঝালে, ভবিষ্যত কাল হব। যথা, মই তালৈ অবশ্যে যাম, যদি যাম, তেন্তে তাক দেখিমএই।

৩৩ সূত্ৰ।

অনুজ্ঞা বা প্ৰাৰ্থনা অৰ্থ ন হলে, নিষধাৰ্থক না পদৰ যোগতো প্ৰায় ভবিষ্যত অথচ্ছুত নিত্যপ্ৰবৃত্ত বৰ্ত্তমান হয়। যথা, মই কালিলৈ কাছাৰিলৈ নে যাওঁ। গধুলিকৈ ভাত নে খাওঁ। অনুজ্ঞাৰ্থত, নে যাবি, প্ৰাৰ্থনাৰ্থত, নি দিবি ইত্যাদি।

৩৪ সূত্ৰ।

অনুজ্ঞা বা প্ৰাৰ্থনা অৰ্থত (যি কাৰণ, যুষ্মদ শব্দৰ প্ৰয়োগৰ যোগ্য হয়, অতএব) নামৰ প্ৰয়োগতো যুষ্মদ বাচ্যৰ ক্ৰিয়া হয়। যথা, হে প্ৰভু ক্ষমা কৰা, দেবদত্ত আহাঁ ইত্যাদি।

---

সম্ভ্ৰম সূচক আপোন শব্দৰ প্ৰয়োগত হলে, ন হয়। যথা, আপুনি দিব।

এই ৰূপে হ ধাতুৰ দুই বাচ্যৰ দুই কৰ্ত্তা হলে, ক্ৰিয়া কোনোটো কৰ্ত্তাই সৈতে মিলিব, তাক নিশ্চয় কৰা টান। কিন্তু সেই সময়ত বিবেচনা কৰিব লাগে যে, ক্ৰিয়াই কিটো বস্তু হোৱা বুঝায় সেই বাচ্যৰ ক্ৰিয়া হব যথা, মই তাৰ আহাৰ হৈছোঁ; ইয়াত তাৰ আহাৰ মই হৈছে, এনে ন হয়; কিয়নো মই তাৰ আহাৰ (অৰ্থাত আহাৰীয়া বস্তুৰ তুল্য) হৈছোঁ, কিন্তু তাৰ আহাৰীয়া বস্তুএ মই (অৰ্থাত মোৰ তুল্য) হোৱা নাই।

"কটাবিবে কটালোঁ," এনেকৈ বুলিলে, এনে হব, যে অন্য কোনো ব্যক্তিৰ দ্বাৰা কটাবিবে কটালে।

সেই অৰ্থত নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কালৰ এ বিভক্তিৰ ঠাইত ওক হয়, আৰু ধাতুৰ উকাৰৰ গুণ হয়। যথা, আপুনি বা সি কৰোক, শোওক, ধোওক, লওক ইত্যাদি।

ওচ্ছাৰ্থক অ বিভক্তি লোপ হয়, ধাতুৰ ইকাৰ, উকাৰৰ যুগ হয়, আৰু হ ধাতুৰ ঠাইত হো হয়। যথা, তই যা, খা, কৰ, নে, দে, শো, হো, ইত্যাদি।

৩৫ সূত্ৰ।

প্ৰায় কথাত কৰ্ত্তা পদ লোপ হৈ থাকে, কিন্তু তাক সেই বাচ্যৰ ক্ৰিয়াৰ দ্বাৰা অধ্যাহাৰ কৰিব লাগে। যথা, খাওঁ, (মই) যোৱাঁ. (তুমি) আহিবা. (তুমি) আছে (সি বা তেওঁ) ইত্যাদি।

৩৬ সূত্ৰ।

কোনো ক্ৰিয়া নিষ্পত্তিৰ অতিশয় সন্নিকৰ্ষ বুঝাবলৈ ভবিষ্যত অৰ্থত বৰ্ত্তমান বা ভূতকাল হয়, আৰু ভূতকালতো বৰ্ত্তমান হয়। যথা, কালিলৈ ৰথ যাত্ৰা হল, বা হৈছে, অৰ্থাত হব। কালি গৈছে, অৰ্থাত গল।

৩৭ সূত্ৰ।

কোনো ক্ৰিয়া হৈ যোৱাৰ অতি অলপ কাল বুঝালে, বা ভূত কালত কৰা ক্ৰিয়াৰ ফল বৰ্ত্তমান কাললৈকে থকা অৰ্থ হলে. ভূত কালতো বৰ্ত্তমান হয়। যথা, কালি ৰথ যাত্ৰা গৈছে, ৰজাপশুই আহিছে। অৰ্থাত আহিল।

৩৮ সূত্ৰ।

ক্ৰিয়া নিষ্পত্তিত আশঙ্কা থাকিলে, ক্ৰিয়াৰ অবয়ব হৈ শে,ত "হবলা" এই কথাৰ যোগ হয়। যথা, কৰিছোঁ হবলা, কৰিম হবলা, কৰিলে হবলা ইত্যাদি।

৩৯ সূত্ৰ।

কদাচিত হ ধাতুৰ দুই কৰ্ত্তা হয়। যথা, পাপৰ ফল হৈছে মৃত্যু। কেতিয়াবা হ ধাতুৰ ক্ৰিয়া লোপ হৈ থাকে। যথা, পাপৰ ফল মৃত্যু।

৪০ সূত্ৰ।

"নাই" এই ক্ৰিয়া বিশেষণ পদ "হোয়া" এই কৃদন্ত ভাব বাচক পদৰ পূৰ্ব্বত বা পৰত যোগ হৈ কথন কাল, পৰ্য্যন্ত ক্ৰিয়াৰ অনিষ্পন্ন অৰ্থ বুঝায়। যথা, নাই হোয়া, বা হোয়া নাই, অৰ্থাত এই পৰ্য্যন্ত ক্ৰিয়া অনিষ্পন্ন হৈ আছে।

৪১ সূত্ৰ।

কৰণ পদৰ যদি স্বয়ং ক্ৰিয়া নিষ্পত্তি কৰিবৰ ক্ষমতা থাকে, তেন্তে তাৰ পাচত প্ৰেৰণী ক্ৰিয়া হয়, আৰু সেই কৰণ "দ্বাৰা" শব্দৰ যোগত হয়। যথা, মানুহৰ দ্বাৰা অনালোঁ, অমুকৰ দ্বাৰা কৰালোঁ। যেতিয়া কৰণ পদৰ স্বয়ং ক্ৰিয়া কৰিবৰ ক্ষমতা নে থাকে, তেতিয়া কৰণ পদৰ পিছত সাধাৰণী ক্ৰিয়া হয়, আৰু কৰণ পদো সাধাৰণ তৃতীয়া বিভক্ত্যন্ত হয়। যথা, কটাৰিৰে কাটিলোঁ, টাঙ্গোনেৰে মাৰিলোঁ।

৪২ সূত্ৰ।

প্ৰায় হ ধাতুৰ ক্ৰিয়া লোপ হৈ থাকে। অতএব তাক অধ্যাহাৰ কৰিব লাগে। যথা, তেওঁ ভাল মানুহ অৰ্থাত ভাল মানুহ হয়।

---

বৃত্তি প্ৰকৰণৰ ৩ সূত্ৰৰ টিপনী চোৱা।

কৰ্ম্ম বাচ্যত কৰ্তৃ বাচ্যৰ-কৰ্ত্তা পদ তৃতীয়ান্ত হয়, কদাচিত লোপ হৈও থাকে; যথা সভ্য সকলৰ দ্বাৰা এই সভা সংস্থাপিত হল। কদাচিত সি পঞ্চম্যন্তও হয়, যথা, এই কৰ্ম্ম অমুকৰ পৰা হল।

এই ন ক্ৰিয়াৰ অবয়ৱ স্বৰূপ হয়। আৰু ঐকাৰ ঔকাৰান্ত শব্দৰ পূৰ্ব্বত নে তেনেই থাকে।

৪৩ সূত্ৰ।

ক্ৰিয়াৰ পিছত "ছোন" এই কথাৰ যোগ হয়য কেবল সেই ক্ৰিয়া মাত্ৰ কৰা অৰ্থত যথা, চাওঁছোন, অৰ্থাৎ দৃষ্টি মাত্ৰ কৰোঁ।

৪৪ সূত্ৰ।

যেতিয়া কৰ্ত্তা, কৰ্ম্ম স্ব স্ব বিভক্তিত থাকে, আৰু কৰ্ত্তাৰ কৰ্ম্মৰ ওপৰত প্ৰাধান্য থাকে, তাকে কৰ্তৃ বাচ্য বোলে। যথা, হেমচন্দ্ৰই অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনা-কৰিলে।

ইয়াত "হেমচন্দ্ৰই" এই কৰ্ত্তা প্ৰথমা বিভক্তিত আছে, আৰু "অসমীয়া ভাষা-ব্যাকৰণ" এই কৰ্ম্ম পদ দ্বিতীয়াত আছে, এবং তাৰ ওপৰত "হেমচন্দ্ৰ" এই কৰ্ত্তা পদৰ "ৰচনা-কৰিলে," এই ক্ৰিয়াৰ দ্বাৰা প্ৰধান্য হৈছে।

যেতিয়া কৰ্ম্ম পদটো কৰ্ত্তাৰ তুল্য প্ৰধান হয়, আৰু কৰ্ত্তা পদ তৃতীয়ান্ত হৈ অপ্ৰধান হৈ উক্ত হয়। তাকে কৰ্ম্ম বাচ্য বোলে, এই কৰ্ম্ম বাচ্যত সমাপিকা ক্ৰিয়া হ, বা যা ধাতুৰ হৈ, বাচ্য কৰ্ম্ম পদে সৈতে মিলি থাকে, আৰু কৰ্তৃ বাচ্যৰ সমাপিকা ক্ৰিয়াটো কৃদন্ত কৰ্ম্ম ণিবাচ্যৰ হয়। যথা, হেমচন্দ্ৰৰ দ্বাৰা আশমীয়া ভাষা-ব্যাকৰণ ৰচনা-কৰা হল।

ইয়াত "অসমীয়া ভাষা-ব্যাকৰণ" এই কৰ্ম্ম পদ প্ৰধান ৰূপে উক্ত হৈ "হল" এই ক্ৰিয়াই সৈতে মিলিল আৰু "হেমচন্দ্ৰৰ দ্বাৰা" এইটো কৰণ হৈ অপ্ৰধান হল, ও "ৰচনা-কৰা" এইটো ক্ৰিয়া কৃদন্ত কৰ্মণিবাচ্যৰ হল।

৪৫ সূত্ৰ।

নিশেধাৰ্থক নকাৰ ক্ৰিয়াই সৈতে যোগ হলে, পৰ বৰ্ণত যি স্বৰ থাকে, সেই স্বৰ যুক্ত হয়, কিন্তু পৰ বৰ্ণ আকাৰান্ত হলে, ন প্ৰায় একাৰান্ত হয়। যথা, ন কৰিলোঁ, ন হয়, নে খালে, নাহিল, (ন আহিল,) নি দিবি, নু খুজিলে, নে বেৰিলে, নো বোলোঁ।

৪৬ সূত্ৰ।

এই ন পাৰ ধাতুএ সৈতে যোগ হলে, নৰ ঠাইত নো আৰু পাৰ ঠাইত য়া হয়। যথা, নোয়াৰোঁ, নোয়াৰিলোঁ, নোয়াৰিবা।

৪৭ সূত্ৰ।

প্ৰশ্নাৰ্থত ন ক্ৰিয়াৰ শেষত একাৰান্ত হৈ স্থিত হয়। যথা, কৰিলা নে? ন হয় নে?

৪৮ সূত্ৰ।

পূৰ্ব্বে অলপ অনুমান থকা কথা সুধিলে, ন ক্ৰিয়াৰ পূৰ্ব্বত হয়। যথা, তেওঁ ন গল? তেওঁ নে খালে? অৰ্থাৎ মই জানোঁ, তেওঁ খালে ইত্যাদি।

সকৰ্ম্মক আৰু অকৰ্ম্মক ধাতু।

ধাতু দুই প্ৰকাৰ সকৰ্ম্মক আৰু অকৰ্ম্মক। যি ধাতুৰ ক্ৰিয়াই এটা কৰ্ম্ম শাসন কৰে, তাকে সকৰ্ম্মক বোলা যায়। কৰ, খা, দি, মাৰ, ধৰ, প্ৰভৃতি সকৰ্ম্মক ধাতু। যথা, কাম কৰোঁ, ভাত খাওঁ ইত্যাদি।

যি ধাতুৰ ক্ৰিয়াই কৰ্ম্ম উক্ত ন কৰি আপোন অৰ্থ মাত্ৰ কৈ থাকে, তাকে অকৰ্ম্ম ধাতু বোলা যায়। শো, পৰ, বহ, উঠ, হ, যা, মৰ প্ৰভৃতি অকৰ্ম্মক ধাতু। যথা, শোওঁ, বহোঁ, উঠা, পৰা ইত্যাদি।

অকৰ্ম্মক ধাতু প্ৰেৰণাৰ্থত ব্যবহৃত হলে, সকৰ্ম্মক হয়। যথা, তোমাক শুৱাওঁ, তাক বহুৱাওঁ ইত্যাদি।

কদাচিত একেটা ধাতুএই সকৰ্ম্মক আৰু অকৰ্ম্মক দুইও প্ৰকাৰ ব্যবহৃত হয়। যথা, কাপৰ শুকাইছোঁ, গছ

---

সংস্কৃত ভাষাৰ ৰীত্যনুসাৰে বিশেষ সূত্ৰ দ্বাৰা এই পদ সিদ্ধি হল। তাক ইয়াত বাহুল্য হয় দেখি লিখা ন গল, কিন্তু সকলো উকাৰান্ত ধাতুৰ পদ তদ্ৰূপেই হব।

জোপা শুকাল।

## যৌগিক অনিয়মিত ক্ৰিয়া।

কোনো ২ সকৰ্ম্মক ক্ৰিয়াৰ পূৰ্ব্বত অন্য এটা কথা যোগ হৈ ক্ৰিয়াই সেই কথা কৰা বুঝায়, তাকে যৌগিক ক্ৰিয়া বোলা যায়। যথা, লৰ-মাৰিলোঁ, গালি-পাৰিলে, ডেও-মাৰে, বুৰ-মাৰ, গালি-পাৰ, দলি-মাৰ, চুৰ-কৰ, ডকা-দিওঁ ইত্যাদি।

সেই দৰেই সংস্কৃতৰ ভাব বাচক কৃদন্ত পদে ক্ৰিয়াৰ পূৰ্ব্বত স্থাপিত হয়। যথা, গমন-কৰিলে, ৰচনা-কৰিলে ইত্যাদি।

৪৯ সূত্ৰ।

আবশ্যকাৰ্থত এক ধাতুৰ অবয়ব হৈ সকলো কালত লাগ ধাতুৰ তিনিও বাচ্যত নাম বাচ্যৰ ক্ৰিয়া ব্যবহাৰ হয়। যথা, মই কৰিব লাগে, তুমি কৰিব লাগিছিল, তেওঁ কৰিব লাগিব ইত্যাদি।
ইত্যাখাত প্ৰকৰণং সম্পূৰ্ণং।

## অথ কৃদন্ত প্ৰকৰণ।

আদৌ সংস্কৃত কৃত প্ৰত্যয়।

কৃতৰ বিশেষ ২ প্ৰত্যয় দ্বাৰা ধাতুৰ পদৰ আৰু অৰ্থৰ বৈচিত্ৰ হয়।

১ সূত্ৰ।

আবশ্যকাৰ্থত ধাতুৰ পিছত তব্য প্ৰত্যয় হয়, সেই প্ৰত্যয়ে নিমিত্তে ধাতুৰ অন্ত্য স্বৰৰ গুণ হয়। যথা, কৃ তব্য, কৰ্ত্তব্য, মৃ তব্য, মৰ্ত্তব্য, স্মৃ তব্য, স্মৰ্ত্তব্য, নী তব্য, নেতব্য, ভূ তব্য, ভবিতব্য, দা তব্য, দাতব্য, ইত্যাদি।

২ সূত্ৰ।

ধাতুৰ পিছত অনীয় প্ৰত্যয় হয়, আৱশ্যকাৰ্থত আৰু সেই প্ৰত্যয়ে নিমিত্তে পূৰ্ব্বোকতেৰূপ কাৰ্য্য হয়। যথা, কৃ অনীয়, কৰণীয়, ধৃ অনীয়, ধৰণীয় ইত্যাদি।

৩ সূত্ৰ।

ধাতুৰ পিছত অন প্ৰত্যয় হয়, সেই প্ৰত্যয়ে নিমিত্তে ধাতুৰ অন্ত্য স্বৰৰ গুণ হয়; ভাব বাচ্যত। যথা, কৃ অন, কৰণ, মৃ অন, মৰণ, ভূ অন, ববন, দা অন, দান ইত্যাদি।

৪ সূত্ৰ।

কৰ্ম্মণিবাচ্যে ধাতুৰ পিছত ত প্ৰত্যয় হয়। যথা, কৃ ত, কৃত, নী ত, নীত, ঘৃষ ত ঘৃষ্ট ইত্যাদি। ধাতুৰ অন্ত্য ম, ন্ লোপ হয়, আৰু আকাৰাত ই হয়। যথা, গম ত, গত, মন ত, মত, দা ত, দিত ইত্যাদি।

ধাতুৰ পিছত ত প্ৰত্যয় হলে, ধাতুৰ অন্ত্য মৰ ঠাইত ন হয়। আৰু সেই ধাতুৰ শেষাক্ষৰৰ পূৰ্ব্ব স্বৰ দীৰ্ঘ হয়। যথা, ভ্ৰম্ ত ভ্ৰান্ত; শ্ৰম্ ত শ্ৰান্ত।

ত প্ৰত্যয় হলে, কেতিয়াবা ধাতুৰ অন্ত হ্ গ হয়, আৰু সেই প্ৰত্যয়ৰ ত ধ হয়। মুহ্ ত, মুগ্ধ। কেতিয়াবা, গ, ধ উভয়ে মিলিত হৈ ঢ় হয়। যথা, আ কৃত, আকীৰ্ণ, উৎ কৃ ত, উত্তীৰ্ণ।

৫ সূত্ৰ।

কৰ্ত্তৃ বাচ্যে ধাতুৰ পিছত অক হয়, অকে নিমিত্তে ধাতুৰ অন্ত্য স্বৰৰ বৃদ্ধি হয়। আৰু আকাৰান্ত ধাতুৰ পিছত কৃ

হয়। যথা, কৃ অক, কাৰক, দা অক, দায়ক; স্ত্ৰী লিঙ্গত দায়িকা কাৰিকা ইত্যাদি।

৬ সূত্ৰ।

কৰ্ত্তৃ বাচ্যে ধাতুৰ পিছত ইন হয়, বিকল্পে; ইনে নিমিত্তে অন্য কাৰ্য্য অকৰ তুল্য হয়। যথা, কৃ ইন, কাৰী, দা ইন, দায়ী; স্ত্ৰী লিঙ্গত কাৰিণী, দায়িনী ইত্যাদি।

অসমীয়া ভাষাৰ লগত অনেক সংস্কৃত কৃদন্ত পদ চলিত আছে, কিন্তু তাক জানিবলৈ বিশেষ সূত্ৰ দিয়া টান; অতএব তলত কিছুমান চলিত পদ লিখা গল।

| কৰ্ত্তৃবাচক। | কৰ্ম্মবাচক। | ভাববাচক। |
|---|---|---|
| অধ্যেতা, | অধিত, | অধ্যয়ন, |
| অধ্যাপক, | অধ্যাপিত, | অধ্যাপন, |
| অনুগ্ৰাহক, | অনুগৃহীত, | অনুগ্ৰহ, |
| অনুৰোধক, | অনুৰুদ্ধ, | অনুৰোধ, |
| অন্বেষক, | অন্বিষ্ট, | অন্বেষণ, |
| অৰ্পক, | অৰ্পিত, | অৰ্পণ, |
| আক্ৰামক, | আক্ৰান্ত, | আক্ৰমণ, |
| উপাসক, | উপাসিত, | উপাসনা, |
| কথক, | কথিক, | কথন, |
| কাৰক, কৰ্ত্তা, কাৰী, | কৃত, | কৰণ, |
| খাদক, | খাদিত, | খাদন, |
| খোদক, | খোদিত, | খনন, |
| গ্ৰাহক, | গৃহীত, | গ্ৰহণ, |
| ঘৰ্ষক, | ঘৃষ্ট, | ঘৰ্ষণ, |
| চিন্তক, | চিন্তিত; | চিন্তন, |
| ছেদক, | ছেদিত, | ছেদন, |
| জেতা, | জিত, | জয়. |
| দাতা, দায়ক দায়ী, দিত | দত্ত, | দান, |
| ধাৰক, ধাৰী, | ধৃত, | ধৰণ, |
| নিৰ্ম্মাতা, | নিৰ্ম্মিত, | নিৰ্ম্মাণ, |
| প্ৰকাশক, | প্ৰকাশিত, | প্ৰকাশ, |
| পাঠক, | পঠিত, | পঠন, |
| বঞ্চক, | বঞ্চিত, | বঞ্চন, |

ইহঁতক নাম ধাতুবোলা যায়। এই নাম ধাতুৰ পিছত পাৰ আদি ধাতুৰ ক্ৰিয়া হলে, চতুৰ্থীৰ লৈ বিভক্তি লোপ হয়। যথা, খাব পাবোঁ, যাব পাবোঁ, অৰ্থাৎ খাবলৈ পাবোঁ; দিব পায়, নিব খোজোঁ।

এই ক্ৰিয়া পূৰ্ব্বত আশঙ্কা অৰ্থ বুঝাবলৈ "যদি" শব্দৰ প্ৰয়োগ ন হয়। যথা, "মই যদি নি দিয়া হলে," ই মই নি দিয়া হলে এনেহে হব। কিন্তু "যদি" শব্দৰ প্ৰয়োগ থাকিলে, সম্ভাব্য ভূত কাল হব। যথা, যদি মই নি দিলোঁহেঁতেন।

| | | |
|---|---|---|
| বাচক, | উক্ত, | বচন, |
| ভৰ্ত্তা, | ভৃত, | ভৰণ, |
| ভাৱক, | ভাবিত, | ভাবন, |
| মিশ্ৰক, | মিশ্ৰিত, | মিশ্ৰণ, |
| মাৰক, | মৃত, | মৰণ, |
| ৰচক, | ৰচিত, | ৰচনা, ৰচনা, |
| লেখক, | লিখিত, | লেখন, |
| শ্ৰোত, | শ্ৰূত, | শ্ৰবন, |
| হাৰক, হাৰী, হৰ্ত্তা, | হৃত, | হৰণ, |

অসমীয়া ভাষাৰ কৃত প্ৰত্যয়।

৭ সূত্ৰ।

ধাতুৰ পিছত ই হয়, সেই ক্ৰিয়াৰ পিছত কোনো ক্ৰিয়া কৰা বা কৰিব লগা অৰ্থত, আৰু অন্য কাৰ্য্য বৰ্ত্তমান কালৰ ক্ৰিয়াৰ তুল্য হব। যথা, ভাত খাই যাম লৰি আহিম, গুলীয়াই মাৰিম ইত্যাদি, প্ৰেৰণাৰ্থত, ভাত খুয়াই যাম ইত্যাদি।

৮ সূত্ৰ।

মাৰ ধাতুৰ পিছত ঈয়া হয়, সেই ক্ৰিয়া কৰোঁতাক বুঝাবলৈ। যথা যি চৰাই মাৰে, সি চৰাই মৰীয়া।

৯ সূত্ৰ।

সকলো ব্যঞ্জনান্ত ধাতুৰ পিছত ইব আৰু স্বৰান্ত ধাতুৰ পিছত ব হয়, আৰু সিহঁতে শব্দৰ নিছিনাকৈ চতুৰ্থী, পঞ্চমী আৰু ষষ্ঠী বিভক্তি গ্ৰহণ কৰে। যথা, কৰিবলৈ যাওঁ, খাবলৈ যাবৰ পৰা, দিবৰ নিমিত্তে, কৰিবৰ কথা ইত্যাদি।

১০ সূত্ৰ।

কোনো এক ক্ৰিয়া কৰি থাকোঁতেই কোনো এক ঘটনা হোৱা অৰ্থ বুঝাবলৈ সেই ধাতুৰ পিছত ওঁতে হয়। যথা, তেওঁ ভাত খাওঁতে মই পালোঁ গৈ, সি আহোঁতে দেখিলোঁ, যাওঁতে থাকিম ইত্যাদি।

১১ সূত্ৰ।

কোনো এক সিদ্ধি নো হোৱা ক্ৰিয়াৰ সিদ্ধিৰ পিছত কোনো ক্ৰিয়া কৰিবলৈ, অপেক্ষা থকা বুঝালে, যি ক্ৰিয়া সিদ্ধিৰ নিমিত্তে অপেক্ষা থাকে, তাৰ পিছত "লে" হয়, অন্য কাৰ্য্য ভূত কালৰ ক্ৰিয়াৰ তুল্য হব। যথা, মই শুলে, আহিবি, তেওঁ গলে, যাবি, সি খালে, দিম ইত্যাদি।

১২ সূত্ৰ।

কোনো এক ক্ৰিয়া সিদ্ধিৰ পিছত ভূত কালত অন্য এটা ক্ৰিয়া কৰা অৰ্থ হলে, যি ক্ৰিয়াৰ পিছত অন্য ক্ৰিয়া কৰা অথচ্ছু হয়, সেই ক্ৰিয়াৰ পিছত "লত" হয়, অন্য কাৰ্য্য ভূত কালৰ ক্ৰিয়াৰ তুল্য। যথা, মই শুলত তেওঁ আহিল, সি গলত দিলোঁ ইত্যাদি।

---

সাধ্য ক্ৰিয়াৰ পিচিনাকে ইয়াৰো নিযুজ্য প্ৰেৰণী ক্ৰিয়া আছে। যথা, কৰোৱাই, ধৰোৱাই, কৰোৱালে, কৰোৱালত। কিন্তু তাদৃশ ব্যৱহাৰ নাই। প্ৰেৰণাৰ্থত খোৱালে, এনে ন হয়; কাৰণ যা ধাতুৰ প্ৰেৰণাৰ্থত পি ধাতুৰ ক্ৰিয়াহে ব্যৱহৃত হয়। যথা, পিয়ালে।

### ক্ৰিয়াৰ প্ৰকাৰ।

সংস্কৃত ভাষাত ক্ৰিয়া তিনি প্ৰকাৰ, সধ্যা, সিদ্ধা, উভয়া বস্থা। অসমীয়া ভাষাত সাধ্যা, সিদ্ধা, এই দুবিধ ক্ৰিয়াহে প্ৰচলিত আছে; উভয়া বস্থা ক্ৰিয়াৰ ব্যবহাৰ নাই।

১। সেইবিলাক ক্ৰিয়াই সাধ্যা সিবিলাক তিঙন্ত। কৰিছোঁ, খাইছা, আছে, ইত্যাদি।

২। কৃত প্ৰত্যয়ান্ত ক্ৰিয়াকে সিদ্ধা বোলে। যথা, কৰি, মৰি, গলে, থাকিলে, শুলত, বহিলত ইত্যাদি।

সেই সাধ্যা আৰু সিদ্ধা ক্ৰিয়া সাধাৰণী, প্ৰেৰণা দুই প্ৰাকাৰে বিভক্তা।

| | সাধ্যা সাধাৰণী। | সাধ্যা প্ৰেৰণী। |
|---|---|---|
| অ | কৰিছোঁ, | কৰাইছোঁ, |
| যু | কৰিছা, | কৰাইছা, |
| না | কৰিছে, | কৰাইছে ইত্যাদি |

এই বিষয়ে পূৰ্ব্বে আখ্যাত প্ৰকৰণত বিস্তাৰিত ৰূপে লিখা গৈছে, অতএব ইয়াত লিখাৰ আৱশ্যক নাই।

৩। সিদ্ধা প্ৰেৰণী ক্ৰিয়াৰ কৃত প্ৰত্যয়ৰ পূৰ্ব্বত সকলো ধাতুবিলাক আকাৰান্ত হয়, অন্য কাৰ্য্য সাধ্যা প্ৰেৰণীৰ তুল্য। যথা, কৰাই, খুয়াই ইত্যাদি।

| সিদ্ধা সাধাৰণী। | সিদ্ধা প্ৰেৰণী। |
|---|---|
| কৰি, | কৰাই, |
| মৰি, | মৰাই, |
| কৰিলত, | কৰালত, |
| ধৰিলত, | ধৰালত, |
| ধৰিলে, | ধৰালে, |
| গলে, | ইত্যাদি। |

৪। সিদ্ধা ক্ৰিয়াৰ বাচ্য বিচাৰ নাই, সকলো বাচ্যত সমান হয়। যথা, মই কবি, তুমি কৰি, তেওঁ কৰি, মই বা তুমি কৰিলত ইত্যাদি।

৫। সাধাৰণী বা প্ৰেৰমী সিদ্ধা ক্ৰিয়াই সাধ্যা ক্ৰিয়াৰ অপেক্ষা কৰে। যথা, লৰি আহিছোঁ, বিহ খুয়াই মাৰিলে, শূলত আহিল, হলে হব ইত্যাদি।

### ১৩ সূত্ৰ।

কৰ্তৃ বাচ্যত কৰ্ত্তাই স্বয়ং কৰ্ম্ম কৰা অৰ্থ বুঝাবলৈ পুলিঙ্গত ধাতুৰ পিছত "ওঁ তা" আৰু দুইও লিঙ্গত "আ" প্ৰত্যয় হয়; সেই আ প্ৰত্যয়ে নিমিত্তে ধাতুৰ উপান্ত আকাৰ হ্ৰস্ব আৰু অবৰ্ণ এবং উকাৰান্ত ধাতু ওকাৰান্ত হয়; ইকাৰাদি স্বৰৰ পিছত আৰ ঠাইত "য়া" হয়, এবং ওঁতা প্ৰত্যয়ে নিমিত্তেও উকাবান্ত ধাতু ওকাৰান্ত হয়। যথা,-

কৰে যি সি, কৰোঁতা, বা কৰা, খায় যি সি, খাওঁতা, বা খোয়া, সেই দৰেই শোওঁতা, শোয়া, ধোওঁতা, ধোয়া, ইত্যাদি। স্ত্ৰীলিঙ্গত, কৰঁতী, খাঁতী, শোয়ঁতী, এনে হয়।

### ১৪ সূত্ৰ।

কৰ্তৃ বাচ্যত অন্যৰ দ্বাৰা বা অন্যক কোনো ক্ৰিয়া কৰোয়া অৰ্থ হলে, ধাতুৰ পিছত "আ ওঁতা" বা "ওয়া" প্ৰত্যয় হয়; সেই দুইও প্ৰত্যয়ে নিমিত্তে ধাতুৰ উপান্ত আকাৰ হ্ৰস্ব এবং অবৰ্ণান্ত ধাতু ওকাৰান্ত হয়। আৰু ইকাৰাদি স্বৰৰ পাচত "আওঁতাৰ" আৰ ঠাইত "য়া" হয়। যথা, কৰায় যি সি, কৰাওঁতা বা কৰোয়া, গোয়ায় যি সি গোয়াওঁতা

বা গোওয়া, পঢ়ায় যি সি, পঢ়াওঁতা বা পঢ়োয়া ইত্যাদি।

১৫ সূত্ৰ।

কৰ্ম্ম বাচ্যত আপুনি ব্যবহাৰ কৰা কোনো বস্তু বুঝাববলৈ ধাতুৰ পিছত "আ" প্ৰত্যয় হয়, আৰু ইকাৰাদি স্বৰান্ত শব্দৰ পিছত আৰ ঠাইত "য়া" হয়; অন্য কাৰ্য্য কৰ্তৃ বাচ্যৰ আ প্ৰত্যয়ৰ তুল্য। যথা; স্বয়ং যাক খোয়া যায় সি, খোয়া, যাক পিন্ধা যায় সি, পিন্ধা।

১৬ সূত্ৰ।

সেই বাচ্যত লোকৰ দ্বাৰা, কিম্বা লোকক ব্যবহাৰ কৰোয়া কোনো বস্তু বুঝাব্যল ধাতুৰ পিছত "ওয়া" প্ৰত্যয় হয়; অন্য কাৰ্য্য কৰ্তৃ বাচ্যৰ ওয়াৰ তুল্য। যথা, যি বস্তু লোকৰ দ্বাৰা নিওয়া যায় সি, নিওয়া, যি বস্তু লোকক খুওয়া যায় সি, খুওয়া, সেই ৰূপ, দিওয়া থোওয়া ইত্যাদি।

১৭ সূত্ৰ।

ভাব বাচ্যত অৰ্থাত কৰ্ত্তা কৰ্ম্মৰ সম্পৰ্ক না ৰাখি কেৱল ধাতুৰ অৰ্থ বুঝোয়া অৰ্থত, ধাতুৰ পিছত "আ" হয়; অন্য কাৰ্য্য কৰ্তৃ বাচ্যৰ প্ৰত্যয়ৰ তুল্য। যথা, কৰা, খোয়া, হোয়া ইত্যাদি।

এই সকল প্ৰত্যয়ৰ বিশেষ বুঝি বলৈ তলত কিছুমান পদ লিখা গল।

কৰ্তৃ বাচক, অৰ্থাত যি কৃদন্ত পদে কৰ্ত্তাৰ প্ৰাধান্য বুঝায়।

| স্বাৰ্থে। | পৰাৰ্থে। |
|---|---|
| কৰোঁতা বা কৰা, | কৰাওঁতা, কৰোয়া, |
| খাওঁতা বা খোয়া, | খুয়াওঁতা, খুওয়া |
| গাওঁতা বা গোয়া, | গোয়াওঁতা, গোওয়া, |
| ঘহোঁতা বা ঘঁহা, | ঘঁহাওঁতা, ঘঁহোৱা, |
| চাওঁতা বা চোয়া, | চোয়াওঁতা, চোওয়া, |
| নিওঁতা বা নিয়া, | নিয়াওঁতা, নিওয়া, |
| লেখোঁতা বা লেখা, | লেখাওঁতা, লেখোয়া, |
| লিখোঁতা, বা লিখা, | লিখাওঁতা, লিখোয়া, |
| দেখোঁতা বা দেখা, | দেখাওঁতা, দেখোয়া, |
| ধৰোঁতা বা ধৰা, | ধৰাওঁতা, ধৰোয়া, |
| বওঁতা বা বোয়া, | বোয়াওঁতা, বোওয়া, |
| থওতা বা থোয়া, | থোয়াওঁতা, থোওয়া, |
| বোলোঁতা বা বোলা, | বোলাওঁতা, বোলোয়া, |
| মাতোতা বা মতা, | মতাওঁতা, মতোয়া, |
| বুঝোঁতা বা বুঝা, | বুঝাওঁতা, বুঝোয়া, |

কৰ্ম্ম বাচক, অৰ্থাত যি কৰ্ম্মৰ প্ৰাধান্য উক্ত কৰে।

| স্বাৰ্থে। | পৰাৰ্থে। |
|---|---|
| কৰা, | কৰোয়া, |
| খোয়া, | খুওয়া, |

| | |
|---|---|
| গোয়া, | গোওয়া, |
| ঘঁহা, | ঘঁহোয়া, |
| চোয়া, | চোওয়া, |
| নিয়া, | নিওয়া, |
| স্বাৰ্থে। | পৰাৰ্থে। |
| লেখা, | লেখোয়া, |
| লিখা, | লিখোয়া, |
| দেখা, | দেখোয়া, |
| ধৰা, | ধৰোয়া, |
| বোয়া, | বোওয়া, |
| থোয়া, | থোওয়া, |
| বোলা, | বোলোয়া, |
| মতা, | মতোয়া, |
| বুঝা, | বুঝোয়া, |
| শুনা, | শুনোয়া, |

ভাব বাচক অৰ্থাত কেবল ধাতুৰ অৰ্থ মাত্ৰ বোধক পদ। কৰা, খোয়া, গোয়া, ঘঁহা, চোয়া, নিয়া, দেখা, ধৰা, বোয়া, থোয়া, বোলা, মতা, বুঝা, শুনা, হোয়া, যোয়া ইত্যাদি।

এই কৰ্তৃ কৰ্ম্ম বাচক পদবিশেষণ ৰূপে আৰু বিশেষণীয় বিশেষ্য ৰূপে ব্যবহৃত হয়। যথা, পঢ়োয়া ওজাই কৈছে, লিখা আখৰ মাতিছে, এইবিলাক কথা বুঝোঁতাৰ পক্ষে ভাল ইত্যাদি। কিন্তু কৰ্তৃবাচ্যৰ আ প্ৰত্যয়ান্ত পদবিলাক সদায় বিশেষণহে হয়। যথা, লিখা বা লিখোয়া মানুহ নাই, লিখোয়া বা লিখা নাই এনে ন হয়, ওঁতা, প্ৰত্যয়ান্তবিলাক হলে, বিশেষ্য, বিশেষণ দুইও প্ৰকাৰ হয়। যথা, লিখোঁতা বা লিখাওঁতা মানুহ নাই, অৰ্থ বা লিখোঁতা বা লিখাওঁতা নাই।

১৮ সূত্ৰ।

যাৰ দ্বাৰা ক্ৰিয়া কৰা যায়, সেই বস্তু বুঝাবলৈ, ধাতুৰ পিছত নী হয় স্ত্ৰী, ক্লীবলিঙ্গত। যথা, যাৰ দ্বাৰা বিছে সি বিছ্নী, যাৰ দ্বাৰা লিখে, সি লেখনী, বা লিখনী, যাৰ দ্বাৰা লৰায়, সি লৰনী।

কদাচিত ক্ৰিয়া কৰোঁতাক বুঝাবলৈকো নি হয়, আৰু স্ত্ৰীলিঙ্গত নী হয়, যথা, পুং ৰান্ধনি; স্ত্ৰী ৰান্ধনী।

---

কৃত প্ৰকৰণং সম্পূৰ্ণং।

---

যথাৰ্থতঃ ওপৰত কোয়া প্ৰয়োগবিলাকক কৰ্ম্ম বাচ্যৰ বা কৰ্তৃ বাচ্যৰ নু বুলি ভাব বাচ্যৰ বোলাহে উচিত; কিয়নো, সেইবিলাক প্ৰয়োগত অন্য কৰ্ত্তা পদ ন থকা হেতু, ক্ৰিয়া কেবল ভাব বাচক পদে সৈতে মিলি থাকে। যথা, "তেওঁক মতা হল"। ইয়াত "হল" এটো ক্ৰিয়া আন কৰ্ত্তা নাই সুতৰাং, "মত" এই ভাব বাচক পদেই তাৰ কৰ্ত্তাৰ তুল্য হৈছে। ইয়াত বাৰে মোৰ যোৱা হৈছে, তোমাৰ থকা হব ইত্যাদি পদকো ভাব বাচক বুলি উক্ত কৰা উচিত।

## অথ বাক্য বিন্যাস প্ৰকৰণ।

**১। ৰাক্য বিন্যাস অৰ্থাত কোনো এক বিষয় ৰচনাৰ সময়ত বাক্য সমন্ধী পদবিলাক কত কি ৰূপ হয়, আৰু কত কি প্ৰকাৰে সংস্থাপিত হৈ ৰাক্যৰ সুশ্ৰাব্য এৰং অৰ্থৰ সুশৃঙ্খলা কৰে, তাৰ নিৰ্দ্দেশ।**

২। সেই বাক্য বিন্যাস প্ৰকৰণ দুই প্ৰকাৰে বিভাগ হৈছে।

১। প্ৰথম পদ নিৰ্দ্দেশ, চ। দ্বিতীয় বাক্য নিৰ্দ্দেশ।

### তত্ৰ পদ নিৰ্দ্দেশ।

৩ । পদ নিৰ্দ্দেশ অৰ্থাত বাক্য ৰচনাৰ ৰীত্যনুসাৰে শব্দৰ বিভক্ত্যাদি পৰিবৰ্ত্তন কৰি ৰচনাৰ সুশ্ৰাব্য বিধান কৰণ ইত্যাদি।

১ বিধি।

শু ধাতুত বাঝে, অন্য অকৰ্ম্মক ধাতুৰ ক্ৰিয়া হলে, ভূত কালৰ লে বিভক্তিৰ এ লোপ হয়। যথা, সি হল, গল, শুকাল ইত্যাদি। আৰু কৰ্ত্তাকাৰকৰ ই বিভক্তিও লোপ হয়। যথা, কৃষ্ণৰাম শুইছে, দেবদত্ত আছে ইত্যাদি।

সকৰ্ম্মক ধাতুৰ সিদ্ধা আৰু অধৰ্ম্মক ধাতুৰ সাধ্যা অৰ্থাত সমাপিকা ক্ৰিয়া হলে, কৰ্ত্তাকাৰকৰ ই বিভক্তি কোনো ঠাইত লোপ হয়, বা ন হৈও থাকে। যথা, হলিৰামে ভাত খাই আহিব। যাদুৰাম পাঠ পঢ়ি যাব।

২ বিধি।

কৰ্ম্মণি বাচ্যত যেতিয়া, যাৰ দ্বাৰা কৰ্ম্ম কৰা হ, তাক উক্ত কৰা নে যায়, অৰ্থাত যেতিয়া কৰ্ত্তৃ বাচ্যৰ কৰ্ত্তাকাৰক "দ্বাৰা" শব্দৰ যোগত তৃতীয়ান্ত হৈ উক্ত ন হয়, তেতিয়া কৰ্ম্ম পদ প্ৰথমান্ত ন হয়, দ্বিতীয়ান্ত হৈ এই থাকে। যথা, তেওঁক শ্ৰাদ্ধলৈ মতা হল নে? হয়, মাতিবলৈ হলিৰামক পঠোয়া গৈছিল।

কৰ্ত্তাকাৰক "দ্বাৰা" শব্দৰ যোগত উক্ত হলে; যথা, এই কৰ্ম্ম মোৰ দ্বাৰা সম্পাদন-কৰা হল, সি মোৰ দ্বাৰা অনা-হল।

কিন্তু প্ৰেৰণাৰ্থক ক্ৰিয়াৰ পূৰ্ব্বত "দ্বাৰা" আদি শব্দৰ যোগত যি পদ তৃতীয়ান্ত হয়, সি সাধাৰণ কৰণ কাৰক; অতএব তেতিয়া হলে, কৰ্ম্ম পদ দ্বিতীয়াত থাকে; যথা, কৃষ্ণৰামৰ দ্বাৰা তেওঁক মতোয়া হল, হলিৰামৰ হতুৱাই বিষ্ণুৰামক অনোয়া হল।

পৰন্তু "এই কাম তাৰ দ্বাৰা কৰোয়া হল" ইত্যাদিত যদিও কাম আদি শব্দ প্ৰথমান্তৰ নিচিনা হয়; তথাপি সিইত প্ৰথমান্ত ন হয়, দ্বিতীয়ান্তহে। দ্বিতীয়াৰ ক বিভক্তি লোপ হয়। শব্দ বৃত্তি প্ৰকৰণ চোয়া।

কিন্তু যেতিয়া অসমীয়া কৰ্ম্মণি বাচ্যৰ ক্ৰিয়া পদ নোহোয়াকৈ শুদা সংস্কৃত কৰ্ম্ম বাচ্যৰ পদৰ পাচত "হ" ধাতুৰ ক্ৰিয়া যোগ হয়, তেতিয়া হলে, সদায় কৰ্ম্ম পদ প্ৰথমালৈ যাব। যথা, এই ব্যাকৰণ ৰচিত হল, এই কথা উক্ত হল, তেওঁ পূজিত হৈছে, এই ভূমি ৰাজাৰ দ্বাৰা দত্ত-হল। ইত্যাদি।

আৰু যেতিয়া দুটা কৰ্ম্ম পদ উক্ত হয়, তেতিয়া প্ৰথমটো সদায় দ্বিতীয়াত থাকে। দ্বিতীয়টো প্ৰথমান্ত হয়। যথা, তেওঁক ধন দিয়া-গল, সেই মানুহটোক গৰু কৰা-হল। ইত্যাদি।

৩ বিধি।

কোনো ঠাইৰ পৰা আহি কোনো কৰ্ম্ম কৰা অৰ্থত সকলো কালত বাচ্যত সকলো ক্ৰিয়াৰ পাচত "হি" যোগ

---

গমন শয়নাদি অৰ্থত ই বিভক্তি লোপ হয়; কিন্তু এই "ই" আৰু "এই" যোগ হলে সি লোপ নহয়, যথা দেবদত্তেই গল ইত্যাদি, নাম ধাতুৰ পিছতো ই যোগ যথা পাৰই পায়, দিবই পায়।

হয়। যথা কৰিছোঁহি, কৰিছাহি (অৰ্থাত কৰিছা আহি) অনুজ্ঞাৰ্থত; কৰাহি, কৰ্‌হি, প্ৰশ্নাৰ্থত; কৰিছাহি নে? ইত্যাদি।

৪ বিধি।

যত শব্দৰ প্ৰয়োগ, তত শব্দৰ আকাংক্ষা কৰে। যথা যি পাপ কৰে, সি নৰকলৈ যায়।

কদাচিত তত শব্দৰ পদ লোপ হৈ থাকে। যথা, অজ্ঞানী মানুহে বিবেচনা ন কৰে, যেনেকৈ গৰুএ ঘাঁহ খাওঁতে শুকান কেঁছা নিবিচাৰে; অৰ্থাত তেনেকৈ।

৫ বিধি।

কৰ্ত্তাকাৰকৰ কেতিয়াবা, আ সমাপিকা ক্ৰিয়া নেথাকে, কেৱল নাম ধাতু বা ভাব বাচক পদৰ আগত স্থাপিত হয়। যথা, সি হাতিএ চিঞৰাৰ দৰে চিঞৰিছে, তেওঁ যোয়া দেখি মইও গলোঁ।

এটাই যি ৰূপে ক্ৰিয়া কৰে, আন এটাই তেনেকৈ ক্ৰিয়া কৰা অৰ্থত ভাব বাচক পদৰ পাচত "দি" যোগ হয়। আৰু সে,ই ভাব বাচক পদৰ এটা কৰ্ত্তাকাৰক থাকে, যথা, এই মানুহটোএ বাঘে খোয়াদি খায় ইত্যাদি।

৬ বিধি।

কৰ্ত্তা পদৰ যি বাচ্য আৰু সংখ্যা হয়, ক্ৰিয়া পদৰো সেই বাচ্য আৰু সংখ্যা হব লাগে। যথা, মই আছোঁ, তুমি আছা, তেওঁ আছে। আমি আছোঁ, তোমালোক আছাহঁক বা আছা ইত্যাদি।

৭ বিধি।

যি কথাৰ বিশেষ নিৰ্দ্ধাৰণ অৰ্থ বুঝাবৰ অভিপ্ৰায় হয়, সেই শব্দ প্ৰথমান্ত বা তৃতীয়ান্ত নাইবা বহু বচনান্ত হলে, তাৰ পিছত "ই" যোগ হয়। যথা, মানুহেই কৰিলে, তেওঁবিলাকেই দিলে, হাতিৰেই গল। সৰ্ব্বনাম শব্দৰ প্ৰথমাত "এই" যোগ হয়। যথা, সিএই কৰিলে, মইএই দিলোঁ ইত্যাদি। অন্য বিভক্তিএ নিমিত্তে "এ" হয়। যথা, ঘৰতে, মোতে, তাৰে ইত্যাদি।

৮ বিধি।

যি বস্তু বা বস্তুৰ গুণ অন্যত্ৰ বা অন্য প্ৰকাৰ অভাব বুঝাবৰ অভিপ্ৰায় হয়, তাৰ পিছত "হে" এই অবধাবণাৰ্থক পদ যোগ কৰিব লাগে। যথা, অৰ্য্যনেইহে ধনুধৰ, কৃষ্ণহে মুক্তিদাতা, ইয়াত অৰ্য্যুন, আৰু কৃষ্ণত বাঝে আন ধনুধৰ আৰু মুক্তি দাতা নথকা বুঝালে, সেই দৰেই শঙ্খ বগাইছে, বা বগাহে, অৰ্থাত বগাত বাঝে শঙ্খ অন্য প্ৰকাৰ নাই, গলেহে হব, অৰ্থাত ন গলে ন হয়, ইত্যাদি।

৯ বিধি।

যি বস্তুৰ নিয়ম কোয়া যায়, তাত বাঝেও কোনো বস্তু বুঝাব লাগিলে, সেই বস্তুৰ পিছত 'ও' এ অন্বায়াৰ্থক পদ স্থাপন-কৰা যায়। যথা, মানুহো মৰিল, অৰ্থাত অন্য কোনো বস্তু মৰিল, আৰু মানুহো মৰিল, মোকো মাৰিলে, অৰ্থাত অন্যক মাৰিলে, আৰু মোকো মাৰিলে, তুমি মই দুইও যাম ইত্যাদি।

১০ বিধি।

এফাকি কথা এটা সকৰ্ম্মক ক্ৰিয়াৰ কৰ্ম্ম পদৰ নিচিনাকৈ উক্ত হৈ সকৰ্ম্ম ক্ৰিয়াৰ পূৰ্ব্বত স্থাপিত হলে, এতদ শব্দৰ কৰ্ম্ম পদ এটা সেই কথাৰ পিছত দিয়া যায়। যথা, "ধনে অহঙ্কাৰ কৰায়" ইয়াক আমি স্বীকাৰ কৰিব নোয়াৰোঁ।

আৰু কৰ্ত্তাৰ নিচিনাকৈ উক্ত হলেও এতদ শব্দৰ পদ কৰ্ত্তাকাৰক হৈ তাৰ পাচত স্থিত হয়। যথা, "ধনে অহঙ্কাৰ কৰায়" ই নিচেই মিছা।

---

কাৰক প্ৰকৰণ চোৰ্যা।

১১ বিধি।

আপোন শব্দৰ পদ যেতিয়া স্বয়ং অৰ্থাত যুষ্মদ অস্মদ নাইবা অন্য কোনো শব্দৰে বিশেষণ হৈ ব্যবহৃত হয়, তেতিয়া ক্ৰিয়া সেই শব্দে সৈতে মিলে; কিন্তু যেতিয়া সেই আপোন শব্দ কাৰো অধীন নহৈ যুষ্মদ বাচ্যৰ সম্ভ্ৰমাৰ্থত ব্যবহৃত হয় তেতিয়া নাম বাচ্যৰ ক্ৰিয়া হয়। যথা, এই কাম মই আপুনি (স্বয়ং) কৰিলোঁ, তুমি আপুনি (স্বয়ং) গলা, তেওঁ আপুনি খালে ইত্যাদি। যুষ্মদ বাচ্যৰ সম্ভ্ৰমাৰ্থত; যথা; আফুনি কৰিলে, আপুনি নে যায় নে?

১২ বিধি।

দ্বন্দ সমাস কিম্বা যোজক অব্যয়ৰ দ্বাৰা বিভিন্ন বিশেষণ যুক্ত এক বস্তু বোধক দুই তিনি পদ একত্ৰ হলে, আগৰ বিশেষ্য পদ লোপ হয়; কেৱল বিশেষণ মাত্ৰ থাকে; আৰু শেষত যি বিশেষ্য থাকে আৱশ্যক হলে, তাৰ বহু বচন হয় আৰু তাৰ কাৰককে পূৰ্ব্বৰ লোপ হোয়া বিশেষ্যৰো কাৰক বুলি জানিব লাগে। যথা, ৰঙ্গা আৰু বগা গৰুৰ চালবিলাক অৰ্থাৎ ৰঙ্গা গৰুৰ আৰু বগা গৰুৰ চাল, আম কঠালৰ পাতবিলাক।

১৩ বিধি।

গলে, থলে, কৰোঁতে, এই প্ৰকাৰ সিদ্ধা ক্ৰিয়াৰ যি কৰ্ত্তা তাৰ সাধ্যা ক্ৰিয়া ন হয়, তাৰ পিছত যি কৰ্ত্তা উক্ত হয় তাৰহে সাধ্যা ক্ৰিয়া হয়। যথা, মই গলে তুমি আহিবা, সি থাকোঁতে তেওঁ আহিছিল ইত্যাদি।

১৪ বিধি।

কদাচিত এক সম্বন্ধী পদ অন্য এখ সম্বন্ধী পদৰ সম্বন্ধ কাৰক হয়। যথা দেশৰ শুভা শুভৰ বিষয়।

১৫ বিধি।

যি বাক্যত দুই কৰ্ত্তা আছে, যদি সেই দুইও কৰ্ত্তাৰ এক ক্ৰিয়া হয়, তেন্তে পূৰ্ব্বৰ কৰ্ত্তা পদৰ ক্ৰিয়া লোপ হয়। যথা, দেশৰ উপকাৰ আৰু আমাৰ পৰিশ্ৰমো সফল হব, মুখে আস্বাদ, চক্ষুএ তৃপ্তি পাব।

১৬ বিধি।

বহুত বুঝালে, সংখ্যা নথকা শব্দৰো বহু বচন হয়। পানিবোৰ, তেলবিলাক ইত্যাদি।

১৭ বিধি।

অকৰ্ম্মক ধাতুৰ পিছত কাল বাচক শব্দ বিভক্তি শূন্য হৈ ক্ৰিয়া বিশেষণ ৰূপে ব্যবহৃত হয়। যথা, কালি আহিলোঁ, দিনটো শুলোঁ, এৰাতি আছিলোঁ।

১৮ বিধি।

উপমা অৰ্থত যি বস্তুএ সৈতে অন্য বস্তুৰ তুলনা কৰা যায়, সেই শব্দৰ সপ্তম্যন্ত পদৰ পিছত "কৈ" যোগ

---

যোজক অব্যয় যে-ৰ সলনি ভূত কালত অস্মদ বাচ্যে বোলোঁ, যুষ্মদ বাচ্যে বোলা, নামবাচ্যত বোলে, পদ ব্যবহৃত হয়। যথা, মই কলোঁ, বোলোঁ, তুমি কলা, বোলা, তেওঁ কলে, বোলে। বৰ্ত্তমান কালতো সেই ৰূপেই হয়। যথা, মই কৈছোঁ, বোলোঁ। ইত্যাদি। ভবিষ্যত কালত অস্মদ বাচ্যত বুলিম, যুষ্মদ বাচ্যে বুলি বা বুলিবা, নামবাচ্যত বুলিব বা বুলি, এই পদ ব্যবহাৰ কৰা যায়। যথা, মই কম, বুলিম , তুমি কবা, বুলিবা, বা বুলি, সি কব বুলিব বা বুলি। কিন্তু কবলৈ শিকাই দিয়া অৰ্থ হলে, নামবাচ্যত বোলে বা বুলি, পদ ব্যবহৃত হয়।

কৰব নিমিত্তে উপদেশ কৰা অৰ্থত যে পদৰ সলনি প্ৰায় হেনে এই যোজক অব্যয় পদ স্থাপিত হয়। যথা, তুমি কৰা হেনে, সি কব হেনে ইত্যাদি। এতিয়া অনেকে এই হেনে পদ সাধাৰণ যে পদৰ সলনি ব্যবহাৰ কৰে, কিন্তু সি অশুদ্ধ।

ই কেৱল এটা সাধাৰণ নিয়ম মাথোন, স্থান বিশেষত ইয়াৰ বিপৰীতো হয়।

সৰ্ব্বদা ক্ৰিয়া কৰি থকা অৰ্থ হলে, ভূত কালতো নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কাল হয়। যথা, মই ভাত থাকোঁতে সোনাকালে ভাত খাওঁ।

বাৰম্বাৰ ক্ৰিয়া কৰা অৰ্থ হলে, ভূত কালত বৰ্ত্তমান কাল হয়। যথা, মই তাক অনেক বাৰ দেখিছোঁ।

কোনো বস্তুৰ গুণ বিশেষকৈ বুঝাব লাগিলে, বিশেষণ বিশেষ্যৰ পিছত স্থাপিত হয়। যথা, এই মানুহটি ভাল। কাৰক প্ৰকৰণ চোৱা।

কৰা যায়। যথা, এঙ্গাৰতকৈ মলিন, শিলতকৈ টেঁছা।

যেতিয়া কোনো ব্যক্তিৰ এটা বস্তুৰ অন্য কোনো ব্যক্তিৰ বস্তুএ সৈতে তুলনা কৰিব লাগে, তেতিয়া প্ৰায়, বস্তু বোধক পদ লোপ হয়। যথা, মোতকৈ তোমাৰ বস্তু ভাল, অৰ্থাত মোৰ বস্তুতকৈ।

কদাচিত মোতকৈ তোমাৰ ভাল এনেও হয়, যেতিয়া তুল্য তুলনাৰ্থক বস্তু ভাল ৰূপে জনা অৰ্থ হয়।

১৯ বিধি।

নিৰ্জ্জীব স্ত্ৰীলিঙ্গ বাচক কোনো শব্দৰ নিমিত্তে যি সৰ্ব্বনাম শব্দ ব্যবহাৰ কৰা যায়, তাৰ পুলিঙ্গ হয়। যথা, এতিয়া অসমীয়া ভাষাৰ এনেহে দুৰবস্থা হৈছে যে, অনেকেই তাক মাতৃ ভাষা বুলি স্বীকাৰ কৰিবলৈও বেয়াহে পায়, তথাপি তাৰ যে, অবস্থা ভাল হব, এনে আশা কৰিছোঁহঁক।

২০ বিধি।

অপাদান [১] সম্প্ৰদান [২] কৰণ [৩] অধিকৰণ [৪] কৰ্ম্ম [৫] কৰ্ত্তা [৬] এই কাৰকবিলাকৰ যেতিয়া এক বাক্যতে দুই কাৰক হব লাগে, তেতিয়া ওপৰত লিখা ক্ৰম অনুসাৰে পূৰ্ব্ব বৰ্ত্তী কাৰক লোপ হৈ পৰ বৰ্ত্তী কাৰক থাকে। যথা, ঘৰলৈ গৈ ওলাইছে; অৰ্থাৎ ঘৰলৈ গৈ তাৰ পৰা (ঘৰৰ পৰা) ওলাইছে; ঘৰৰ পৰা গৈ ওলাইছে, এনে নহয়; কিয়নো ওপৰত লিখা ক্ৰমৰ পূৰ্ব্ববৰ্ত্তী অপাদান লোপ হৈ পৰবৰ্ত্তী সম্প্ৰদানহে থাকে। আসনত বহি উঠিছে; অৰ্থাৎ আসনত বহি তাৰ পৰা (আসনৰ পৰা) উঠিছে; আসনৰ পৰা বহি উঠিছে, এনে নহয়; কাৰণ ওপৰত লিখা ক্ৰমৰ পৰবৰ্ত্তী অধি কৰণ কাৰকহে থাকে; পূৰ্ব্ববৰ্ত্তী অপাদান লোপ হয়। বামুনক দি কাপৰ কাঢ়ি লৈছে; অৰ্থাৎ বামুনৰ পৰা কাঢ়ি লৈছে। বামুনৰ পৰা দি কাপৰ কাঢ়ি লৈছে, এনে নহয়; কাৰণ সেই ক্ৰমৰ পূৰ্ব্ববৰ্ত্তী অপাদান লোপ হৈ পৰবৰ্ত্তী কৰ্ম্মহে থাকে। ঘট আছে তুমি চোয়াঁ; অৰ্থাৎ ঘট আছে তুমি তাক (ঘটক) চোয়াঁ, ইয়াত ঘটক আছে, তুমি চোয়াঁ, এনে নহয়; কিয়নো পূৰ্ব্ববৰ্ত্তী কৰ্ম্ম লোপ হৈ পৰবৰ্ত্তী কৰ্ত্তা হে থাকে।

---

## অথ বাক্য নিৰ্দ্দেশ।

১ পদবিলাক পৰস্পৰ অন্বিত হৈ তাতপৰ্য্য বোধক হলে, তাকে বাক্য বোলে; সেই বাক্য ৰচনাত পদবিলাক কত কি প্ৰকাৰে স্থাপন কৰিব লাগে তাৰে বিধান।

২১ বিধি।

সৰ্ব্বনাম শব্দ, যাৰ সলনি ব্যবহাৰ হয়, সদায় তাৰ পিছত স্থাপিত হয়। যথা, মানুহৰ কৰ্ত্তব্য যে, সদায় ঈশ্বৰত মন লগায়; কিয়নো সেইএ হলেহে তেওঁ পৰকালত সুখ পাব।

২২ বিধি।

সকৰ্ম্মক ক্ৰিয়া কৰ্ম্ম শুন্য হলে, অৰ্থাত যেতিয়া এফাকি কথা গোট খাই এটা কৰ্ম্ম পদ হয়, তেতিয়া সেই ফাকি কথাৰ পূৰ্ব্বতে যোজক অব্যয় যে পদ স্থাপিত হয়। যথা, তেওঁ কলে যে, "বিদ্যা শিকা" কদাচিত কোনো কথাৰ বিশেষ অভিপ্ৰায় উক্ত কৰিব লাগিলেও সেই কথাৰ পূৰ্ব্বত যে পদ দিয়া যায়। যথা, সেই বিষয়ত তেওঁ এনেহে উদ্যোগী আছিল যে, তাৰ কাৰণ সৰ্ব্বস্ব পৰ্য্যন্ত দিব খুজিছিল।

২৩ বিধি।

বাক্য ৰচনাত ক্ৰিয়া পদবিলাক স্বস্ব কাল অনুসাৰে আগ পিছ হৈ স্থাপিত হব লাগে। যথা, সেই বস্তু ঈশ্বৰে

নিছে, আৰু ঈশ্বৰে দিলে; হব লাগে, সেই বস্তু ঈশ্বৰে দিলে, আৰু ঈশ্বৰে নিছে।

২৪ বিধি।

বাক্য ৰচনাত প্ৰথমাতঃ কৰ্ত্তা পদ আৰু সৰ্ব্ব শেষত সমাপিকা ক্ৰিয়া পদ স্থাপিত হয়, এবং বিশেষণ পদ বিশেষ্য পদৰ আৰু কৰ্ম্ম পদ সকৰ্ম্ম ক্ৰিয়া পদৰ, ক্ৰিয়া বিশেষণ ক্ৰিয়া পদৰ বা বিশষণ পদৰ সম্বন্ধ কাৰক সম্বন্ধী পদৰ আৰু সিদ্ধা ক্ৰিয়া সাধ্যা ক্ৰিয়াৰ পূৰ্ব্বত স্থাপিত হয়, অন্য চ পদ সমুদায় অৰ্থ বিশেষে বক্তা বা লিখকৰ অভিপ্ৰায় অনুসাৰে (যত দিলে অৰ্থ এবং শ্ৰবণৰ সৃশৃঙ্খলা হয়,) কৰ্ত্তা পদৰ পিছত এবং সমাপিকা ক্ৰিয়াৰ পূৰ্ব্বত স্থাপিত হয়।

## উদাহৰণ।

কেবল কৰ্ত্তা আৰু ক্ৰিয়া পদ।

ৰামহৰি গৈছে, দেবদত্ত শুইছে, আমি আছোঁ, তুমি খালা।

কৰ্ত্তা, কৰ্ম্ম যুক্ত ক্ৰিয়া।

কৃষ্ণৰামে আমাক ধন আৰু সদুপদেশ দিলে ইত্যাদি।

বিশেষণ যুক্ত বিশেষ্য আৰু ক্ৰিয়া।

এক বিজ্ঞ ব্যক্তিএ আমাক সদুপদেশ দিছিল, কিন্তু এটা অনভিজ্ঞ মানুহে তেওঁক নিষেধ কৰিলে।

কৰ্ম্মপদ আৰু সকৰ্ম্মক পদ।

গছ কাটা, ধন দিয়া, কথা কওঁ, ভাত খাওঁ ইত্যাদি।

সম্বন্ধকাৰক ও সম্বন্ধী পদ।

দানী মানুহৰ হাতত ধন নে থাকে; অতএব সি কৃপণৰহে বস্তু, মানুহৰ ঘৰ, দেশৰ মানুহ ইত্যাদি।

সিদ্ধা আৰু সাধ্যা ক্ৰিয়া।

তেওঁ সেইবিলাক কথা শুনি বৰ বেজাৰ পালে।

ক্ৰিয়া বিশেষণ যুক্ত ক্ৰিয়া আৰু বিশেষণ।

তেওঁ বিদ্যা শিকিবলৈ সম্পূৰ্ণ ৰূপে পৰিশ্ৰম কৰিছে অতএব তেওঁ মহা জ্ঞানী হব।

অনেক পদ যুক্ত বাক্য।

তেওঁ আপোনৰ ভদ্ৰতা প্ৰকাশ পূৰ্ব্বক অনেক চেষ্টা কৰি তাক ঘৰৰ পৰা আনি পঢ়াশালিত থোয়াত অধ্যাপক মহাশয়ে তেওঁৰ উপৰোধ আৰু শিষ্টাচাৰৰ নিমিত্তে বৰ যত্নকৈ তাক শিক্ষা দিছে। এই হেতু মই অনুমান কৰোঁ, অলপ কালতে সি সদ্বিদ্যা লাভ কৰি বিশেষ সুক্ষ্যাতিৰ পাত্ৰ হব পাৰিব।

প্ৰকাৰান্তৰ।

কৰ্ত্তাদি কাৰক ওপৰত কোয়া দৰে স্থাপিত নহৈ বক্তাৰ অভিপ্ৰায় অনুসাৰে অন্য প্ৰকাৰে স্থাপিত হয়। যথা, মোক তাত থৈএই তেওঁ গল, অথবা তেওঁ মোক তাত থৈএই গল, কিম্বা তেওঁ তাত মোক থৈএই গল, কিম্বা তাত মোক থৈএই তেওঁ গল ইত্যাদি।

২৫ বিধি।

বাক্য ৰচনাত এটা শব্দকে বাৰম্বাৰ প্ৰয়োগ কৰা অকৰ্ত্তব্য। যথা, তেওঁ আমাক বন্দু জ্ঞান পূৰ্ব্বক বিশেষ সম্মান

পূৰ্ব্বক ৰাখিছে, ই হব লাগে, বন্দু, জ্ঞান পূৰ্ব্বক বিশেষ সন্মানকৈ ৰাখিছে।

২৬ বিধি।

যেতিয়া কেইবাটা বিশেষণ পদে কেবল এজন মানুহৰ গুণ দেখায়, তেতিয়া 'এজন' এ পিদ কেবল প্ৰথমটো বিশেষণৰ পূৰ্ব্বত স্থাপিত হয়। আৰু যেতিয়া পৃথক ২ বিশেষণে পৃথক চ মানুহৰ গুণ দেখায়, তেতিয়া 'এজন' এই পদ প্ৰত্যেক বিশেষণৰ পূৰ্ব্বত স্থাপিত হয়। যথা, এজন জ্ঞানী আৰু সত মানুহ, ইয়াত কেবল এজন মানুহ। কিন্তু এজন জ্ঞানী আৰু এজন সত মানুহ বুলিলে দুজন মানুহ বুঝায়, পূৰ্ব্বৰ মানুহ পদ লোপ হৈছে।

বাক্য বিন্যাস প্ৰকৰণং সম্পূৰ্ণং।

---

অথ লক্ষণান্বিত বাক্য।

শ্ৰূয়মান শব্দৰ অৰ্থক নকৈ যে, ভাবাধীন অন্য এক সাঙ্কেতিক অৰ্থ প্ৰতিপন্ন কৰে তাকে লক্ষণা বোলে; সেই ৰূপ কোনো চ লক্ষণা যুক্ত বাক্য শুনিবলৈ অতি উত্তম এবং তাৰ ভাবো পোন কথাতকৈ উৎকৃষ্টতৰ হয়, অতএব সুলেখক সকলে তাক সদায় আপোনাৰ ৰচনাত ব্যবহাৰ কৰে; এই কাৰণ তাক জনা আৱশ্যক।

সেই লক্ষণাৰ নাম। যথা, [১]উপলক্ষণা, [২]টতস্থ লক্ষণা, [৩]শব্দলক্ষণা, [৪]ঔপচাৰিকলক্ষণা, [৫]বিপৰীতলক্ষণা, [৬]ব্যঞ্জকলক্ষণা,[৭]গৌণলক্ষণা, [৮]প্ৰশ্নাৰ্থকলক্ষণা, [৯]অত্যুক্তি লক্ষণা, [১০]শ্লেশলক্ষণা।

[১] উপলক্ষণা। যি শব্দ আমি শুনো তাৰ অৰ্থ নেৰি তাৰ লগত তত সম্পৰ্কীয় আন অৰ্থ বুঝালে, তাকে আমি উপলক্ষণা বোলোঁ। যথা, এক ব্যক্তিএ চকুএ নেদেখা ঠাইত এটা কলবৰ শুনি অন্য এজনক শুধিলে, বোলে, এইটো কিহৰ ধ্বনি হৈছে, তাতে সি উত্তৰ কৰিলে যে, "ৰজা আহিছে," ইয়াতে শোধা গৰাকীএ বুঝিলে, ৰজা আহিছে, তেওঁৰ লগৰ ঠাটকটকৰ কোৰাৰ কোলাহল। কিন্তু ৰজা আহিছে এই বাক্যে কেবল ৰজাৰ আগমন মাত্ৰ বুঝাব পাৰে; তেওঁৰ লগৰ হাতি ঘোঁৰাৰ কোলাহল নু বুঝায়, তথাপি লক্ষণাধীন বুঝা গল। এই প্ৰকাৰৰ যত কথা পোয়া যায় সেই সকলোকে উপলক্ষণা বুলি জানিব।

[২] টতস্থলক্ষণা। নিকটবৰ্ত্তী কোনো বস্তুক যি বস্তুৰ নিকটত থাকে, তৎ স্বৰূপ জ্ঞান কৰাকে তটস্থলক্ষণা বোলে। যথা, কোনো এক মানুহে অন্য এজনক শুধিলে যে, নৈ কত আছে? তাতে অন্য জনে উত্তৰ কৰিলে, বোলে, সেই গছেই নৈ। ইয়াতে শোধা গৰাকীএ বুঝিলে যে, সেই গছৰ গুৰিতে নৈ আছে, কিন্তু গছেই নৈ এই বাক্যে গছৰ গুৰিত নৈ থকা নু বুঝায়, তথাপি লক্ষণাৰ দ্বাৰা বুঝালে। সেই দৰেই এই ব্ৰাহ্মণ গঙ্গাবাসী এনেকৈ বুলিলে, গঙ্গা নামেৰে জল প্ৰবাহত বাস কৰা অৰ্থহে বুঝাব পাৰে, কিন্তু লক্ষণাধীন গঙ্গা তীৰত থকা বুঝায়।

[৩] শব্দলক্ষণা। দুটা শব্দেৰে যি নাম হয়, তাৰ পূৰ্ব্ব কিম্বা পৰশব্দ এৰি এটা শব্দকে সেই নামৰ পৰিবৰ্ত্তে ব্যবহাৰ কৰাকে শব্দলক্ষণা বোলা যায়। যথা, ভীমসেন, ইয়াৰ সলনি ভীম, সত্যভামাৰ সলনি সত্যা, হেমচন্দ্ৰৰ সলনি হেম, এই ৰূপ ব্যবহাৰ হয়।

[৪] ঔপচাৰিকলক্ষণা। অচৈতন্য পদাৰ্থত চেতন বিশিষ্ট বস্তুৰ গুণ আৰোপ কৰাকে ঔপচাৰিক লক্ষণা বোলা যায়। যথা, সেই দলটোএ গণ গণ কৰিছে। বিস্তৰ দিন মেঘে বৃষ্টি নি দিয়াত পৃথিবীএ পিপাসাৰ্ত্তা হৈ জল প্ৰাৰ্থনা

---

গৌণ লক্ষণাত সাবধান হব লাগে যে, যি বস্তুএ সৰ্ব্ব প্ৰকাৰ সকলো গুণেৰে যি বস্তুৰ তুলা হয়, তাকেহে তাৰ তুল্য বুলিব লাগে, সেইএ ন হলে লক্ষণা দুষ্যা হয়, কোনো এক পণ্ডিতে "ব্যাকৰণ মাতা" বুলিছে, কিন্তু সি অশুদ্ধ, কিয়নো ব্যাকৰণ পুল্লিঙ্গ শব্দ, মাতা স্ত্ৰীলিঙ্গ তাক মাতা বুলি বৰ্ণন কৰা ভাল ন হয়।

আমাৰ মহা ভাৰত ৰামায়ণাদিত এই লক্ষণাৰ বিস্তৰ উদাহৰণ পোয়া যায়; এই লক্ষণা কবিতাত প্ৰায় ব্যবহৃত হয়।

কৰিছে।

বিপৰীতলক্ষণা। কোনো মানুহক নিন্দা কৰিবৰ মনেৰে প্ৰশংসা কৰিলে, অৰ্থাত বেয়াকৈ কব খুজি ভালকৈ কলে, আৰু প্ৰসংসাৰ মনেৰে নিন্দা কৰিলে, অৰ্থাৎ ভালকৈ কব খুজি বেয়াকৈ কলে, তাকে বিপৰীতলক্ষণা বোলা যায়। যথা, কোনো মানুহে তাৰ শত্ৰুক কৈছে যে, হে মোৰ মিত্ৰ তুমি মোৰ প্ৰতি যি উপকাৰ আৰু সদ্ব্যবহাৰ প্ৰকাশ কৰিছা, তাক কি কম? আৰ্শীব্বাদ কৰোঁ, ঈশ্বৰে তোমাক শত বৎসৰ পৰমায়ুস দি ৰক্ষা কৰোক। অৰ্থাত হে শত্ৰু তই মোক যিমান অপকাৰ আৰু দ্বেষ কৰিছ, তাক কি কম? সাও দিছোঁ, ঈশ্বৰে তোক শীঘ্ৰে মাৰোক ইত্যাদি।

ব্যঞ্জকলক্ষণা। আমি যি শব্দ শুনো তাৰ অৰ্থ নকৈ সম্পূৰ্ণ অন্য ভাব প্ৰকাশ কৰাকে ব্যঞ্জকলক্ষণা বোলা যায়; যথা, এক বেশ্যাৰ ফুলনিৰ পৰা নিত্যে ২ এক বামুনৰ লৰাই ফুল নিয়ে, বেশ্যাই তাক সমুখে নিবাৰণ কৰিব নোয়াৰি সেই বামুনে এদিন ফুল তুলি থাকোঁতে আপোনাৰ লগৰীয়াক এই কথা কলে, বোলে, কালি মই মোৰ ফুলনিত এটা বাঘ দেখিছিলোঁ, তাতে বামুনৰ লৰাই বাঘৰ ভয়ত ফুল নিবলৈ নাহিল। ইয়াতে বেশ্যাৰ বাক্যত ঋষিৰ লৰা ফুলনিলৈ নাহিবলৈ নিষধ কৰা কোনো কথা নাই, কিন্তু ব্যঞ্জনাবৃত্তিৰ দ্বাৰা বেশ্যাই তাক সিদ্ধ কৰিলে। এক কুল কামিনীএ উপপতি লৈ থাকে, তাতে এদিন তাইৰ পৈএক ঘৰত থাকোঁতে সঙ্কেত স্থানলৈ উপপতি অহা গম পাই তাই যাব নোয়াৰি আৰু স্পষ্টকৈ কবও নোয়াৰি কোকিলক সম্বোধন কৰি কলে, অৰে বৰ্ব্বৰ কোকিল! তই নিৰৰ্থক কেলেই চিঞৰি মৰিছ, মোৰ আজি পতি ঘৰত আছে, তোলৈ ভয় নাই, তাতে উপপতিএ আশা নিষ্ফলা জানি ঘৰলৈ উভতি গল।

গৌণলক্ষণা। যি বস্তুএ যি বস্তুৰ সম্পূৰ্ণ গুণ ধাৰণ কৰে সেই বস্তুকে যদি সেই বস্তু বুলি প্ৰতিপন্ন কৰা যায়, তেন্তে তাকে গৌণ লক্ষণা বোলা যায়। যথা, পুৰুষ ব্যাঘ্ৰ, বাক্যবান, বচনামৃত, নৰপশু, সভা লতা, মুখচন্দ্ৰ, কৃপাবাৰি, কুচগিৰি।

ইয়াত পুৰুষ ব্যঘ্ৰৰ শূৰ গুণেৰে তুল্য হল, বাক্যেশৰৰ নিচিনা তিখ্ন আৰু পীড়া দায়ক গুণ প্ৰকাশ কৰিলে, আৰু সভাই লতাৰ তুল্য ডাল পত্ৰৰ দ্বাৰা বহু ব্যাপকত্ব গুণ দেখালে, স্তনে পৰ্ব্বতৰ তুল্য উচ্চ আৰু কঠিনত্ব প্ৰকাশ কৰিলে।

প্ৰশ্নাৰ্থকলক্ষণা। যি কথাৰ আমি অবশ্য ভাবিত্ব প্ৰতিপন্ন কৰিব খোজোঁ, তাক নিষেধাৰ্থক নকাৰে সৈতে যোগ কৰি আৰু যাক কেতিয়াও নো হোয়া বুঝাব খোজোঁ, তাক শুদাই প্ৰশ্নকৈ উক্ত কৰোঁ, তাকে প্ৰশ্নাৰ্থক লক্ষণা বোলা যায়। যথা, এনে ন হয় নে? অৰ্থাত অবশ্য হয়, এই কথা হব পাৰে নে? অৰ্থাত কেতিয়াও নোয়াৰে ইত্যাদি।

অত্যুক্তিলক্ষণা। কোনো কথাৰ অতিশয় প্ৰবলতা বুঝাব লাগিলে, কবি সকলে সেই বিষয়ৰ যথাৰ্থতকৈ অতিৰিক্ত ৰূপে বৰ্ণন কৰে, যদ্দ্বাৰা পাঠক সকলৰ মনত সেই বস্তুৰ প্ৰভাব আধিক্য বা প্ৰবলতা বিশেষ ৰূপে প্ৰত্যয় হয়। যথা, সেই সিংহৰ ভয়ঙ্কৰ গৰ্জ্জনত পৃথিবী কম্পিতা হৈছিল, আৰু তাৰ ৰঙ্গা চকুৰ পৰা অগ্নি বৰ্ষণ হৈছিল। তেওঁৰ শোক ইমানহে প্ৰবল হৈছিল, যে বাড়বাগ্নিকো তেওঁৰ চকুৰ লোৰে নুমাব পৰা হলহেঁতেন।

শ্লেশলক্ষণা। যি বাক্যৰ প্ৰকৃত অৰ্থ গোপন কৰিবৰ মনেৰে দুই অৰ্থ হোয়া শব্দ ব্যবহাৰ কৰি সঙ্কেতেৰে অভিপ্ৰায় বুঝোয়া হয়, তাকে শ্লেশ লক্ষণা বোলা যায়। যথা, সোণাৰ ৰাতিত মূল্য পাঁচ টকা; ইয়াত দুই অৰ্থ হয়, প্ৰথম সোণ এৰাতিৰ দৰ পাঁচ টকা হোয়া বুঝায়; ই পোন কথা ইয়াত লক্ষণা নাই। কিন্তু ই লক্ষণাযুক্ত হলে এনে অৰ্থ হব, যে সোণা নামেৰে কোনো এজনী বেশ্যা আছে, তাইৰ গুৰিলৈ যোয়া মানুহৰ তাই ৰাতিএ পতি পাঁচ টকাকৈ ৰূপ লয়।

এই ৰূপে সঙ্কেতেৰে দ্বৈধ শব্দ দি কোয়া সকলো বাক্য শ্লেশ লক্ষণা।

## পদ্য ৰচনা।

**পদ্য শব্দে তাকে বুঝায়, যাৰ পাঠৰ দ্বাৰা পদ সকলৰ লঘু, গুৰু ভেদে ঘৃন্যাঘাত হৈ বিশেষ ২ ছন্দত বিশেষ ২ ৰূপে স্বৰৰ মি বোধ হয়।**

অসমীয়া ভাষাত যদিও পদ্যৰ বিশেষ পাৰিপাট্য নাই তথাপি শঙ্কৰ দেব প্ৰভৃতি কৰি সকলে কৰা অনেক কবিতা আজি পৰ্য্যন্ত সকলোৰে আদৰণীয়া হৈ আছে; অতএৱ প্ৰচলিত পদ্যবিলাকৰ লক্ষণাই সৈতে উদাহৰণ তলত দেখা গল। অসমীয়া ভাষাত পদ ৰচনাত গদ্য ৰচনাতকৈ প্ৰায় পদবিলাক লৰ হয়, কিন্তু সদায় একে ভাবে নো হোয়া হেতু, তাৰ বিশেষ সূত্ৰ নিৰ্দ্দেশ কৰা টান। পাঠক সকলে পদ্য চালে, তাক জানিব পাৰিব।

প্ৰচলিত পদ্যবিলাকৰ নাম, পদ, দুলড়ী, ছবি, লেছাড়ী, ঝুমুৰী, কুসুম মালা, একাবলী, এবং মুক্তাবলী।

### পদৰ লক্ষণ।

পদৰ দুফাকি আখৰা, প্ৰত্যেক ফাকিত চৈধ্যটি আখৰ হয়, উভয় ফাকিৰ শেষ আখৰ পৰস্পৰ মিল হব লাগে। উদাহৰণ।

বলীৰায় দেখে সবে দেবতাৰ জয়।  
দানবৰ সেনা মানে যায় যমালয়।।  
ন সহে শৰীৰ অতি কোপত কঁপিলা।  
ৰথে চৰি ধনু ধৰি ইন্দ্ৰক বুলিলা।।  
কমলৰ মধু খাই তৃপ্ত যাৰ মন।  
শিমলুৰ মধু আশে নে যায় সি জন।।

### দুলড়ী ছন্দৰ লক্ষণ।

দুলড়ীৰ দুফাকি আখৰ; সেই দুফাকিএই ছ ভাগ হয়, প্ৰত্যেক ফাকিৰ প্ৰথম দুভাগত ছয় ২ আখৰ হয়, আৰু উভয়ৰ শেষ অক্ষৰ উভয়েৰে মিলে। আৰু শেষ ভাগত আঠোটা আখৰ থাকে, এবং প্ৰথম ফাকিৰ শেষ ভাগ দ্বিতীয় ফাকিৰ শেষ ভাগেৰে মিলে। উদাহৰণ।

ৰুক্মিনী ৰমণী, কুঞ্জৰ গমনী, লীলা গতি চলি যান্ত। অতি হৰ্শ মনে, গৈয়া তেতিক্ষণে, ৰাজসভা দেখিলন্ত।। কৃষ্ণকেসে চিন্তি ইভিতি সিভিতি, বলাইযান্ত নেত্ৰ দুটি। কটাক্ষ নয়নে, চায় যাব পানে, মৰে কাম বানে ফুটি।।

### ছবিৰ লক্ষণ।

ছবিৰো দুই চৰণ; প্ৰত্যেক চৰণৰ তিনি ভাগ, তাৰ প্ৰথম দুভাগত দহোটা; দুলড়ীৰ যি প্ৰকাৰ মিল হয়, ইয়াৰো সেই দৰে মিল হব লাগে। উদাহৰণ।

ক্ষণেকে চেতন পাই, কিৰাতৰ ভিতি চাই,  
দুনাই চক্ষু মুদি মনে ২ ।  
টিমিকি চ মাত্ৰ, প্ৰাণ খানি আছে গাত,  
পৰি শোক কৰন্ত অৰ্য্যুনে।।

### লেছাড়ীৰ লক্ষণ।

লেছাড়ীৰো দুই চৰণ; প্ৰত্যেক চৰণ তিনি ভাগ হয়, তাৰে প্ৰথম দুভাগত দহোটা চ আখৰ, শেষৰ ভাগত চৈধটা; ইও দুলড়ীৰ দৰেই মিলে। বিশেষ এই যে, দুইও ফাকিৰ শেষ দুভাগৰ উপান্ত স্বৰ দীৰ্ঘ হলে, অধিক সুশ্ৰাব্য

হয়। উদাহৰণ।

দ্ৰুপদ নন্দিনী মনে গুণি, স্বামী সকলৰ বাক্য শুনি,
ৰাজ হংস গতি চলি যান্ত ধীৰে ধীৰে।
যথাত আছন্ত দেব হৰি, নৃপতি সকলে মধ্য কৰি,
তথাকে চলিলা তিতি নয়নৰ নীৰে।।

ঝুমুৰী ছন্দৰ লক্ষণ।

ঝুমুৰী ছন্দৰ দুফাকি; প্ৰত্যেক ফাকিত আঠোটা আখৰ, ইয়াৰ মিল পদৰ দৰে হয়। উদাহৰণ।

হেন শুনি জাম্বৱন্ত। ধাইলা মহা বলবন্ত।।
নিচিনি স্বামীক পাচে। দৰিলন্ত যুদ্ধ কাছে।।
দুইতো দুই নাহি তুষ্টি। হানে বজ্ৰসম মুষ্ঠি।।
মাংসৰ কাৰণে যেন। যুঝন্ত দোগোটা শেন।।

কুসুম মালা ছন্দৰ লক্ষণ।

কুসুম মালা ছন্দৰ এক চৰণ, সেই চৰণেই চাৰি ভাগেৰে বিভক্তি হয়; প্ৰত্যেক ভাগত ছটা আখৰ, আৰু প্ৰত্যেক ভাগৰ শেষ আখৰ অন্য ভাগৰ শেষ আখৰে সৈতে মিলে। যথা,

নমো নিৰঞ্জন, পাতক ভঞ্জন, গোপিকা ৰঞ্জন,
দানব গঞ্জন।।
দৈত্য অন্তকাৰী, গোবৰ্দ্ধন ধাৰী, ভয় ভয় হাৰী,
তুমি সে মুৰাৰি।।

একাবলী ছন্দ।

যি পদ্যত এঘাৰটা স্বৰযুক্ত ব্যঞ্জন থাকে আৰু পদৰ নিচিনাকৈ মিল হয়, তাকে একাবলী ছন্দ বোলা যায়। যথা,—

জগতৰ আত্মা যিতো অনন্ত।
ধ্বজ হুয়া মোক সদা সেবন্ত।।
ত্ৰি দশৰ ৰজা ত্ৰৈলোক্য ৰায়।
বজ্ৰ হুয়া ৰৈল আমাৰ ঠাই।।

মুক্তাবলী ছন্দ।

মুক্তাবলী ছন্দৰ দুফাকি আখৰ, তাইঁতৰ প্ৰথম ফাকিৰ পাঁচ ভাগ হয়, আৰু সেই পাঁচ ভাগৰ প্ৰথম চাৰি ভাগত প্ৰত্যেক ছটা আখৰ থাকে এবং প্ৰত্যেক ভাগৰ শেষ আখৰ অন্য ভাগৰ শেষ আখৰে সৈতে মিলে। আৰু গাওঁতে সুশ্ৰাব্য হবৰ নিমিত্তে শেষ ভাগৰ পূৰ্ব্ব ভাগৰ অন্তত এ যোগ কৰা যায়। সৰ্ব্বশেষ ভাগত চৈধ্যটা আখৰ থাকে; আৰু সি দ্বিতীয় ফাকিৰ সৰ্ব্ব-শেষ ফাকিএ সৈতে মিলে। দ্বিতীয় ফাকিৰো প্ৰথম ফাকিৰ দৰে পাঁচ ভাগ হয়। মুঠে ইয়াৰ দহ ভাগ; আৰু দুইও ফাকিৰ সৰ্ব্ব-শেষ ভাগ পৰস্পৰ মিলে; অন্য কেই ভাগ স্বস্ব ফাকিৰ ভাগে সৈতে

* সেই, এই, যেই প্ৰভৃতিৰ লিঙ্গত ভেদ নাই, তিনিও লিঙ্গত সমান।

মিলে। যথা,—

তোমাৰ শোকত, ভৈলোঁ জৰ্জ্জৰিত, চেতনা গাৱত, নাহিকে সাম্প্ৰত(এ,) তুমা সম স্বামী ই জন্মে ভৈলোঁ বঞ্চিত। গুণ তোমাসাৰ, আছয় অপাৰ, মোৰ মনে আৰ, ভাবি নেপাওঁ পাৰ(এ,) মই দুৰ্ভাগিনী পৰি ৰৈলোঁ ইঠাৱত।। পৰ্ব্বত শিখৰে, নদীৰ নিৰ্ঝৰে, দ্ৰূমৰ ওপৰে, ক্ৰীড়িলা অন্তৰে(এ,) ইসব স্থানত কৰিলোঁ ৰঙ্গ বহুত. তথু সঙ্গ এৰি, আকাশক উৰি, যাওঁ কেনে কৰি. হৰি হৰি হৰি(এ)! কিনো দুঃখ লিখিলা মোহোৰ কপালত।।

এই ব্যাকৰণত যিবোৰ সূত্ৰ দিয়া গল, সেইবিলাকৰ দ্বাৰা পদ্যৰ সকলো পদ সিদ্ধ ন হয়। কবি সকলে পদ মিলাবৰ নিমিত্তে অনেক অনিয়মিত কথা ব্যবহাৰ কৰে। যথা,—

সাধাৰণ তোৰ, মোৰ ইত্যাদিৰ ঠাইত তোহোৰ, মোহোৰ ইত্যাদি; তোমাৰ ঠাইত তোমাসাৰ আৰু কাৰ, যাৰ, তাৰ, ইয়াৰ ইত্যাদিৰ ঠাইত কাহাৰ, যাহাৰ, তাহাৰ, ইহাৰ ইত্যাদি পদ ব্যবহাৰ কৰে।

সাধাৰণ ৰল, গল, হল ইত্যাদি কথাৰ সলনি কবি সকলে ৰৈল, গৈল, হৈল, বা ভৈল ইত্যাদি শব্দ ব্যবহাৰ কৰে। আৰু কৰে, খায়, যায়, নিয়ে ইত্যাদি কথাৰ সলনি কৰন্ত বা কৰয়, খান্ত বা খাবয়, যান্ত বা যাবয়, দেন্ত বা দিবয়, ন্নত বা নিবয় ইত্যাদি; কিম্বা সেইবিলাক পদৰ সলনি কৰৈ, খাৱৈ, দিয়ৈ, নিয়ৈ ইত্যাদি পদ; আৰু কৰিলে, খালে, দিলে, নিলে, বুলিলে ইত্যাদি পদৰ সলনি কৰিলা বা কৰিলন্ত, খাইলা বা খাইলন্ত, নিলা বা নিলন্ত, বুলিলা বা বুলিলন্ত ইত্যাদি পদ ব্যবহাৰ কৰে। আৰু কৰিব, ধৰিব, মৰিব, নিব ইত্যাদি পদৰ সলনি কৰিবা বা কৰিৱন্ত, মৰিবা বা মৰিৱন্ত ইত্যাদি পদ ব্যবহাৰ কৰে। এবং কৰিম, কৰিলোঁ, মৰিম, মৰিলোঁ ইত্যাদি পদৰ সলনি কৰিবোঁহোঁ, কৰিলোঁহোঁ, মৰিবোঁহোঁ, মৰিলোঁহোঁ, ইত্যাদি পদ ব্যবহাৰ কৰে। আৰু কৰিবা, কৰিলা ইত্যাদি পদৰ পিছত হা এই শব্দ যোগ কৰে, যথা, কৰিবাহা, কৰিলাহা ইত্যাদি। আৰু কৰি, মৰি, ধৰি, লৈ, গৈ, দি ইত্যাদি পদৰ পিছত য়া যোগ কৰে। যথা, কৰিয়া, মৰিয়া, ধৰিয়া, লৈয়া ইত্যাদি। এই ৰূপে আবশ্যক অনুসাৰে সকলো ক্ৰিয়া পদ গদ্যতকৈ লৰায়। আৰু আন ২ শব্দো বিস্তৰ লৰ হয়, সেইবিলাকৰ দৃষ্টান্ত দিয়া টান। আৰু কবি সকলে কবিতাৰ মাঝত আন ২ ভাষাৰ বিস্তৰ শব্দ ব্যবহাৰ কৰে। তাৰ ভিতৰত বঙ্গালী ভাষাৰ কথা ইমানহে অধিক যে, অনেক অসমীয়া পদ্য বঙ্গালী পদতকৈ প্ৰায় বেলেগ ন হয়। পদ্য ৰচনাৰ সকলো নিয়ম ব্যাকৰণৰ দ্বাৰা শিকিব নোয়াৰি, তাক ভালকৈ বুঝিবলৈ আৰু লিখিবলৈ শিকিব লাগিলে, ভাল ভাল কবি সকলে কৰা পদ পঢ়ি, সেই ৰূপে ৰচনা কৰিব লাগে। আৰু পদ্যত অনেক সংস্কৃতৰ পদ )যিবিলাক সাধাৰণ কথোপকথনত ব্যবহৃত ন হয় আৰু হলেও শুনিবলৈ ভাল নহয়,) ব্যবহাৰ কৰা যায়।

গদ্য পাঠ কৰোঁতে শব্দৰ ভিতৰত যি আখৰ স্বৰযুক্ত আৰু একে শব্দতে দুটা, তিনটা স্বৰযুক্ত আখৰ থাকিলে, তাৰ ভিতৰত যিটো দীৰ্ঘ স্বৰযুক্ত বা গুৰু আখৰ তাতে ধ্বন্যাঘাত অৰ্থাৎ মাতৰ ঠেলা পৰে। যথা, নদ, নদী, নন্দিনী। আৰু কেটা শব্দতে দুটা বা অদিক দীৰ্ঘস্বৰ থাকিলে, শেষৰটোত ধ্বন্যাঘাত পৰে, যথা, বাঘিনী ইত্যাদি। পদ্যত ইয়াৰ নিশ্চয় নে থাকে, উচ্চাৰণৰ তাৰতম্য অনুসাৰে ধ্বন্যাধাত পৰে। পদ্যৰ ছন্দ জনা মানুহে তাক সহজে জানিব পাৰে।

---

## অথ অন্বয় প্ৰকৰণং।

**অন্বয় অৰ্থাত পৰস্পৰ সম্বন্ধযুক্ত বাক্য সকলৰ কৰ্ত্তা ক্ৰিয়াদিক বিভিন্নকৈ উক্ত কৰা।**

এই কাৰক সকলৰ ভেদ বোধ ন হলে, বাক্যাৰ্থৰ বোধ ন হয়, সুতৰাং তাৰ প্ৰতি বিশেষ-ৰূপে মন দিয়া উচিত।

নিয়ম। সংজ্ঞা শব্দৰ প্ৰকাৰ, কাৰক, সংখ্যা, লিঙ্গ কব লাগে। গুণ বাচকৰ হলে, কোন প্ৰকাৰ শব্দ আৰু তাৰ বিশেষ্য কি ইয়াকে কলেই হয়; কিন্তু সংজ্ঞা শব্দৰ দৰে তাৰো লিঙ্গ সংখ্যাদি কোয়া যায়। ক্ৰিয়া পদৰ কাল, প্ৰকাৰ, সংখ্যা, বাচ্য সকৰ্ম্মনে অকৰ্ম্মক ইত্যাদি কব লাগে, অব্যয়ৰ নাম আৰু প্ৰকাৰ মাত্ৰ। সৰ্ব্বনাম শব্দৰ লিঙ্গ সংখ্যাদি সংজ্ঞা শব্দৰ দৰে কব লাগে। সংখ্যা বাচকৰ নাম মাত্ৰ। ইয়াত বাঝে বাক্যত যি অনুক্ত কাৰকাদি থাকে, তাকো উক্ত কৰা কৰ্ত্তব্য। যথা,

১ সেই তিৰোতাই মোক পূৰ্ব্ব এই কথা কৈছিল।

"সেই" বিশেষণ সৰ্ব্বনাম, নামবাচ্য, প্ৰথমাৰ একবচন; ইয়াৰ বিশেষ্য "তিৰোতাই" এবং তত শব্দৰ পৰা উৎপন্ন।

"তিৰোতাই" জাতিবাচক শব্দ, স্ত্ৰীলিঙ্গ, মানবাচ্য, একবচন, কৰ্ত্তা কাৰক, প্ৰথমাবিভক্তি, ইয়াৰ ক্ৰিয়া 'কৈচিল।"

"মোক" ব্যক্তিবাচক সৰ্ব্বনাম, অস্মদবাচ্য, কৰ্ম্মকাৰক, দ্বিতীয়া বিভক্তি, অস্মদ শব্দৰ পৰা উৎপন্ন, ইয়াৰ ব্যাপক ক্ৰিয়া 'কৈছিল'।

"পূৰ্ব্বে" ক্ৰিয়া বিশেষণ কালবোধক, ইয়াৰ ক্ৰিয়া 'কৈছিল,'। কোনোএ ইয়াক অধিকৰণো বোলে।

'এই' বিশেষণ সৰ্ব্বনাম, নামবাচ্য, প্ৰথমাৰ একবচন, ইয়াৰ বিশেষ্য 'কথা' এতদ শব্দ ইয়াৰ মূল।

'কথা' সাধাৰণ শব্দ, স্ত্ৰীলিঙ্গ, নামবাচ্য, কৰ্ম্মকাৰক ইয়াৰ ব্যাপক ক্ৰিয়া 'কৈছিল।'

'কৈছিল' সাধাৰণী, অপূৰ্ণভূত কাল, নামবাচ্য, একবচন, দ্বিকৰ্ম্মক ধাতু, ইয়াৰ কৰ্ত্তা 'তিৰোতাই।'

২ বাৰু যোয়াঁ তেওঁক আনিবা।

'বাৰু' ক্ৰিয়া বিশেষণ, ইয়াৰ ক্ৰিয়া 'যোয়াঁ।' 'যোয়া' সাধাৰণী ক্ৰিয়া, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কাল, অনুজ্ঞা অৰ্থ, অকৰ্ম্মক ধাতু, যুষ্মদ বাচ্যৰ একবচন, ইয়াৰ লোপ হৈ থকা কৰ্ত্তা 'তুমি'। 'তেওঁক' ব্যক্তি বাচক সৰ্ব্বনাম, নামবাচ্য, কৰ্ম্মকাৰক, একবচন এবং তদ শব্দৰ বিকৃতি।

'আনিবা' সাধাৰণী ক্ৰিয়া, অনুজ্ঞা অৰ্থ, সকৰ্ম্মক ধাতু, ভবিষ্যত কাল, যুষ্মদ বাচ্যৰ একবচন ইয়াৰ লোপ হৈ থকা কৰ্ত্তা 'তুমি'। 'তেওঁক' ব্যক্তি বাচক সৰ্ব্বনাম, নামবাচ্য, কৰ্ম্মকাৰক, একবচন এবং তদ শব্দৰ বিকৃতি।

'আনিবা' সাধাৰণী ক্ৰিয়া, অনুজ্ঞা অৰ্থ, সকৰ্ম্মক ধাতু, ভবিষ্যত কাল, যুষ্মদ বাচ্যৰ একবচন ইয়াৰ লোপ হৈ থকা কৰ্ত্তা 'তুমি,' কৰ্ম্ম পদ 'তেওঁক।'

৩ পূণ্যৰ দ্বাৰা সুক-ভোগ হয়।

'পুণ্যৰ দ্বাৰা' সাধাৰণ শব্দ, (দ্বাৰা শব্দৰ যোগত পূণ্য শব্দৰ ষষ্ঠি আৰু দুইও এক পদ হৈ কৰণ কাৰক হৈছে,) একবচন, ক্লীবলিঙ্গ।

'সুখ-ভোগ' সাধাৰণ শব্দ, (সুখকভোগ, এই দুই পদৰ তৎ পুৰুষ সমাস হৈ, এক পদ হৈছে,) প্ৰথমা বিভক্তি, একবচন, কৰ্ত্তা কাৰক পুল্লিঙ্গ, ইয়াৰ ক্ৰিয়া হয়।

'হয়' সাধাৰণী, অকৰ্ম্মক ক্ৰিয়া, নামবাচ্য একবচন, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কাল, ইয়াৰ কৰ্ত্তা সুখ-ভোগ, কতৃবাচক প্ৰয়োগ।

৪ সূৰ্য্যদেব অস্ত-গত হল।

'সূৰ্যদেব' বিশেষ সংজ্ঞা, নামবাচ্য, একবচন, (সূৰ্য আৰু দেব, দুই পদৰ কৰ্ম্ম ধাৰয় সমাস হৈ উভয় পদৰ

অভেদান্বয় হল,) কৰ্ত্তা কাৰক ইয়াৰ ক্ৰিয়া, 'হল' পুল্লিঙ্গ শব্দ।

অস্ত-গত, কৃদন্ত বিশেষণ, ইয়াৰ বিশেষ্য সূৰ্য্যদেব; অস্তক গত এই দুই পদ একত্ৰ হৈ অস্ত-গত হৈছে।

'হল,' অকৰ্ম্মক ক্ৰিয়া, ভূতকাল, নামবাচ্য একবচন, কৰ্ত্তা সূৰ্য্যদেব, কতৃবাচ্য।

৫ তেওঁ সেই বঞ্চকক দূৰী কৃত কৰিলে।

'তেওঁ' ব্যক্তিবাচক সৰ্ব্বনাম, নামবাচ্য একবচন, কৰ্ত্তা কাৰক, ইয়াৰ ক্ৰিয়া 'কৰিলে'।

'সেই' বিশেষণ সৰ্ব্বনাম, নামবাচ্য একবচন, ইয়াৰ বিশেষ্য 'বঞ্চকক'। বিশেষণ, বিশেষ্যৰ অভেদান্বয় হেতু তাৰো দ্বিতীয়া বিভক্তি।

'বঞ্চকক' বিশেষণীয় বিশেষ্য, পুল্লিঙ্গ, নামবাচ্য, দ্বিতীয়া বিভক্তি, একবচন কৰ্ম্ম কাৰক; ইয়াৰ ব্যাপ্য ক্ৰিয়া 'কৰিলে'।

'দূৰী-কৃত' কাৰ্দ্দান্তিক বিশেষণ, পুল্লিঙ্গ, নামবাচ্য, দ্বিতীয়া বিভক্তি, একবচন, ইয়াৰ বিশেষ্য 'বঞ্চকক'।

'কৰিলে' সাধাৰণী সকৰ্ম্মক ক্ৰিয়া, কৰ্তৃবাচ্য ভূতকাল, নামবাচ্য, একবচন, ইয়াৰ কৰ্ত্তা তেওঁ।

৬ এই ৰাজ পুত্ৰ এতিয়া প্ৰাপ্ত-বয়স্ক হল।

'এই' বিশেষণ সৰ্ব্বনাম, পুল্লিঙ্গ একবচন; ইয়াৰ বিশেষ্য ৰাজ পুত্ৰে সৈতে অভেদান্বয় হেতু এক বিভক্তি।

'ৰাজ পুত্ৰ' সাধাৰণ সংজ্ঞা, পুল্লিঙ্গ, নামবাচ্য একবচন, কৰ্ত্তা কাৰক ৰজাৰ পুত্ৰ, এই দুই পদৰ ষষ্ঠী তৎ পুৰু। সমাস হৈছে, ইয়াৰ ক্ৰিয়া 'হল'।

'এতিয়া' ক্ৰিয়া বিশেষম, এতৎ শব্দৰ পৰা উৎপন্ন।

'প্ৰাপ্ত-বয়স্ক' বিশেষণ, পুল্লিঙ্গ, প্ৰথমা বিভক্তি, প্ৰাপ্ত হল, বয়সকে যি এ বাক্যত বহু ব্ৰীহি সমাস হৈছে, ইয়াৰ বিশেষ্য ৰাজ পুত্ৰ।

'হল' সাধাৰণী ক্ৰিয়া, অকৰ্ম্মক কৰ্তৃবাচ্য, নামবাচ্য একবচন, ভূতকাল, ইয়াৰ কৰ্ত্তা ৰাজ পুত্ৰ।

৭ এক সতী যুবতী পতিৰ বিয়োগত জ্ঞান-শুন্য, হৈ পৃথিবীত পতিতা হল।

'এক, সংখ্যাবাচক সৰ্ব্বনাম (ইয়াৰ বিশেষ্য যুবতী স্ত্ৰীলিঙ্গ হেতু) স্ত্ৰীলিঙ্গ একবচন প্ৰথমা।

'সতী', বিশেষণ, স্ত্ৰীলিঙ্গ, নামবাচ্য, প্ৰথমা বিভক্তি, একবচন, কৰ্ত্তাকাৰক ইয়াৰ ক্ৰিয়া 'হল,।

'পতিৰ, সামান্য শব্দ, পুলিঙ্গ, একবচন, ষষ্ঠী বিভক্তি, সম্বন্ধ কাৰক, ইয়াৰ সম্বন্ধী পদ 'বিয়োগত,।

'বিযোগত, সাধাৰণ শব্দ সপ্তমী বিভক্তি, ঔপচাৰিক অধিকৰণ কাৰক।

জ্ঞান-শুন্যা, বিশেষণ, স্ত্ৰীলিঙ্গ, নামবাচ্য, একবচন, জ্ঞানৰ দ্বাৰা শুন্যা দুই পদৰ তৃতীয়া তৎপুৰুষ সমাস হৈ এক পদ হৈছে, ইয়াৰ বিশেষ্য 'যুবতী,।

'হৈ, সাধাৰণী সিদ্ধা ক্ৰিয়া, ইয়াৰ তিঙন্ত ক্ৰিয়া 'হল, কৰ্তৃবাচ্য। 'পৃথিবীত, বিশেষ সংজ্ঞা নামবাচ্য, স্ত্ৰীলিঙ্গ একবচন, সপ্তমী বিভক্তি, সংযোগী অধিকৰণ কাৰক।

'পতিতা, কাৰ্দ্দন্তিক বিশেষণ, স্ত্ৰীলিঙ্গ নামবাচ্য, একবচন, প্ৰথমা বিভক্তি, ইয়াৰ বিশেষ্য 'যুবতী,।

'হল, সাধ্যা সাধাৰণী ক্ৰিয়া, নামবাচ্য, একবচন, ভূতকাল, অকৰ্ম্মক ধাতু, কৰ্তৃবাচক প্ৰয়োগ।

৮ এই অসমীয়া-ভাষা-ব্যাকৰণ ৰচনা-কৰা হল।

'এই, বিশেষণ সৰ্ব্বনাম, প্ৰথমা বিভক্তি, একবচন ইয়াৰ বিশেষ্য ব্যাকৰণ।

অসমীয়া ভাষা-ব্যাকৰণ, অসমীয়া বিশেষণ, স্ত্ৰীলিঙ্গ, 'ভাষা, ইয়াৰ বিশেষ্য কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা উভয় পদৰ একান্বয় হৈ এক পদ হৈছে; ভাষা সাধাৰণ শব্দ, স্ত্ৰীলিঙ্গ, ব্যাকৰণ সাধাৰণ শব্দ, পুল্লিঙ্গ সমুদায়ে 'অসমীয়া-

ভাষা-ব্যাকৰণ, এক পদ হৈ প্ৰথমাৰ একবচনত কৰ্ত্তা কাৰক হল, ইয়াৰ ক্ৰিয়া হল।

'ৰচনা-কৰা, ৰচনাকৰ, এই যৌগিক ক্ৰিয়াৰ কৃদন্ত কৰ্ম্মবাচক পদ।

'হল, সাধাৰণী সাধ্যা অকৰ্ম্মক ক্ৰিয়া, ভূতকাল, নামবাচ্য, একবচন, ইয়াৰ কৰ্ত্তা 'অসমীয়া-ভাষা-ব্যাকৰণ। ৰচনা-কৰা হল, সমুদায়ে এক কৰ্ম্মবাচক ক্ৰিয়া, কৰ্ম্মবাচ্যে প্ৰয়োগ।

৯ বৃন্দাবন চন্দ্ৰ, বৃন্দাবনৰ পৰা মথুৰালৈ যাব।

'বৃন্দাবন-চন্দ্ৰ, বিশেষ সংজ্ঞা, পুল্লিঙ্গ, নামবাচ্য, একবচন, প্ৰথমা বিভক্তি, কৰ্ত্তাকাৰক, বৃন্দাবনৰ চন্দ্ৰ, (অৰ্থাত চন্দ্ৰ স্বৰূপ,) এই অৰ্থত ষষ্ঠী তত পুৰুষ সমাস হৈ একপদ হৈছে, ইয়াৰ ক্ৰিয়া 'যাব,।

'বৃন্দাবনৰ পৰা, বিশেষ সংজ্ঞা, ক্লীবলিঙ্গ, নামবাচ্য একবচন, পঞ্চমী বিভক্তি, অপাদান কাৰক।

'মথুৰালৈ, বিশেষ সংজ্ঞা, স্ত্ৰীলিঙ্গ, নামবাচ্য, চতুৰ্থী, একবচন, সম্প্ৰদান কাৰক।

'যাব, সাধাৰণী, সাধ্যা, অকৰ্ম্মক, ক্ৰিয়া, নামবাচ্য একবচন, ভবিষ্যত কাল, কৰ্তৃবাচ্য।

১০ ধৰ্ম্ম কৰিলে পাপ ক্ষয়-হয়।

'ধৰ্ম্ম, সাধাৰণ শব্দ, পুল্লিঙ্গ, একবচন দ্বিতীয়া বিভক্তি, কৰ্ম্মকাৰক, ইয়াৰ ব্যাপ্য ক্ৰিয়া 'কৰিলে'।

'কৰিলে, সাধাৰণী সকৰ্ম্মক সিদ্ধা ক্ৰিয়া, ইয়াৰ সাধ্যা ক্ৰিয়া 'ক্ষয়-হয়,।

'পাপ, সাধাৰণ শব্দ, ক্লীবলিঙ্গ, নামবাচ্য প্ৰথমা বিভক্তি, একবচন কৰ্ত্তাকাৰক, ইয়াৰ ক্ৰিয়া, 'ক্ষয় হয়।

'ক্ষয়-হয়, যৌগিক অকৰ্ম্মক ক্ৰিয়া, সাদাৰণী সাধ্যা, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান, নামবাচ্য, একবচন, কৰ্তৃবাচ্য।

১১ ৰজাই প্ৰজা ৰক্ষকৰ প্ৰতি অনুমতি-কৰিছে যে, দেশৰ শুভাশুভৰ বুঝলৈ তেওঁক জনাব।

'ৰজাই, সাধাৰণ শব্দ, পুল্লিঙ্গ, প্ৰথমাৰ একবচন, কৰ্ত্তাকাৰক, ইয়াৰ ক্ৰিয়া অনুমতি-কৰিছে।

'প্ৰজা-ৰক্ষকৰ প্ৰতি, সাধাৰণ শব্দ পুলিঙ্গ, 'প্ৰতি, উপসৰ্গ শব্দৰ যোগত ষষ্ঠী হৈছেকেন্তু সম্প্ৰদান কাৰক, প্ৰজাৰ ৰক্ষক, এই অৰ্থত ষষ্ঠী তত পুৰুষ সমাস হৈ 'প্ৰজা ৰক্ষক, হৈছে।

'অনুমতি-কৰিছে, যৌগিক সাধাৰণী সকৰ্ম্মক ক্ৰিয়া, কৰ্তৃবাচ্য বৰ্ত্তমান কাল, একবচন, ইয়াৰ কৰ্ত্তা 'ৰজাই।'

'যে' যোজক অব্যয় শব্দ মাত্ৰ, যত শব্দ ইয়াৰ মূল।

'দেশৰ' সাধাৰণ শব্দ, পুলিঙ্গ একবচন, ষষ্ঠী বিভক্তি, সম্বন্ধ কাৰক, ইয়াৰ সম্বন্ধী পদ শুভাশুভৰ।

'শুভাশুভৰ' সাধাৰণ শব্দ, পুলিঙ্গ, একবচন, ষষ্ঠী বিভক্তি, সম্বন্দ কাৰক, ইয়াৰ সম্বন্ধী পদ 'বিষযে' অভিপ্ৰায়ত আছে।

'বুঝলৈ, সিদ্ধা সাধাৰণী, যৌগিক সকৰ্ম্মক ক্ৰিয়া, ইয়াৰ সাপেক্ষ সাধ্যা ক্ৰিয়া 'জনাব,।

বুঝক লৈ দুই পদ গোয খাই এটা যৌগিক ক্ৰিয়া হৈছে, বুঝ, ইয়াক কৰ্ম্ম পদ লৈ সিদ্ধা ক্ৰিয়া, এই ৰূপেও বুলিব পাৰি। ইয়াৰ কৰ্ম্ম পদ 'বিষয়,

'তেওঁক, ব্যক্তিবাচক সৰ্ব্বনাম, একবচন, দ্বিতীয়া বিভক্তি, কৰ্ম্মকাৰক, ইয়াৰ বাচ্য পদ 'ৰজা'।

জনাব প্ৰেৰণী সকৰ্ম্মক সাধ্যা ক্ৰিয়া 'ভবিষ্যতকাল, একবচন, নামবাচ্য, ইয়াৰ কৰ্ত্তা, 'সি বা প্ৰজা ৰক্ষকে, লোপ হৈ আছে।

১২ কৃষ্ণচন্দ্ৰই গোলাপচন্দ্ৰক শিক্ষা-দিছে।

'কৃষ্ণচন্দ্ৰই' বিশেষ শব্দ, পুল্লিঙ্গ একবচন, কৰ্ত্তাকাৰক, ইয়াৰ ক্ৰিয়া শিক্ষা-দিছে;

'গোলাপচন্দ্ৰক' বিশেষ সংজ্ঞা, পুল্লিঙ্গ, একবচন, কৰ্ম্মাকাৰক। ইয়াৰ ব্যাপ্য ক্ৰিয়া, শিক্ষা-দিছে।

শিক্ষা-দিছে, সাধাৰণী সকৰ্ম্মক, যৌগিক সাধ্যা ক্ৰিয়া, একবচন, বৰ্ত্তমান, নামবাচ্য, ইয়াৰ কৰ্ত্তা কৃষ্ণ চন্দ্ৰই।

কোনোএ শিক্ষা, ইয়াক কৰ্ম্ম পদ আৰু দিছে ইয়াক ক্ৰিয়া পদ বোলে; কিয়নো দি ধাতু দ্বিকৰ্ম্মক।

১৩ যদি যোৱাঁ, তেন্তে ৰব পাৰোঁ।

'যদি, সন্দেহ সূচক অব্যয় মাত্ৰ।

যোৱাঁ সাধাৰণী অকৰ্ম্মক সাধ্যা ক্ৰিয়া, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান, ভবিষ্যত অৰ্থ, ইয়াৰ কৰ্ত্তা তুমি, অভিপ্ৰায়ত আছে।

'তেন্তে, যোজক অব্যয় মাত্ৰ।

ৰব, নাম ধাতু, চতুৰ্থীৰ লৈ বিভক্তি, পাৰ ধাতুৰ যোগত লোপ হৈছে।

'পাৰোঁ, অকৰ্ম্মক সাধ্যা সাধাৰণী ক্ৰিয়া, নিত্যপ্ৰবৃত্ত বৰ্ত্তমান কাল, অস্মদবাচ্য ইয়াৰ উহ্য কৰ্ত্তা 'মই,।

১৪ কাশীনাথে কাশীনাথৰ ক্ৰোড় বাসী সন্ন্যাসীবিলাকক কৃপা কৰি কামনা পূৰ্ণ-কৰিছে।

কাশীনাথে, বিশেষ সংজ্ঞা, পুল্লিঙ্গ, একবচন কৰ্ত্তাকাৰক, ইয়াৰ ক্ৰিয়া পূৰ্ণ-কৰিছে, আৰু কাশীৰনাথ এই অৰ্থত ষষ্ঠী তত পুৰুষ সমাস।

'কাশাশ্বৰীৰ, বিশেষ সংজ্ঞা, স্ত্ৰীলিঙ্গ, একবচন ষষ্ঠী বিভক্তি সম্বন্ধ কাৰক, ইয়াৰ সম্বন্ধী পদ ক্ৰোড় বাসী, পূৰ্ব্ববৎ তৎ পুৰুষ সমাস।

'ক্ৰোড় বাসী' বিশেষণ, পুল্লিঙ্গ, একবচন, দ্বিতীয়া বিভক্তি, ক্ৰোড়ত বাসী, এই বাক্যত সপ্তমী তৎ পুৰুষ সমাস, ইয়াৰ বিশেষ্য 'সন্যাসীবিলাকক,।

কৃপা-কৰি, সাধাৰণী সাধ্যা সকৰ্ম্মক যৌগিক ক্ৰিয়া, ইয়াৰ সাধ্যা ক্ৰিয়া 'পূৰ্ণ-কৰিছে,।

'কামনা, সাধাৰণ সংজ্ঞা, স্ত্ৰীলিঙ্গ, একবচন, কৰ্ম্মকাৰক, ইয়াৰ ব্যাপ্য ক্ৰিয়া 'পূৰ্ণ-কৰিছে।,

'পূৰ্ণ-কৰিছে, সাধ্যা সাধাৰণী যৌগিক সকৰ্ম্মক ক্ৰিয়া, নামবাচ্য একবচন, বৰ্ত্তমান কাল, কৰ্তৃবাচ্য, ইয়াৰ কৰ্ত্তা 'কাশীনাথে,।

ইতি অন্বয় প্ৰৰণং সম্পূৰ্ণং।

## চিহ্ন প্ৰকৰণং।

পঢ়িবৰ সময়ত বিশ্ৰাম আদিৰ নিমিত্তে কিছুমান চিনৰ আবশ্যক; অতএব সেই সকলৰ বিবৰণ তলত লিখা গল। যথা,—

[১] এক মাত্ৰ যতি, [২] দ্বিমাত্ৰ যতি, [৩] ছেদ, ছন্থ পূৰ্ণছেদ, [৫] প্ৰশ্নাৰ্থ-চিহ্ন, [৬] আবেগ চিহ্ন, [৭] উদ্ধৃত চিহ্ন, [৮] ধনু ৰেখা, [৯] উৰ্দ্ধৰেখা, [১০] এক দেশ চিহ্ন, [১১] ঐক্যাৰ্থ চিহ্ন, [১২] অনুক্ত চিহ্ন।

এক মাত্ৰ যতি, (,) পঢ়োঁতে যত এটি হ্ৰস্ব স্বৰ উচ্চাৰণ কৰিবৰ কাল ৰব লাগে, তাতে এই চিন ব্যবহৃত হয়। যথা, তেওঁ আৰু তেওঁৰ পুতেক, দুইও সভালৈ গল। ৰাম, হৰি আৰু গোপাল, ইহঁত ভাল লৰা।

দ্বিমাত্ৰ যতি, (;) পূৰ্ব্ব বাক্যৰ পৰবাক্য সৈতে কিঞ্চিত দূৰ সম্পৰ্ক থকা অৰ্থ হলে, এই চিন ব্যবহাৰ কৰা যায়। যথা, ঈশ্বৰ সৰ্ব্ব শক্তিমান, সৰ্ব্ব কৰ্ত্তা, আৰু সৰ্ব্বজ্ঞ; অতএব মানুহৰ উচিত, তেওঁলৈ ভয় শ্ৰদ্ধা, আৰু ভক্তি কৰে। জীৱন শীঘ্ৰে গত হব; এই কাৰণ, তাক ভাল কামত ব্যয় কৰা উচিত।

ছেদ, (।) এই চিন কোনো এক বাক্যৰ অৰ্থ সম্পূৰ্ণ বোধ হলে, তাৰ পাচত ব্যবহাৰ কৰা হয়। যথা, তেওঁ ইয়াত থকা কালত আমাৰে সৈতে বৰ আত্মীয়তা হৈছিল; কিন্তু এতিয়া তেনে ভাব নাই।

পূৰ্ণ ছেদ, (।। ) এই চিন গদ্য ৰচনাত তাদৃশ ব্যবহৃত ন হয়, কিন্তু পদ্যত হলে, শেষ ফাকিৰ পিছত সৰ্ব্বদা ব্যবহৃত হয়। আৰু প্ৰথম ফাকিৰ শেষত ছেদ ব্যবহাৰ কৰা যায়। যথা,—

নমো নমো পৰব্ৰহ্ম প্ৰভু সনাতন।

দুষ্ট জন ক্ষয়কাৰী সেবক তাৰণ।।

প্ৰশ্নাৰ্থ চিহ্ন, ( ? ) শোধা কথাৰ পাচত এই চিন দিয়া যায়। যথা, এই উত্তম পৃথী খানিৰ নাম কি? তেওঁ কত আছে? কেবল পেট পোহাই মানুহৰ কৰ্ত্তব্য নে?

আবেগ চিহ্ন, ( ! ); এই চিন কোনো আক্ষেপ, আশ্চৰ্য্য নাইবা আবেদন বুঝোয়া কথাৰ শেষত দিয়া যায়। যথা, হায় হায় ! হে জগদীশ্বৰ ! আহা কি ভয়ঙ্কৰ !

উদ্ধৃত চিহ্ন, (" ") এই চিন আপুনি কৰা বাক্যৰ ভিতৰত অন্য মানুহে কোয়া বা লিখা কথা সুমালে, সেই কথাৰ আগ, পাচত যোগ কৰা যায়। যথা, ভ্ৰম দোষ ক্ষমাৰ যোগ্য; কাৰণ জ্ঞানী সকলে কৈছে, "ভ্ৰম মানুষ্যৰ আৰু ক্ষমা ঈশ্বৰৰ স্বভাব জনিত ধৰ্ম্ম" বিদ্যা শিকা অতি আবশ্যক; কাৰণ শাস্ত্ৰে কৈছে, "বিদ্যা বিহীনঃ পশুঃ।"

ধনুৰেখা, ( ) এই চিন কোনো শব্দৰ অৰ্থ, নাইবা পূৰ্ব্ব বাক্যৰ কোনো বিশেষ বিবৰণ লিখিলে, সেই অৰ্থ বা বিবৰণ বুঝোয়া কথাৰ আগ পাচত ব্যবহাৰ কৰা যায়। যথা, তদ্ধিত প্ৰত্যয়ে নিমিত্তে উপান্ত (অন্তবৰ্ণৰ পূৰ্ব্বত থকা) আকাৰ হ্ৰস্ব হয়। সমীপত (গুৰিত)।

উৰ্দ্ধৰেখা ( ̐ ) এই চিন অকলৈ থাকিলে, উৰ্দ্ধস্থিত অৰ্থাৎ ঈশ্বৰক বুঝায় আৰু মানুহৰ নামৰ আগত হলে, মৰা বুঝায়। যথা, শ্ৰী শ্ৰী ̐ সমীপত অৰ্থাৎ ঈশ্বৰৰ আগত। ̐ হৰি প্ৰিয়া কুঁৱৰী।

একদেশ চিহ্ন, (-) দুই শব্দৰ পৰস্পৰ যোগ হৈ এক অৰ্থ হলে, নাইবা এটা শব্দৰ এক অংশ এশাৰিত অন্য অংশ এশাৰিত লিখা হলে, এই চিন দিয়া যায়। যথা,— মাতৃ-ভাষা, দিবা স্বপ্ন।

ঐক্যাৰ্থ চিহ্ন } বাওঁফালে লিখা কথাৰ সংক্ষেপ বিবৰণ সোঁফালে লিখিলে, এই চিন দিয়া যায়। যথা,-

হৰে কৃষ্ণ,<br>ৰাম কৃষ্ণ,  সাং শিবসাগৰ<br>জয় কৃষ্ণ,

অনুক্ত চিহ্ন, (—) কোনো বাক্যৰ মাঝত কোনো মানুহৰ নাম আদি স্পষ্টকৈ ব্যক্ত কৰিবৰ ইচ্ছা ন হলে, এই চিন দিয়া যায়। যথা, শ্ৰীযুত- সাহাব বৰ নিষ্ঠুৰ; শ্ৰীমতী—ৰ পত্ৰ পাইছা নে?

ইয়াত বাঝে টীকা আদিৰ নিমিত্তে অনেক চিন ব্যবহাৰ কৰা হয়, সেইবিলাকৰ বিশেষ নিৰ্দ্দেশ কৰাৰ আবশ্যক নাই। ইতি।

---

## পৰিশিষ্ট অৰ্থাত উপসংহাৰ ভাগ।

শব্দ বিকৃতি।

এই অসম (আসাম) দেশ পূৰ্ব্বে বাৰে-ভূঞা আৰু কচাৰিৰ অধীন আছিল। পাচত এই দেশৰ উত্তৰ-পূৰ্ব্ব ফালৰ পৰ্ব্বতৰ পৰা আহোম জাতি আহি ইয়াত ৰজা হোয়াত যদিও আহোম ভাষা পূৰ্ব্ব-প্ৰচলিত অসমীয়া ভাষাৰ

উচ্চাৰণ অনুসাৰে কোনো ২ অসমীয়া শব্দৰ আখৰ সংস্কৃতৰ দৰে নে থাকে।

লগত মিহলি হোৱা সম্ভৱ আছিল; তথাপি বোধ হয়, সেই সময়ত আহোম জাতিৰ লোক সংখ্যা অতি অলপ আৰু আহোম ভাষা প্ৰায় এক প্ৰকাৰ অসভ্য জাতিৰ ভাষা হোৱাত (কাৰণ সকলোএ জানে যে, অসভ্য মানুহৰ মনৰ ভাব অতি অলপ হেতু সিহঁতৰ ভাষাৰে সভ্য জাতিৰ মনৰ ভাব প্ৰকাশ কৰা টান; কিন্তু আহোম জাতি প্ৰথম এই দেশলৈ আহোঁতে নো সভ্যতাৰ খটখটীত কিমানলৈ উঠিছিল, তাক আমি নিশ্চয় ৰূপে কব নোয়াৰোঁ) সেই ভাষাৰে ক্ৰমশঃ সভ্য হৈ অহা আহোমবিলাকৰ মনৰ ভাব প্ৰকাশ কৰা টান যেন বুঝি তেওঁবিলাকেও অসমীয়া ভাষা শিকিলে। সুতৰাং আহোম ভাষা এক প্ৰকাৰ অচলিত হল। আৰু আজি কালি দেওধাই বাইলুঙ্গত বাঝে আন আহোমে সেই ভাষা নে জানে; কেৱল সম্বন্ধ বুঝোৱা পুলিন, পুথাও আদি গোটাচাৰেক কথা মাথোন আহোম জাতিৰ মাঝত প্ৰচলিত আছে। পাচত ৰজাই হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি ভাটীৰ নানা ঠাইৰ পৰা মানুহ অনাই এই দেশত পাতিলে। তাতে সেই সেই দেশৰ কোনো ২ কথাও অসমীয়া ভাষাৰ লগত মিহলি হল, সুতৰাং হিন্দুস্থানী, আৰু বঙ্গালী ভাষাৰো দুটা, এটা কথা অসমীয়া ভাষাৰ লগত পোৱা যায়। কিন্তু অতি পূৰ্ব্ব কালত গোটেই ভাৰত বৰ্ষত সংস্কৃত মাথোন প্ৰচলিত আছিল। কালক্ৰমত উচ্চাৰণৰ ব্যতিক্ৰম হৈ সেই সংস্কৃতৰ পৰা বঙ্গালী, অসমীয়া, প্ৰভৃতি বিবিধ ভাষা ওলাল। আৰু উচ্চাৰণৰ ব্যতিক্ৰমো এই ৰূপে হোৱা বোধ হয়। যথা,— সংস্কৃত 'স্কন্ধ' শব্দ সামান্য মানুহে প্ৰথমতে 'স্কান্ধ' উচ্চাৰণ কৰিলে। পাচত সেই 'স্কান্ধ' শব্দেই 'কান্ধ' উচ্চাৰিত হল। তাৰ পাচত এতিয়া ক্ৰমে সেই 'কান্ধ' শব্দৰ ঠাইত 'কান' শব্দ হল। এই ৰূপেই সংস্কৃতৰ পৰা বিকৃতি হোৱা অনেক শব্দ অসমীয়া ভাষাৰ লগত পোৱা যায়। তাত বাঝে কোনো ২ সংস্কৃত শব্দ বিকৃতি নোহোৱাকৈএ অসমীয়া ভাষাৰ লগত এনেহে মিহলি হৈছে, যে সেইবিলাক শব্দক সংস্কৃত বুলি চিনাই টান। যথা, চালনী, লতা, কথা, সাগৰ আদি। তাত বাঝে বিকৃতি হোৱা কিছুমান সংস্কৃত শব্দ তলত লিখা গল। যথা,—

কচ্ছপ, কাছ; ধন্যাক, ধনিয়া; গচ্ছ, গছ; মধু, মৌ; মৎস্য, মাছ; কপোত, কপৌ; বৎসৰ, বছৰ; ভক্ত ভাত; ধান্য, ধান; কৰ্পট, কাপোৰ; বা কাপৰ; মাস, মাহ; পুস্তক, পুথী; কৌড়ী, কড়ি; মসী, মহী; মানুষ, মানুহ; দধি, দৈ বা দই; অক্ষৰ, আখৰ; মণ্ড, মাৰ; বড়িশ, বৰশী; বৰ্ষণ, বৰষুণ; চূৰ্ণ, চূণ; পৰ্ণ, পাণ; কৰ্ণ, কাণ; স্বৰ্ণ, সোণ; চক্ষু, চকু; নাসিকা, নাক; দন্ত, দাঁত; অঙ্গুলি, আঙ্গুলি; হস্ত, হাত; হস্তী, হাতি; গো, গৰু; মহিষ, মহ; ঘোটক, ঘোঁৰা; বৃদ্ধ, বুঢ়া, শ্বশুৰ, শহুৰ; শ্যাললপতি, শালপতি; মাতুল, মোমাই; বৰাহ, বৰা; ব্যাঘ্ৰ, বাঘ; ভল্লুক, ভালুক; গণ্ডক, গঁৰ; সৰ্প, সাপ; গৰ্ত্ত, গাঁত; কণ্টক, কাঁইট; অৰ্দ্ধ, আধা বা আদ; আৰ্দ্ৰক, আদ' বা এদা, ভগিনী, ভনী; গবী, গাই; গোস্বামী, গোসাঁই; পানীয়, পানী; পশ্চাত, পাঁচ; অগ্ৰ, আগ; অল্প, অলপ; ব্ৰাহ্মণ, বামুণ; শূদ্ৰ, শূদিৰ; শৃগাল, শিয়াল; বিদ্যুত, বিদুলী; কাক, কাউৰি; কুক্কুট, কুকুৰা; কুক্কুৰ, কুকুৰ; পৃষ্ঠ, পিঠী; যুদ্ধ, যুঝ; উষ্ট্ৰ, উট; মেষ, মেৰ; ছাত্ৰ, ছাতৰ; হংস, হাঁহ; পক্ষ, পাখি, ৰঙ্গা, ৰঙ্গা; বক, বগ, (স্ত্ৰী বগলী;) বিষুব, বিহু; তাম্বুল, তামোল বৈশাখ, বহাগ; জৈষ্ঠ্য, জেঠ; আষাঢ়, আহাৰ; শ্ৰাবণ, শাওণ; ভাদ্ৰ, ভাদ; আশ্বিন, আহিন; কাৰ্ত্তিক, কাতি; পৌষ, পুহ; ফালগুন, ফাগুন; চৈত্ৰ, চত; ধনু, ধেনু; কাণ্ড, কাঁৰ; মুক্ত, মুকলি; মধ্য, মাঝ; বাহ্য, বাঝ; ধাত্ৰী, ধাই; বন্ধন, বান্ধ; স্কন্ধ, কান; ৰজ্জু, লেজু; ৰৌপ্য, ৰূপ; তাম্ৰ, তাম; কাংশ, কাঁহ; পিত্তল, পিতল; বংশ, বঙ্গহ, বাঁহ; লোহা, লো; হৰিণ, হৰিণা; ক্ৰৌঞ্চ, কচ্ছন; দণ্ড, তাঁৰ; যগু, যাঁৰ; মুৰলী, মুৰুলী; দ্বিঃ, দুই; ত্ৰি, তিনি; চতুৰঃ, চাৰি; পঞ্চঃ, পাঁচ; ষষ্ঠ, ছয়; সপ্তঃ, সাত; অষ্টঃ, আঠ; নবঃ, ন; দশঃ, দহ; একাদশ, এঘাৰ; দ্বাদশঃ, বাৰ; ত্ৰয়োদশঃ, তেৰ; চতুৰ্দ্দশঃ, চৈধ্য; পঞ্চদশ, পোন্ধৰ; ষোড়ষঃ ষোল; সপ্তদশ, সতৰ; অষ্টাদশঃ, অঠৰ; উনবিংশতি, উনৈশ; একবিংশতি, একৈশ; দ্বাবিংশতি, বাইশ; ত্ৰয়োদবিংশতিঃ, তেইশ; পঞ্চবিংশতিঃ পঁচিশ; ষড়বিংশতি, ছাবিশ; সপ্তবিংশতিঃ, সাতাইশ; অষ্টাবিংশতিঃ, আঠাইশ; উনত্ৰিংশত,

একান্নবৈ, বেৰান্নবৈ এই ৰূপেও হয়।

উনত্ৰিশ; ত্ৰিংশত, ত্ৰিশ; একত্ৰিংশত, একত্ৰিশ; দ্বাত্ৰিংশত, বত্ৰিশ; ত্ৰয়োস্ত্ৰিংশত, তেত্ৰিশ; চতুস্ত্ৰিংশত, চৌত্ৰিশ; পঞ্চত্ৰিংশত, পঞ্চত্ৰিশ; ষটত্ৰিংশত, ছয়ত্ৰিশ; সপ্তত্ৰিংশত, সাতত্ৰিশ; অষ্টত্ৰিংশত, আঠত্ৰিশ; উনচত্বৰিংশত, উনচল্লিশ; চত্বাৰিংশত, চল্লিশ; একচত্বাৰিংশত, একচল্লিশ; দ্বিচত্বাৰিংশত, বাচল্লিশ; ত্ৰিচত্বৰিংশত, তেচল্লিশ; চতুঃচত্বাৰিংশত, চৌচল্লিশ; পঞ্চচত্বাৰিংশত, পঞ্চচল্লিশ; ষটচত্বাৰিংশত, ছয়চল্লিশ; সপ্তচত্বাৰিংশত, সাতচল্লিশ; অষ্টচত্বাৰিংশত, আঠচল্লিশ; একোনপঞ্চাশত, উনপঞ্চাশ; পঞ্চাশত, পঞ্চাশ; একপঞ্চাশত, একাৱন; দ্বিপঞ্চাশত, বাৱন; ত্ৰিপঞ্চাশত, ত্ৰেপন; চতুঃপঞ্চাশত, চৌৱন; পঞ্চপঞ্চাশত, পঁচপন; ষটপঞ্চাশত, ছাপন; সপ্তপঞ্চাশত, সাতাৱন; অষ্টপঞ্চাশত, আঠাৱন; একোনষষ্ঠিঃ, উনষাঠি; ষষ্ঠিঃ, যাঠি; একষষ্ঠিঃ, একষষ্ঠি; দ্বাষষ্ঠি, বাষষ্ঠি; ত্ৰিষষ্ঠিঃ, তেষষ্ঠি; চতুঃষষ্ঠি, চৌষষ্ঠি; পঞ্চষষ্ঠি, ষটষষ্ঠিঃ, ছয়ষষ্ঠি; সপ্তষষ্ঠিঃ, সাতষষ্ঠি; অষ্টষষ্ঠিঃ, আঠষষ্ঠি; একোসপ্ততিঃ, উনসত্তৰি, সপ্ততিঃ, সত্তৰি; একসপ্তৰিঃ, একসত্তৰ; দ্বিসপ্ততিঃ, বাসত্তৰ; ত্ৰিঃসপ্ততিঃ, তেসত্তৰ; চতুঃসপ্ততিঃ, চৌসত্তৰ; পঞ্চসপ্ততিঃ, পঞ্চসত্তৰ; ষটসপ্ততি, ছয়সত্তৰ; সপ্তসপ্ততিঃ, সাতসত্তৰ; অষ্টসপ্ততিঃ, আঠসত্তৰ; উনাশীতিঃ, উনাশী; অশীতিঃ, আশী; একাশীতিঃ, একাশী; দ্বাশীতিঃ, বেৰাশী; ত্ৰ্যশীতিঃ, তেৰাশী; চতুৰশীতিঃ, চৌৰাশী; পঞ্চাশীতি; পঞ্চাশী; ষড়শীতিঃ, ছয়াশী; সপ্তাশীাতিঃ, সাতাশী; অষ্টাশীতিঃ, আঠাশী; উননবতিঃ, উননবৈ; নবতিঃ, নবৈ; একোনবতিঃ, একান্নৈ দ্বিনবতিঃ, বেৰান্নৈ; ত্ৰিনবতিঃ, তেৰান্নৈ; চতুৰ্ণবতিঃ, চৌৰান্নৈ; পঞ্চনবতিঃ, পঞ্চান্নৈ; ষন্নবতিঃ, ছয়ান্নৈ; সপ্তনবতিঃ, সাতান্নৈ; অষ্টনবতিঃ, আঠান্নৈ, উনশতং, উনশ, শতং, এশ। লক্ষং, লাখ ইত্যাদি।

## উপ সৰ্গৰ বিষয়।

৩৫ পৃষ্ঠাত যি উপসৰ্গ লিখা গল, সম্প্ৰতি তাৰ বিশেষ বিবৰণ লিখা গৈছে, কিন্তু উপসৰ্গৰ অৰ্থ সদায় একে দৰে নে থাকে; অতএৱ তাৰ অৰ্থৰ আভাষ মাথোন একে দৰে নে থাকে; অতএৱ তাৰ অৰ্থৰ আভাষ মাথোন লিখা গল। তলত লিখা উদাহৰণ চালে, তাক বুঝা যাব।

প্ৰ— উতকৰ্ষ ১, গতি ২, আৰম্ভ ৩, সবৃতোভাব ৪, খ্যাতি ৫, উৎপত্তি ৬, ব্যবহাৰ ৭, ইত্যাদি বুঝায়। যথা, প্ৰণতি, প্ৰস্থান, প্ৰক্ৰম, প্ৰদক্ষিণ, প্ৰসিদ্ধ ইত্যাদি।

পৰা— ভঙ্গ ১, অনাদৰ ২, ইত্যাদি বুঝায়। যথা, পৰাজয় ইত্যাদি।

অপ— অনাদৰ ১, বৈৰূপ ২, ভ্ৰংশ ৩, ইত্যাদি বুঝায়। যথা, অপদেৱতা, অপমান ইত্যাদি।

সং(সম)— উত্তমতা ১, যোগ ২, অভিমুখতা ৩, ইত্যাদি বুঝায়। যথা, সন্তুষ্ট, সম্বন্ধ, সন্মুখ ইত্যাদি।

নি— নিশ্চয় ১, বাধা ২, ইত্যাদি বুঝায়। যথা, নিমগ্ন, নিষেধ ইত্যাদি।

অব— অনাদৰ ১, নিশ্চয় ২, ইত্যাদি বুঝায়। যথা, অবজ্ঞা, অবধাৰণ ইত্যাদি।

অনু— পশ্চাত ১, সাদৃশ্য ২, পুনৰ ইত্যাদি বুঝায়। যথা, অনুগমন, অনুৰূপ, অনুশীলন।

নিৰ— অবাব ১, বাঝ-কৰা ২, নিশ্চয় ৩, ইত্যাদি বুঝায়। যথা, নিৰ্ভৰ, নিৰ্গত, নিৰ্দ্ধাৰিত ইত্যাদি।

দুৰ— কষ্ট ১, নিন্দা, মন্দ ২, ইত্যাদি বুঝায়। যথা, দুৰ্গম, দুশ্চৰিত্ৰ ইত্যাদি।

বি— হীন ১, বিশিষ্ট ২, গতি ৩, ইত্যাদি বুঝায়। যথা, বিধবা, বিমোচন, বিহাৰ, বিতৰণ।

অধি— উপৰিভাগ ১, বুঝায়। যথা, অধিকাৰ, ইত্যাদি।

সু— উত্তম ১, উজু ২, অতিশয় ৩ ইত্যাদি বুঝায়। যথা, সুপুষ্প, সুগম, সুকঠিন ইত্যাদি।

এই উপসৰ্গৰ বিপৰীতাৰ্থক কু শব্দ উপসৰ্গ ন হয়, তথাপি তাক উপসৰ্গৰ নিচিনাকৈ ব্যবহাৰ কৰা যায়। যথা, কুৰূপ। কুৰ্ সলনি কদাচিত কদ হয়। যথা, কদাকাৰ ইত্যাদি।

উত— উৰ্দ্ধ ১, শ্ৰেষ্ট ২, উৎপত্তি ৩ ইত্যাদি বুঝায়। উড্ডীন, উৎকৃষ্ঠ, উদ্ভব।

পৰি— সৰ্ব্বতোভাব ১, অতিশয় ২, ত্যাগ ৩ ইত্যাদি বুঝায়। পৰিপূৰ্ণ, পৰিমিত, পৰিহাৰ ইত্যাদি।

প্ৰতি— ওলোটোয়া ১, অনুৰূপ ২, বিৰোধ ৩, প্ৰশস্ততা ৪, ভাগ ৫ ইত্যাদি বুঝায়। যথা, প্ৰত্যাগমন, প্ৰতিমূৰ্ত্তি, প্ৰতিকাৰ, প্ৰতিবাদী, প্ৰতিষ্ঠা, প্ৰতিদিন ইত্যাদি। অসমীয়াত এই উপসৰ্গৰ বিকৃতি 'পতি' শব্দ প্ৰত্যেক অৰ্থত শব্দৰ পাচত ব্যবহাৰ হয়, আৰু সেই শব্দ সকলো কাৰকত একাৰান্ত হয়। যথা, ঘৰে-পতি, দিনে-পতি অৰ্থাৎ প্ৰতি ঘৰে, দিনে দিনে ইত্যাদি। কিন্তু অবৰ্ণান্ত শব্দ হলে, শেষত য় যোগ হয়। যথা, গায়পতি ইত্যাদি।

অভি— সন্মুখ ১, চতুষ্পাৰ্শ্ব ২, নম্ৰ ৩, হীনবোধ ৪, ইত্যাদি বুঝায়। যথা, অভিমুখ, অভিবেষ্টিত, অভিবাদন, অভিমান ইত্যাদি।

অতি— প্ৰচুৰ ১, উল্লঙ্ঘন ২, ইত্যাদি বুঝায়। যথা, অতিশয়, অতিক্ৰম।

অপি— অচ্ছাদন ১, অম্বাচয় ২, ইত্যাদি বুঝায়। যথা, অপিধান, তথাপি।

উপ— নীচ ১, সমীপ ২, কৃপা ৩, অধিকতা ইত্যাদি বুঝায়। যথা, উপগুৰু, উপকুল, উপকাৰ, উপচয়।

আ— অল্পতা ১, পৰ্য্যন্ত ২, অবধি ৩, পুনৰগ্ৰহণ ৪, ইত্যাদি বুঝায়। যথা, আৰম্ভ, আসমুদ্ৰ, আজন্ম, আগমন, আদান ইত্যাদি।

নঞৰ্থক অ উপসৰ্গ ন হৈও উপসৰ্গৰ নিচিনাকৈ ব্যবহৃত হয়। যথা, অমানুষ ইত্যাদি। —পুনৰ আৰু পুৰস শব্দো সেই দৰেই ব্যবহৃত হয়। যথা, পুনৰগমন, পুৰোবৰ্ত্তী ইত্যাদি; বস্তুতঃ, ইহঁত অব্যয় শব্দহে।

তলত লিখা হৃ ধাতুৰ হাৰ পদ আৰু কৃ ধাতুৰ কৰণ, কাৰ প্ৰভৃতি পদত বিশেষ ২ উপসৰ্গ যোগ হৈ অৰ্থৰ কিমান ব্যতিক্ৰম কৰিছে, তাকে চালেই উপসৰ্গৰ যোগত যে, শব্দৰ অৰ্থৰ বিভিন্নতা হয়, তাক জানিব পাৰি। যথা, প্ৰহাৰ, অপহাৰ, বিহাৰ, পৰিহাৰ, প্ৰতিহাৰ, প্ৰত্যাহাৰ, উপহাৰ, নিহাৰ, আহাৰ, সমাহাৰ, নিৰাহাৰ ইত্যাদি, প্ৰকৰণ, অনুকৰণ, উপকৰণ, নিৰাকৰণ, অধিকৰণ ইত্যাদি; প্ৰকাৰ, সংস্কাৰ, অনুকাৰ, অপকাৰ, উপকাৰ, অধিকাৰ, নিৰাকাৰ, বিকাৰ, প্ৰতিকাৰ, আকাৰ ইত্যাদি।

ইতি।।

# পাতনি।

এই ব্যাকৰণ প্ৰথমে ১৭৮১ শকত ছপোৱা হৈছিল। অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ সেয়ে প্ৰথম উদ্যোগ, এতেকে সেই পুথিত, ভালেমান অশুদ্ধ আছিল। যদিও পুথি প্ৰকাশিত হোৱাৰ অলপ দিনৰ পাচতে সেই অশুদ্ধবিলাক লেখকৰ চকুত পৰিছিল, তথাপি তেতিয়া অসমীয়া ভাষাক বঙ্গালীৰ বিকৃতি বুলি অনেকে তালৈ হেলা কৰাত এই ব্যাকৰণ শুদ্ধ কৰি আকও ছপাবৰ আৱশ্যাক দেখা নগল। এতিয়া ভাগ্যৰ গুণে বঙ্গ-দেশৰ দুৱলীয়া গৰাকী স্যাৰ জৰ্জ কেম্বেল চাহাবৰ অনুগ্ৰহত অসমীয়া ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজ-সভাৰ কাৰ্য্যত চলিত হোৱাত তাৰ এখানি ভাল ব্যাকৰণৰ বৰ প্ৰয়োজন হৈছে, এতেকে ইয়াক পুনৰায় প্ৰকাশিত কৰা গল।

এই বাৰ ছপাবলৈ যুগুত কৰোঁতে ইয়াক অকল অধিক পৰিমাণে সংশোধিত মাথোন কৰা গৈছে, এনে নহয়, আগৰ পুথিত যিবিলাক অচলিত সংস্কৃত শব্দ আছিল, সেইবোৰৰ সৰহ ভাগৰ সলনি দেশী শব্দ, আৰু অনেক অকামিলা কথা গুচাই সেইবিলাকৰ ঠাইত অতি লাগতিয়াল নিয়মবিলাক দিয়া হৈছে, তাত বাজে ইয়াৰ প্ৰকৰণবিলাক আগেয়ে যি নিয়মেৰে শ্ৰেণীবদ্ধ হৈছিল, তাকো লৰাই ভালকৈ শ্ৰেণী লগোৱা হৈছে। সংক্ষেপকৈ কব লাগিলে, এই পুথি একবাৰেই ন-কৈ লিখা হৈছে বোলা উচিত। যদিও লেখকে পাৰে মানে ইয়াক সম্পূৰ্ণ আৰু ভ্ৰমশূন্য কৰিবলৈ যত্ন কৰিছে, তথাপি তেওঁৰ চেষ্টা গোটেই সফল হৈছে বুলিব নোৱাৰি; এতেকে তেওঁ প্ৰৰ্থনা কৰে, যেন জ্ঞানী আৰু পণ্ডিত লোকসকলে অনুগ্ৰহ কৰি ইয়াত থকা দোষবিলাক মণিব। আৰু সেই বিলাকৰ বাবে লেখকক ইতিকিং কৰি মিটিকিয়াই হাঁহিয়েই মনে মনে নেথাকি তেওঁলোকে সেই দোষবিলাকৰ কথা লেখকক জানিবলৈ দিলে তেওঁ বৰ উপকাৰ মানিব, আৰু এই পুথি আকও ছপাবৰ সময়ত সেইবিলাকক শুদ্ধ কৰিবলৈ যত্ন কৰিব। দেশৰ হিত-চিন্তা সকলো মানুহে যে আপোনাৰ ভাষাৰ উন্নতি কৰিবলৈ চেষ্টা কৰিব লাগে, ইয়াক কোৱাৰ সকাম নাই।

শেহান্তৰত কব লাগে যে অসমীয়া ভাষাৰ এতিয়া যেনে অৱস্থা আছে, তাৰ উপযোগী কৰি এই ব্যাকৰণ ৰচনা কৰা গৈছে; এতেকে সেই ভাষাৰ উন্নতি হলে, ইয়াকো অৱশ্যে লৰাব লাগিব। ইতি।

গুৱাহাটী,
৮ ভাদ্ৰ, শক ১৭৯৫।

শ্ৰীহেমচন্দ্ৰ বৰুৱা

# অসমীয়া ব্যাকৰণ

## ব্যাকৰণ কি।

সকলো জন্তুতকৈ মানুহবিলাকৰ স্বভাৱ বেলেগ। সিবিলাকে ইটোৰ ওপৰত সিটোৱে ভাৰসা ৰাখি অনেক গোট খাই একে ঠাইত থাকে। এই দৰে থাকিব লাগিলে আপোনাৰ মনৰ ভাৱ জনাবৰ আৰু আনৰো মনৰ ভাৱ বুজিবৰ আৱশ্যক হব। এতেকে সেই ভাৱ প্ৰকাশ কৰিবৰ নিমিত্তে মানুহে কথা কবৰ শক্তি পাই মনেৰে ভবা আৰু চকুৰে দেখা বস্তুবিলাকৰ বেলেগ বেলেগ নাম দি লৈছে। সেই নামবোৰ বুজোৱা শব্দবিলাকক মাত বোলা যায়। মানুহৰ মাত আগত থকা মানুহে মাথোন শুনে, যি মানুহে দূৰৈত আছে বা আগলৈ হব, তেওঁ শুনিব নোৱাৰে। এই কাৰণ মানুহৰ মাত বুজোৱা শব্দবিলাকক লেখা আখৰেৰে প্ৰকাশ কৰিবৰ উপায় কৰা হৈছে। সেই আখৰৰ সঙ্কেত জানিলে মানুহে আৰু চায়েই শব্দবিলাক বুজিব পাৰে আৰু সেইবিলাক শব্দৰ দ্বাৰা মানুহৰ ভাৱ জনা যাব।

সেইবিলাক আখৰ আৰু শব্দক শুদ্ধৰূপে জোটাবৰ নিয়মবিলাক যি পুথিৰ পৰা শিকিব পাৰি, তাৰ নাম ব্যাকৰণ।

### বৰ্ণবিন্যাস-প্ৰকৰণ

ব্যাকৰণৰ যি ভাগত আখৰবিলাকৰ নাম, উচ্চাৰণ আৰু কত কি আখৰৰ ব্যৱহাৰ হয়, তাৰ নিয়ম থাকে, সেয়ে বৰ্ণবিন্যাস-প্ৰকৰণ।

১) অসমীয়া ভাষাত সংস্কৃতৰ দৰে পঞ্চাশটা আখৰ আছে। যেনে- অ আ ই ঈ উ ঊ ঋ ৠ ঌ এ ঐ ও ঔ ং ঃ। ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ শ ষ স হ ক্ষ। ইয়াকে বৰ্ণমালা বোলে।

২) বৰ্ণমালাৰ "অ"ৰ পৰা "বিসৰ্গ"লৈকে চৈধ্যটাক স্বৰ আৰু আনবিলাকত ব্যঞ্জন বোলা যায়।

৩) স্বৰবিলাকৰ অ, ই, উ, ঋ, এ, এই কেইটাক হ্ৰস্ব (চুটি) আনবিলাকক দীৰ্ঘ (দীঘল) বোলে।

৪) দীৰ্ঘ "ৠ" আৰু "ঌ, " এই তিনিটা আখৰৰ অসমীয়া ভাষাত একো সকাম নাই।

### আখৰবিলাকৰ উচ্চাৰণ।

৫) অসমীয়া ভাষাত 'অ' আৰু 'এ' এই দুই আখৰ ডিঙ্গি আৰু মুৰৰ পৰা ওলাই ওখ, চাপৰ, দুই প্ৰকাৰে উচ্চাৰিত হয়।

ডিঙ্গিৰ পৰা উচ্চাৰিত 'অ' যেনে - অনিৰাম, মৰা (মৃত); মুৰৰ পৰা উচ্চাৰিত 'অ' যেনে- অহিৰাম, মৰা (চৰাই)। ডিঙ্গিৰ পৰা উচ্চাৰিত 'এ' যেনে- এটা, বেয়া, মুৰৰ পৰা উচ্চাৰিত 'এ' যেনে- এই শেলুক।

৬) ঙ ঋ ঞ ড চ ণ ন ম য ৱ শ ষ স হ, এই চৈধ্যটাত বাজে ব্যঞ্জন আখৰৰ উচ্চাৰণৰ কথা লিখাৰ প্ৰয়োজন

---

+ স্বৰ নথকা ব্যঞ্জনৰ উচ্চাৰণ নহয়, এই কাৰণ আদি-স্বৰ অকাৰ দি তাক মতা যায়।

:: এই দুটাক ব্যঞ্জন বোলাহে উচিত, কিন্তু সিহঁত আগৰে পৰা স্বৰ বুলি ব্যৱহৃত হৈ থকা দেখি সিহঁতক স্বৰৰ লগত লিখা গল।

::: সংস্কৃতত অ আ ক খ গ ঘ ঙ হয়, এই আখৰ কণ্ঠৰ পৰা উচ্চাৰিত হয়, এই কাৰণ সিহঁতক কণ্ঠ্য বোলে।

নাই।

৭) ঙ, কোনো ওকাৰান্ত কথাৰ পিচত থাকিলে 'ৱ'ৰ দৰে উচ্চাৰিত হয়। যথা- কোঙৰপুৰ, ইত্যাদি।

৮) ঝ, ইয়াৰ উচ্চাৰণ আগত 'ঞ্জ' থকা 'হ' নিচিনা; যেনে- ঝঞ্জা।

৯) ঞ, ইয়াৰ উচ্চাৰণ একেলগে মতা 'ইয়'ৰ নিচিনা; যেনে- গঞা, ইত্যাদি। সিদ্ধ তাক চ ছ জ ঝ এই চাৰি আখৰৰ আগত যোগ কৰিলে 'ন'ৰ নিচিনা উচ্চাৰণ হয়; যথা- পঞ্চম, পঞ্জৰ, ঝঞ্জা। সি 'জ'ৰ পিচত যুক্ত হলে 'গ্যঁ'ৰ দৰে উচ্চাৰিত হয়; যথা - আজ্ঞা, ইত্যাদি।

১০) ড়, কথাৰ শেষত থাকিলে প্ৰায় কঠিন 'ৰ' ৰ নিচিনাকৈ উচ্চাৰিত হয়, আৰু এই উচ্চাৰণ বুজিবৰ কাৰণ তাৰ তলত এটা ফুট দিয়া যায়; যথা- গড়, ইত্যাদি।

১১) ঢ, কোনো আখৰৰ পিচত থাকিলে তাৰ 'হঁৰ' নিচিনা উচ্চাৰণ হয়, ইয়াতো সেই চিন থাকে; যেনে- বুঢ়া, বাঢ়ে, ইত্যাদি।

১২) ণ, ইয়াক জিভাৰ আগটো পাচলৈ নি তালুত লগাই উচ্চাৰণ কৰা যায়। পূৰ্ব্বে সংস্কৃতত ইয়াৰ আৰু "ন"ৰ উচ্চাৰণ বেলেগ আছিল অৰ্থাৎ "ন"ক দাঁতত জিভা লগাই মতা গৈছিল, এতিয়া তাৰো উচ্চাৰণ "ণ"ৰ নিচিনা।

১৩) ষ, কোনো ব্যঞ্জনৰ পাচত লগ লাগিলে, সেই আখৰত ৱকাৰ দি নাকে মাতিলে তাৰ যেনে উচ্চাৰণ হয়, তেনে উচ্চাৰণ কৰায়; যেনে- ভস্ম, ভীষ্ম।

১৪) য়, শব্দৰ মাজত বা শেষত অকলৈ থাকিলে একেলগে চুটিকৈ মতা 'ইঅ'ৰ দৰে উচ্চাৰিত হয়, আৰু সেই উচ্চাৰণ বুজিবৰ কাৰণ তাৰ তলত এটা ফুট দিয়া যায়; যথা - দয়া, ভয়, হয়, ইত্যাদি।

১৫) ৱ, বৰ্ণমালাৰ অকাৰৰ পাচত থকা 'ৱ'ৰ উচ্চাৰণ সিটো 'ব'তকৈ লঘু। কোনো ব্যঞ্জনৰ পাচত তাক যোগ কৰিলে সি তাক দুটাৰ দৰে উচ্চাৰণ কৰায়; যথা- অন্বয়, ইত্যাদি।

১৬) শ ষ স, ইহঁতক আন কোনো ব্যঞ্জন আখৰে সৈতে যোগ কৰা হলে, কোমল ছকাৰৰ নিচিনাকৈ উচ্চাৰিত হয়; যথা- অৱশ্যে, ঈশ্বৰ, আশ্ৰয়, মসৃণ, বৃষ্টি, ইত্যাদি।

১৭) কিন্তু 'ৰ'ৰ বা 'ত'ৰ পাচত যুক্ত হলে সিহঁতে আপোনাৰ উচ্চাৰণ নেৰে; যেনে- হৰ্ষ, বৰ্ষ, সত্‌সঙ্গ, ইত্যাদি। বৎস, বৎসৰ আৰু মৎসৰ শব্দ এই নিয়মৰ বাজ; সিহঁতৰ উচ্চাৰণ বৎচ, বৎচৰ, মৎচৰ।

১৮) হ, যকাৰে সৈতে লগ লাগিলে হকাৰ আগত থকা 'জ্য'ৰ নিচিনা হয়, যথা - গ্ৰাহ্য, সহ্য, ইত্যাদি।

১৯) ক খ গ ঘ, চ ছ জ ঝ, ট ঠ ড ঢ, ত থ দ ধ, প ফ ব ভ, এইবিলাক আখৰৰ প্ৰথমটোত হকাৰ দিলে দ্বিতীয়টোৰ উচ্চাৰণ পোৱা যায়; যথা- ক্‌হ, খ, গ্‌হ, ঘ; ইত্যাদি।

২০) 'ঁ' এই চিন আখৰৰ ওপৰত স্থাপিত হলে, সি তাক নাকে দি উচ্চাৰণ কৰায়; ইয়াকে আনুনাসিক চিন বোলে। যথা- ঘাঁহ্‌, হাঁহ্‌, ভাঁহ্‌, ইত্যাদি।

২১) '্' এই চিন আখৰৰ তলত থাকি তাক স্বৰ-নথকা ব্যঞ্জন বুজাব। ইয়াকে ব্যঞ্জন চিন বোলে; যথা - কত্‌, কাক, ইত্যাদি।

২২) বঙ্গালী আৰু হিন্দি-ভাষা অসমীয়াৰে একে, অৰ্থাৎ সংস্কৃত বৰ্ণ-মালাৰ আখৰেৰে লিখা যায়; এতেকে সেই দুই ভাষাৰ কোনো শব্দ অসমীয়া ভাষাত লিখিব লাগিলে, তাত যদি শ, ষ, বা স থাকে, তেন্তে আমাৰ ভাষাৰ দৰে তাৰ উচ্চাৰণ শুদ্ধকৈ লিখিবৰ নিমিত্তে সেই আখৰটোৰ সলনি চ বা ছ নিদি, সি যি ভাষাৰ শব্দ, সেই ভাষাত লিখাৰ দৰেই তাক লিখা আৰু মতাও উচিত। সেয়ে নহলে অকল শব্দৰ মূল হেৰায়, এনে নহয়, অনেক সময়ত তাৰ অৰ্থ বুজাও টান হয়; কিয়নো বঙ্গালী 'শেওড়া গাছ' এই শব্দক যদি অসমীয়াত "চেওড়া গাছ" লিখা যায়, তেন্তে সি নো কি

গছ তাক কেৱে বুজিব নোৱাৰিব। সেই দৰেই সাংৰাগাছিলৈ লিখা কোনো চিঠিৰ ওপৰত 'চাংৰাগাছি' লিখিলে, সেই চিঠি কলৈ যাব তাৰ নিশ্চয় নেথাকে।

২৩) অসমীয়া শব্দবিলাকৰ মূলবিলাক যি আখৰেৰে লিখা যায়, উচ্চাৰণ লৰ-চৰ নকৰাকৈ পৰা যায় মানে অসমীয়াত সেই আখৰ ৰাখিব লাগে; যেনে- সং কৰ্ণ, অং কাণ; সং অসম, অং অসমীয়া; সং হস্তী, অং হাতী; সং ছত্ৰ, অং ছাতি; সং যা, অং যাওঁ; ইত্যাদি। কিন্তু উচ্চাৰণ লৰিলে আখৰো লৰে; যেনে- (সং মসূৰ- এবিধ মাহ) অং মচুৰ।

২৪) যি অসমীয়া শব্দ সংস্কৃত, বঙ্গালী বা হিন্দী ভাষাৰ পৰা ওলোৱা নাই, উচ্চাৰণলৈ চাই তাৰ আখৰ ঠিক কৰা যায়; যেনে- চাহাব, নিচাও। এই দুইৰ প্ৰথমটো ফাচী, দ্বিতীয়টো অহিন ভাষাৰ শব্দ।

## ণত্ব-বিধি।

২৫) ৰ, ষ, এবং ঋ ইহঁতৰ পিচত 'ন'ৰ ঠাইত ণ হয়; যথা- কৃষাণ, বৰ্ণ, হৰণ, কৰণ, মৰাণ, ইত্যাদি।

২৬) ৰ, ষ, বা ঋ আৰু ন এই দুই আখৰৰ মাজত কবৰ্গ বা পবৰ্গৰ কোনো আখৰ বা হ, য, ব নাইবা স্বৰ থাকিলেও সেই নত ণ + হয় ; যেনে- ক্ষেপণ, দৰ্পণ, কাৰ্ষাপণ, গ্ৰহণ, কৃপণ, নাৰায়ণ, পৰায়ণ, ইত্যাদি।

২৭) টবৰ্গৰ কোনো আখৰে সৈতে যুক্ত হলেও 'ন' ণ হয়। যথাঃ- কণ্টক, পিণ্ড, চণ্ড, ইত্যাদি। আন আখৰ মাজত নথকাকৈ 'ন' 'গ'ৰ পাচত থাকিলেও তাৰ ঠাইত ণ হয়; যথা- গণ, গণিত, বিগুণ ইত্যাদি। গান শব্দ ইয়াৰ বাজ।

২৮) অসমীয়া ভাষাৰ স্ত্ৰীলিঙ্গ বুজোৱা নী 'ণী' ন হয়; যেনে- কুমাৰনী, কমাৰনী।

২৯) 'চ' 'ছ'ৰে সৈতে 'শ'ৰ মাথোন যোগ হয়; যেনে- নিশ্চয়, শিৰশ্ছেদ, ইত্যাদি।

## ষত্ব-বিধি।

৩০) 'ট' আৰু 'ঠ'ৰে সৈতে 'ষ'ক মাথোন যোগ কৰা নাই, আৰু 'ষ'ৰে যোগ হলে 'ত' 'থ'ৰ ঠাইত 'ট' 'ঠ' হয়; যেনে-- স্পষ্+ত, স্পষ্ট; ষষ্+থ, ষষ্ঠ; আকৃষ্+ত, আকৃষ্ট; ইত্যাদি।

## সত্ব-বিধি।

৩১) ক, খ, ত, থ, ন, প, ফ, ম, ইত্যাদি বৰ্ণত দন্ত্য 'স'ৰ যোগ হয়; যথা-- বয়স্ক, স্খলিত, অস্ত, বস্তু, স্থান, প্ৰস্থান, স্নান, স্ফটিক, ভস্ম, ইত্যাদি। কিন্তু ই, ঈ, বা উ, ঊ, আগত থাকিলে ক, খ, প, ফ, আৰু ম, এই বিলাকে সৈতে 'ষ'ৰ যোগ হয়; যেনে- নিষ্কৰ, নিষ্পাপ, যুষ্মদ, ইত্যাদি।

৩২) 'ই' 'ঈ' আৰু 'ঐ'ৰ পাচত 'এ'ৰ সলনি 'য়ে', 'অ'ৰ সলনি 'য়' আৰু আকাৰৰ সলনি 'য়া' হয়; যেনে- হাতী+এ, হাতীয়ে; মাটি+এ, মাটিয়ে; দি+অ, দিয়; দি+আঁ, দিয়াঁ; ভাই+আঁ, ভাইয়াঁ; পৈ+এ, পৈয়ে; পৈ+আঁ, পৈয়াঁ; ইত্যাদি।

৩৩) একাৰত 'য়ে', আকাৰত 'য়' বা আকাৰত 'য়াঁ' হলে শব্দৰ অন্তত অকলৈ থকা 'ই' 'ঈ' বিকল্পে গুচে; যেনে- ভাই+এক, ভাইয়েক বা ভায়েক; ভাইয়াঁ বা ভায়াঁ; ইত্যাদি।

---

এই নিয়ম কেৱল সংস্কৃত বা তৰ অপভ্ৰংশ শব্দত হে খাটে, কোনো অসমীয়া শব্দ ৰ, ষ বা ক আৰু 'ন'ৰ মাজত আন আখৰ থাকিলে ন 'ণ' নহয়; যেনে-- বৰিয়নি (মাটি)।

৩৪) শব্দৰ অন্তত অৰ্কলৈ থকা, 'ই' 'ঈ'ৰ পাচত 'ও' হলে বিকল্পে 'ই' 'ঈ'ৰ ঠাইত 'য়ু' হয়; যেনে- দুইও বা দুয়ো; মইও বা ময়ো; ইত্যাদি। আন আখৰৈ সৈতে লগ লাগি থকা ই বা ঈ লৰ-চৰ নহয়; যেনে- তুমিও, নদীও।

৩৫) উ ঊ ও আৰু ঔ, এই কেইটা আখৰৰ পাচত অকাৰৰ ঠাইত 'ৱ', আকাৰৰ সলনি 'ৱা', একাৰৰ সলনি 'য়ে' হয়; যেনে- শো+অন, শোৱন; ফুঁ+ আ, ফুৱা; শু + আ, শুৱা; ধো + আ, ধোৱা। সেই দৰেই ঔ+আ ঔৱা, মৌ+ আ মৌৱা, ধো+এ ধোৱে, শো+এ শোৱে, পো+এ পোৱে, মৌ+এ মৌৱে, ইত্যাদি।

৩৬) শব্দৰ অন্তত অৰ্কলৈ থকা 'ও'ৰ পাচত 'ও' হলে আগৰটো 'ও' ৱ হয়; যেনে- নাও+ও, নাৱো; তেওঁ+ও, তেৱোঁ; ইত্যাদি। আৰু তেনে 'ও'ৰ পাচত অ বা আ হলেও সেই 'ও' ৱ হয়; যেনে- নাও+অৰীয়া, নাৱৰীয়া; ভাও+অৰীয়া, ভাৱৰীয়া; ইত্যাদি।

৩৭) শব্দৰ অন্তত অৰ্কলৈ থকা 'ৱ' পাচত 'ৱে' হলে বিকল্পে 'ও' গুচে; যেনে- তেওঁ + এই, তেওঁৱেই বা তেৱেঁই। সেই দৰেই দেওৱেই বা দেৱেই; ইত্যাদি।

## সন্ধি-প্ৰকৰণ।

সন্ধি + শব্দে জোৰাক বুজায়। দুটা পদক একে লগে জোৰা খুৱাব লাগিলে সিহঁতক অলপ লৰ-চৰ কৰিব লাগে। ব্যাকৰণৰ যি ভাগে সেই লৰ-চৰ কৰিবৰ নিয়মবিলাক শিকায়, তাকে সন্ধি-প্ৰকৰণ বোলা যায়।

### সংজ্ঞা।

১। স্বৰবিলাকৰ 'অ'ৰ পৰা উ লৈকে আখৰবোৰৰ একে বিধৰ দুটা আখৰক সবৰ্ণ বোলে; যেনে- অ আ, অ অ, আ অ, আ আ; সেই দৰেই, ই ঈ, উ ঊ।

২। হ্ৰস্ব স্বৰবিলাকৰ পিচত "বৰ্ণ" শব্দ যোগ কৰিলে, সি আপোন জাতিৰ হ্ৰস্ব দীৰ্ঘ দুইকো বুজায়; যথা- অবৰ্ণ অৰ্থাৎ অকাৰ আৰু আকাৰ; ইত্যাদি।

৩। ইবৰ্ণৰ ঠাইত 'এ' উবৰ্ণৰ ঠাইত 'ও' আৰু ঋৰ ঠাইত হোৱা 'ন'ৰ ইহঁতক গুণ বোলে। অবৰ্ণৰ ঠাইত 'আ', ইবৰ্ণ আৰু এৰ ঠাইত 'ঐ', উবৰ্ণ আৰু নৰ ঠাইত 'ঔ' আৰু ঋৰ ঠাইত হোৱা 'আৰ' এই বিলাকক বৃদ্ধি বোলে।

৪। ব্যঞ্জনবিলাকৰ ভিতৰৰ 'ক'ৰ পৰা 'ম' পৰ্য্যন্ত পঁচিশটা আখৰৰ প্ৰতি-পাঁচোটাক ক্ৰমে কবৰ্গ, চবৰ্গ, টবৰ্গ, তবৰ্গ, আৰু পবৰ্গ বোলা যায়।

৫। সংজ্ঞা বা সৰ্ব্বনাম শব্দ আৰু ধাতু, বিভক্তিং বা আন কোনো প্ৰত্যয়েৰে যুক্ত হলে, সিহঁতক পদ বোলা যায়। আনবিলাক পদে বিভক্তিং আদি নোহোৱাকৈয়ে পদ নাম পায়।

### স্বৰসন্ধি।

#### অৰ্থাৎ স্বৰক লৰ-চৰ কৰি দুই পদৰ জোৰ লগাবৰ নিয়ম।

১ সূত্ৰ। আগৰ স্বৰ পিচৰ সবৰ্ণ-স্বৰৈ সৈতে লগ লাগি এটা দীৰ্ঘ স্বৰ হয়; যথা- দণ্ড+অগ্ৰ, দণ্ডাগ্ৰ; ক্ষুধা+আৰ্ত্ত, ক্ষুধাৰ্ত্ত; গৌৰী+ঈশ, গৌৰীশ; ভানু+উত্তাপ, ভানূত্তাপ; ন+আছিল, নাছিল; ন+আহে, নাহে; ইত্যাদি।

---

+ "সন্ধিকাৰক পদে নিত্যে নিত্যো ধাতূপসৰ্গয়োঃ সূত্ৰেষ্বপি ভবেন্বিত্যংস মানাত্ৰ বিভাষিতঃ॥"

২ সূত্ৰ। আগত অবৰ্ণ থাকিলে 'ই'ৰ পৰা 'ঋ' লৈকে স্বৰবিলাকৰ গুণ হয়; কয়ে বিলাক স্বৰৰ আগত থকা 'অ' বা 'আ'ৰ যোগ হয়; যথা- পৰম+ঈশ্বৰ, পৰমেশ্বৰ, পুৰুষ+উত্তম, পুৰুষোত্তম; ষষ্ঠ+ঋতু,+ ষষ্ঠৰ্ত্তু; পৰম+ঋত, পৰমৰ্ত্ত; মহা+ঋষি, মহৰ্ষি; ইত্যাদি।

৩ সূত্ৰ। আগত অবৰ্ণ থাকিলে এ ও এই দুটা স্বৰৰ বৃদ্ধি হয়; বৃদ্ধি হলে সিহঁতৰ আগত থকা অ বা আৰ লোপ হয়; যথা- প্ৰ+এয়, প্ৰৈয়; মহা+ওষধি, মহৌষধি; মহা+ওতু, মহৌতু; তৰ+ওঠ, তৰৌঠ; ইত্যাদি।

৪ সূত্ৰ। স্বৰ পাচত থাকিলে ওকাৰৰ ঠাইত 'অব্' আৰু ঔকাৰৰ ঠাইত 'আব্' হয়; যথা- গো+ঈশ, গৱীশ; নৌ+ইক, নাৱিক।

৫ সূত্ৰ। সবৰ্ণ নোহোৱা স্বৰ পাচত থাকিলে ইবৰ্ণৰ ঠাইত 'য', উবৰ্ণৰ ঠাইত 'ৱ' আৰু 'ঋ'ৰ ঠাইত 'ৰ্' হয়; যথা- ভূমি+আদি, ভূম্যাদি; ৰহু+আশী, ৰহ্বাশী; পিতৃ+আলয়, পিত্ৰালয়; ইতি+আদি, ইত্যাদি।

৬ সূত্ৰ। পাচত ঐ বা ঔ থাকিলে আগৰ স্বৰবৰ্ণৰ লোপ হয়; আৰু সেই ঐ বা ঔ আগৰ ব্যঞ্জনৰ লগ লাগে; যেনেঃ- মহা+ঐশ্বৰ্য্য, মহৈশ্বৰ্য্য; মহা+ঔষধ, মহৌষধ; ইত্যাদি।

৭ সূত্ৰ। অন্তত একাৰ বা ওকাৰ থকা শব্দৰ পিচত অকাৰৰ লোপ হয়; যেনে- বয়ো+অধিক, বয়োধিক।

৮ সূত্ৰ। আগৰ ব্যঞ্জন আখৰ পিচৰ স্বৰ যুক্ত ব্যঞ্জন কিম্বা শুধা স্বৰে সৈতেই লগ লাগে; যেনে- সম্+পত্তি, সম্পত্তি; সম্+বাদ, সম্বাদ; কিম্+ইতি, কিমিতি; ইত্যাদি। (তেকে সৈতে যোগ হলে শ ষ স হ এই চাৰি আখৰত বাজে আন আন ব্যঞ্জনবৰ্ণ বিকল্পে দুটা হয়)।

### ব্যঞ্জন-সন্ধি।

অৰ্থাৎ ব্যঞ্জন আখৰক লৰ-চৰ কৰি দুটা শব্দৰ জোৰা খুৱাবৰ নিয়ম।

৯ সূত্ৰ। চবৰ্গ বা টবৰ্গৰ কোনো আখৰ বা 'ল' পাচত থাকিলে স্বৰহীন 'ত' বা 'দ'ৰ ঠাইত চবৰ্গ বা টবৰ্গৰ সেই আখৰ বা 'ল' হয়, আৰু হোৱা 'ছ'ৰ ঠাইত চ্, 'ঠ'ৰ ঠাইত ট্ আৰু 'ঢ'ৰ ঠাইত ড্ হয়; যথা- শৰৎ+চন্দ্ৰ, শৰশ্চন্দ্ৰ; জগৎ+জন, জগজ্জন, সৎ+জন, সজ্জন; বৃহৎ+ঢক্কা, বৃহড্ঢক্কা; তৎ+লিপি, তল্লিপি; ইত্যাদি।

১০ সূত্ৰ। স্বৰ পাচত থাকিলে স্বৰহীন ক, ট, ত, ইহঁতৰ ঠাইত ক্ৰমে গ্, ড্, দ্ হয়; যথা- বাক্+ঈশ, বাগীশ; বাক্+অধিপতি, বাগপতি; বট্+ঋতু, বড়ৃতু; ষট্+আনন, ষড়ানন; তৎ+আপি, তদপি; তৎ+অন্তৰ, তদন্তৰ।

১১ সূত্ৰ। 'ন' 'ম' এই দুই আখৰৰ আগত থকা স্বৰহীন 'ক' 'ত'ৰ ঠাইত ক্ৰমে 'ঙ' আৰু 'ন্' হয়; যথা- বাক্+নিষ্পত্তি, বাঙনিষ্পত্তি; বাক্+ময়, বাঙ্ময়; জগৎ+নাথ, জগন্নাথ; উৎ+নতি, উন্নতি; উৎ+মন, উন্মন; ইত্যাদি।

১২। সূত্ৰ। 'হ'ৰ আগত থকা স্বৰহীন 'ত'ৰ ঠাইত দ্ আৰু সেই 'হ'ৰ ঠাইত ধ হয়; যেনে- তৎ+হিত, তদ্ধিত; তৎ+হেতু, তদ্ধেতু; ইত্যাদি।

### অনুস্বাৰ আৰু বিসৰ্গ-সন্ধি।

অৰ্থাৎ অনুস্বাৰ বা বিসৰ্গক লৰ-চৰ কৰি দুই পদৰ জোৰা লগাবৰ নিয়ম।

১৩ সূত্ৰ। পাচত যি বৰ্গৰ আখৰ থাকে, অনুস্বাৰৰ ঠাইত সেই বৰ্গৰ অন্তৰ আখৰটো অৰ্থাৎ ক্ৰমে ঙ ঞ্ ণ্ ন্ ম্ হয়; যথা-কিং+কৰ, কিঙ্কৰ; সং+চয়, সঞ্চয়; কং+টক, কণ্টক; সং+তৰণ, সন্তৰণ; সং+পৰ্ক, সম্পৰ্ক; সেই

+ ষষ্ঠৰ্ত্তু, পৰমৰ্ত্তু ইত্যাদিত পাচত লিখা ৮ সূত্ৰৰ দ্বাৰা 'ৰ'ৰ 'ত' প্ৰভৃতিৰে সৈতে যোগ হয়।

দৰেই, সং+গতি, সঙ্গতি। শং+খ, শঙ্খ; ইত্যাদি

১৪ সূত্ৰ। চ বা ছ পাচত থাকিলে বিসৰ্গৰ ঠাইত শ্, ট বা ঠ পাচত থাকিলে ষ্ আৰু ত বা থ পাচত থাকিলে স্ হয়; যেনে- নিঃ+চন্দ্ৰ, নিশ্চন্দ্ৰ; নিঃ+চয়, নিশ্চয়; নিঃ+ছ, নিশ্ছ; ধনুঃ+টঙ্কাৰ, ধনুষ্টঙ্কাৰ; শ্ৰেষ্ঠ+ঠকাৰঃ, শ্ৰেষ্ঠঠকাৰ; মনঃ+তথা, মনস্তথা; উচ্চঃ+থ, উচ্চস্থ; ইত্যাদি।

১৫ সূত্ৰ। ক খ প বা ফ পাচত থাকিলে বিসৰ্গৰ ঠাইত বিকল্পে 'স' হয়, আৰু সেই 'স'ৰ আগত ইবৰ্ণ বা উবৰ্ণৰ কোনো স্বৰ থাকিলে 'স'ৰ ঠাইত 'ষ্' হয়; যেনে- অন্তঃ + কৰণ, অন্তস্কৰণ; মনঃ+খেদ, মনস্খেদ; অধঃ+পতন, অধস্পতন; বহুঃ+ফেক, বৰস্ফেক; নিঃ+পাপ, নিষ্পাপ; নিঃ+পদ্ম, নিষ্পদ্ম; বিকল্পে, অন্তঃকৰণ, নিঃপাপ, মনঃখেদ ইত্যাদি।

১৬ সূত্ৰ। শ ষ বা সৰ আগত থকা বিসৰ্গৰ ঠাইত ক্ৰমে শ্ ষ্ স্ হয়, বিকল্পে; যথা- মনঃ+শান্তি, মনশ্ শান্তি; পূৰঃ+সৰঃ, পূৰস্সৰ; ইত্যাদি। বিকল্পে- মনঃশান্তি, পূৰঃসৰ, ইত্যাদি।

১৭ সূত্ৰ। অকাৰ বা গ, জ, ড, দ, ষ, ঘ, ঝ, ঢ, ধ, ভ, ঙ, ঞ, ণ, ন আৰু ম, ইহঁতৰ কোনো আখৰ পাচত থাকিলে আকাৰৰ পাচত থকা বিসৰ্গৰ ঠাইত ওকাৰ হয়, আৰু তাৰ পূৰ্ব্বৰ অকাৰৰ লোপ হৈ ব্যঞ্জনত সেই 'ও'ৰ যোগ হয়। যথা- বয়ঃ+অধিক, বয়োধিক; তেজঃ+ময়, তেজোময়; অধঃ+গতি, অধোগতি; শিৰঃ+ভূষণ, শিৰোভূষণ; ইত্যাদি।

১৮ সূত্ৰ। ওপৰত কোৱা আখৰ বিলাকৰ কোনো এটা পাচত থাকিলে 'ই'কে আদি কৰি 'ঔ' লৈকে, কোনো স্বৰৰ পাচত থকা বিসৰ্গৰ ঠাইত 'ৰ্' হয়; যথা- বহিঃ+অঙ্গ, বহিৰঙ্গ; বহিঃগত, বহিৰ্গত।

কদাচিত অবৰ্ণৰ পিচত থকা বিসৰ্গতো 'ৰ্' হয়; যথা- পুনঃ+জন্ম পুনৰ্জন্ম; অন্তঃ+ অঙ্গ, অন্তৰঙ্গ; ইত্যাদি

## শব্দ-প্ৰকৰণ।

বিভিন্ন প্ৰকাৰৰ শব্দবিলাকৰ নাম, সিহঁতৰ ৰূপ, সিহঁতে কি বুজায়, এটা শব্দ আন এটাৰে কিৰূপে লগ লাগে আৰু এটাৰ পৰা আন এটা শব্দ কেনেকৈ ওলায়, ব্যাকৰণৰ যি ভাগৰ পৰা এই বিলাক কথা শিকা যায়, তাৰ নাম শব্দ-প্ৰকৰণ।

১। মানুহৰ মাতৰ ঘাই ঠাল দুটা;- শব্দ আৰু ধাতু। শব্দে চকুৰে দেখা বা মনেৰে ভবা কোনো বস্তুক বা সেই বস্তুৰ গুণ আদিক বুজায়। ধাতুৱে সেই বস্তুবিলাকে কৰা কাৰ্য্যক বুজায়।

২। অসমীয়া ভাষাত এঘাৰ প্ৰকাৰ শব্দ আছে; যথা- সংজ্ঞা-শব্দ, সৰ্ব্বনাম-শব্দ, বিশেষণ-শব্দ, ক্ৰিয়া-বিশেষণ-শব্দ, সংখ্যাবাচক-শব্দ, অব্যয়-শব্দ, গুণবোধক-শব্দ, অনুকাৰ-শব্দ, উপ-শব্দ, অনুৰূপ-শব্দ, কৃদন্ত-শব্দ।

## সংজ্ঞা-শব্দ।

৩। চকুৰে দেখা বা মনেৰে ভবা কোনো বস্তুৰ নামকে সংজ্ঞা-শব্দ বোলা যায়; যেনে- মানুহ, গৰু, আকাশ, মন, বুদ্ধি, অসম, ৰামহৰি, গোবিন্দৰাম, ইত্যাদি।

৪। সংজ্ঞা-শব্দ দুবিধ ;- সামান্য সংজ্ঞা আৰু বিশেষ সংজ্ঞা। যি পদে কোনো জাতি বা অনেক বস্তুৰ নাম

+ যিবিলাক আখৰ সংজ্ঞা আৰু সৰ্ব্বনাম শব্দৰ পাচত হৈ সিহঁতৰ কাৰকবিলাক, আৰু ধাতুৰ পাচত লগ লাগি ক্ৰিয়াৰ কাল আৰু পুৰুষবোধক বেলেগ কৈ দেখায়, সেইবিলাকেই বিভক্তি।

বুজায়, তাকে সামান্য সংজ্ঞা বোলা যায়, যেনে- হাতী, ঘোৰা, ঘৰ, নৈ, ইত্যাদি। কোনো এটা মানুহৰ, ঠাইৰ বা নৈ আদিৰ নামক বিশেষ সংজ্ঞা বোলে; যেনে- কৃষ্ণৰাম, গুৱাহাটী, দিখৌ, ইত্যাদি।

সংজ্ঞা-শব্দৰ দুই বচন আছে- একবচন আৰু বহুবচন। এটাক বুজালে একবচন, আৰু এটাতকৈ অধিক বুজালে বহুবচন হয়।

৫। সংজ্ঞাটো বিভক্তিৰ+ দ্বাৰা সংজ্ঞা-শব্দবিলাকৰ ৰূপ বেলেগ হয়। সেই প্ৰত্যেক ৰূপে একোটা কাৰক নাম পায়। সেইবিলাক তলত লিখা গল।

| একবচন | বহুবচন |
|---|---|
| প্ৰথমা-- এ<br>দ্বিতীয়া-- অক<br>তৃতীয়া-- এৰে<br>চতুৰ্থী-- লৈ<br>পঞ্চমী-- পৰা<br>ষষ্ঠী-- অৰ<br>সপ্তমী-- অত | বহুবচনত বিভক্তি বেলেগ নহয়, কেৱল শব্দৰ পাচত একবচনৰ বিভক্তিৰ আগত মান্য লোকক বুজাবলৈ 'সকল' "বিলাক" আৰু তুচ্ছ মানুহক বুজাবলৈ 'বোৰ', 'হঁত' আদি কথাৰ যোগ হয়। 'বোৰ' আৰু 'বিলাক' হঁতৰ জন্তু আৰু অচেতন বস্তুতো খাটে। |

জীয়া জন্তুৰ সমূহ বুজাবলৈ শব্দৰ পাচত 'মখা' এই কথা দিয়া যায়; যেনে- মানুহমখা, গৰুমখা। "হঁত" এইটো কথা মানুহ, গৰু, পহু, চৰাই, এনেবিলাক সাধাৰণ শ্ৰেণী বুজোৱা শব্দৰ লগত নেলাগে; কেৱল ব্যৱসায়, জাতি আৰু সম্বন্ধ বুজোৱা শব্দত হে সি যুক্ত হয়; যেনে-- ছাত্ৰহঁত, কঁহাৰহঁত, ডোমহঁত, গাইহঁত, ৰামহঁত, মহহঁত, এনে নহয়। 'গৰু' শব্দে নিন্দাৰ্থত মানুহক বুজালে তাৰ বহুবচনত হঁত দিয়া যায়; যেনে- এই গৰুহঁতে একো নুবুজে।

১ সূত্ৰ। অকাৰ বা আকাৰ অন্তত থকা শব্দৰ একবচনৰ 'এ' বিভক্তিৰ ঠাইত 'ই' হয়। যেনে- গাধই, লতাই।

২ সূত্ৰ। জীয়া জন্তু বুজোৱা আৰু অকাৰেৰে অন্ত হোৱা সংযোগী আখৰ শেষত থকা শব্দৰ পাচত 'এ' বিভক্তি ই হয়, নহৈও থাকে; 'ই' নহলে 'এ' সেই শব্দেৰে সৈতে লগ লাগে; যেনে-- কৃষ্ণই বা কৃষ্ণে, দক্ষই বা দক্ষে। নিৰ্জীৱ বস্তু বুজোৱা তেনে শব্দত "এ" বিভক্তিৰ যোগ হয়; যেনে-- শঙ্খে, বৃক্ষে, শব্দে, ইত্যাদি।

৩ সূত্ৰ। 'অক' 'অৰ' আৰু 'অত' বিভক্তিৰ 'অ' ব্যঞ্জনান্ত শব্দৰ লগ লাগে; যেনে- (মানুহ) মানুহক, মানুহৰ, মানুহত।

(ক) স্বৰ অন্তত থকা শব্দৰ পাচত সেইবোৰ বিভক্তিৰ 'অ' গুচে; যেনে-- দেৱতাক, দেৱতাৰ, দেৱতাত।

৪ সূত্ৰ। লৈ আৰু পৰা বিভক্তিৰ একবচনত ব্যঞ্জনান্ত শব্দ অকাৰান্ত হয়। আৰু সকলো শব্দৰ পাচত 'পৰা' বিভক্তিৰ আগত 'ৰ' হয়; যেনে-- ঘৰলৈ, ঘৰৰ পৰা, ইত্যাদি।

৫ সূত্ৰ। ইকাৰকে আদি কৰি আন কোনো স্বৰ অন্তত থকা শব্দৰ পাচত 'এৰে' বিভক্তিৰ 'এ' গুচে, নুগুচিও থাকে; যেনে-- কটাৰীৰে বা কটাৰীয়েৰে, হুদুৰে বা হুদুৱেৰে, লোৰে বা লোৱেৰে, মৌৱেৰে বা মৌৰে, ইত্যাদি।+

৬ সূত্ৰ। ঋকাৰান্ত শব্দ ইকাৰান্ত শব্দৰ তুল্য; যেনে-- পিতৃয়ে, পিতৃক, পিতৃয়েৰে বা পিতৃৰে, পিতৃলৈ, পিতৃৰ পৰা, পিতৃৰ, পিতৃত।

+ যি বিলাক আখৰ সংজ্ঞা আৰু সৰ্ব্বনাম শব্দৰ পাচত হৈ সিহঁতৰ কাৰকবিলাক, আৰু ধাতুৰ পাচত লগ লাগি ক্ৰিয়াৰ কাল আৰু পুৰুষবোধক বেলেগকৈ লেখায়, সেই বিলাকেই বিভক্তি।

৭ সূত্ৰ। অনুস্বাৰান্ত শব্দৰ একবচনৰ সকলো বিভক্তি‌ত অনুস্বাৰত 'ঙ্গ' হয়; যেনে-- চাং, চাঙ্গে, চাঙ্গক, চাঙ্গেৰে, চাঙ্গলৈ, চাঙ্গৰ পৰা, চাঙ্গত। (বহুবচনত) চাংবিলাকে, চাংবিলাকক, চাংবিলাকেৰে ইত্যাদি।

৮। সম্বোধন অৰ্থাৎ কোনোক মতা অৰ্থ হলে সংস্কৃত শব্দৰ অন্তৰ ইকাৰ আৰু উকাৰৰ গুণ হয়, দীৰ্ঘ ঈকাৰ হ্ৰস্ব হয়, আকাৰত 'এ' আৰু ঋকাৰত 'অঃ' হয়; যেনে-- (হৰি) হে হৰে, (প্ৰভু) হে প্ৰভো, (সুন্দৰী) হে সুন্দৰি, (কন্যা) হে কন্যে, (পিতৃ) হে পিতঃ ইত্যাদি।

এই নিয়ম কেৱল গধূৰ লেখাত হে খাটে, সামান্য কথা আৰু লেখাত সম্বোধনত শব্দৰ স্বৰূপ ব্যৱহাৰ কৰা যায়; যেনে-- হে পিতা, হে পিতৃ, হে প্ৰভু, হে দেবী, ইত্যাদি।

৯ সূত্ৰ। শুদা 'ও' অন্তত থকা শব্দৰ প্ৰথমাৰ একবচনত 'ও' সদায় 'ৱ' হয়; একবচনৰ আনবিলাক বিভক্তিত ও 'ৱ' হয়, নহৈও থাকে; যেনে- (নাও) প্ৰথমাৰ 'এ' বিভক্তিত নাৱে, আনবিলাক বিভক্তিত নাওক বা নাৱক, নাওৰে বা নাৱেৰে, নাওলৈ বা নাৱলৈ, নাওৰ পৰা বা নাৱৰ পৰা, নাওত বা নাৱত। বহুবচনত নাওবিলাকে, নাওবোৰে; ইত্যাদি।

## শব্দবিলাকৰ ৰূপ।

### ব্যঞ্জনান্ত শব্দ।

| একবচন | বহুবচন। |
|---|---|
| প্ৰথমা, (কৰ্ত্তা) মানুহে | মানুহবিলাকে। |
| দ্বিতীয়া, (কৰ্ম্ম) মানুহক | মানুহবিলাকক। |
| তৃতীয়া, (কৰণ) মানুহেৰে | মানুহবিলাকেৰে। |
| চতুৰ্থী, (সম্প্ৰদান) মানুহলৈ | মানুহবিলাকলৈ। |
| পঞ্চমী, (অপাদান) মানুহৰপৰা | মানুহবিলাকৰপৰা |
| ষষ্ঠী, (সম্বন্ধ) মানুহৰ | মানুহবিলাকৰ। |
| সপ্তমী, (অধিকৰণ) মানুহত | মানুহবিলাকত। |

### অবৰ্ণান্ত শব্দ।

| একবচন। | বহুবচন। |
|---|---|
| প্ৰঃ, গাধই, লতাই | গাধবোৰে, লতাবোৰে। |
| দ্বিঃ, গাধক, লতাক | গাধবোৰক, লতাবোৰক। |
| তৃঃ গাধৰে, লতাৰে | গাধবোৰেৰে, লতাবোৰেৰে। |
| চঃ, গাধলৈ, লতালৈ | গাধবোৰলৈ, লতাবোৰলৈ। |
| পঃ, গাধৰপৰা, লতাৰপৰা | গাধবোৰৰপৰা, লতাবোৰৰপৰা |
| ষঃ, গাধৰ, লতাৰ | গাধবোৰৰ, লতাবোৰৰ। |
| সঃ, গাধত, লতাত | গাধবোৰত, লতাবোৰত। |

+ কৰ্ত্তা-কৰ্ম্ম আদি স্বৰৰ নিৰ্চিনা।

### ইকাৰান্ত শব্দ

| | |
|---|---|
| প্ৰঃ, হাবিয়ে | হাবিবিলাকে। |
| দ্বিঃ, হাবিক | হাবিবিলাকক। |
| তৃঃ, হাবিৰে, হাবিয়েৰে | হাবিবিলাকেৰে। |
| চঃ, হাবিলৈ | হাবিবিলাকলৈ। |
| পঃ, হাবিৰপৰা | হাবিবিলাকৰপৰা। |
| ষঃ, হাবিৰ | হাবিবিলাকৰপৰা। |
| সঃ, হাবিত | হাবিবিলাকত |

### উকাৰান্ত শব্দ।

| | |
|---|---|
| প্ৰঃ, ধেনুৱে | ধেনুবোৰে |
| দ্বিঃ, ধেনুক | ধেনুবোৰক |
| তৃঃ, ধেনুৰে বা ধেনুৱেৰে | ধেনুবোৰেৰে। |
| চঃ, ধেনুলৈ | ধেনুবোৰলৈ। |
| পঃ, ধেনুৰপৰা | ধেনুবোৰৰপৰা। |
| ষঃ, ধেনুৰ | ধেনুবোৰৰ। |
| সঃ, ধেনুত | ধেনুবোৰত। |

### ঐকাৰান্ত শব্দ।

| একবচন। | বহুবচন। |
|---|---|
| প্ৰঃ, খালৈয়ে | খালৈবিলাকে। |
| দ্বিঃ, খালৈকে | খালৈবিলাকক। |
| তৃঃ, খালৈয়েৰে বা খালৈৰে | খালৈবিলাকেৰে। |
| চঃ, খালৈলৈ | খালৈবিলাকলৈ। |
| পঃ, খালৈৰপৰা | খালৈবিলাকৰপৰা। |
| ষঃ, খালৈৰ | খালৈবিলাকৰ। |
| সঃ, খালৈত | খালৈবিলাকত। |

### ওকাৰান্ত শব্দ।

| | |
|---|---|
| প্ৰঃ, লোৱে | লোবিলাকে। |
| দ্বিঃ, লোক | লোবিলাকক। |
| তৃঃ, লোৰে, লোৱেৰে | লোবিলাকেৰে। |
| চঃ, লোলৈ | লোবিলাকলৈ। |
| পঃ, লোৰপৰা | লোবিলাকৰপৰা। |

ষঃ, লোৰ লোবিলাকৰ।
সঃ, লোত লোবিলাকত।

ঔকাৰান্ত শব্দ।

| একবচন। | বহুবচন। |
|---|---|
| প্ৰঃ, কপৌৱে | কপৌবিলাকে। |
| দ্বিঃ, কপৌক | কপৌবিলাকক। |
| তৃঃ, কপৌৱেৰে, কপৌৰে | কপৌবিলাকেৰে। |
| চঃ, কপৌৰপৰা | কপৌবিলাকৰপৰা। |
| পঃ, কপৌলৈ | কপৌবিলাকলৈ। |
| ষঃ, কপৌৰ | কপৌবিলাকৰ। |
| সঃ, কপৌত | কপৌবিলাকত। |

শব্দবিলাকৰ লিঙ্গৰ কথা।

সংজ্ঞা-শব্দ-বিলাকৰ তিনি লিঙ্গ আছে;- পুংলিঙ্গ, স্ত্ৰীলিঙ্গ আৰু ক্লীৱলিঙ্গ; যিবিলাক শব্দে পুৰুষক বুজায়, সেইবিলাক পুংলিঙ্গ; যেনে-- মানুহ, সিংহ, গৰু, বাঘ ইত্যাদি।

স্ত্ৰীলিঙ্গে মাইকীক বুজায়; যথা-- সিংহিনী, বাঘিনী, মুনিহ, তিৰোতা।

ক্লীৱলিঙ্গ তাক বোলে, যি স্ত্ৰীলিঙ্গ পুংলিঙ্গ বাজ, অৰ্থাৎ যাৰ জীৱ নাই; যথা-- শাস্ত্ৰ, বস্ত্ৰ, পত্ৰ, গছ, ঘৰ, মাটি ইত্যাদি।

অসমীয়া ভাষাত ক্লীৱলিঙ্গ শব্দৰ ৰূপ বেলেগ নহয়; তাৰ পুংলিঙ্গৰ দৰেই ব্যৱহাৰ হয়। সেই ভাষাত অচেতন বস্তুৰ নাম মাত্ৰকেই ক্লীৱলিঙ্গ বুলি উক্ত কৰিব লাগে। আৰু লঘুত্ব আদি ভাৱ বা গুণ বুজোৱা শব্দো ক্লীবলিঙ্গ, আৰু যিবিলাক জন্তুৰ মতা, মাইকী চিনিব নোৱাৰি, সেই বিলাকৰ নামকো ক্লীৱলিঙ্গ বুলিব লাগে; যেনে-- পৰুৱা, ফৰিং, মাছ ইত্যাদি।

কোনো এক জাতিৰ স্ত্ৰী বা পুৰুষক বিশেষকৈ ন কৈ কেৱল জাতিক মাথোন বুজাব লাগিলে পুংলিঙ্গ শব্দ ব্যৱহৃত হয়; যথা-- বাঘে মানুহ খায়, গৰুৰ গাখীৰ মানুহৰ উপকাৰী, জীৱন কচুপাতৰ পানীৰ নিচিনা। ইয়াত তিৰোতা বা মতাক বিশেষ কৈ ন কৈ জাতিক মাথোন কোৱা অৰ্থ হল, এই কাৰণ পুংলিঙ্গ-শব্দ ব্যৱহাৰ কৰা হল।

৬। কিন্তু কাউৰী, ছাগলী, বিড়লী আৰু বগলী, চিলনী, এই বিলাক স্ত্ৰীলিঙ্গ শব্দ, তথাপি জাতি বুজোৱাত প্ৰায়ে ইহঁতক ব্যৱহাৰ কৰা যায়; যেনে-- কাউৰীৰ দৰে কলা, ছাগলীৰ বৰ ভোক।

৭। স্ত্ৰীলিঙ্গ শব্দ পুংলিঙ্গতকৈ বেলেগ হয়; সংস্কৃত ভাষাৰ স্ত্ৰীলিঙ্গ শব্দ পুংলিঙ্গৰ পৰা যেনেকৈ পৃথক হয়, তাক তলত দেখোৱা গৈছে।

১ সূত্ৰ। জাতি বুজোৱা আৰু বিশেষণ শব্দৰ পিচত স্ত্ৰীলিঙ্গত 'ঈ' হয়; যথা-- (ব্ৰাহ্মণ) ব্ৰাহ্মণী, (শূদ্ৰ) শূদ্ৰী, (ব্যাঘ্ৰ) ব্যাঘ্ৰী, (ময়ুৰ) ময়ুৰী, (সিংহ) সিংহী, (নদ) নদী, (সুন্দৰ) সুন্দৰী।

২ সূত্ৰ। কোনো কোনো অকাৰান্ত শব্দৰ, বিশেষকৈ শুক্ল কৃষ্ণ আদি বৰণ বুজোৱা শব্দৰ, পাচত স্ত্ৰীলিঙ্গত 'আ' হয়; যেনে- (শিৱ) শিৱা, (ভদ্ৰ) ভদ্ৰা, (শুক্ল) শুক্লা, (কৃষ্ণ) কৃষ্ণা, (ৰক্ত) ৰক্তা, ইত্যাদি।

৩য় সূত্ৰ। "ইন" প্ৰত্যয়ান্ত শব্দৰ পাচত স্ত্ৰীলিঙ্গত 'ঈ' হয়, যেনে - (হস্তিন্) হস্তিনী, (গৃহিন্) গৃহিণী, ইত্যাদি।

৪ সূত্ৰ। ব্ৰহ্মা, ৰুদ্ৰ, শক্ৰ, মৃড়, ইন্দ্ৰ, বৰুণ ইত্যাদি শব্দৰ পিচত "আনী" হয়; যথা- (ব্ৰহ্মা) ব্ৰহ্মাণী, (ৰুদ্ৰ) ৰুদ্ৰাণী, (শক্ৰ) শক্ৰাণী, ইত্যাদি।

৫ সূত্ৰ। আচাৰ্য্য, মাতুলাদি শব্দৰ পিচত "ঈ" বা আনী হয়; যথা আচাৰ্য্যানী, আচাৰ্য্যী, মাতুলানী, মাতুলী।

৬ সূত্ৰ। যিবিলাক শব্দ স্ত্ৰীলিঙ্গত আকাৰান্ত হয়, সেই বিলাকৰ অন্তত 'অক' থাকিলে 'অক'ৰ অ 'ই' হয়: যেনে-- (নায়ক) নায়িকা, (বালক) বালিকা, (দায়ক) দায়িকা, (শিক্ষক) শিক্ষিকা, ইত্যাদি।

৭ সূত্ৰ। 'ৱন্ত' আৰু 'মন্ত' প্ৰত্যায়ান্ত শব্দবিলাকৰ স্ত্ৰীলিঙ্গত ৱন্ত আৰু মন্তৰ ঠাইত 'ৱতী' আৰু 'মতী' হয়; যেনে-- (জ্ঞানৱন্ত) জ্ঞানৱতী, (বুদ্ধিমন্ত) বুদ্ধিমতী, ইত্যাদি।

৮ সূত্ৰ। বহুব্ৰীহি সমাসৰ দ্বাৰা লগ লগা দুটা শব্দৰ পাচৰটোৱে গাৰ অঙ্গ বুজালে স্ত্ৰীলিঙ্গত সেই শব্দৰ পাচত "ঈ" বা "আ" হয়; যেনে-- (দীৰ্ঘকেশ) দীৰ্ঘকেশী, দীৰ্ঘকেশা; (মৃগনয়ন) মৃগনয়নী, মৃগনয়না।

৯ সূত্ৰ। কিছুমান অচেতন বস্তু বুজোৱা শব্দক সদায় স্ত্ৰীলিঙ্গত ব্যৱহাৰ কৰা যায়; যথা-- গঙ্গা, যমুনা, সভা, ভাষা, লতা, সৰস্বতী, কথা, শক্তি, নদী, বিদ্যা, বুদ্ধি ইত্যাদি।

কিছুমান তেনে শব্দক সদায় পুংলিঙ্গত ব্যৱহাৰ কৰা যায়; যথা- নদ, ব্ৰহ্মপুত্ৰ ইত্যাদি।

কিন্তু আন অচেতন বস্তুৰ নাম সংস্কৃতত স্ত্ৰীলিঙ্গ হলেও অসমীয়াত তাক ক্লীৱলিঙ্গ বোলা হে উচিত। আৰু স্ত্ৰীলিঙ্গ অচেতন বস্তুৰ নামৰ সলনি ব্যৱহাৰ কৰা সৰ্বনাম শব্দ স্ত্ৰীলিঙ্গ নহয়; যেনে-- বিদ্যা মানুহৰ ভূষণ, আৰু সি মানুহৰ গৌৰৱ বঢ়ায়।

### অসমীয়া ভাষাৰ লিঙ্গ।

১০ সূত্ৰ। অকাৰান্ত, আকাৰান্ত শব্দৰ পিচত স্ত্ৰীলিঙ্গত 'নী' হয়; + যথা-- কলিতা, কলিতানী; মৰিয়া, মৰিয়ানী; গৰীয়া, গৰীয়ানী; বৰিয়া, বৰিয়ানী; অসমীয়া, অসমীয়ানী; হজুৱা, হজুৱানী।

১১ সূত্ৰ। প্ৰায় ব্যঞ্জনান্ত শব্দৰ পিচত 'অনী' হয়; যথা-- কেওট, কেওটনী; বঙ্গাল, বঙ্গালনী; কুমাৰ, কুমাৰণী; নাপিত, নাপিতনী; মৰাণ, মৰাণনী; মান, মাননী; ইত্যাদি।

১২ সূত্ৰ। ইবৰ্ণান্ত শব্দৰ পিচত 'নী' বা 'য়নী' হয়, আৰু অকৈলে থকা শেষৰ ইকাৰৰ লোপ হয়; যেনে-- নাতি, নাতিনী; হাৰি, হাৰিনী; গোসাঁই, গোসাঁইনী; গোহাঁই, গোহাঁয়নী; ঘৰগিৰী, ঘৰ্গিৰিয়নী; ভাঁৰালী, ভাঁৰালিয়নী; গৰাকী, গৰাকিয়নী *। ঐকাৰ অন্তত থকা শব্দৰ পাচত 'য়নী' হয়; যেনে -- বাঁঢ়ৈ, বাঁঢ়ৈয়নী।

১৩ সূত্ৰ। উকাৰ অন্তত থকা শব্দৰ পিচত 'ৱনী' হয়। অকৈলে থকা শেষৰ 'উকাৰ'ৰ লোপ হয়; যেনে-- বন্ধু, বন্ধুৱনী; হিন্দু, হিন্দুৱনী।

১৪ সূত্ৰ। বাঘ-আদি শব্দৰ পিচত 'ন' হয়, 'নী' হলে শব্দৰ অন্তৰ আখৰত 'ই' যোগ কৰা হয়; যেনে-- বাঘ,

---

+ বিষয় বা পদবী বুজোৱা শব্দৰ পাচত নী, অনী ইত্যাদি প্ৰত্যয়ে হলে ভাৰ্য্যাক বুজায়; যেনে-- বৰুৱানী, ফুকননী। কিন্তু জাতি বা শ্ৰেণী বুজোৱা শব্দৰ পাচত সেইবিলাক প্ৰত্যয় হলে ভাৰ্য্যা আৰু সেই শ্ৰেণীৰ আন স্ত্ৰীকো বুজায়; যেনে-- বামুণী, দুমনী, বাঁধনী।

* পুংলিঙ্গ দীৰ্ঘ ঈকাৰান্ত শব্দৰ 'ঈ' হ্ৰস্ব হয়। আৰু গৰাকীৰ ঘৈণীয়েকক বুজালে 'য়নী' হয়। কিন্তু কোনো বস্তুৰ অধিকাৰিণী তিৰোতাক বুজালে স্ত্ৰী হে হয়। যেনে-- সেই তিৰোতা এই ঘৰৰ গৰাকিনী।

বাঘিনী; সিংহ, সিংহিনী; হাঁহ, হাঁহিনী; ইত্যাদি।

১৫ সূত্ৰ। মিতা শব্দৰ পিচত 'নী' হলে অন্তৰ আকাৰত ইকাৰ হয়; যেনে-- মিতা, মিতিনী।

১৬ সূত্ৰ। পুংলিঙ্গৰ হ্ৰস্ব ইকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত দীৰ্ঘ ঈকাৰান্ত হয়; যেনে-- ৰান্ধনী বামুণ, ৰান্ধনী তিৰোতা।

১৭ সূত্ৰ। কিড়াল শব্দৰ পিচত 'ঈ' হয়; 'ঈ' হলে 'ড়া'ৰ আকাৰত অকাৰ হয়, ন হৈও থাকে; যথা-- বিড়াল, বিড়লী বা বিড়ালী।

১৮ সূত্ৰ। ঘোঁৰা- আদি কিছুমান আকাৰান্ত শব্দৰ পিচত 'ঈ' হয়, আৰু শব্দৰ আদিত থকা ওকাৰত উকাৰ হয়; যেনে-- ঘোঁৰা, ঘুঁৰী; বুঢ়া, বুঢ়ী; খোৰা, খুৰী; খুৰা, খুৰী।

১৯ সূত্ৰ। শিয়ালাদি ব্যঞ্জনান্ত শব্দৰ পিচত 'অনী' বা 'ঈ' হয়; যেনে-- শিয়ালনী বা শিয়ালী, কুকুৰনী বা কুকুৰী।

২০ সূত্ৰ। কোঁচ- আদি শব্দৰ পিচত 'নী' হলে শব্দৰ প্ৰথম ওকাৰত উকাৰ হয়, আৰু অন্তৰ আখৰত 'উ' যোগ কৰা হয়; যেনে (কোঁচ) কুঁচুনী, (চোৰ) চুৰুনী, (ডোম) ডুমুনী, (ধোবা) ধুবুনী, ধোবানীও কোনোৱে বোলে।

৮। ইয়াত বাজে কোনো সূত্ৰেৰে সিদ্ধ নোহোৱা স্বভাৱতে স্ত্ৰীলিঙ্গ বুজোৱা শব্দ আছে; সেই বিলাক তলত লিখা গল।

| পুংলিঙ্গ | স্ত্ৰীলিঙ্গ | পুংলিঙ্গ | স্ত্ৰীলিঙ্গ। |
|---|---|---|---|
| বলদ বা গৰু | গাই। | মুনিহ | তিৰোতা। |
| দমৰা | কাচলী। | শহুৰ | শাহু। |
| বোপাই | আই। | ৰজা | কুঁৱৰী। |
| মোমাই | মাই। | মতা | মাইকী। |
| পো বা ভাই | বোৱাৰী। | কোঁৱৰ | কাউৰী। |
| ডেকা | ডেকেৰী। | দতাঁল, মখনা | মাখুন্দী। |
| ভাই | ভনী। | বন্দী | বেটী। |
| ছাগ বা ছাগল | ছাগলী। | গোহাঁই, গঁগে | আইচু, গাভৰু (ভাৰ্য্যা)। |
| পো | জী, জিয়াৰী। | ,, | আইদেউ (ভাগিনী)। |
| ককাই | বাই। | বাপা | আইটী। |
| লৰা | ছোৱালী। | বগ | বগলী। |
| গৃহস্থ বা পৈ | ঘৈণী। | অন্ধলা | আন্ধলী। |
| ককাই | বৌ। | নগা | নাগিনী। |
| শৰ | ভেলেঙ্গী। | | |

৯। কিছুমান শব্দৰ আগত 'মতা' আৰু 'মাইকী' শব্দৰ যোগ কৰি পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গৰ প্ৰভেদ কৰা যায়; যেনে-- মতা মৰা, মাইকী মৰা; মতা মহ, মাইকী মহ; মতা কুকুৰা, মাইকী কুকুৰা; মতা হাতী, মাইকী হাতী; ইত্যাদি।

১০। সেই ৰূপেই জীয়া জন্তু বুজোৱা শব্দত 'টো' আৰু 'জনী' এই দুই উপশব্দ দি মতা মাইকী বেলেগ কৰা যায়। যেনে-- মহটো, মহজনী; গৰুটো, গৰুজনী।

১১। যি বিলাক শব্দৰ স্ত্ৰীলিঙ্গত ৰূপ বেলেগ হয়, সেই বিলাকৰ আগতো 'মতা' 'মাইকী' আৰু 'টো' 'জনী' শব্দ দি লিঙ্গৰ প্ৰভেদ কৰা যায়; যেনে- মতা শিয়াল, মাইকী শিয়াল; শিয়ালটো, শিয়ালজনী; ইত্যাদি।

## কাৰক।

১। সৰ্ব্বনাম আৰু সংজ্ঞা-শব্দৰ প্ৰথমা-আদি সাত বিভক্তিৰ শব্দবিলাকৰ কৰ্ত্তা-আদি সাতোটা নাম হয়। সিহঁতকে **কাৰক** বোলা যায়; যেনে- কৰ্ত্তা, কৰ্ম্ম, কৰণ, সম্প্ৰদান, অপাদান, সম্বন্ধ, অধিকৰণ।

### ১। কৰ্ত্তাকাৰক।

১। যি ক্ৰিয়া কৰে, তাক কৰ্ত্তা বোলে। সেই কৰ্ত্তাত প্ৰথমা, অৰ্থাৎ প্ৰথমান্ত পদবিলাকেই কৰ্ত্তা হয়; যথা-- সূৰ্য্যে প্ৰকাশ কৰিছে, ঈশ্বৰ সৃষ্টি কৰিলে, তুমি ভোজন কৰিবা; ইত্যাদি। ইয়াত 'সূৰ্য্য' আদি 'কৰিছে' আদি ক্ৰিয়াৰ কৰ্ত্তা।

২। কৰ্ত্তা কাৰকৰ যেতিয়া সাধ্যা অৰ্থাৎ সমাপিকা ক্ৰিয়া নেথাকে, তেতিয়া তাক কেৱলীয়া বা অক্ৰিয় কৰ্ত্তা বোলা যায়; যেনে-- মই যাব লাগে, তুমি ভাত খাওঁতে সি আহিল। ইয়াত 'মই' আৰু 'তুমি' এই দুটাৰ সাধ্যা ক্ৰিয়া নাই; এতেকে সিহঁত অক্ৰিয় কৰ্ত্তা।

### ২। কৰ্ম্মকাৰক।

১। কৰ্ত্তাৰ ক্ৰিয়াই যাক ব্যাপে, অৰ্থাৎ যাৰ ওপৰত কাৰ্য্য কৰে, তাকে কৰ্ম্ম বোলে। সেই কৰ্ম্মত দ্বিতীয়া, অৰ্থাৎ দ্বিতীয়ান্ত পদবিলাকেই কৰ্ম্ম-কাৰক হয়; যথা-- মই কাম কৰোঁ, ভাত খাওঁ, কাকত লিখোঁ; ইত্যাদি। ইয়াত 'মই' কৰ্ত্তাৰ 'কৰো' প্ৰভৃতি ক্ৰিয়াৰ 'কাম' আদি ফল হল, এই নিমিত্তে সিহঁতেই কৰ্ম্ম।

২। খা আদি কিছুমান ধাতুৰ পাঁচনী ক্ৰিয়াৰ প্ৰয়োগত কৰ্ম্মপদ দুটা হয়, অৰ্থাৎ পূৰ্ব্বে সাধাৰণী ক্ৰিয়াৰ যিটো কৰ্ত্তা থাকে, কিন্তু কৰ্ম্ম হয়, যথা-- মই তাক ভাত খুৱালোঁ, তেওঁক ঘৰ দেখালোঁ।

৩। হাতে হাতে দান কৰা অৰ্থ হলে সম্প্ৰদানত কৰ্ম্মকাৰক হয়; এতেকে তাতো কৰ্ম্ম দুটা হয়; যেনে-- কৃষ্ণৰামে গোবিন্দৰামক ধন দিলে। ইয়াত "গোবিন্দৰাম" আৰু "ধন" এই দুটা কৰ্ম্মপদ। গোবিন্দলৈ ধন দিলে, এনেকৈ বুলিলে "ধন" মাথোন কৰ্ম্ম হয়, আৰু তেতিয়া ধন লোকৰ হাতত দিয়া অৰ্থ হয়।

### ৩। কৰণকাৰক।

১। যি কৰ্ত্তাৰ অধীন হৈ ক্ৰিয়া কৰে অৰ্থাৎ কৰ্ত্তাই যাৰ দ্বাৰা ক্ৰিয়া কৰে, তাক কৰণ বোলে। সেই কৰণত তৃতীয়া, অৰ্থাৎ তৃতীয়ান্ত পদবিলাকেই কৰণ হয়; যথা-- "হাতেৰে মাৰিলো" ইত্যাদি। ইয়াত হাতৰ দ্বাৰা ক্ৰিয়া কৰা অৰ্থ হল, এই কাৰণ সি কৰণ।

### ৪। সম্প্ৰদানকাৰক।

১। যাৰ উদ্দেশ্যে ক্ৰিয়া কৰা যায়, তাক সম্প্ৰদান কাৰক বোলা যায়; সেই সম্প্ৰদানত চতুৰ্থী, অৰ্থাৎ চতুৰ্থান্ত পদবোৰেই সম্প্ৰদান হয়; যথা-- ৰাম দেশলৈ গল, তুমি সূৰ্য্যলৈ চোৱাঁ, বামুণলৈ ধন দিয়া, ইত্যাদি। ইয়াত দেশাদিৰ উদ্দেশ্যে গমনাদি ক্ৰিয়া কৰা অৰ্থ হল, এই কাৰণ সিহঁত সম্প্ৰদানকাৰক।

### ৫। অপাদানকাৰক।

১। যাৰ পৰা কোনো বস্তু আন ঠাইলৈ যোৱা অৰ্থ হয়, তাক **অপাদান কাৰক** বোলো। সেই অপাদানত পঞ্চমী, অৰ্থাৎ পঞ্চমান্ত পদবিলাকেই অপাদান হয়; যথা-- গছৰ পৰা পাত সৰে, সি দেশৰ পৰা আহিল। ইয়াত গছ-আদিৰ পৰা পতনাদি ক্ৰিয়া হোৱা অৰ্থ হল, অতএব সিহঁতেই অপাদান।

২। "অৱধি" বা "অপেক্ষা" শব্দৰ যোগ হোৱা পদবিলাকো অপাদান-কাৰক; যেনে-- অদ্যাৱধি, মূৰ্খ লৰা হোৱা অপেক্ষা, ইত্যাদি।

৩। তুলনা কৰা অৰ্থত সপ্তমী বিভক্তিৰ পদৰ পাচত "কৈ" যোগ কৰিলে সেই পদৰ অপাদান-কাৰক হয়; যেনে-- ৰামতকৈ শ্যাম বলী, ধনতকৈ বিদ্যা ভাল।

### ৬। সম্বন্ধকাৰক।

১। যেতিয়া এটা শব্দে আন এটা শব্দেৰে সৈতে তাৰ সম্বন্ধ থকা, অৰ্থাৎ সি আনটোৰ অধিকাৰাদি হোৱা অৰ্থ বুজায়, তেতিয়া তাক **সম্বন্ধ** কাৰক বোলে, আৰু তাত ষষ্ঠী বিভক্তি হয়; যথা-- ৰজাৰ ঘৰ, মানুহৰ হাত, ঈশ্বৰৰ ইচ্ছা। ইয়াত 'ৰজাৰ' এই পদৰ ঘৰে সৈতে সম্বন্ধ থকা, অৰ্থাৎ ৰজা ঘৰৰ অধিকাৰ হোৱা অৰ্থ হৈছে, এই দেখি সি সম্বন্ধকাৰক।

### ৭। অধিকৰণকাৰক।

১। যি সাধাৰণৰূপে কোনো বস্তুক ধৰে, অৰ্থাৎ যাৰ ওপৰত কোনো এটা বস্তু থকা অৰ্থ হয়, তাক অধিকৰণ বোলে; সেই অধিকৰণত সপ্তমী, অৰ্থাৎ সপ্তম্যন্ত পদবিলাকেই অধিকৰণ হয়; যথা-- ঘৰত মানুহ আৰু হাবিত বাঘ আছে, কঠত বহাঁ। ইয়াত ঘৰে মানুহক ধাৰণ কৰা অৰ্থ হল, এই কাৰণ সি অধিকৰণ।

২। কদাচিত কোনো বস্তু স্বৰূপাৰ্থত কাৰো আধাৰ নোহোৱাতো তাক অধিকৰণ ৰূপে ব্যৱহাৰ কৰা যায়; যথা-- বৰষুণত তিতিলোঁ, সি ৰদত শুকাল, "মেঘত যেনে বলাকা সাজে"; ইত্যাদি। ইয়াত বৰষুণে বা ৰদে কাকো ধাৰণ নকৰে, তথাপি সিহঁত অধিকৰণ হল।

------

## সৰ্ব্বনাম-শব্দ।

১। যি শব্দক অন্য কোনো শব্দৰ সলনি ব্যৱহাৰ কৰা যায় তাক **সৰ্ব্বনাম** বোলে; যথা, "মানুহৰ জ্ঞান আছে, এই কাৰণ তেওঁ ঈশ্বৰক জানিব পাৰে।"

২। সেই সৰ্ব্বনাম চাৰিবিধ;- ব্যক্তি-বোধক-সৰ্ব্বনাম, বিশেষণ-সৰ্ব্বনাম, কাল-বোধক-সৰ্ব্বনাম, আৰু স্থান-বোধক-সৰ্ব্বনাম।

### ব্যক্তি-বোধক-সৰ্ব্বনাম।

৩। যিবিলাক শব্দ কোনো মানুহ নাইবা কোনো বস্তুৰ নামৰ সলনি ব্যৱহাৰ কৰা যায়, সেই বিলাকক **ব্যক্তি-বোধক-সৰ্ব্বনাম** বোলা যায়; যেনে-- মই, তুমি, তই, তেওঁ, সি, এওঁ, ই, যি, কোন, কোনো, কোনোবা,

আপোন, বিহ, কিহ, তেওঁ।

৪। ব্যক্তি-বোধক-সৰ্ব্বনামবিলাকৰ বচন, লিঙ্গ আৰু পুৰুষ আছে; যথা-- মই প্ৰথম, তুমি বা তই দ্বিতীয়, ইয়াত বাজে আন সৰ্ব্বনাম আৰু সংজ্ঞা-শব্দবিলাক তৃতীয় পুৰুষ। সংজ্ঞাশব্দৰ বিভক্তিবিলাকেই ইহঁতৰ বিভক্তি আৰু তদ্ৰূপেই কাৰকো হয়।

৫। দ্বিতীয় পুৰুষৰ "তুমি" তৃতীয় পুৰুষৰ "তেওঁ, এওঁ আৰু আপোন, এইবিলাক সৰ্ব্বনামে মান্য, আৰু তই, সি, ই, এই বিলাকে নীচ মানুহক বুজায়।

৬। "সি" আৰু "ই" শব্দৰ বহুবচনত "সকল" বা "বিলাক" শব্দৰ যোগ হলে সিহঁতে মান্য লোকক, আৰু "হঁত" কথাৰ যোগ হলে নীচ মানুহক বুজায়।

১ সূত্ৰ। "মই" শব্দৰ প্ৰথমাৰ বহুবচনত "আমি", দ্বিতীয়াদি বিভক্তিৰ একবচনত "মো" আৰু বহুবচনত "আমা" হয়। "তুমি" শব্দৰ প্ৰথমাৰ একবচনত বাজে সকলো বিভক্তিত "তোমা" হয়। "তোমা" শব্দৰ বহুবচনৰ সকলো বিভক্তিত "লোক" কথাৰ যোগ হয়। "তেওঁ" শব্দৰ বহুবচনত "বিলাক" বা "লোক" কথা দিয়া যায়। "তই" শব্দৰ দ্বিতীয়াদি বিভক্তিৰ একবচনত "তো" হয় আৰু বহুবচনৰ সকলো বিভক্তিত "তই"ৰ "ই" গুচি "হত" কথাৰ যোগ হয়। "যি" "সি" "ই" আৰু "কোন" শব্দৰ দ্বিতীয়াদি বিভক্তিৰ একবচনত ক্ৰমে "যা" "তা" "ইয়া" আৰু "কা" হয়। বহুবচনত "বোৰ" "বিলাক" বা "হঁত" কথাৰ যোগ হয়। "আপোন" শব্দৰ প্ৰথমাৰ একবচনত "আপুনি" বহুবচন আৰু অন্য বিভক্তিত "আপোন" হয়, বহুবচনত "সকল" "লোক" বা "বিলাক" কথাৰ যোগ হয়।

"কোনোৱা" শব্দৰ ৰূপ সকলো বিভক্তিত আকাৰান্ত সংজ্ঞা-শব্দৰ নিচিনা।

"বিহ" "কিহ" শব্দৰ বহুবচন নহয়। "কোন" "কোনো" "যিহ" "কিহ" "কেওঁ" এই বিলাকত বাজে আন সৰ্ব্বনাম-শব্দৰ একবচনত আৰু 'মই'ৰ বহুবচনতো 'এ' বিভক্তি আৰু "এৰে" বিভক্তিৰ "এ" গুচে।

২ সূত্ৰ। স্ত্ৰীলিঙ্গত "সি" আৰু "ই" সৰ্ব্বনামৰ ঠাইত "তাই" আৰু "এই" হয়। আনবিলাক সৰ্ব্বনাম সকলো দিশত সমান। "তাই" আৰু "এই" কেৱল তুচ্ছ লোকতেহে ব্যৱহাৰ কৰা হয়। এই কাৰণ সিহঁতৰ বহুবচনত "হঁত" কথাৰ মাথোন যোগ হয়।

**ব্যক্তিবোধক-সৰ্ব্বনাম-শব্দবিলাকৰ ৰূপ।**

**প্ৰথম পুৰুষ। মই শব্দ। (তিনিটা লিঙ্গত)**

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথমা, (কৰ্ত্তা) | মই | আমি।+ |
| দ্বিতীয়া, (কৰ্ম্ম) | মোক | আমাক। |
| তৃতীয়া, (কৰণ) | মোৰে | আমাৰে। |
| চতুৰ্থী, (সম্প্ৰদান) | মোলৈ | আমালৈ। |
| পঞ্চমী, (অপাদান) | মোৰপৰা | আমাৰপৰা। |

+ নগাওঁ আৰু তেজপুৰৰ মানুহে আমালোকে, আমালোকক এই দৰে লিখে, কিন্তু সেইবিলাক পদ অশুদ্ধ।

++ কৰ্ত্তা আদি ওপৰত লিখাৰ দৰে বুজিবা।

+ এই বা সেই "লোক" শব্দৰো যোগ হয়।

| | | |
|---|---|---|
| ষষ্ঠী, (সম্বন্ধ) | মোৰ | আমাৰ। |
| সপ্তমী, (অধিকৰণ) | মোত | আমাত। |

| দ্বিতীয় পুৰুষ। | তুমি শব্দ। | (তিনিও লিঙ্গত।) |
|---|---|---|
| | একবচন | বহুবচন |
| প্ৰথমা, | তুমি+ | তোমালোকে।++ |
| দ্বিতীয়া, | তোমাক | তোমালোকক। |
| তৃতীয়া, | তোমাৰে | তোমালোকেৰে। |
| চতুৰ্থী, | তোমালৈ | তোমালোকলৈ। |
| পঞ্চমী, | তোমাৰপৰা | তোমালোকৰপৰা। |
| ষষ্ঠী, | তোমাৰ | তোমালোকৰ। |
| সপ্তমী, | তোমাত | তোমালোকত। |

তই শব্দ। (তিনিও লিঙ্গত।)

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথমা, | তই | তহঁতে। |
| দ্বিতীয়া, | তোক | তহঁতক। |
| তৃতীয়া, | তোৰে | তহঁতৰে। |
| চতুৰ্থী, | তোলৈ | তহঁতলৈ। |
| পঞ্চমী, | তোৰপৰা | তহঁতৰপৰা। |
| ষষ্ঠী, | তোৰ | তহঁতৰ। |
| সপ্তমী, | তোত | তহঁতত। |

তৃতীয় পুৰুষ। তেওঁ শব্দ। (তিনিও লিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | তেওঁ | তেওঁবিলাকে। |
| দ্বিতীয়া, | তেওঁক | তেওঁবিলাকক। |
| তৃতীয়া, | তেওঁৰে | তেওঁবিলাকেৰে। |
| চতুৰ্থী, | তেওঁলৈ | তেওঁবিলাকলৈ। |
| পঞ্চমী, | তেওঁৰপৰা | তেওঁবিলাকৰপৰা। |
| ষষ্ঠী, | তেওঁৰ | তেওঁবিলাকৰ। |
| সপ্তমী, | তেওঁত | তেওঁবিলাকত। |

* তাইঁতে, তাইঁতক, তাহাঁতেৰে, তাহাঁতলৈ, তাহাঁতপা, অইঁত, অইঁতত এনেকৈও কোনোৱে বোলে।

### সি শব্দ। (পুংলিঙ্গত।)

| | একবচন | বহুবচন | | |
|---|---|---|---|---|
| প্ৰথমা, | সি | সিহঁতে,* | বা | সিবিলাকে। |
| দ্বিতীয়া, | তাক | সিহঁতক, | বা | সিবিলাকক। |
| তৃতীয়া, | তাৰে | সিহঁতেৰে, | বা | সিবিলাকেৰে। |
| চতুৰ্থী, | তালৈ | সিহঁতলৈ, | বা | সিবিলাকলৈ। |
| পঞ্চমী, | তাৰপৰা | সিহঁতৰপৰা, | বা | সিবিলাকৰপৰা। |
| ষষ্ঠী, | তাৰ | সিহঁতৰ, | বা | সিবিলাকৰ। |
| সপ্তমী, | তাত | সিহঁতত, | বা | সিবিলাকত। |

### তাই শব্দ (স্ত্ৰীলিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | তাই | তাইহঁতে। |
| দ্বিতীয়া, | তাইক | তাইহঁতক। |
| তৃতীয়া, | তাইৰে | তাইহঁতেৰে। |
| চতুৰ্থী, | তাইলৈ | তাইহঁতলৈ। |
| পঞ্চমী, | তাইৰপৰা | তাইহঁতৰপৰা। |
| ষষ্ঠী, | তাইৰ | তাইহঁতৰ। |
| সপ্তমী, | তাইত | তাইহঁতত। |

### এওঁ শব্দ। (তিনিও লিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | এওঁ | এওঁবিলাকে।+ |
| দ্বিতীয়া, | এওঁক | এওঁবিলাক। |
| তৃতীয়া, | এওঁৰে | এওঁবিলাকেৰে। |
| চতুৰ্থী, | এওঁলৈ | এওঁবিলাকলৈ। |
| পঞ্চমী, | এওঁৰপৰা | এওঁবিলাকৰপৰা। |
| ষষ্ঠী, | এওঁৰ | এওঁবিলাকৰ। |
| সপ্তমী, | এওঁত | এওঁবিলাকত। |

---

+ এইৰূপেই "বিলাকত" শব্দটো যোগ হয়।

+ এইৰূপেই "বিলাক" শব্দৰো যোগ হয়।

ই শব্দ। (পুংলিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | ই | ইহঁতে, ইবিলাকে। |
| দ্বিতীয়া, | ইয়াক | ইহঁতক।+ |
| তৃতীয়া, | ইয়াৰে | ইহঁতেৰে। |
| চতুৰ্থী, | ইয়ালৈ | ইহঁতলৈ। |
| পঞ্চমী, | ইয়াৰপৰা | ইহঁতৰপৰা। |
| ষষ্ঠী, | ইয়াৰ | ইহঁতৰ। |
| সপ্তমী, | ইয়াত | ইহঁতত। |

এই শব্দ। (স্ত্ৰীলিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | এই | এইহঁতে। |
| দ্বিতীয়া, | এইক | এইহঁতক। |
| তৃতীয়া, | এইৰে | এইহঁতেৰে। |
| চতুৰ্থী, | এইলৈ | এইহঁতলৈ। |
| পঞ্চমী, | এইৰপৰা | এইহঁতৰপৰা। |
| ষষ্ঠী, | এইৰ | এইহঁতৰ। |
| সপ্তমী, | এইত | এইহঁতত। |

যি শব্দ। (তিনিও লিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | যি | যিবিলাকে।+ |
| দ্বিতীয়া, | যাক | যিবিলাকক। |
| তৃতীয়া, | যাৰে | যিবিলাকলৈ। |
| চতুৰ্থী, | যালৈ | যিবিলাকেৰে। |
| পঞ্চমী, | যাৰপৰা | যিবিলাকৰপৰা। |
| ষষ্ঠী, | যাৰ | যিবিলাকৰ। |
| সপ্তমী, | যাত | যিবিলাকত। |

+ সকল আৰু বোৰ কথাও এইদৰে লগ লাগে।

কোন শব্দ। (তিনিও লিঙ্গত।)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | কোনে | কোনবিলাকে। |
| দ্বিতীয়া, | কাক | কোনবিলাকক। |
| তৃতীয়া, | কাৰে (বা কোনোৰে) | কোনবিলাকেৰে। |
| চতুৰ্থী, | কালৈ | কোনবিলাকেৰে। |
| পঞ্চমী, | কাৰপৰা | কোনবিলাকৰপৰা। |
| ষষ্ঠী, | কাৰ | কোনবিলাকৰ। |
| সপ্তমী, | কাত | কোনবিলাকত। |

কোনো শব্দ। (তিনিও লিঙ্গত)

| | একবচন | বহুবচন। |
|---|---|---|
| প্ৰথমা, | কোনোৱে | কোনোবিলাকে। |
| দ্বিতীয়া, | কোনোক | কোনোবিলাকক। |
| তৃতীয়া, | কোনোৰে বা কোনোৱেৰে | কোনোবিলাকেৰে। |
| চতুৰ্থী, | কোনোলৈ | কোনবিলাকলৈ। |
| পঞ্চমী, | কোনোৰপৰা | কোনোবিলাকৰপৰা |
| ষষ্ঠী, | কোনোৰ | কোনোবিলাকৰ। |
| সপ্তমী, | কোনোত | কোনোবিলাকত। |

আপোন শব্দ। (তিনিও লিঙ্গত।)

| একবচন | | বহুবচন। |
|---|---|---|
| প্ৰঃ আপুনি | আপোনাসকলে | বা বিলাকে। |
| দ্বিঃ আপোনাক | আপোনাসকলক | বা বিলাকক। |
| তৃঃ আপোনাৰে | আপোনাসকলেৰে | বা বিলাকেৰে। |
| চঃ আপোনালৈ | আপোনাসকললৈ | বা বিলাকলৈ। |
| পঃ আপোনাৰপৰা | আপোনাসকলৰপৰা | বা বিলাকৰপৰা। |
| ষঃ আপোনাৰ | আপোনাসকলৰ | বা বিলাকৰ। |
| সঃ আপোনাত | আপোনাসকলত | বা বিলাকত। |

কিহ বা যিহ শব্দ। (ক্লীবলিঙ্গত।)

| | | | |
|---|---|---|---|
| প্ৰথমা, | কিহে | যিহে। | বহুবচন নাই। |
| দ্বিতীয়া, | কিহক | যিহক। | |
| তৃতীয়া, | কিহেৰে | যিহেৰে। | |

| | | | |
|---|---|---|---|
| চতুৰ্থী, | কিহলৈ | যিহলৈ। | বহুবচন নাই। |
| পঞ্চমী, | কিহৰপৰা | যিহৰপৰা। | |
| ষষ্ঠী, | কিহৰ | যিহৰ। | |
| সপ্তমী, | কিহত | যিহত। | |

৬। "কেওঁ" শব্দক প্ৰথমাৰ একবচনত মাথোন ব্যৱহাৰ কৰা যায়। যেনে-- কেওঁৱে বা কেৱে। আন বিভক্তিত তাৰ সলনি "কোন" শব্দৰ ব্যৱহাৰ হয়।

বিশেষণ-সৰ্ব্বনাম।

১। যিবিলাক সৰ্ব্বনাম-শব্দ অকলৈ নে থাকে, কিন্তু এটা সংজ্ঞা-শব্দৰ আগত থাকি সেই শব্দে বুজোৱা বস্তুক আন বস্তুৰ পৰা বেলেগ কৰে, সেই বিলাকক বিশেষণ-সৰ্ব্বনাম বোলা যায়। সিহঁতৰ লিঙ্গ নাই আৰু আপোন এবং স্বয়ং শব্দত বাজে আন বিলাক সদায় তৃতীয় পুৰুষ। সেই দুই শব্দ যাৰ বিশেষণ হয়, তাৰ পুৰুষ লয়।

সেই বিলাক তলত লিখা গল।--

২। যি, সি, ই, কোনো, কোন, কোনোবা, কি, এই, এইয়া, সেই, সেইয়া, সৌ, সৌৱা, যেই, কেই, এনে, তেনে, যেনে, কেনে, যেনেৰা, কেনেবা, এনেকুৱা, তেনেকুৱা, যেনেকুৱা, কেনেকুৱা, ইমান, সিমান, যিমান, কিমান, অকল, স্বয়ং, আপোন, অন্য, আন, সকলো, আটাই বা এটাই, এতেক, কেতেক, তেতেক, যেতেক, কিছু, কিছুমান, কিঞ্চিৎ, কিঞ্চিৎমান।

৩। "এইয়া" "সেইয়া" "সৌ" "সৌৱা" "যেই" "কেই" "যেনেবা" "অকল" "স্বয়ং" "আপোন" এইবিলাক শব্দত বাজে আনবিলাক বিশেষণ-সৰ্ব্বনাম দুয়ো বচনত ব্যৱহাৰ কৰা যায়; যেনে, যি মানুহে, যিবিলাক মানুহে, তেনে কথা, তেনেবিলাক কথা।

৪। বিশেষণ-সৰ্ব্বনামৰ বহুবচন হলে তাৰ পাচত থকা সংজ্ঞা-শব্দ একবচনত থাকে। যেনে-- যিবিলাক মানুহে, যিবোৰ কথাৰপৰা।

৫। সি, ই, যি, কোন, কোনো, কোনোবা, আৰু সকলো এইবিলাক শব্দ অকলৈ থাকিলে ব্যক্তি-বোধক-সৰ্ব্বনাম, আৰু সংজ্ঞা-শব্দৰ আগত থাকিলে বিশেষণ-সৰ্ব্বনাম হয়। সি, ই, একবচনত থাকিলে অচেতন বস্তুত মাথোন খাটে; যেনে-- সি কাল, ই কাল, সিবিলাক মানুহ, ইবিলাক গৰু, যি কথা, কোনো বস্তু, সকলো বস্তু, ইত্যাদি।

৬। "কেই" আৰু "কিছুমান" শব্দৰ বহুবচন নহয়, তেও সিহঁতে বহুবচনৰ ভাৱ বুজায়; যেনে-- কেই ঘৰ, কেইটা, কিছুমান বস্তু। সেই দৰেই "কিছু" আৰু "কিঞ্চিৎ" শব্দৰো বহুবচন নহয়।

৭। আপোন শব্দৰ "স্বয়ং" অৰ্থত ব্যৱহাৰ হলে সি বিশেষণ-সৰ্ব্বনাম হয়, আৰু দুয়ো বচনৰ সকলো বিভক্তিত ব্যক্তিবোধক সৰ্ব্বনামৰ একবচনৰ পদৰ দৰে ৰূপ হয়; আৰু তাৰ আগত থকা সংজ্ঞা বা সৰ্ব্বনাম-শব্দে সৈতে তাৰ একে কাৰক হয়; যেনে-- মই আপুনি কৰিলোঁ, মোৰ আপোনাৰ ঘৰ (বহুবচনত যেনে) সিবিলাকে আপুনি কৰিলে, তোমালোকৰ আপোন দেশ।

৮। "কি" শব্দৰ বহুবচনত "বিলাক" বা "বোৰ" শব্দ যোগ হয়, যেনে-- কিবিলাক বা কিবোৰ।

৯। এইয়া, সেইয়া, সৌৱা, যেই, অকল, স্বয়ং, কিছু, কিছুমান, কিঞ্চিৎ, কিঞ্চিৎমান এইবিলাকত বাজে

আনবিলাক বিশেষণ-সৰ্ব্বনামৰ পাচত একবচনত উপশব্দৰ যোগ কৰা যায়; যেনে-- যিটো মানুহে, কোনটো ঘৰ; ইত্যাদি।

১০। এইয়া, সেইয়া, সৌৱা, এই কেইটা শব্দৰ পাচত সংজ্ঞা শব্দ নেথাকে।

১১। একটা বিশেষণ-সৰ্ব্বনাম দুবাৰ উক্ত হলে বহুবচনৰ অৰ্থ বুজায়; যেনে-- কোনো-কোনো মানুহে, যি-যি কথা; ইত্যাদি।

১২। এটা উপশব্দ বা সংজ্ঞা-শব্দৰ আগত থকা যেতেক, তেতেক, কেতেক আৰু এতেক শব্দৰ "ক" গুচে; যেনে- এতেটি, কেতেটি, যেতেখানি, তেতেডাল, এতে টকা, কেতে বেলি, যেতে দিন, ইত্যাদি।

১৩। কেতেক শব্দ বহুবচনত "কেত" হয়; যেনে- কেত্‌বোৰ, কেত্‌বিলাক।

## কালবোধক-সৰ্ব্বনাম।

১। যিবিলাক সৰ্ব্বনাম শব্দে সময় বুজায়, সেইবিলাকৰ নাম কালবোধক-সৰ্ব্বনাম। ইহঁতৰ সদায় ক্লীবলিঙ্গ আৰু তৃতীয় পুৰুষ। সেইবিলাক এই-- এতিয়া, তেতিয়া. যেতিয়া, কেতিয়া, তাহানি, কাহানি, অথনি, বা অথনী, ইত্যাদি।

২। এই এটাইবিলাকক দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী আৰু ষষ্ঠী বিভক্তিৰ একবচনত ব্যৱহাৰ কৰা যায়; যেনে-- এতিয়াৰে সৈতে তেতিয়াক নি ৰিজাবা; সেই দৰেই এতিয়ালৈ, এতিয়াৰপৰা, এতিয়াৰ, অথনিৰে, অথনিৰপৰা, অথনিৰ, ইত্যাদি।

৩। বিভক্তিৰে যোগ নহলে সিহঁতক ক্রিয়া-বিশেষণ বোলা যায়; যেনে-- কেতিয়া আহিলা।

## স্থানবোধক-সৰ্ব্বনাম।

১। যিবিলাক সৰ্ব্বনাম শব্দক ঠাইৰ নামৰ সলনি ব্যৱহাৰ কৰা যায়, সেইবিলাক স্থানবোধক-সৰ্ব্বনাম; যেনে--ইয়ালৈ, ইয়াৰপৰা, ইয়াৰ, ইয়াত, তালৈ, তাৰপৰা, তাৰ, তাত, তলৈ, তৰপৰা, তৰ, তত, কলৈ, কৰপৰা, কৰ, কত, যলৈ,.যৰপৰা, যৰ, যত, অলৈ, অৰপৰা, অৰ, অত, ইত্যাদি।

২। কাল আৰু স্থান বোধক সৰ্ব্বনামৰ চতুৰ্থীৰ "লৈ" বিভক্তি পাচত "কে" যোগ কৰিলে "পৰ্য্যন্ত" অৰ্থ হয়; যেনে- এতিয়ালৈকে, অৰ্থাৎ এই সময়-পৰ্য্যন্ত; তালৈকে, অৰ্থাৎ সেই ঠাই-পৰ্য্যন্ত; ইত্যাদি।

## বিশেষণ-শব্দ।

১। যিবিলাক শব্দে কোনো মানুহ বা বস্তুৰ গুণ দেখায়, অৰ্থাৎ এটাক আনৰপৰা বিশেষকৈ বুজায়, সেইবিলাকক বিশেষণ শব্দ আৰু বিশেষণ যাৰ গুণ দেখায়, তাৰ বিশেষ্য বোলা যায়। যেনে- জ্ঞানী মানুহে সকলোৰেপৰা মান পায়, অহঙ্কাৰী মানুহক কেৰে ভাল নেপায়। সিহঁতৰ বিভক্তি নাই, কেৱল লিঙ্গ আছে। আৰু বিশেষ্যৰ যি লিঙ্গ; সিহঁতৰো সেই লিঙ্গ হয়; যেনে- সুন্দৰ পুৰুষ, সুন্দৰী স্ত্রী, বগী বলদ, বগা গাই, ইত্যাদি।

২। কেতিয়াবা এটা বিশেষণ-শব্দক আন এটা বিশেষণ শব্দৰ গুণ দেখাবৰ কাৰণে ব্যৱহাৰ কৰা যায়। তেতিয়া তাক বিশেষণীয় বিশেষণ বোলে; যেনে- বৰ দীঘল জৰী; ইয়াত দীঘল শব্দে জৰীৰ আৰু বৰ শব্দে দীঘলৰ গুণ দেখুৱাইছে, এতেকে "বৰ" বিশেষণীয় বিশেষণ।

৩। অচেতন বস্তুৰ নাম বুজোৱা সংস্কৃত স্ত্রীলিঙ্গ শব্দৰ বিশেষণৰ প্ৰায়ে স্ত্রীলিঙ্গ ন হয়; যেনে- মধুৰ বাণী,

সকৰ্ম্মক ক্ৰিয়া, কঠিন ভাষা, ৰস-যুক্ত কথা। পদ্যত হলে তেনে শব্দৰ বিশেষণৰ কদাচিত স্ত্ৰীলিঙ্গ হয়; যেনে- "ৰসময়ী মাগোহে ভকতি।"

৪। কিন্তু ইন্, 'ৱত' বা 'ময়ক' ভাগান্ত বিশেষণ শব্দে তেনে কোনো বিশেষ্যৰ গুণ দেখালে প্ৰায় তাৰ স্ত্ৰীলিঙ্গ হয়। যেনে- প্ৰীতিদায়িনী বাণী, বেগৱতী নদী। ঘাইকৈ গঙ্গা, যমুনা আৰু সভা এইবিলাক শব্দৰ বিশেষণৰ সদায় স্ত্ৰলিঙ্গ হয়; যেনে- হিতৈষিণী সভা, মুক্তিদায়িনী গঙ্গা, উত্তৰবাহিনী যমুনা কিন্তু ইয়াৰ নিশ্চিত নিয়ম দিয়া টান।

৫। স্ত্ৰীলিঙ্গত অসমীয়া ভাষাৰ কোনো-কোনো বিশেষণ শব্দৰ ৰূপ লৰে, সেই বিলাকৰ কিছুমান উদাহৰণ তলত দিয়া গৈছে।

| পুং | স্ত্ৰীং | পুং | স্ত্ৰীং |
|---|---|---|---|
| মুগা | মুগী | কলা | কালৰী |
| পৰলা | পাৰলী | উজ্জলাদঁতা | উজ্জলাদাঁতী |
| ৰঙ্গা | ৰাঙ্গলী | কলা | কলী |
| বগা | বগী | আপোনপেটা | আপোনপেটী |
| কঁজলা | কাঁজলী | আঁকৰা | আঁকৰী |
| বুঢ়া | বুঢ়ী | খঁৰা-নকা | খঁৰা-নাকী |
| বুঢ়ামুৰা | বুঢ়ামুই | খঁৰা | খাঁৰী |
| টেঙ্গৰ | টেঙ্গৰী | মেনা | মেনী |
| কোঁটা | কুঁটী | ধেনা | ধেনী |
| নাক-কটা | নাক-কাটী | মেচা | মেচী |
| ভেলেঙ্গা | ভেলেঙ্গী | নাওপেটা | নাওপেটী |
| টেলেকা | টেলেকী | কুঁজা | কুঁজী |

৬। কোনো-কোনো বিশেষণ-শব্দৰ ৰূপ দুয়ো লিঙ্গত একে; যেনে-- সৰু লৰা, সৰু ছোৱালী, ডাঙ্গৰ মুনিহ, ডাঙ্গৰ তিৰোতা, বৰ পো, বৰ জী, ইত্যাদি। বিশেষ্যৰ লিঙ্গক এনেবিলাক বিশেষণবো লিঙ্গ বুলিব লাগে।

৭। হ্ৰস্ব ইকাৰান্ত বিশেষণ-শব্দবিলাকে স্ত্ৰীলিঙ্গত দীৰ্ঘ ঈকাৰান্ত হয়; যেনে-- শুৱনি লৰা, শুৱনী ছোৱালী; ইত্যাদি।

৮। আগত সংখ্যাবাচক বা বিশেষণ শব্দ থকা সংজ্ঞা-শব্দ বিশেষণ হয়; যেনে-- এঘৰ মানুহ, তিনিটা গৰু, মানুহ এঘৰ, গৰু তিনিটা, সৰহ ভাগ বস্তু, অধিকাংশ লোক।

৯। ক্লীৱলিঙ্গত বিশেষণ শব্দৰ ৰূপ পুংলিঙ্গৰ দৰে থাকে। যেনে-- সুন্দৰ কাপোৰ, ৰঙ্গা ৰদ; ইত্যাদি।

১০। এটাতকৈ গুণৰ বঢ়া বা টুটা বুজাবলৈ সংস্কৃত বিশেষণ শব্দৰ পাচত 'তৰ', আৰু অনেকৰ মাজত এটাৰ গুণৰ বঢ়া বা টুটা বুজাবলৈ "তম" হয়; যেনে- এটাতকৈ যি মন্দ, সি মন্দতৰ; অনেকতকৈ যি মন্দ, সি মন্দতম; সেই দৰেই, সুন্দৰতৰ, সুন্দৰতম; ক্ষুদ্ৰতৰ, ক্ষুদ্ৰতম; ইত্যাদি।

১১। সমান, সদৃশ, তুল্য আৰু নিচিনা এনেবিলাক শব্দৰ পাচৰ বিশেষ্য অৰ্থাৎ সংজ্ঞা-শব্দৰ লোপ হৈ সেই বিশেষণবোৰেই সুন্দৰ কাৰকৰ সম্বন্ধী পদ হয়; যেনে-- অৰ্জ্জুনৰ তুল্য নাই, ইয়াত "বীৰ" শব্দ লুকাই আছে। সেই

দৰেই, তোমাৰ সমান কোন আছে ? অৰ্থাৎ জ্ঞানী, পণ্ডিত বা ধনী, ইত্যাদি।

## ক্ৰিয়াবিশেষণ-শব্দ।

১। যিবিলাক শব্দক কোনো ক্ৰিয়াৰ, কৃদন্ত শব্দৰ নাম-ধাতুৰ বা এটা ক্ৰিয়াবিশেষণৰ গুণ দেখাবলৈ বা ক্ৰিয়াৰ কাল বা ঠাই বুজাবলৈ বা ক্ৰিয়াৰ সম্বন্ধে আন কোনো কথা প্ৰকাশ কৰিবৰ কাৰণ ব্যৱহাৰ কৰা যায়, সেই বিলাকৰ নাম ক্ৰিয়াবিশেষণ। সিহঁতৰ লিঙ্গ বা বিভক্তি নাই। ক্ৰিয়াৰ গুণ দেখোৱা ক্ৰিয়াবিশেষণ যেনে-- শীঘ্ৰে আহিবা, সোনকালে যাবা; ইয়াত 'শীঘ্ৰে' আৰু 'সোনকালে' এই দুই শব্দে 'আহিবা' আৰু 'যাবা' ক্ৰিয়াৰ গুণ দেখালে, এতেকে সিহঁত ক্ৰিয়াবিশেষণ; কৃদন্ত শব্দৰ গুণ দেখোৱা যেনে-- দঁকৈ পোতা খুঁটা; ইয়াত 'দঁকৈ' এইটো শব্দে 'পোতা' এইটো কৃদন্ত শব্দৰ গুণ দেখাইছে। ক্ৰিয়াবিশেষণৰ গুণ দেখোৱা যেনে-- অতি সোনকালে; ইয়াত "অতি" শব্দে 'সোনকালে' এইটো ক্ৰিয়াবিশেষণৰ গুণ দেখাইছে। ক্ৰিয়াৰ কাল দেখোৱা যেনে-- নিতৌ আহিবা; ইয়াত "নিতৌ" শব্দে 'আহিবা' ক্ৰিয়াৰ কাল দেখালে। ক্ৰিয়াৰ ঠাই দেখোৱা যেনে- বামে যাবা; ইয়াত 'বামে' শব্দে 'যাবা' ক্ৰিয়াৰ ঠাই দেখালে। ক্ৰিয়াৰ সম্বন্ধে আন কথা প্ৰকাশ কৰা যেনে-- লেখা নৌহয়; ইয়াত 'নৌ' শব্দে 'হয়' ক্ৰিয়াৰ সম্বন্ধে অভাৱ বুজালে। নামধাতুৰ গুণ দেখোৱা যেনে-- তাক্ ভালকৈ যাবলৈ কবা; ইয়াত "ভালকৈ" এইটো ক্ৰিয়াবিশেষণে "যাবলৈ" এইটো নাম-ধাতুৰ গুণ দেখাইছে।

২। প্ৰচলিত ক্ৰিয়া-বিশেষণবিলাক তলত লিখা গল। পুনৰ, পুনৰায়, আকৌ, ঘনে, দুনাই, বাৰম্বাৰ, দিনেও, অকস্মাৎ, হঠাৎ, গিৰিসাই, প্ৰতিক্ষণে, আগে, আগেয়ে, পাচে, বেগতে, যাৱত, যাৱতে, তাৱত, তাৱতে, পৰ্য্যন্ত, অৱধি, লগতে, সোনকালে, এথোন, অৰ্থনিকৈ, তালে, হবলা, সমানে, অতি, অতিশয়, পূৰ্ব্বে, দৰে, প্ৰকাৰে, ৰূপে, বাৰু, এৰা, অৱশ্যে, বিকল্পে, কেৱল, মাথোন, ন, নৌ, শীঘ্ৰে, ধীৰে, সদায়, প্ৰায়ে, একেবাৰে, নিত্যে, নিতৌ, অকলৈ, অকলশৰে, কেলেই, কিয়, তেনে, এনে, যেনে, কেনে, কেনেবা, যেনেবা, যেতেকে, তেতেকে, ইমান, যিমান, সিমান, কিমান, কতবা, যেনি, তেনি, কেনি, কোনিবা, ভালেতো, কদাচিত, কচিৎ, তেন্তে, বৰং, তৈসানি, যৈসানি ইত্যাদি।

৩। বিশেষণ-শব্দৰ পাচত কৈ, ভাৱে বা ৰূপে কথাৰ যোগ কৰিলে সি ক্ৰিয়াবিশেষণ হয়; যেনে-- ভালকৈ, সজৰূপে, নম্ৰভাৱে।

৪। তেনে, এনে, যেনে, কেনে, কেনেবা, ইমান, যিমান, সিমান, এই বিলাক শব্দ সংজ্ঞা-শব্দৰ আগত থাকিলে বিশেষণ-সৰ্ব্বনাম আৰু অন ঠাইত ক্ৰিয়াবিশেষণ হয়; যথা- তেনে মানুহ, "তেনে" ইয়াত বিশেষণ-সৰ্ব্বনাম; তেনে নকৰিবা, ইয়াত ক্ৰিয়াবিশেষণ।

৫। কোনো কোনো ক্ৰিয়াবিশেষণ-শব্দৰ আগত এই, সেই, কি, এইবিলাক বিশেষণ-সৰ্ব্বনাম শব্দ দিয়া যায়; যেনে-- এই দৰে, সেই প্ৰকাৰে, কিৰূপে, এই ভাৱে, সেই বিষয়ে, ইত্যাদি।

৬। পৰিমিত শব্দ এই, সেই ইত্যাদি বিশেষণ সৰ্ব্বনামৰ পাচত থাকিলে ক্ৰিয়াবিশেষণ হয়; যেনে-- তেওঁ এই পৰিমিত নাছিল। আন ঠাইত বিশেষণ; যেনে-- পৰিমিত ভোজন।

৭। "পতি" শব্দেৰে সৈতে যুক্ত হোৱা শব্দবিলাকে ক্ৰিয়াবিশেষণ হয়; যেনে-- গাইপতি, ঘৰে-পতি, ইত্যাদি।

৮। সংখ্যাবাচক শব্দৰ পাচত থকা ব্যঞ্জনান্ত সংজ্ঞা-শব্দে একাৰান্ত হৈ এটা ক্ৰিয়াবিশেষণ হয়। এক শব্দ "একে" হয়; যেনে-- একে দিনে আহিলোঁ, দু দিনে গলোঁ, তিনি কিলে বধিলোঁ।

তেনেবিলাক শব্দ বলৱন্ত কৰিব লাগিলে পাচত "হ্" দিয়া যায়; যেনে-- একে দিনেই, একে চাবেই।

-------------

## সংখ্যাবাচক শব্দ।

১। এক, দুই, তিনি, চাৰি, আৰু প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ ইত্যাদি লেখ বুজোৱা শব্দবিলাকক সংখ্যাবাচক-শব্দ বোলা যায়।

২। সংখ্যা-শব্দবিলাকে বিশেষণ-শব্দৰ দৰে সংজ্ঞা-শব্দৰ আগত থাকে। সিহঁতৰো লিঙ্গ বা বিভক্তি নাই।

৩। আদিত ব্যঞ্জন-আখৰ থকা কোনো শব্দৰ আগত "এক," "দুই," "ছয়" এই কেইটা শব্দৰ যোগ হলে সিহঁতৰ শেষৰ আখৰ গুচে। যেনে-- এবাৰ, দুবাৰ, ছবাৰ, এডাল, এটা, দুখান, দুটা। কিন্তু সিহঁতক স্বৰ-আগত-থকা শব্দৰ আগত দিলে শেষৰ আখৰ নুগুচে; যেনে-- এক আনা, দুই আনা, ছয় আনা। সংস্কৃত বা বিদেশী শব্দৰ আগত থাকিলে এক, দুই, ছয় শব্দৰ অন্তৰ আখৰ প্ৰায়ে নুগুচে; যেনে-- এক সময়, দুই কথা, ছয় মুখ; কিন্তু এবাৰ, দুবাৰ, ছভাৰ, ইয়াত "বাৰ" আৰু "ভাৰ" শব্দ সংস্কৃত, তেও "এক" আদিৰ অন্তৰ আখৰ গুচে।

৪। ট, ড, বা দ আদিত থকা শব্দৰ আগত তিনি শব্দৰ ইকাৰৰ লোপ হয়; যেনে-- তিন টকা, তিন ডাল, তিন দিন। ওকাৰৰ আগত দুইৰ উকাৰ "ও" হয়; যেনে-- দোজোকা, দোমোনা।

৫। এক, দুই, আৰু ছয় শব্দৰ পাচত 'হেজাৰ" শব্দ দিলে "এক" আদিৰ অন্তৰ আখৰ গুচে; যেনে- এ হেজাৰ, দু হেজাৰ, ছ হেজাৰ। কিন্তু "হাজাৰ" আৰু "লাখ" শব্দৰ আগত সেই আখৰ থাকে; যেনে-- এক হাজাৰ, দুই লাখ।

৬। এক, ছয় আৰু দুই শব্দৰ পাচত "আষাৰ" শব্দ "এষাৰ" হয়, আৰু দুইৰ ই গুচে; যেনে-- একেষাৰ, দু এষাৰ, ছয় এষাৰ।

৭। "টা," "টী," "জন" ইত্যাদি উপশব্দ-পাচত-থকা সংখ্যাবাচক শব্দৰ পাচত যোজক অব্যয় "ও" দিব লাগিলে তাক সেই সংখ্যাশব্দৰ আৰু উপশব্দৰ মাজত দিয়া যায়; যেনে-- তিনিওটাই, দুইওজনক, ইত্যাদি।

৮। অকলৈ থকা "দুই" আৰু "তিনি" শব্দৰ পাচত "ও" দিব লাগিলে সি দ্বিতীয়াৰ "অক" বিভক্তিৰ পাচত, আৰু আনবিলাক বিভক্তিৰ আগত থাকে; যেনে-- দুইকো, তিনিকো, দুই শব্দৰ পাচত "ও"ৰ পাচত সদায় এটা উপশব্দ দি তাৰ পাচত বিভক্তিৰ যোগ কৰা যায়; যেনে-- চাৰিওজনক , পাঁচোওটালৈ, ইত্যাদি।

## অব্যয়-শব্দ।

১। যিবিলাক শব্দৰ কোনো বিভক্তি, লিঙ্গ আৰু বচনো নাই, সদায় স্বৰূপ মাত্ৰ থাকে, আৰু যিবিলাকক বেলেগ বেলেগ ভাৱ বুজাবৰ নিমিত্তে পদ বা বাক্যৰ মাজত দিয়া যায়, সেইবিলাকক অব্যয়-শব্দ বোলে। সেই অব্যয়-শব্দ সাত বিধ, যেনে-- যোজক, পৃথক-বোধক, সন্দেহ-বোধক, ভাব-বোধক, আনুসঙ্গিক, সম্বোধনাৰ্থক আৰু প্ৰশ্নাৰ্থক।

### (১) যোজক।

২। যিবিলাক শব্দে দুটা পদ বা দুফাঁকি কথাৰ মাজত থাকি সেই দুই পদ বা কথাৰ সিটোৰে সৈতে ইটোৰ সম্বন্ধ থকা বুজায় সেইবিলাকক যোজক-অব্যয় বোলা যায়। সেইবিলাকক এ আৰু, এবং, অপৰ, অথচ, যথা, তথা,

যেনে, কাৰণ, কাৰণে, নিমিত্তে, হেতু, অতএব, কিয়নো, দেখি, তেন্তে, হেনে, এতেকে ইত্যাদি। উদাহৰণ-- তুমি আৰু তেওঁ বৰ বুধিয়ক মানুহ; এতেকে তোমালোকে এই কাম কৰিব পাৰিবা, এবং তাৰ পৰা প্ৰশংসা পাবা।

৩। কাৰণ, কাৰণে, নিমিত্তে, হেতু, দেখি, এইবিলাক অব্যয়-শব্দৰ আগত এই, সেই, কি, যি, এইবিলাক বিশেষণ-সৰ্ব্বনাম দিয়া যায়; যেনে-- এই কাৰণ, সেই নিমিত্তে, কি হেতু যি কাৰণ, ইত্যাদি। কাৰণ আৰু হেতু সংজ্ঞা-শব্দো হয়; যেনে- এই কথাৰ কাৰণ নাই, ইয়াৰ হেতু কি ?

৪। "ও" শব্দ যোজক অব্যয়; কিন্তু সি পৃথকে নেথাকি যি পদক সি আনেৰে সৈতে লগ লগায়, তাৰে সৈতে একেটা হয়; যেনে-- মইও যাম অৰ্থাৎ আন কোনো যাব, তাৰ লগত মই যাম; শুনিম আৰু দেখিমো, ইত্যাদি।

### (২) পৃথক-বোধক।

৫। যিবিলাক শব্দে দুই পদ বা দুফাঁকি কথাৰ মাজত থাকি, সেই দুইৰ অৰ্থক বেলেগ কৰে, সিহঁতক **পৃথক-বোধক অব্যয়** বোলে। সেইবিলাকক এই;-- বা, নাইবা, অথবা, কিম্বা, নতুবা, কি, কিন্তু, তদপি, তথাপি, তেও, বিশেষ, ইতি ইত্যাদি। উদাহৰণ-- সি বা মই যাম, এটা কি দুটা, পানীত পৰা মানুহে সাঁতুৰিব পাৰিলে ৰক্ষা পায় নাইবা একেবাৰেই তললৈ যায়।

### (৩) সন্দেহ-বোধক।

৬। সন্দেহ-বোধক, অৰ্থাৎ যিবিলাক শব্দে দুই পদ বা দুফাঁকি কথাৰ মাজত থাকি সেই দুইৰ অৰ্থত আশঙ্কা থকা দেখায়। সেই বিলাক এই; -- যদি, যদ্যপি, যুদিস্যাৎ ইত্যাদি। উদাহৰণ-- যদি তেওঁ আহে, তেন্তে এই কাম হব।

### (৪) ভাব-বোধক।

৭। যিবিলাক শব্দে মানুহৰ দুখ, বেজাৰ নাইবা আশ্চৰ্য্য- আদি ভাব বুজায়। সেই বিলাক এই;- হায়, হায়, আঃ, ইঃ, ঈশ্, ইচ, উঃ, উস, উস ঔ, আই, ছিঃ, ছিছি ইত্যাদি। উদাহৰণ-- হায় হায়! কালৰ কি গতি !

৮। কোনো কোনো সংজ্ঞা-শব্দকো ভাব-বোধক শব্দৰ দৰে ব্যৱহাৰ কৰা যায়; যেনে-- ৰাম ৰাম ! ই কেনে পাপী মানুহ !

### (৫) আনুসঙ্গিক।

৯। যিবিলাক অব্যয়-শব্দে আপুনি একো সম্পূৰ্ণ অৰ্থ বুজাব নোৱাৰে, কিন্তু সংজ্ঞা বা সৰ্ব্বনাম-শব্দৰ পাচত লগ লাগি বেলেগ বেলেগ অৰ্থ প্ৰকাশ কৰে; যেনে-- সৈতে, হতুৱাই, বাজে, বাহিৰে, বাবে, দৰে, দি, কাৰণ, কাৰণে, নিমিত্তে, নিচিনা, আদি, অৰ্থে, প্ৰতি, বিনে, বিনা, হে, তো, সতে, হেন, যেন, হেতু, অনুসাৰে, অনুসৰি ইত্যাদি।

১০। কাৰণ, কাৰণে, নিমিত্তে, দৰে, বাবে, হেতু, এইবিলাক শব্দ "এই," "সেই" আদি বিশেষণ-সৰ্ব্বনামৰ পাচত থাকিলে যোজক অব্যয় হয়। যেনে-- এই কাৰণ, সেই হেতু। সংজ্ঞা-শব্দ বা ব্যক্তি-বোধক সৰ্ব্বনামৰ পাচত সিহঁত আনুষঙ্গিক অব্যয়। যেনে-- মানুহৰ দৰে, তোমাৰ কাৰণ।

১১। "হে" আৰু "তো" শব্দৰ ব্যৱহাৰ এই দৰে হয়, যেনে-- কৃষ্ণ হে যাব, তুমি তো থাকিবা, "যি তো জনে ঐত হৰিনাম লৱে।"

১২। "হে" আৰু "তো" শব্দক ক্ৰিয়া শব্দৰ পাচতো দিয়া যায়; যেনে-- আছোঁ হে, যাম হে, যাম তো ইত্যাদি।

১৩। একেটা ক্ৰিয়া দুবাৰ উক্ত কৰি প্ৰথমটোৰ পাচত 'হে' দিলে সেই ক্ৰিয়া ঘনে-ঘনে কৰা অৰ্থ হয়; যেনে-- তেওঁ লেখিলে হে লেখিলে, কলে হে কলে।

১৪। 'বিনা' শব্দ ক্ৰিয়াবিশেষণৰ আগতো দিয়া যায়, আৰু তেতিয়া সি ক্ৰিয়াবিশেষণ; যেনে- বিনা শ্ৰমে।

(৬) সম্বোধনাৰ্থক।

১৫। যিবিলাক অব্যয়-শব্দক কোনোক মাতোঁতে ব্যৱহাৰ কৰা যায়। সেই বিলাক এই;-- হে, হেৰ, হেৰা, অ,; যেনে-- হে প্ৰভু, হেৰা দেও, হেৰ মানুহটো, ইত্যাদি।

(৭) প্ৰশ্নাৰ্থক।

১৬। প্ৰশ্ন শোধাত ব্যৱহৃত অব্যয়; -- নে, জানো আৰু নো প্ৰথমটো প্ৰশ্নৰ অন্তত আৰু পাচৰ দুটা মাজত দিয়া যায়; যেনে-- তুমি আহিবা নে? তেওঁ নো কি কৰিছে ? সি জানো আছে ?

গুণবোধক-শব্দ।

১৭। যিবিলাক শব্দে বস্তুৰ গুণ বা স্বভাৱ বুজায়, সেই বিলাকৰ সেই নাম; যেনে-- শুক্ৰৰ গুণ বা স্বভাৱ শুক্ৰত্ব শুক্ৰতা। সেই দৰেই মনুষ্যত্ব, ভদ্ৰতা, বলিয়ালি, ছাগলালি। সিহঁত ক্লীৱলিঙ্গ আৰু বিভক্তিৰে যুক্ত হয়; যেনে-- ভদ্ৰতাৰ সুফল।

অনুকাৰ-শব্দ।

১৮। কোনো চৰাইৰ, পহুৰ বা বাদ্য-আদিৰ মাতক নাইবা কোনো ঠাইত কোনো বস্তুৱে ঠেকা খোৱাত ওলোৱা শব্দক যেতিয়া মানুহে মুখেৰে সেইৰূপে উচ্চাৰণ কৰে, তাক অনুকাৰ-শব্দ বোলা যায়। তাৰ বিভক্তি বা লিঙ্গ নাই; যথা-- হুৰ-হুৰ, গিৰ-গিৰ, মট-মট, খট-খট, টং-টং, কা-কা ইত্যাদি।

## উপশব্দ।

১। যিবিলাক শব্দক কোনো বস্তুৰ আকৃতি বা পৰিমাণ বুজাবৰ কাৰণ এটা সংজ্ঞা-শব্দ, সংখ্যাবাচক-শব্দ বা বিশেষণসৰ্ব্বনামৰ পাচত ব্যৱহাৰ কৰা যায়, সেইবিলাক উপশব্দ। উপশব্দবিলাকৰ টী আৰু জনী এই দুটা স্ত্ৰীলিঙ্গ শব্দেৰে যুক্ত হয়। আনবিলাক পুংলিঙ্গ বা ক্লীৱলিঙ্গ শব্দেৰে লগ লাগে। আৰু সিহঁত বেলেগে নেথাকি যি শব্দেৰে সৈতে লগ লাগে, তাৰে সৈতে একে পদ হয়। সেইবিলাক এই;-- টো, টি, (স্ত্ৰী) টী, খান, খানি, গছ, গছি, ডাল, ডালি, গাল, গালি, জন, জনা, (স্ত্ৰী) জনী, পাট, পাটি ইত্যাদি।

২। এই বিলাক শব্দ সংখ্যাবাচক শব্দেৰে সৈতে যোগ হলে এক, দুই আৰু ছয় শব্দৰ শেষৰ আখৰ গুচে; যেনে-- এখান, ছগছ, ছগাল। টোৰ ঠাইত 'টা' হয়; আৰু টাৰ যোগত পাঁচ, সাত, আঠ, আৰু দহ শব্দ-ওকাৰান্ত হয়; যেনে- পাঁচোটা, সাতোটা, দহোটা। টিৰ যোগত সেইবিলাক শব্দ উকাৰান্ত হয়। যেনে-- পাঁচুটি, সাকুটি ইত্যাদি।

৩। উপশব্দ যি শব্দেৰে সৈতে লগ লাগে, সেই শব্দে কোনো এক বিশেষ বস্তুক বুজায়; যেনে-- মানুহটো, নাওখান, ধানগাল।কিন্তু সি সংখ্যাবাচক শব্দ "এক"ৰ পাচত থাকি কোনো সংজ্ঞা শব্দৰ আগত বা পাচত স্থাপিত হলে সেই শব্দৰ অৰ্থৰ নিশ্চয় নে থাকে; যেনে-- এজন মানুহ বা মানুহ এজন, এখান নাও বা নাও এখান, অৰ্থাৎ যেই সেই মানুহ বা নাও।

৪। একবচনত থকা সংজ্ঞা-শব্দৰ পাচত মাথোন উপশব্দৰ যোগ হয়; যেনে-- মানুটো, নাওখন। কিন্তু বহুত বুজোৱা সংখ্যা-শব্দেৰে সৈতেও সি লগ লাগে; যেনে- হাজাৰটা, দহখান, ইত্যাদি।

৫। উপশব্দবিলাক "এই" 'সেই' আদি বিশেষণ-সৰ্ব্বনাম শব্দেৰে সৈতে গোট খাই সংজ্ঞা-শব্দৰ আগত বা পাচত থাকে; যেনে-- এইটো মানুহ, এইখন নাও, সেইডাল জৰী, নাইবা মানুহ এইটো, নাও এই খান, ইত্যাদি।

৬। কেতিয়াবা সংজ্ঞা-শব্দ লুকাই থাকে, উপশব্দেই তাৰ ঠাই লয়; যেনে-- এইটো, এইখান, এই দুটা, ঘৰৰটো; ইয়াত মানুহ বা আন শব্দ লুকাই আছে।

৭। কেতিয়াবা বিশেষ্য লুকাই থাকে, বিশেষণেৰে সৈতেই উপশব্দৰ যোগ হয়; যেনে-- ভালটো অৰ্থাৎ ভাল মানুহ বা বস্তুটো, শোৱাটো অৰ্থাৎ শোৱা মানুহটো।

৮। উপশব্দ 'টো' কৃদন্ত ভাৱবাচক পদৰো লগ লাগে; যেনে- তেওঁৰ অহাটো নহয়।

### অনুৰূপ-শব্দ।

১। কোনো সংজ্ঞা-শব্দে বুজোৱা কোনো এটা বস্তুৰ তুল্য আন এটা বস্তু বুজাবৰ নিমিত্তে য শব্দ ব্যৱহাৰ কৰা যায়, তাক অনুৰূপ-শব্দ বোলে। সি সেই সংজ্ঞা-শব্দৰে সৈতে একে পদ হয়; যেনে-- মাছ-টাছ, ভাত টাত, ঘৰ টৰ ইত্যাদি। ইয়াত মাছ-আদি-শব্দবিলাকৰ পাচৰ শব্দবিলাকে মাছ-আদিৰ নিচিনা আন কোনো বস্তুক বুজাইছে।

২। অনুৰূপ-শব্দ কেতিয়াবা ঘাই শব্দৰ আগত থাকে; যেনে আৰ্কলি বাৰ্কলি; ইয়াত 'আৰ্কলি' অনুৰূপ শব্দ।

১। ধাতুৰ পাচত কৃৎ প্ৰত্যয় হৈ হোৱা শব্দক কৃদন্ত শব্দ বোলা যায়; যেনে কৰণ, গমন, মৰণ, কৰা, কোৱা, মৰা, ইত্যাদি। ইয়াৰ বিশেষ বিৱৰণ ধাতু প্ৰকৰণত লিখা যাব।

### উপসৰ্গ।

১। যিবিলাক কথাহি ধাতুৰপৰা হোৱা শব্দৰ আগত থাকি তাৰ অৰ্থক লৰ চৰ কৰে, সেই বিলাকক উপসৰ্গ বোলা যায়। উপসৰ্গ যি শব্দেৰে সৈতে গোট খায়, তাৰে সৈতে একেটা পদ হয়, আৰু উপসৰ্গযুক্ত শব্দবিলাক সংজ্ঞা শব্দ বা বিশেষণ-শব্দ হয়। উপসৰ্গ ২০ টা; যেনে প্ৰ, পৰা, অপ, সং, নি, অৱ, অনু, নিৰ, দুৰ, বি, অধি, সু, উৎ, পৰি, প্ৰতি, অভি, অপি, অতি, উপ, আ।

### উপসৰ্গযুক্ত শব্দ।

১। প্ৰণাম, পৰামৰ্শ, অপৰাধ, সংক্ৰান্তি, নিযুক্ত, অৱধান, অনুমান, নিৰ্ণয়, দুৰ্লভ, বিবাদ, অধিকাৰ, সুলভ, উৎপাত, পৰিষ্কাৰ, প্ৰতিজ্ঞা, অভিমান, অপিধাম, অতিসাৰ, উপকাৰ, আকাৰ, ইত্যাদি।

২। উপসৰ্গবিলাক সংস্কৃত, এতেকে সিহঁত সংস্কৃত শব্দেৰে সৈতে মাথোন লগ লাগে। কিন্তু 'নি' আৰু 'বি' অসমীয়া শব্দৰ আগতো থাকে। আৰু 'অৱ' উপসৰ্গৰ অপভ্ৰংশ 'আও' অনেক শব্দৰ লগত আছে; যেনে নিৰল, নিলগ, বিলাপ, বিজোখ, আওবাট, আওবাৰ, ইত্যাদি।

## সমাস।

১। অনেক পদ একে লগে হোৱাক **সমাস** বোলা যায়।

২। অসমীয়া ভাষাত সমাস ছয় প্ৰকাৰ; যেনে-- দ্বন্দ্ব, বহুব্ৰীহি, কৰ্ম্মধাৰয়, তৎপুৰুষ, দ্বিগু, অব্যয়ীভাৱ। এইবিলাকত বাজে 'নঞ্‌' নামেৰে এটা উপসমাস আছে।

৩। সমাস হলে সমাস হোৱা পদবিলাকৰ আগৰ পদবোৰৰ বিভক্তিৰ লোপ হৈ শেষৰটোত মাথোন বিভক্তি থাকে, আৰু সেইবিলাক পদ পৃথকে নেথাকি একে লগে লিখা হয় বা মাজত এটা একদেশ-চিহ্ন [-] দি লগ লগোৱা যায়; যথা-- মানুহৰ, গৰুৰ, মানুহ-গৰুৰ, মানুহক, গৰুক, মানুহ-গৰুক; বিশেষণ স্বৰূপ সৰ্ব্বনাম, বিশেষণ-সৰ্ব্বনাম। মানুহগৰুক, বিশেষণসৰ্ব্বনাম, এইদৰেও লিখা যায়। সেই ৰূপেই কৰ্ত্তা-কাৰক বা কৰ্ত্তাকাৰক, হাতী-দাঁত বা হাতীদাঁত, ইত্যাদি। কিন্তু দুই পদৰ সন্ধি হলে সিহঁতৰ মাজত একদেশ-চিহ্ন নেথাকে; যেনে-- নীল অম্বৰ, নীলাম্বৰ।

### ১। দ্বন্দ্ব-সমাস।

৪। বেলেগ অৰ্থ বুজোৱা দুই বা অধিক পদৰ মাজৰ বিভক্তি আৰু যোজক-অব্যয়বিলাক গুচাই সিহঁতক একে পদ কৰাক **দ্বন্দ্ব-সমাস** বোলা যায়।

৫। সেই দ্বন্দ্ব সমাস তিনি প্ৰকাৰ;-- সমাহাৰ, ইতৰেতৰ, একশেষ।

#### (১) সমাহাৰ দ্বন্দ্ব।

৬। যি সমাসৰ দ্বাৰা ওপৰত কোৱাৰ দৰে অনেক পদ একে লগ হৈ একবচনত থাকে, তাৰ নাম সমাহাৰ-দ্বন্দ্ব; যেনে (আমে আৰু কঁঠালে আৰু তামোলে আৰু নাৰিকলে) আম-কঁঠাল তামোল-নাৰিকল, (আমৰ আৰু কঁঠালৰ) আম কঁঠালৰ, ইত্যাদি।

৭। "তা" বা "ত্ব" অন্তত থকা দুই বা অধিক শব্দে সমাহাৰ দ্বন্দ্ব-সমাসৰ দ্বাৰা লগ লাগিলে প্ৰথম পদৰ "তা" বা "ত্ব" গুচি শেষৰ পদত মাথোন থাকে; যেনে-- লঘুতা আৰু গুৰুতা, লঘু-গুৰুতা; শীততা আৰু গ্ৰীষ্মতা, শীত-গ্ৰীষ্মতা; ইত্যাদি।

৮। সেই দৰেই নামধাতুৰ দুই বা অধিক পদৰ সমাহাৰ-দ্বন্দ্ব সমাস হয়; যেনে-- (খাবলৈ আৰু লবলৈ) খাব-লবলৈ, (খাবৰ আৰু পিন্ধিবৰ) খাব-পিন্ধিবৰ; ইত্যাদি।

#### (২) ইতৰেতৰ-দ্বন্দ্ব।

৯। যি সমাসৰ দ্বাৰা ওপৰত কোৱাৰ দৰে অনেক পদ একেটা হৈ তাৰ বহুবচন হয়, তাক **ইতৰেতৰ-দ্বন্দ্ব** বোলা যায়; যেনে-- (আমৰ আৰু কঁঠালৰ আৰু লেটেকুৰ আৰু পনীয়ালৰ) আম-কঁঠাল-লেটেকু-পনীয়ালবিলাকৰ, (হাঁহে আৰু পাৰই) হাঁহ-পাৰইবিলাকে, ইত্যাদি।

#### (৩) একশেষ-দ্বন্দ্ব।

১০। যি সমাসত প্ৰথম বহুবচন হৈ শেষৰ পদবিলাকৰ লোপ হয়, তাক **একশেষ-দ্বন্দ্ব** বোলা যায়; যথা-- হলিৰামৰ আৰু কৃষ্ণৰামৰ আৰু বলৰামৰ ঘৰ, এই ঠাইত হলিৰামহঁতৰ ঘৰ; বাই আৰু তেওঁৰ লগৰ মানুহ, বাইহঁত। সেই দৰেই মই, তুমি আৰু তেওঁ, আমি; ইত্যাদি।

### ২। বহুব্ৰীহি।

১১। যি দুই পদৰ সমাস হয়, সিহঁতে নিজ অৰ্থক নকৈ অন্য বস্তুক বুজালে তাক বহুব্ৰীহি সমাস বোলে;

যথা-- নীল (কলা) অম্বৰ (কাপোৰ) যাৰ, সি নীলাম্বৰ। সেই দৰেই চন্দ্ৰশেখৰ, শূলপাণি। ইয়াত শূল শব্দে যঠীক, পাণি হাতক বুজায়, সেই দুই পদৰ সমাস হৈ সিইঁতক নকৈ, শূল যাৰ হাতত আছে, তেওঁক বুজালে। ইন্দ্ৰ আদি (প্ৰধান) যিবিলাকৰ, সেইবিলাক ইন্দ্ৰাদি, অৰ্থাৎ দেৱতাসকল; অকাৰ অন্তত আছে যাৰ, সি অকাৰান্ত। সেই দৰেই আকাৰান্ত, ইকাৰান্ত। আপুনি ভাল যি, সি আপোনভাল।

১২। বহুব্ৰীহি সমাসৰ পদৰ 'আ' আৰু 'উৰ' ঠাইত 'অ' 'উ' হয়; যথা- ক্ষুদ্ৰ কায়া যাৰ, সি ক্ষুদ্ৰকায়; কৰিলে বিদ্যাক যি, সি কৃতবিদ্য। সেই দৰেই সুন্দৰ গুণ যাৰ, সি সুন্দৰতম, ইত্যাদি।

১৩। ধৰ্ম্ম শব্দ সেই সমাসৰ শেষ পদ হলে সি আকাৰান্ত হয়, যথা-- বিগত হৈছে ধৰ্ম্ম-যাৰ, সি বিধৰ্ম্মা বা বিগত-ধৰ্ম্মা।

১৪। বহুব্ৰীহি সমাসৰ পাচৰ পদ যদি ব্যঞ্জনান্ত বা ঋকাৰান্ত হয়, তেন্তে তাৰ পাচত 'ক' যোগ কৰা যায়; যেনে- প্ৰাপ্ত হৈছে বয়সক যি, সি প্ৰাপ্তবয়স্ক; অধিক বয়স যাৰ, সি অধিক-বয়স্ক; নদী মাতৃ যাৰ, সি নদীমাতৃক; সেই দৰেই দেৱ মাতৃক ইত্যাদি।

১৫। প্ৰথমান্ত পদ এটা এই সমাসৰ দ্বাৰা সকৰ্ম্মক ধাতুৰ কৃদন্ত ভাৱবাচক পদ এটাৰ আগত স্থাপিত হলে সেই প্ৰথমান্ত পদৰ 'এ' বিভক্তি নুগুচে; যেনে-- মহে খোচে যাক, সি মহেখোচা; গৰুৱে খায় যাক, সি গৰুৱে-খোৱা; সেই দৰেই, পানীয়ে মৰা; ইত্যাদি। কিন্তু অকৰ্ম্মক ধাতুৰ ভাৱবাচক পদেৰে সৈতে প্ৰথমান্ত পদৰ এইৰূপে সমাস হলে প্ৰথমান্ত পদৰ 'এ' গুচে; যেনে-- মানুহ যত থাকে, সি মানুহ থকা; পাত সৰিছে যাৰ, সি পাত-সৰা; সেই দৰেই, মাক মৰা, চকু নথকা, ইত্যাদি।

১৬। এটা সংজ্ঞা শব্দ আৰু এটা বিশেষণৰ বহুব্ৰীহি সমাস হলে বিশেষণ পদটো সংজ্ঞা শব্দৰ পাচলৈ যায়; যেনে-- ডাঠ মন যাৰ, সি মন ডাঠ; পাতল বুকু যাৰ, সি বুকু পাতল; বহল পাত যাৰ, সি পাত-বহল। সেই দৰেই, মাজ খাল, হাত দীঘল, ইত্যাদি।

১৭। বহুব্ৰীহি সমাসৰ দুটা পদৰ এটাই গাৰ অঙ্গ বুজালে সেইটো পদ প্ৰায়ে সিটোৰ পাচত থাকে, আৰু তাৰ পাচত 'আ' দিয়া যায়; আৰু অন্তৰ স্বৰৰ আগত থকা 'আ' অ আৰু 'ও' উ হয়; মুখ শব্দৰ 'খ' গুচে; যেনে-- উজলা দাঁত যাৰ, সি উজলা দঁতা; খঁৰা নাক যাৰ, সি খঁৰানকা; এক আঠুৰ সমান যি, সি একাঁঠুৱা; বৰ পেট যাৰ, সি বৰ-পেটা; আপোনাৰ পেটলৈ চিন্তে যি, সি আপোনপেটা; বঙ্গা চকু যাৰ, সি ৰঙ্গাচকুৱা; বৰ কাণ যাৰ, সি বৰ কণা, বেঙ্গীমূৰা। কিন্তু অঙ্গ বুজোৱা হাত, পিঠি, চুলি, নখ, ভৰি, ঠেং ইত্যাদি শব্দৰ পাচত 'ঈয়া' হয়, যেনে-- দীঘল হাত যাৰ, সি দীঘল হতীয়া; বঙ্গা চুলি যাৰ, সি ৰঙ্গাচুলীয়া; পাঁচোটা নখ যাৰ, সি পাঁচ নখীয়া; ছয় অঙ্গুলী যাৰ, সি ছয়াঙ্গুলীয়া; দীঘল ঠেং যাৰ, সি দীঘল ঠেঙ্গীয়া; ইত্যাদি। এই সমাসৰ শেষ পদে হাত আদি গাৰ অঙ্গত বাজে আন বস্তু বুজালে তাৰ পাচত 'ঈয়' হয়; যেনে-- বঠাৰ নিচিনা পাত যাৰ, সি বঠা পতীয়া; হাতীৰ শুঁড়ৰ নিচিনা যি, সি হাতী শুঁড়ীয়া; লাৰ বেলৰ নিচিনা যি, সি লাবুলিয়া; ইত্যাদি।

৬। কৰ্ম্মধাৰয় সমাস।

১৮। এই সমাসৰ দ্বাৰা বিশেষ্য আৰু বিশেষণৰ দৰে অগাপিচা হৈ থকা দুটা সংজ্ঞা-শব্দ লগ লাগে, আৰু সেই দুটাৰ মাজত এটা একদেশ চিহ্ন থাকে; যেনে-- ৰংপুৰ নগৰ, ৰংপুৰ নগৰ; ইয়াত "ৰংপুৰ" শব্দ "নগৰ"ৰ

* সংস্কৃত কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা বিশেষণ আৰু বিশেষ্য একে পদ হয়। কিন্তু অসমীয়াত বিশেষ্যৰপৰা বিশেষণ বেলেগে থাকে। যেনে- নীল পদ্ম, ডাঙ্গৰ হাতীৰ

বিশেষণৰ নিচিনা আছিল, দুইও লগ লাগি একে পদ হল। সেই দৰেই সংজ্ঞা শব্দ, সংজ্ঞা-শব্দ; ইত্যাদি।+

১৯। উপাধি বুজোৱা শব্দ এই সমাসৰ দ্বাৰা মানুহৰ নামৰ লগ লাগে; কিন্তু তেতিয়া সেই শব্দ আৰু নামৰ মাজত একদেশ-চিহ্ন দিয়া নে যায়; যেনে-- শিৱৰাম বৰুৱাৰ ঘৰ, ৰাজা শিৱনাথ সিংহ; ইত্যাদি।

২০। যি বস্তুক আন কোনো বস্তুৰ সৈতে তুলনা কৰা যায়, সেই দুটা বস্তু বুজোৱা দুই পদৰ কৰ্ম্মধাৰয় সমাস হয়। সমাস হলে সেই দুই পদৰ মাজত বা অন্তত থকা আন কথাৰ লোপ হয়। (মাজৰ পদৰ লোপ হোৱা কৰ্ম্মধাৰয়) যেনে-- চন্দ্ৰৰ তুল্য বদন, চন্দ্ৰ-বদন; অগ্নিৰ তুল্য বাণ, অগ্নি-বাণ; ইত্যাদি। (অন্ত-পদৰ লোপ হোৱা) যথা-- মুখ চন্দ্ৰৰ তুল্য, মুখ-চন্দ্ৰ; বাক্য-অমৃতৰ-তুল্য, বাক্যামৃত; বেজীৰ তুল্য মুখ বেজী-মুখ; ঢোলৰ নিচিনা পেট, ঢোল-পেট; সেই দৰেই নাও-পেট ইত্যাদি।

২১। কৰ্ম্মধাৰয়-সমাস হলে, অন্তত থকা ৰাজা শব্দৰ শেষ আকাৰ বিকল্পে গুচে; যথা-- মহাৰাজা বা মহাৰাজ।

৪। তৎপুৰুষ।

২২। যি সমাসৰ প্ৰথম পদ দ্বিতীয়াদি বিভক্তিযুক্ত থাকে, তাক **তৎপুৰুষ-সমাস** বোলে।

২৩। সেই সমাস দ্বিতীয়া, তৃতীয়া, পঞ্চমী, ষষ্ঠী, আৰু সপ্তমী তৎপুৰুষ নামেৰে পাঁচ প্ৰকাৰ। চতুৰ্থী তৎপুৰুষ অসমীয়াত নাই।

(১) দ্বিতীয়া তৎপুৰুষ।

২৪। সমাস হোৱা দুই পদৰ আগৰটো দ্বিতীয়ান্ত হলে, তাক **দ্বিতীয়া-তৎপুৰুষ** বোলে; যথা- বেদক অধ্যায়ী অধ্যয়ন কৰ্ত্তা( ), বেদাধ্যায়ী; সুখক প্ৰাপ্ত, সুখ প্ৰাপ্ত; সেইৰূপেই দুঃখাপন্ন; পশুক মৰা, পশু মৰা; পুথিক লেখা, পুথি-লেখা; দুখক পোৱা, দুখ পোৱা; ইত্যাদি।

(২) তৃতীয়া তৎপুৰুষ।

২৫। প্ৰথম পদ তৃতীয়ান্ত হলে, তাক **তৃতীয়া-তৎপুৰুষ** বোলা যায়; যেনে-- সুবৰ্ণেৰে নিৰ্ম্মিত, সুবৰ্ণনিৰ্ম্মিত; শীতেৰে আৰ্ত্ত, শীতাৰ্ত্ত; ধনেৰে ক্ৰীত, ধনক্ৰীত; অশ্বেৰে আগত, অশ্বাগত; হাতেৰে সজা, হাতে-সজা; হাতেৰে বোৱা, হাতে-বোৱা, আপোন কাণেৰে শুনা, আপোন-কাণে-শুনা; ইত্যাদি।

(৩) পঞ্চমী- তৎপুৰুষ।

২৬। প্ৰথম পদ পঞ্চম্যন্ত হলে, **পঞ্চমী-তৎপুৰুষ** বোলা যায়; যথা-- বৃক্ষৰপৰা পতিত, বৃক্ষপতিত; গৃহৰপৰা আগত, গৃহাগত; গছৰপৰা সৰা, গছসৰা।

(৪) ষষ্ঠী-তৎপুৰুষ।

২৭। যি সমাসত আগৰ পদ ষষ্ঠ্যন্ত হয়, তাৰ নাম **ষষ্ঠীতৎ-পুৰুষ**; যথা- *হস্তীৰ দন্ত, হস্তিদন্ত; মনুষ্যৰ আলয়, মনুষ্যালয়; সেই দৰেই গছৰ তল, গছ-তল; হাতীৰ দাঁত, হাতী-দাঁত; ইত্যাদি। খাগৰিৰ পোলা, খাগৰি পোলা; মহৰ জাক, মহ-জাক; খৰিৰ বোজা, খৰি-বোজা; গছৰ জোপা, গছ-জোপা; পাণৰ খিলা, পাণখিলা; এটকাৰ

---

* সংস্কৃতত হস্তিন; দন্তঃ একে বাক্যৰ সমাস হৈ মাজৰ বিভক্তি গুচি হস্তিদন্ত হয়; অসমীয়া হস্তীৰ দন্ত এইদৰে বোলা যায়, এতেকে সমাসৰ মাজৰ 'ৰ' গুচি হস্তিদন্ত হোৱা উচিত; কিন্তু হস্তিদন্ত, দান্তিগণ, কবিশবক এনেবিলাক সিদ্ধপদৰ অৰ্থৰ লৰচৰ নহয়।

+ উভয় পদ সংখ্যাবাচক হলে তেতিয়া তাক কৰ্ম্মধাৰয় সমাস বোলা যায়। যেনে-সপ্তদশ, অষ্টাদশ, ইত্যাদি।

মান (পৰিমাণ), এটকা-মান; সেই দৰেই দুসাজ-মান; আপোনাৰ ঘৰ, আপোন-ঘৰ; ইত্যাদি।

২৮। সংজ্ঞা-শব্দ বা সৰ্ব্বনামৰ সম্বন্ধ-কাৰকৰ পাচত থকা বিশেষণ-শব্দ এই সমাসৰ দ্বাৰা আগৰ পদৰ লগ লাগি এটা বিশেষণ হয়; যেনে-- পুত্ৰৰ তুল্য, পুত্ৰতুল্য; দেৱৰ সদৃশ, দেৱসদৃশ; ইত্যাদি।

(৫) সপ্তমী-তৎপুৰুষ।

২৯। প্ৰথম পদটো সপ্তম্যন্ত হলে **সপ্তমী-তৎপুৰুষ** হয়; যথা- কাশীত স্থিত, কাশীস্থিত; ধৰ্ম্মত ৰত, ধৰ্ম্মৰত। সেইদৰেই গছত পকা, গছ পকা; তলত সৰা, তল-সৰা; কাণত বাগৰা, কান-বাগৰা; ইত্যাদি।

৫। দ্বিগু।

৩০। যি সমাসৰ প্ৰথম শব্দটো সংখ্যাবাচক, তাৰ নাম **দ্বিগু**; যেনে-- ত্ৰিলোচন, ত্ৰিনয়ন, চতুৰ্ভুজ, পঞ্চমুখ, ইত্যাদি। সংস্কৃত শব্দৰ মাথোন এই সমাস হয়। (ক)

৬। অব্যয়ীভাব সমাস।

৩১। এটা অব্যয়-শব্দেৰে সৈতে সংজ্ঞা-শব্দৰ যি সমাস হয়, তাক **অব্যয়ীভাব** বোলা যায়। সংস্কৃত শব্দৰ মাথোন এই সমাস হয়।

৩২। অব্যয়ীভাৱ সমাসত পিচৰ অব্যয় শব্দ আগলৈ যায় আৰু 'সহ' এবং 'সদৃশ' শব্দৰ ঠাইত 'স' হয়; যথা - স্থানৰ বাহিঃ (বাহিৰে), বহিঃস্থান; বনৰ উপ (সমীপ), উপবন; তৃণেৰে সৈতে, সতৃণ; বংশেৰে সৈতে, সবংশ; ৰূপৰ অনু, (সদৃশ), অনুৰূপ; অক্ষৰ প্ৰতি (সমুখ), প্ৰত্যক্ষ; কৃষ্ণত বিনা, বিনাকৃষ্ণ; জানু-আ (পৰ্য্যন্ত), আজানু; জীৱন যাবৎ (পৰ্য্যন্ত), যাবজ্জীৱন; প্ৰতিদিন, অনুক্ষণ, প্ৰতিপদ ইত্যাদি।

৭। নঞ্ সমাস।

৩৩। নিষেধ বুজোৱা ন-ৰে হোৱা সমাসক **নঞ্ সমাস** বোলে। এই সমাস হলে ব্যঞ্জনাদি পৰপদৰ আগত 'ন'ৰ ঠাইত 'অ' হয়; যথা - ন সমাস, অসমাস, ন ব্ৰাহ্মণ, অব্ৰাহ্মণ; ন কাল, অকাল; সেই দৰেই ন মানুহ, অমানুহ; ন ঘিণ, অঘিণ; ন ভাল, অভাল; ইত্যাদি। পৰপদৰ আদিত স্বৰ থাকিলে ন 'অন্' হয়; যেনে- ন ঈশ্বৰ, অনীশ্বৰ; ন ইচ্ছা, অনিচ্ছা।

৩৪। অসমীয়া শব্দেৰে সৈতে 'ন' লগ লাগিলে তাৰ ঠাইত প্ৰায়ে 'অ' 'আ' আৰু কেতিয়াবা 'এ' হয়; যেনে- ন কাজী, অকাজী, একাজী বা আকাজী; ন বতৰ, আবতৰ বা অবতৰ; ন শলাগ, আশলাগ বা অশলাগ। কদাচিৎ 'অ' হয়; যেনে- ন দণ্ড, উদণ্ড; ইত্যাদি।

---

## তদ্ধিত।

শব্দৰ পাচত কোনো কোনো আখৰৰ যোগ কৰি এটা সংজ্ঞা-শব্দৰপৰা আন এটা সংজ্ঞা-শব্দ, বিশেষণ বা ক্ৰিয়াবিশেষণ; বিশেষণ বা সংখ্যাবাচক শব্দৰপৰা গুণবাচক শব্দ; আৰু সৰ্ব্বনামৰ পৰা ব্যাকৰণৰ যি ভাগত থাকে, সেই ভাগৰ নাম 'তদ্ধিত' আৰু সেইৰূপে যোগ কৰা আখৰবিলাকক "তদ্ধিত প্ৰত্যয়" বোলা যায়।

সংস্কৃত-প্ৰত্যয়।

১ সূত্ৰ। পুত্ৰ বুজাবৰ নিমিত্তে বিশেষ সংজ্ঞাৰ পাচত 'আয়ন' আৰু 'এয়' প্ৰত্যয় হৈ **সংজ্ঞা-শব্দ** হয়। সেই দুই প্ৰত্যয় হলে শব্দৰ আদি স্বৰৰ বৃদ্ধি হয়; যথা-- দক্ষৰ পুত্ৰ, দাক্ষায়ণ; গঙ্গাৰ পুত্ৰ, গাঙ্গেয়। স্ত্ৰীলিঙ্গত দাক্ষায়ণী, গাঙ্গেয়ী ইত্যাদি।

২ সূত্ৰ। সম্বন্ধ আৰু পুত্ৰ বুজাবৰ নিমিত্তে সংজ্ঞা-শব্দৰ পিচত ‘অ’ হৈ সংজ্ঞা-শব্দ হয়। সেই প্ৰত্যয় হলে শব্দৰ অন্তৰ ‘অ’ বা ‘ই’ৰ লোপ হয়, উবৰ্ণৰ ঠাইত ‘অব্’ হয় আৰু পূৰ্ব্ব স্বৰৰ বৃদ্ধি হয়; যথা- শক্তিৰ এওঁ (ভক্ত), শাক্ত; বিষ্ণুৰ এওঁ, (ভক্ত), বৈষ্ণৱ; শিৱৰ এওঁ (ভক্ত), শৈৱ; যদুৰ সন্তান, যাদৱ; ইত্যাদি।

৩ সূত্ৰ। স্বভাৱ বা গুণ বুজাবৰ কাৰণ সংজ্ঞা-শব্দ, বিশেষণ আৰু সংখ্যাবাচক শব্দৰ পিচত ‘তা’ বা ‘ত্ব’ হয়; যথা-- মনুষ্যৰ স্বভাৱ, মনুষ্যতা বা মনুষ্যত্ব; সাধুৰ স্বভাৱ, সাধুতা; বিচিত্ৰৰ স্বভাৱ, বিচিত্ৰতা; লঘুৰ গুণ, লঘুতা; প্ৰভুৰ ভাৱ, প্ৰভুত্ব; ভব্যক; সেই দৰেই (পঞ্চ) পঞ্চম; ইত্যাদি।

৪ সূত্ৰ। স্বভাৱ বা গুণ বুজাবৰ কাৰণ সংজ্ঞা-শব্দৰ পাচত “অ” ও হয়, আৰু সেই প্ৰত্যয় হলে শব্দৰ অন্তৰ অবৰ্ণ আৰু ইবৰ্ণৰ লোপ হয়, উবৰ্ণৰ ঠাইত ‘অৱ’ আৰু আগৰ স্বৰৰ বৃদ্ধি হয়; যেনে-- পুৰুষৰ স্বভাৱ বা গুণ, পৌৰুষ; গুৰুৰ স্বভাৱ বা গুণ, গৌৰৱ; ইত্যাদি।

৫ সূত্ৰ। গুণাৰ্থত বিশেষণ শব্দৰ পিচত ‘য’ হয়; আৰু আগৰ স্বৰৰ বৃদ্ধি হয়; যেনে- প্ৰচুৰস্ব গুণ প্ৰাচুৰ্য্য; দৃঢ়ৰ গুণ, দাৰ্ঢ্য; ইত্যাদি।

৬ সূত্ৰ। সদৃশাৰ্থত সংজ্ঞা-শব্দৰ পিচত ‘ৱৎ’ প্ৰত্যয় হৈ বিশেষণ শব্দ হয়; যথা-- গোৰ সদৃশ, গোৱৎ; পশুৰ সদৃশ, পশুৱৎ; ইত্যাদি।

৭ সূত্ৰ। (১) কোনো বস্তু বা গুণ থকা অৰ্থ বুজাবলৈ অবৰ্ণান্ত আৰু ব্যঞ্জনান্ত সংজ্ঞা-শব্দৰ পিচত পুংলিঙ্গত ‘ৱান’ বা ‘ৱন্ত’, ইবৰ্ণ অন্তত থকা শব্দৰ পিচত ‘মান’ বা ‘মন্ত’ প্ৰত্যয় হৈ বিশেষণ শব্দ হয়; যথা-- জ্ঞান আছে যাৰ, সি জ্ঞানৱান বা জ্ঞানৱন্ত; বিদ্যা আছে যাৰ, সি বিদ্যাৱন্ত। সেই দৰেই যশস্যা আছে যাৰ, সি যশস্মান বা যশস্মন্ত; শ্ৰীমান বা শ্ৰীমন্ত; ইত্যাদি।

(২) স্ত্ৰীলিঙ্গত সেই ৱন্ত আৰু মন্তৰ ঠাইত ৱতী, মতী, হয়; যথা- জ্ঞানৱতী, শ্ৰীমতী, বুদ্ধিমতী, গুণৱতী।

৮ সূত্ৰ। অবৰ্ণান্ত সংজ্ঞা-শব্দৰ পিচত পুংলিঙ্গত বিকল্পে ৱান বা ৱন্ত প্ৰত্যয়ক বাধা কৰি ‘ঈ’ প্ৰত্যয় হয়; যেনে- যাৰ বল আছে, সি বলী; জ্ঞানী, সুখী; বিকল্পে জ্ঞানৱন্ত বা জ্ঞানৱান, সুখ-ৱন্ত বা সুখৱান। স্ত্ৰীলিঙ্গত জ্ঞানিনী বা জ্ঞানৱতী।

৯ সূত্ৰ। যুক্তাৰ্থত নিদ্ৰা, দয়া, কৃপা, শ্ৰদ্ধা, ইত্যাদি সংজ্ঞা-শব্দৰ পিচত ‘আলু’ হৈ বিশেষণ-শব্দ হয়, তিনিও লিঙ্গত; যথা নিদ্ৰাযুক্ত যি, সি নিদ্ৰালু, শ্ৰদ্ধালু ইত্যাদি।

১০ সূত্ৰ। পূৰ কৰা অৰ্থ বুজাবলৈ দ্বি, ত্ৰি শব্দৰ পিচত তীয়, চতুৰ আৰু যয্ শব্দৰ পিচত থ প্ৰত্যয় হয়, এবং ত্ৰিৰ ঠাইত তৃ হয়; যেনে- যি সংখ্যা যিটোৱে পূৰ কৰে, সি দ্বিতীয়। সেই দৰেই তৃতীয়, চতুৰ্থ, ষষ্ঠ। (ষত্ব-বিধি চোৱাঁ)।

১১ সূত্ৰ। সেই অৰ্থত পঞ্চ-আদি দশ পৰ্য্যন্ত (ষষ্ঠক এৰি) সংখ্যা-শব্দৰ পিচত ম হয়; যথা-- পঞ্চ সংখ্যা পূৰ কৰা যি, সি পঞ্চম। সেই দৰেই সপ্তম, অষ্টম, নৱম, দশম। (স্ত্ৰী) সপ্তমী, অষ্টমী ইত্যাদি।

১২ সূত্ৰ। প্ৰকাৰাৰ্থত সংখ্যা-শব্দৰ পিচত ধা, আৰু সৰ্ব্ব, অন্য, যদ্, তদ্ শব্দৰ পিচত ‘থা’ হৈ বিশেষণ বা ক্ৰিয়াবিশেষণ হয়; যথা- এক প্ৰকাৰ, একধা; দুই প্ৰকাৰ দ্বিধা; বহু প্ৰকাৰ, বহুধা; সৰ্ব্ব প্ৰকাৰ, সৰ্ব্বথা; অন্য প্ৰকাৰ, অন্যথা; যদ্ আৰু তদ্ শব্দৰ দ গুচে; যেনে-- যথা, তথা।

১৩ সূত্ৰ। সপ্তমী অৰ্থাৎ অধিকৰণৰ অৰ্থত সংজ্ঞা আৰু সংখ্যাবাচক শব্দৰ পাচত ‘ত’ হয়; যেনে-- (প্ৰথমত্) প্ৰথমতঃ, (ধৰ্ম্মত্) ধৰ্ম্মতঃ। এনেবিলাক পদ ক্ৰিয়াবিশেষণ।

১৪ সূত্ৰ। কৃদন্ত বা সংজ্ঞা শব্দে স্বাৰ্থ, অৰ্থাৎ আপোনাৰ নিজ অৰ্থ বুজাই থাকোঁতে তাৰ পাচত ক হৈ সংজ্ঞা-শব্দ হয়; যেনে-- (অপুত্ৰ) অপুত্ৰক, (মৃত) মৃতক, (দত্ত) দত্তক, ইত্যাদি।

১৫ সূত্ৰ। সংজ্ঞা-শব্দৰ পিচত অধিক আৰু স্বৰূপাৰ্থত ময় হৈ বিশেষণ শব্দ হয়; যথা- জল অধিক যত, সি জলময়; বনময়; ব্ৰহ্মস্বৰূপ, ব্ৰহ্মময়; স্ত্ৰীলিঙ্গত ব্ৰহ্মময়ী; সেই দৰেই পানীময়, বালিময়-আদিত অসমীয়া শব্দও সিদ্ধ হয়।

১৬ সূত্ৰ। যুক্তাৰ্থত সংজ্ঞা-শব্দৰ-পাচত ইন্ হৈ সংজ্ঞা-শব্দ হয়; যেনে- হস্ত যুক্ত যি, সি হস্তিন; দণ্ড আছে যাৰ, সি দণ্ডিন ইত্যাদি +।

১৭ সূত্ৰ। সম্বন্ধাৰ্থত সংজ্ঞা-শব্দৰ পিচত ঈয় প্ৰত্যয় বিশেষণ-শব্দ হয়; যথা- বৰ্ষৰ যি, বৰ্ষীয়; দিবসীয়; ইত্যাদি। (স্ত্ৰী) বৰীয়া; ইত্যাদি।

১৮ সূত্ৰ। বহুল অৰ্থ বুজাবৰ নিমিত্তে সংজ্ঞা-শব্দৰ পিচত শঃ হৈ ক্ৰিয়াবিশেষণ হয়; যথা- ক্ৰমশঃ, অৰ্থাৎ ক্ৰমে-ক্ৰমে ইত্যাদি।

----------

## অসমীয়া ভাষাৰ তদ্ধিত।

১৯ সূত্ৰ। খোৱা, যুক্ত, সম্বন্ধ, সদৃশ, উত্তৰ ইত্যাদি অৰ্থ কোনো-কোনো সংজ্ঞা-শব্দৰ পাচত ঈয়া প্ৰত্যয় হয়, আৰু শব্দৰ অন্তৰ আখৰৰ পূৰ্ব্বত থকা 'আকাৰ'ত অকাৰ আৰু ওকাৰ 'উকাৰ' হয়। যেনে, (যুক্তাৰ্থত) গুটী যুক্ত • যি, সি গুটীয়া; (থকা অৰ্থত) শিৱসাগৰীয়া, গুৱাহটীয়া, তেজপুৰীয়া। (সদৃশ অৰ্থত মাটিৰ সদৃশ যি, সি মটীয়া বা মাটি যুক্ত যি, সি মটীয়া। সেই দৰেই পনীয়া। (উত্তৰ অৰ্থত) ভদীয়া, কতীয়া। সেই ৰূপেই ঢোল বায় যি, সি ঢুলীয়া; খুলীয়া; গোচৰ কৰে যি, সি গুচৰীয়া ইত্যাদি।

২০ সূত্ৰ। সুখ আৰু দুখ শব্দৰ পাচত 'ঈয়া' বা 'ঈ' হয়; যেনে-- সুখীয়া বা সুখী; দুখীয়া বা দুখী।

২১ সূত্ৰ। ঐকাৰান্ত শব্দৰ পাচত ঈয়াৰ সলনি 'আ', ঔকাৰান্ত শব্দৰ পাচত 'ৱা' হৈ বিশেষণ-শব্দ হয়; যেনে-- আখৈৰ নিৰ্চিনা যি, মি আখৈয়া; সেই দৰেই কদৈয়া, মৌৱা, ঔৰ নিৰ্চিনা যি, সি ঔৱা; ইত্যাদি।

২২ সূত্ৰ। (১) সেইসকল অৰ্থ আৰু কৰ্ত্তা অৰ্থত কোনো কোনো ব্যঞ্জনান্ত আৰু অবৰ্ণান্ত সংজ্ঞা-শব্দৰ পিচত 'উৱা' প্ৰত্যয় হয়; উকাৰান্ত শব্দৰ 'উ' গুচে। আন কাৰ্য্য ঈয়া প্ৰত্যয়ৰ দৰে; যথা-- গাঁতত থাকে যি, সি গঁতুৱা; পাত যুক্ত যি, সি পতুৱা; ঘৰৰ যি, সি ঘৰুৱা; সেই দৰেই পৰুৱা, মছুৱা; ভাত খায় যি, সি ভতুৱা; বন কৰে যি, সি বনুৱা; হজুৱা; বিহুৰ যি, সি বিহুৱা; ইত্যাদি। এইবিলাক শব্দ প্ৰায়ে বিশেষণ।

(২) হাল, জাল আদি কিছুমান শব্দৰ পাচত 'ওৱা' হয়; যেনে- হাল বায় যি, সি হালোৱা; সেই দৰেই জালোৱা।

২৩ সূত্ৰ। তদ্ধিত প্ৰত্যয়ৰ আগত যি স্বৰ থাকে, তাৰ পূৰ্ব্বৰ শব্দত সেই স্বৰ থাকিলে সি গুচে; যেনে-- গুটি ঈয়া, গুটিয়া; ইয়াত গুটিৰ ই গুচি 'ঈয়া' গুটিৰে লগ লাগিল। বিহু উৱা, বিহুৱা; ইয়াৰো সেইৰূপ।

২৪ সূত্ৰ। (১) উৎপন্ন অৰ্থত বহাগ, জেঠ, আহাৰ, মাঘ আৰু চত শব্দৰ পাচত "উৱা" আৰু শাওণ, ভাদ, আহিন, কাতি, আঘোণ পুহ আৰু ফাগুণ শব্দৰ পাচত "ঈয়া" হয়; যেনে-- জেঠত উৎপন্ন, জেঠুৱা; ভাদত উৎপন্ন, ভদীয়া।

(২) কৰ্ম্মধাৰয় সমাসৰ দ্বাৰা আন এটা শব্দেৰে লগ লগা মাহ শব্দৰ পাচত "ঈয়া"হৈ বিশেষণ হয়; যেনে-চতমহীয়া।

২৫ সূত্ৰ। কানি, বালি, কাজ আদি শব্দৰ পাচত "ঈয়া" আৰু আহাৰ, সাৰ, হাড় আদি শব্দৰ পাচত "উৱা"

হলে সেই বিলাক শব্দৰ অন্তত আবৰ্ণৰ আগৰ আ 'অ' নহয়; যেনে-- কানীয়া, বালীয়া, কালীয়া, সাৰুৱা, আহাৰুৱা, হাড়ুৱা, লাড়ুৱা, কাজুৱা; ইত্যাদি।

২৬ সূত্ৰ। গুণ বা স্বভাৱ অৰ্থত শব্দৰ পাচত 'আলি' হয়, যেনে-- দুষ্টৰ যি গুণ বা স্বভাৱ, সি দুষ্টালি। সেই দৰেই বান্দৰালি, ছাগলালি, বলিয়ালি, গৰুৱালি; ইত্যাদি।

২৭ সূত্ৰ। সজা, জীৱিকা কৰা, বা সম্বন্ধ অৰ্থত সংজ্ঞা-শব্দ পাচত 'ঈ' হৈ সংজ্ঞা শব্দ হয়; যেনে-- কঁাহেৰে সজা বস্তু, সি কঁাহী, পিতলী, তামী; কাকত কৰি যি জীৱিকা কৰে, সি কাকতী; বিলাতৰ যি, সি বিলাতী; ইত্যাদি।

২৮ সূত্ৰ। 'ঈয়া' আৰু "উৱা" প্ৰত্যয়ান্ত শব্দ বিশেষণ হলে সি তিনিও লিঙ্গত সমান; যেনে-- অসমীয়া মতা, অসমীয়া তিৰোতা, অসমীয়া কাপোৰ; বনুৱা মতা, বনুৱা তিৰোতা। কিন্তু সংজ্ঞা শব্দ হলে স্ত্ৰী-লিঙ্গত তাৰ পাচত 'নী' হ; যেনে-- অসমীয়াৰ ঘৈণীয়েক বা স্ত্ৰী, অসমীয়ানী; ঢুলীয়াৰ ঘৈণীয়েক বা স্ত্ৰী, ঢুলীয়ানী, বনুৱানী; ইত্যাদি।

২৯ সূত্ৰ। থকা আৰু যুক্তাৰ্থত কোনো-কোনো সংজ্ঞা-শব্দৰ পিচত "আল" হৈ বিশেষণ শব্দ হয়, যেনে- হাবিত থাকে যি, হাবিয়াল; চাপৰিয়াল; পেট (ডাঙ্গৰ পেট) যুক্ত যি, সি পেটাল, নোমাল, খঙ্গাল, বিষাল, ইত্যাদি।

৩০ সূত্ৰ। থকা অৰ্থত ভিতৰ শব্দৰ পাচত 'উৱাল' হৈ বিশেষণ হয়; যেনে-- ভিতৰত থাকে যি, সি ভিতৰুৱাল সেই অৰ্থত "গাওঁ" শব্দৰ "আও"ৰ ঠাইত 'অঞা' হয়; যেনে-- গাওঁত থাকে যি, সি গঞা; কোনোৱে গাঁৱলীয়াও বোলে।

৩১ সূত্ৰ। উদ্ভৱ হোৱা অৰ্থত আগ, পাচ, সেই ইত্যাদি ব্যঞ্জনান্ত শব্দৰ আৰু থকা অৰ্থত তল শব্দৰ পাচত 'তীয়া' হয় আৰু 'তায়া'ৰ আগৰ আখৰ অকাৰ-যুক্ত হয়; যেনে-- আগতীয়া, পাচতীয়া, তলতীয়া, ইত্যাদি। এইবোৰ বিশেষণ-শব্দ।

৩২ সূত্ৰ। অধিক অৰ্থত বন আদি শব্দৰ পাচত 'অনি' হৈ সংজ্ঞা-শব্দ হয়; যেনে- যত বন অধিক, সেই ঠাই বননি; সেই দৰেই কাঠনি, গছনি, বৰতানি, হাবিয়নি, উলুৱনি, ঔৱনি, গোবৰনি, ইত্যাদি।

৩৩ সূত্ৰ। 'বাপ্' শব্দৰ পাচত অধিকাৰ অৰ্থ বুজাবলৈ 'অতী' বা 'অতীয়া' হৈ বিশেষণ-শব্দ হয়; যেনে- বাপৰ যি বস্তুত অধিকাৰ আছিল, সি বাপতীয়া বা বাপতী।

৩৪ সূত্ৰ। পাৰক অৰ্থত 'কথা' শব্দৰ পিচত-পুংলিঙ্গত 'কি' হৈ বিশেষণ আৰু সংজ্ঞা-শব্দ হয়, আৰু কথাৰ আকাৰত 'অ' হয়; যথা-- ভাল কৈ যি কথা কব পাৰে, সি কথকি। (স্ত্ৰী) কথকী। কথকি মতা, কথকী তিৰোতা; "অতি কথকিক কথাই খায়"।

৩৫ সূত্ৰ। বিদ্যমান অৰ্থত (স্ত্ৰী, পুং, দুইও লিঙ্গত) বুধি শব্দৰ পিচত, আৰু পাৰক অৰ্থত খেতি শব্দৰ পিচত, 'য়ক' হয়; যেনে- বুদ্ধি যাৰ আছে, বুধিয়ক; খেতিত পাৰক যি, সি খেতিয়ক। এইবিলাক শব্দ সংজ্ঞা-শব্দ আৰু বিশেষণ হয়।

৩৬ সূত্ৰ। বৰৈকে ৰত হোৱা অৰ্থত দন্দ শব্দৰ পিচত পুংলিঙ্গত 'উৰা', স্ত্ৰীলিঙ্গত 'উৰী' হৈ বিশেষণ শব্দ হয়; যথা-- যি মানুহে বৰৈকে দন্দ কৰে, সি দন্দুৰা, স্ত্ৰীলিঙ্গত দন্দুৰী।

৩৭ সূত্ৰ। যুক্তাৰ্থত কোনো-কোনো ব্যঞ্জনান্ত সংজ্ঞা-শব্দৰ পাচত "আ" হয়, আৰু অন্ত-আখৰৰ পূৰ্বৰ্ব- আখৰৰ আগত থকা 'অ' হয়; যেনে- আঁপৰ যুক্ত যি, সি অঁপৰা। সেই দৰেই জৰৰা, ফঁপৰা, ইত্যাদি। এইবিলাক বিশেষণ শব্দ।

৩৮ সূত্ৰ। স্বভাৱ বা গুণাৰ্থত বৰ শব্দৰ পিচত "আই" হয়, যেনে- বৰৰ স্বভাৱ বা গুণ, বৰাই।

৩৯ সূত্ৰ। সম্ভ্ৰমাৰ্থত দ্বিতীয় পুৰুষৰ কোনো লোকেৰে সম্বন্ধ থকা মানুহক বুজাবলৈ সম্বন্ধ-বোধক অসমীয়া

আকাৰান্ত শব্দৰ পিচত 'ৰা' হয়; ব্যঞ্জনান্ত শব্দৰ পিচত 'এৰা' আৰু আন স্বৰৰ অন্তত থকা শব্দৰ পাচত 'আঁ' বা 'এৰা' হয়; যেনে-- তোমাৰ(মা) মাৰা, তোমাৰ (পুত) পুতেৰা, তোমাক (পো) পোঁৱাঁ, তোমাৰ (জী) জীয়েৰাঁ বা জীয়া , তোমাৰ (ভাই) ভায়েৰা, ভাইয়াঁ, তোমাৰ (পৈ) পৈয়েৰা বা পৈয়াঁ, (বৌ) বৌৱাঁ, বৌৱেৰা।

২। তুচ্ছাৰ্থত দ্বিতীয় পুৰুষৰ সম্বন্ধীয়া আকাৰান্ত শব্দৰ পিচত 'ৰ', আন শব্দৰ পাচত 'এৰ' হয়; যেনে- তোৰ মাৰ, পুতেৰ, জীয়েৰ, পৈয়েৰ, বৌৱেৰ।

৩। তৃতীয় পুৰুষত অকাৰান্ত শব্দৰ পাচত 'ক', আন শব্দৰ পাচত 'এক' হয়; যেনে তাৰ বা তেওঁৰ মাক, পুতেক, বৌৱেক ইত্যাদি।

৪। কোনো কোনো মূল সংস্কৃত শব্দতো এই নিয়ম খাটে; যেনে তোমাৰ পিতাৰাঁ, তোৰ পিতাৰ, তেওঁৰ বা তাৰ পিতা। সেই দৰেই সখিয়েৰা বা সাখয়াঁ, সাখয়েৰ, সাখয়েক, ইত্যাদি। "সখি" আৰু "পিতা" সংস্কৃত।

৪০ সূত্ৰ। (১) ইটোৱে সিটোৰ প্ৰতি কোনো কাৰ্য্য কৰা অৰ্থ বুজাব লাগিলে যি বস্তুৰ দ্বাৰা সেই কাৰ্য্য কৰা হয়, সেই বস্তুৰ নামটো দুটা হয়, আৰু সেই দুইৰ প্ৰথমটোত 'আ' আৰু দ্বিতীয়টোত 'ই' যোগ কৰা যায়। দুয়োটাৰ অন্তৰ আখৰৰ আগত থকা 'আকাৰ'ত 'অ' হয়। আৰু সেই শব্দ স্বৰান্ত হলে পাচৰ টোৰ স্বৰ গুচি "ই" তাৰ লগ লাগে; যেনে, সি ইয়ালৈ, ই তালৈ হাত চলাইছে, এনে অৰ্থত হতাহতি; সেই দৰেই, চুলিয়াচুলি, গলিয়াগলি, কিলাকিলি; সি ইয়াৰ, ই তাৰ চকুলৈ চাইছে, চকুৰাচকি; ইত্যাদি।

(২) সেই ৰূপেই এজনে আন জনৰ প্ৰতি কোনো কাৰ্য্য কৰা অৰ্থত সেই কাৰ্য্য বুজোৱা কৃদন্ত ভাৱবাচক পদটো দুটা হয়, আৰু সেই পদ দুই-স্বৰীয়া হলে, আৰু তাৰ অন্তত "ওৱা" থাকিলে পাচৰটোৰ 'ওৱা'ৰ ঠাইত 'উই' হয়; যেনে-- (এজনে আন জনেৰে সৈতে খায়, এনে অৰ্থত খোৱা এই পদ দুটা হৈ) খোৱাখুই। সেইদৰেই, লোৱালুই, ধোৱাধুই, ইত্যাদি। সেই ভাৱবাচক পদ 'ও'ৰে আবদ্ধ হৈ এটা ব্যঞ্জন আখৰেৰে শেষ হলে সেই শব্দও দুটা হয় আৰু পাচৰটোৰ 'ও'ত 'উ' হয়; যেনে-- (খোঁচ) এজনে আনজনক খোঁচে, এনে অৰ্থত খোঁচাখুঁচি; সেই দৰেই (বোল্) বোলাবুলি, তোলাতুলি, ইত্যাদি।

(৩) 'ওৱা' অন্তত থকা ভাৱ-বাচক পদ দুইতকৈ অধিক স্বৰীয়া হলে প্ৰথমটোৰ 'ওৱা'ৰ 'ও' গুচে, পাচৰটোৰ শেষ স্বৰ আৰু ওৱাত 'ই' হয়; যেনে-- (ভুকুওৱা) ভুকুৱাভুকি, ইত্যাদি।

(৪) সেই অৰ্থত দুটা হোৱা আন ভাৱবাচক পদৰ দ্বিতীয়টোৰ অন্তৰ স্বৰত 'ই' হয়; যেনে- (মতা) মতামতি, মৰামৰি, ধৰাধৰি, ঠেকাঠেকি। সেই শেষপদৰ অন্তত 'য়া' থাকিলে সি গুচে; যেনে - (দিয়া) দিয়াদি। এই বিলাক সংজ্ঞা-শব্দ হয়।

৪১ সূত্ৰ। কোন কাৰ্য্য কৰোতাক বুজাবলৈ সংজ্ঞা বা কৃদন্ত শব্দৰ পাচত "ইয়াৰ"হৈ সংজ্ঞা-শব্দ হয়, আৰু অন্তৰ আখৰৰ আগৰ 'আ' 'অ' হয়; যেনে-- মাগন কৰে যি, সি মগনিয়াৰ; বাদ দিয়ে যি, সি বদিয়াৰ; সেইৰূপেই ভগনিয়াৰ, ইত্যাদি।

৪২ সূত্ৰ। চলোৱা অৰ্থত 'নাও' শব্দৰ পিচত "অৰীয়া"হৈ সেই শব্দ সংজ্ঞা-শব্দ আৰু বিশেষণ হয়; যেনে- নাও চলায় যি, সি নাৱৰীয়া মানুহ, নাৱৰীয়াইত।

৪৩ সূত্ৰ। (১) অন্তত ব্যঞ্জন, ইবৰ্ণ, উবৰ্ণ আৰু ওকাৰ বা অকাৰান্ত সংযোগী আখৰ থকা বিশেষণ, সংজ্ঞা বা সংখ্যা শব্দৰ পাচত 'এ' আৰু অন্তত শুদা অকাৰ, আকাৰ বা একাৰ থকা তেনে শব্দৰ পাচত 'ই' হৈ, সেই শব্দ ক্ৰিয়াবিশেষণ হয়; যেনে- - (বিশেষণ শব্দ) ভালে আছোঁ, শীঘ্ৰে যোৱাঁ, দুই নাও যায়, শুদাই খালে, তেনেই আছে; (সংজ্ঞা-শব্দ) বামে আহিলোঁ, মাটিয়ে যাম, চকুৰে সোমাল, তুমি গাই শকত, ইত্যাদি।

(২) তেনেবিলাক ক্ৰিয়াবিশেষণ কেতিয়াবা দুবাৰ উক্ত হয়, যেনে-- ঘনে-ঘনে, মনে-মনে, শুদাই-শুদাই, মাটিয়ে-মাটিয়ে, চকুৰে-চকুৰে, হাজাৰে-হাজাৰে, শই-শই, কুৰিয়ে-কুৰিয়ে, ইত্যাদি।

৪৪ সূত্ৰ। যুক্ত অৰ্থত "আলাহ" শব্দৰ পাচত 'উৱা' "আলাঙ্ক" শব্দৰ পাচত 'ৱা' হয়, আৰু শব্দৰ "আ" গুচি "এ" হয়; যেনে-- আলাহযুক্ত যি, সি এলেহুৱা; আলাঙ্ক-যুক্ত, এলাঙ্কুৱা। "আলাঙ্কুৱা" বা এলাঙ্কুৱা" এনেও হয়।

# ধাতু-প্ৰকৰণ।

১। যি মাতে কোনো কাৰ্য্য কৰা বুজায়, তাকে ধাতু বোলে; যেনে-- ৰ্, হ, খা, যা, ইত্যাদি। ব্যাকৰণৰ যি ভাগত সেইবিলাকৰ ৰূপ আদিৰ কথা থাকে, সি ধাতু-প্ৰকৰণ।

২। ধাতু দুবিধ;- **সকৰ্ম্মক** আৰু **অকৰ্ম্মক**। যিবিলাক ধাতুৰ ক্ৰিয়াৰ এটা কৰ্ম্ম-কাৰক থাকে, সেইবিলাকক **সকৰ্ম্মক** আৰু যিবিলাকৰ কৰ্ম্মকাৰক নাই, সেই বিলাকক **অকৰ্ম্মক** বোলা যায়। যেনে-- (সকৰ্ম্মক) মাৰ্, ধৰ্, খা; (অকৰ্ম্মক) শো, বহ, উঠ্, ইত্যাদি।

৩। কোনো-কোনো সকৰ্ম্মক ধাতুৰ দুটা কৰ্ম্ম-পদ থাকে; যেনে-- হলিৰামে কৃষ্ণৰামক ধন দিলে; দোষীক দণ্ড কৰাঁ; ইত্যাদি।

৪। অকৰ্ম্মক ধাতু পঁচা, অৰ্থাৎ নিয়োগ কৰা অৰ্থত সকৰ্ম্মক হয়; যেনে- মা লৰাক শুৱাইছে। আৰু সকৰ্ম্মক ধাতু সেই অৰ্থত দ্বিকৰ্ম্মক হয়; যেনে-- অধ্যাপকে ছাত্ৰক পুথি পঢ়ায়, ইত্যাদি।

৫। কোনো-কোনো অকৰ্ম্মক ক্ৰিয়াও সকৰ্ম্মকৰ দৰে ব্যৱহৃত হয়; যেনে-- এখোজ যাওঁ, এক ক্ৰোশ লৰিলোঁ, ইত্যাদি।

৬। সংজ্ঞা-শব্দৰ পাচত যেনেকৈ অনুৰূপ-শব্দ থাকে, তেনেকৈ ধাতুৰ পাচতো কেতিয়াবা অনুৰূপ-ধাতু থাকে; যেনে-- আঁজোৰ-পিজোৰ, আঁচোৰ-পিচোৰ, লৰ-চৰ, ইত্যাদি।

৭। ধাতুবিলাকে, বিভক্তিৰে বা তলত কোৱা কৃৎ-প্ৰত্যয়েৰে সৈতে যোগ হলে, ক্ৰিয়া নাম পায়; যেনে- কৰোঁ, কৰাঁ, কৰে, কৰি, ইত্যাদি।

৮। ক্ৰিয়া দুবিধ; সাধ্যা আৰু সিদ্ধা। যিবিলাক ক্ৰিয়াই বিভক্তিৰে যুক্ত হৈ সম্পূৰ্ণ অৰ্থ বুজায়, সেই বিলাকক **সাধ্যা** আৰু কৃৎপ্ৰত্যয় হৈ সিদ্ধ হোৱাবিলাকক **সিদ্ধা** বোলে; যেনে- (সাধ্যা) কৰিছোঁ, কৰোঁ, (সিদ্ধা) কৰি, কৰিলত, ইত্যাদি।

৯। ক্ৰিয়াৰ বিভক্তিবিলাক কাল আৰু পুৰুষ অনুসৰি বেলেগ হয়। পুৰুষ তিনটা- প্ৰথম পুৰুষ, দ্বিতীয় পুৰুষ, আৰু তৃতীয় পুৰুষ। কাল ছটা-- স্বৰূপ-বৰ্ত্তমান, নিত্য-বৰ্ত্তমান, স্বৰূপ-ভূত, অপূৰ্ণ-ভূত, সম্ভাব্য-ভূত আৰু ভৱিষ্যৎ।

১০। সাধ্যা ক্ৰিয়াৰ বচন আছে; কিন্তু বহুবচনত তাৰ ৰূপ সলনি নহয়; কেৱল সকলো কালত প্ৰথম আৰু দ্বিতীয় পুৰুষৰ বিভক্তিৰ পাচত 'হঁক' কই কথাৰ যোগ হয়, ন হৈও থাকে; যেনে-- কৰিছোঁহঁক বা কৰিছোঁ। সিদ্ধা ক্ৰিয়াৰ বচন আৰু পুৰুষ নাই; যেনে-- মই কৰি, তুমি কৰি, সিবিলাকে কৰি, ইত্যাদি।

১। স্বৰূপ-বৰ্ত্তমান।

ক্ৰিয়াৰ শেষ নোহোৱা অৰ্থাৎ সম্প্ৰতি ক্ৰিয়া কৰি থকা কালকে স্বৰূপ-বৰ্ত্তমান-কাল বোলে; যথা- কৰিছোঁ,

খাইছোঁ, দিছোঁ। স্বৰূপ-বৰ্ত্তমান কালৰ ক্ৰিয়াৰ আন এটা ৰূপ আছে, তাক সৰল বৰ্ত্তমান বোলা যায়। 'লাগ' ধাতুৰ স্বৰূপ-বৰ্ত্তমান কালৰ এটা ক্ৰিয়াৰ আগত এটা নামধাতু দিলে সেই কালৰ ক্ৰিয়া হয়; যেনে-- কৰিব লাগিছোঁ, কৰিব লাগিছা, কৰিব লাগিছে।

১ সূত্ৰ। সেই কাল বুজাবলৈ প্ৰথম পুৰুষত 'ইছোঁ', দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'ইছা', তুচ্ছাৰ্থত 'ইছ', তৃতীয় পুৰুষত 'ইছে', বিভক্তি হয়।

২ সূত্ৰ। ইবৰ্ণ অন্তত থকা ধাতুৰ পিচত বিভক্তিৰ আদি 'ই' গুচে; যেনে- মই দিছোঁ, তুমি দিছা, সি দিছে, আমি দিছোঁহঁক বা দিছোঁ, তোমালোকে দিছাহঁক বা দিছা, সিহঁতে দিছে।

৩ সূত্ৰ। (১) অকাৰান্ত ধাতুৰ 'ই' আৰু বিভক্তিৰ আদি 'ই' গুচি 'ঐ' হয়; যেনে-- (ল ধাতু) মই লৈছোঁ, তুমি লৈছা।

(২) একাৰান্ত ধাতুৰ ওকাৰত উকাৰ হয়; যেনে- (শো) মই শুইছোঁ, তুমি শুইছা, তেওঁ শুইছে।

৪ সূত্ৰ। 'যা' ধাতুৰ ঠাইত 'গ' হয়; যথা- মই গৈছোঁ, তুমি গৈছা, তেওঁ গৈছে। বহুবচনত- আমি গৈছোঁহঁক, তোমালোকে গৈছাহঁক, ইত্যাদি।

২। নিত্য-বৰ্ত্তমান-কাল।

নিত্য-বৰ্ত্তমান কালে (সম্প্ৰতি ক্ৰিয়া কৰি থকা নু বুজায়, কিন্তু) সদায় ক্ৰিয়া কৰা কাল বুজায়; যথা- মই ভাত খাওঁ, অৰ্থাৎ সদায় খাওঁ।

৫ সূত্ৰ। সেই কাল বুজাবলৈ ধাতুৰ পিচত প্ৰথম পুৰুষত 'ও', দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'আঁ', তুচ্ছাৰ্থত 'অ', তৃতীয় পুৰুষত 'এ' বিভক্তি হয়; যথা-- মই কৰোঁ, তুমি কৰাঁ, তই কৰ, তেওঁ বা সি কৰে, আমি কৰোঁহঁক, তোমালোকে কৰাঁহঁক, সিবিলাকে কৰে, ইত্যাদি।

৬ সূত্ৰ। অকাৰ বা আকাৰ থকা ধাতুৰ পাচত দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থত 'অ' বিভক্তিৰ লোপ হয়; যথা- তই যা, খা, ল, ইত্যাদি। সম্ভ্ৰমাৰ্থত 'আঁ' বিভক্তিত তেনে ধাতুৰ অন্তৰ স্বৰত 'ও' হয়, আৰু 'আঁ'ৰ ঠাইত 'ৱাঁ' হয; যথা- হোৱাঁ, খোৱাঁ, যোৱা, ইত্যাদি।

'ইয়া' অন্তত থকা ধাতুৰ পাচত 'আ'ৰ ঠাইত 'ওৱা' হয়, ধাতুৰ 'য়া' গুচে; যেনে- (পঠিয়া) পঠিওৱাঁ, (হাচিয়া) হাচিওৱাঁ, (কৰিছা) কৰিছই; ইত্যাদি।

৭ সূত্ৰ। অবৰ্ণৰ ধাতুৰ পাচত তৃতীয় পুৰুষৰ 'এ' বিভক্তিত 'য়' হয়; যেনে- হয়, যায়, খায়, ইত্যাদি।

৮ সূত্ৰ। (১) তুচ্ছাৰ্থৰ 'অ' বিভক্তিত 'হ' ধাতুৰ অকাৰত লেখকৰ ইচ্ছা অনুসৰি 'ওকাৰ' আৰু বিভক্তিৰ 'অ'ত 'ৱ' হয়, যথা- তই হোৱ বা হ।

(২) কোনোৰ মতে অকাৰ বা আকাৰ অন্তত থকা অন্য ধাতুৰ পাচত তুচ্ছাৰ্থৰ 'অ' বিভক্তিত 'ৱ' হয়; যেনে- লৱ, খাৱ, পাৱ, যাৱ, ইত্যাদি। কিন্তু এনেবিলাক পদ ভদ্ৰ লোকে ব্যৱহাৰ নকৰে।

৯ সূত্ৰ। ওকাৰান্ত ধাতুৰ প্ৰথম পুৰুষৰ ইচ্ছা অনুসৰি 'ও' গুচে বা থাকে; যেনে শোওঁ বা শোঁ; ধোওঁ বা ধোঁ, ইত্যাদি।

৩। স্বৰূপ ভূত-কাল।

যি ক্ৰিয়া একেবাৰেই সাঙ্গ হৈ গল, সেই ক্ৰিয়াৰ কালক স্বৰূপ ভূত-কাল বোলে; যেনে- কৰিলোঁ; ইত্যাদি।

১ম সূত্ৰ। (১) সেইকাল বুজাবলৈ ধাতুৰ পিচত প্ৰথম পুৰুষত 'ইলোঁ', দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'ইলা',

তুচ্ছাৰ্থত 'ইলি', তৃতীয় পুৰুষত 'ইলে' বিভক্তি হয়। অন্য কাৰ্য্যে স্বৰূপ-বৰ্ত্তমানৰ তুল্য; যথা- কৰিলোঁ, কৰিলা, কৰিলি, কৰিলে।

(২) স্বৰ অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ 'ই' গুচে; যেনে- খালোঁ, খালা, খালে।

১১ সূত্ৰ। অকৰ্ম্মক ধাতুৰ পাচত 'লে' বিভক্তিৰ 'এ' গুচে; যেনে- হল, গল, মৰিল, উঠিল, সৰিল, ইত্যাদি।

১২ সূত্ৰ। শো, ওমল, হাঁচিয়া, হাঁহ, কান্দ, লৰ্, (বেগাই যা), আহ, নাচ, লুট, হাগ্, বঁতিয়া, ইত্যাদি। কিছুমান ধাতু আৰু অনুকাৰ-শব্দৰপৰা হোৱা ধাতুবোৰৰ পাচত 'লে' বিভক্তিৰ 'এ' গুচে; যেনে- শুলে, কান্দিলে, হাঁচিলে, নাচিলে, হুৰ্ হুৰালে, গিৰ্ গিৰালে, ইত্যাদি।

৪। অপূৰ্ণ-ভূত।

যোৱা কালত কোনো এক কাৰ্য্য হৈ থাকোঁতে বা তাৰ আগেয়ে যি ক্ৰিয়া কৰি থকা হৈছিল, সেই ক্ৰিয়াৰ অপূৰ্ণ-ভূত-কাল হয়; যেনে- তুমি আহোতে মই ভাত খাইছিলোঁ, ইত্যাদি।

১৩ সূত্ৰ। (১) সেই কাল বুজাবলৈ ধাতুৰ পিচত প্ৰথম পুৰুষত 'ইছিলোঁ,' দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'ইছিলা', তুচ্ছাৰ্থত 'ইছিলি', তৃতীয় পুৰুষত 'ইছিল', এইবিলাক বিভক্তি হয়। অন্য সমুদায় কাৰ্য্য স্বৰূপ-বৰ্ত্তমানৰ তুল্য; যথা- কৰিছিলোঁ, কৰিছিলা, কৰিছিলি, কৰিছিল; কৰিছিলোঁহঁক বা কৰিছিলোঁ, কৰিছিলাহঁক বা কৰিছিলা, ইত্যাদি।

(২) ইবৰ্ণ অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ আদি 'ই' গুচে; যেনে- দিছিলোঁ, দিছিলা, দিছিল; সেই দৰেই জীছিলোঁ, ইত্যাদি।

(৩) অকাৰান্ত ধাতুৰ 'অ' আৰু বিভক্তিৰ 'ই' দুইও 'ঐ' হয়; যেনে- লৈছিল, লৈছিলো, ইত্যাদি।

৫। সম্ভাব্য-ভূতকাল।

যি কালত ক্ৰিয়া হবৰ সম্ভাবনা আছিল, কিন্তু ক্ৰিয়া নোহোৱাকৈ সি গত হল, তাকে সম্ভাব্য-ভূত বোলে; যথা- কৰিলোঁহেঁতেন।

১৪ সূত্ৰ। সেই কাল বুজাবলৈ স্বৰূপ-ভূত-কাল-বোধক বিভক্তিৰ পিচত 'হেঁতেন' এই কথাৰ যোগ হয়। আন সকলো কাৰ্য্য স্বৰূপ-ভূত-কালৰ দৰে; যথা- কৰিলোহেঁতেন, কৰিলিহেঁতেন, কৰিলেহেঁতেন, ইত্যাদি।

৬। ভৱিষ্যৎ-কাল।

আগলৈ যি ক্ৰিয়া হব, সেই ক্ৰিয়াৰ কালক ভৱিষ্যৎ-কাল বোলা যায়; যথা- হব, ইত্যাদি।

১৫ সূত্ৰ। (১) সেই কাল বুজাবলৈ ধাতুৰ পিচত প্ৰথম পুৰুষত 'ইম' দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'ইবা', তুচ্ছাৰ্থত 'ইবি', তৃতীয় পুৰুষত 'ইব' বিভক্তি হয়; যেনে- কৰিম, কৰিবা, কৰিবি, কৰিব, কৰিমহঁক বা কৰিম; ইত্যাদি।

(২) স্বৰ অন্তত থকা ধাতুৰ পাচত বিভক্তি 'ই' গুচে; যেনে- হম, হবা, হবি, হব, খাম, খাবা, খাবি, খাব।

১৬ সূত্ৰ। (১) ওকাৰেৰে আৰব্ধ বা প্ৰথম আখৰত ওকাৰ থকা ধাতুৰ নিত্যবৰ্ত্তমানত বাজে আন সকলো কালত 'ও'ৰ ঠাইত 'উ' হয়; যেনে- (নিত্যবৰ্ত্তমানত) মই ওমলোঁ, তুমি ওমলা, তেওঁ ওমলে; (আন কালত) উমলিছোঁ, উমলিছা, উমলিছে; উমলিম, উমলিবা, উমলিব; মই শোওঁ, ধোওঁ, শুম, ধুম। সেই দৰেই খোলোঁ, খুলিছোঁ, ইত্যাদি।

(২) 'সোমা' 'ওলা' 'ওলম' আৰু 'ওপং' ইত্যাদি ধাতু এই সূত্ৰৰ বাহিৰ; যেনে- সোমাইছোঁ, "সোমাওঁ", সোমালোঁ, সোমাম। সেই দৰেই ওলাইছোঁ, ইত্যাদি।

১৭ সূত্ৰ। একাৰান্ত ধাতুৰ পাচত নিত্যবৰ্ত্তমান-কালৰ দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থৰ 'আঁ' বিভক্তিঃ 'ৰাঁ' আৰু তুচ্ছাৰ্থৰ 'অ' বিভক্তি 'এ' হয়। অন্য কাৰ্য্য অবৰ্ণান্ত ধাতুৰ দৰে; যেনে-- তুমি ডেৰাঁ, এই ডেৰ, ইত্যাদি।

১৮ সূত্ৰ। (১) লোট অৰ্থাৎ ততালিকে ক্ৰিয়া কৰিবলৈ প্ৰাৰ্থনা বা আদেশ কৰা অৰ্থত বৰ্ত্তমান-কালত দ্বিতীয় পুৰুষৰ দুইও বচনৰ ক্ৰিয়াৰ নিত্যবৰ্ত্তমান কালৰ নিচিনা ৰূপ হয়; যেনে-- সম্ভ্ৰমাৰ্থত তুমি কৰাঁ, যোৰাঁ, লোৰাঁ ইত্যাদি। তুচ্ছাৰ্থত 'নি' আৰু 'দি' ধাতুৰ ইকাৰ 'একাৰ' হয়, আন ধাতুৰ স্বৰূপ থাকে; যেনে- তই নে, দে, যা, হ, ইত্যাদি।

(২) তৃতীয় পুৰুষৰ দুইও বচনত ধাতুৰ পাচত 'ওক' হয়; যেনে-- আপুনি, তেওঁ বা সি কৰোক, যাওক; ইত্যাদি।

(৩) ইকাৰান্ত ধাতুৰ পিচত 'ওক' বা 'য়ক' হয় আৰু ওকাৰান্ত ধাতুৰ পাচত 'ওক' বা 'ৱক' হয়; যেনে-- নিয়ক বা নিওক, দিয়ক বা দিওক, শোৱক বা শোওক, ধোৱক বা ধোওক; ইত্যাদি।

(৪) 'হ' ধাতুৰ দ্বিতীয় পুৰুষৰ তুচ্ছাৰ্থত 'হ' আৰু তৃতীয় পুৰুষত 'হওক' বা 'হোক' হয়।

# ধাতুৰ ৰূপ।

## ব্যঞ্জন অন্তত থকা সকৰ্ম্মক "কৰ্" ধাতু।

### স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মই কৰিছোঁ। | আমি কৰিছোহঁক, কৰিছোঁ। |
| ২ পুং তুমি কৰিছা, তই কৰিছ। | তোমালোকে কৰিছাহঁক, কৰিছা, তহঁতে কৰিছহঁক বা কৰিছ। |
| ৩ পুং তেওঁ, সি আপুনি বা আনে কৰিছে। | সিবিলাকে, সিহঁতে বা আনবিলাকে কৰিছে। |

### নিত্য-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মই কৰোঁ। | আমি কৰোঁহঁক, কৰোঁ। |
| ২ পুং তুমি কৰা, তই কৰ্। | তোমালোকে কৰাহঁক, কৰাঁ, তহতে কৰ্হঁক, কৰ্। |
| ৩ পুং তেওঁ, সি ইত্যাদি কৰে। | সিবিলাকে ইত্যাদি কৰে। |

### স্বৰূপ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং + কৰিলোঁ। | কৰিলোঁহঁক, কৰিলোঁ। |
| ২ পুং কৰিলা, কৰিলি। | কৰিলাহঁক, কৰিলা, কৰিলিহঁক, কৰিলি। |

| | |
|---|---|
| ৩ পুং কৰিলে। | কৰিলে। |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুং কৰিছিলোঁ। | কৰিছিলোঁহঁক, কৰিছিলোঁ। |
| ২ পুং কৰিছিলা, কৰিছিল। | কৰিছিলাহঁক, কৰিছিলা, কৰিছিলিহঁক, কৰিছিলি। |
| ৩ পুং কৰিছিল। | কৰিছিল। |

সম্ভাব্য-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং কৰিলোঁহেঁতেন। | কৰিলোঁহঁকহেঁতেন, কৰিলোহেঁতেন। |
| ২ পুং কৰিলাহেঁতেন, কৰিলিহেঁতেন। | কৰিলাহঁকহেঁতেন, কৰিলাহেঁতেন, কৰিলিহ্কহেঁতেন, কৰিলিহেঁতেন। |
| ৩ পুং কৰিলেহেঁতেন। | কৰিলেহেঁতেন। |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুং কৰিম। | কৰিমহঁক, কৰিম। |
| ২ পুং কৰিবা, কৰিবি। | কৰিবাহঁক, কৰিবা, কৰিবিহঁক, কৰিবি। |
| ৩ পুং কৰিব। | কৰিব। |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰম, কৰাঁ। | কৰাঁহঁক বা কৰাঁ। |
| তুচ্ছ, কৰ্। | কৰ্হঁক বা কৰ্। |

তৃঃ পুঃ।

| | |
|---|---|
| কৰোক | কৰোক। |

অকৰ্ম্মক মৰ্ ধাতু।

স্বৰূপ-বৰ্ত্তমান।

| | |
|---|---|
| ১ পুং মৰিছোঁ। | আগৰ দৰে। |
| ২ পুং মৰিছা, মৰিছ। | ,, |
| ৩ পুং মৰিছে। | ,, |

নিত্য-বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মৰোঁ। | ,, |
| ২ পুং মৰা, মৰ্। | ,, |
| ৩ পুং মৰে। | ,, |

স্বৰূপ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মৰিলোঁ। | ,, |
| ২ পুং মৰিলা, মৰিলি | ,, |
| ৩ পুং মৰিল। | ,, |

অপূৰ্ণ-ভূত।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মৰিছিলোঁ। | ,, |
| ২ পুং মৰিছিলা, মৰিছিলি। | ,, |
| ৩ পুং মৰিছিল। | ,, |

সম্ভাব্য-ভূত।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মৰিলোঁহেঁতেন। | ,, |
| ২ পুং মৰিলাহেঁতেন, মৰিলিহেঁতেন। | ,, |
| ৩ পুং মৰিলহেঁতেন। | ,, |

ভবিষ্যৎ-কাল

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং মৰিম। | ,, |
| ২ পুং মৰিবা, মৰিবি। | ,, |
| ৩ পুং মৰিব। | ,, |

লোট্।

দ্বিঃ পুঃ

| একবচন। | বহুবচন। |
|---|---|
| সম্ভ্ৰম, মৰাঁ | মৰাহঁক বা মৰাঁ |
| তুচ্ছ, মৰ্। | মৰ্হঁক বা মৰ্। |

তৃঃ পুঃ।

| একবচন। | বহুবচন। |
|---|---|
| মৰোক। | মৰোক। |

অকাৰান্ত সকৰ্ম্মক ল ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং লৈছে। | ,, |
| ২ পুং লৈছা, লৈছ। | ,, |

৩ পুং লৈছে। ,,

নিত্য-বৰ্ত্তমান।

১ পুং লও। ,,
২ পুং লোৱা, ল। ,,
৩ পুং লয়। ,,

স্বৰূপ-ভূত-কাল।

১ পুং ললোঁ। ,,
২ পুং ললা, ললি। ,,
৩ পুং ললে। ,,

অপূৰ্ণ-ভূত।

১ পুং লৈছিলোঁ। ,,
২ পুং লৈছিলা, লৈছিলি। ,,
৩ পুং লৈছিল। ,,

সম্ভাব্য-ভূত।

১ পুং ললোঁহেঁতেন। ,,
২ পুং ললাহেঁতেন, ললিহেঁতেন। ,,
৩ পুং ললেহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুং লম। ,,
২ পুং লবা, লবি। ,,
৩ পুং লব। ,,

লোট্।

দ্বিঃ পুঃ।

একবচন। বহুবচন।
সম্ভ্ৰম লোৱাঁ। ,,
তুচ্ছ ল ,,

তৃঃ পুঃ

লওক।

অকৰ্ম্মক হ ধাতু।

স্বৰূপ-বৰ্ত্তমান।

১ পুং হৈছোঁ। ,,

২ পুং হৈছা, হৈছ। ,,

৩ পুং হৈছে। ,,

নিত্য-বৰ্ত্তমান।

১ পুং হও। ,,

২ পুং হোৱাঁ হোৱ বা হ। ,,

৩ পুং হয়। ,,

স্বৰূপ-ভূত-কাল।

১ পুং হলোঁ। ,,

২ পুং হলা, হলি। ,,

৩ পুং হল। ,,

অপূৰ্ণ-ভূত।

১ পুং হৈছিলোঁ। ,,

২ পুং হৈছিলা, হৈছিলি। ,,

৩ পুং হৈছিল। ,,

সম্ভাব্য-ভূত।

১ পুং হলোঁহেঁতেন। ,,

২ পুং হলাহেঁতেন, হলিহেঁতেন। ,,

৩ পুং হলহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুং হম। ,,

একবচন। বহুবচন।

২ পুং হবা, হবি। ,,

৩ পুং হব। ,,

লোট্।

দ্বিঃ পুঃ।

সম্ভ্ৰম, হোৱাঁ। হোৱাঁহঁক বা হোৱাঁ।

তুচ্ছ হো বা হয়। হোহঁক বা হো।

তৃঃ পুঃ।

হওক বা হোক।

আকাৰান্ত সকৰ্ম্মক খা ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

১ পুং খাইছোঁ। ,,

২ পুং খাইছা, খাইছ। ,,

| | |
|---|---|
| ৩ পুং খাইছে। | ” |

নিত্য-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পুং খাওঁ। | ” |
| ২ পুং খোৱা, খা। | ” |
| ৩ পুং খায়। | ” |

স্বৰূপ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুং খালোঁ। | ” |
| ২ পুং খালা, খালি। | ” |
| ৩ পুং খালে। | ” |

অপূৰ্ণ-ভূত।

| | |
|---|---|
| ১ পুং খাইছিলোঁ। | ” |
| ২পুং খাইছিলা, খাইছিলি। | ” |
| ৩ পুং খাইছিল। | ” |

সম্ভাব্য-ভূত।

| | |
|---|---|
| ১ পুং খালোঁহেঁতেন। | ” |
| ২ পুং খালাহেঁতেন, খালিহেঁতেন। | ” |
| ৩ পুং খালেহেঁতেন। | ” |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুং খাম। | ” |
| একবচন। | বহুবচন। |
| ২ পুং খাবা, খাবি। | ” |
| ৩ পুং খাব। | ” |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰ, খোৱাঁ। | খোৱাঁহঁক বা খোৱা। |
| তুচ্ছ, খা। | খাহঁক বা খা। |

তৃঃ পুঃ।

খাওক।

## অকৰ্ম্মক গা ধাতু।

স্বৰূপ-বৰ্ত্তমান।

১ পুং গৈছোঁ

| | |
|---|---|
| ২ পুং গৈছা, গৈছ। | ,, |
| ৩ পুং গৈছে। | ,, |

নিত্য-বৰ্ত্তমান।

| | |
|---|---|
| ১ পুং যাওঁ। | ,, |
| ২ পুং যোৱাঁ, যা। | ,, |
| ৩ পুং যায়। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুং গলোঁ। | ,, |
| ২ পুং গলা, গলি। | ,, |
| ৩ পুং গল। | ,, |

অপূৰ্ণ-ভূত।

| | |
|---|---|
| ১ পুং গৈছিলোঁ। | ,, |
| ২ পুং গৈছিলা, গৈছিলি। | ,, |
| ২ পুং গৈছিল। | ,, |

সম্ভাব্য-ভূত।

| | |
|---|---|
| ১ পুং গলোঁহেঁতেন। | ,, |
| ২ পুং গলাহেঁতেন, গলিহেঁতেন। | ,, |
| ৩ পুং গলহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুং যাম। | ,, |
| ১ পং যাবা  যাবি। | ,, |
| ৩ পুং যাব। | ,, |

লোট্

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰ, যোৱাঁ। | যোৱাহঁক, যোৱাঁ। |
| তুচ্ছ, যা। | যাহঁক বা যা। |

তৃঃ পুঃ।

যাওক।

সকৰ্ম্মক ইকাৰান্ত দি ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পুং দিছোঁ। | ,, |
| ২ পুং দিছা, দিছ। | ,, |
| ৩ পুং দিছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

১ পুং দিছোঁ।
২ পুং দিছা, দিয়। ,,
৩ পুং দিয়ে। ,,

স্বৰূপ-ভূত-কাল।

১ পুং দিলো। ,,
২ পুং দিলা, দিলি। ,,
৩ পুং দিলে। ,,

অপূৰ্ণ-ভূত।

১ পুং দিছিলো। ,,
২ পুং দিছিলা, দিছিলি। ,,
২ পুং দিছিল। ,,

সম্ভাব্য-ভূত।

১ পুং দিলোঁহেঁতেন। ,,
২ পুং দিলাহেঁতেন, দিলিহেঁতেন। ,,
৩ পুং দিলেহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুং দিম। ,,
২ পুং দিবা, দিবি। ,,
৩ পুং দিব। ,,

লোট্।

দ্বিঃ পুঃ

| একবচন। | বহুবচন। |
|---|---|
| সম্ভ্ৰম, দিয়াঁ। | দিয়াহঁক, দিয়াঁ। |
| তুচ্ছ, দে। | দেহক, দে। |

তৃঃ পুঃ।

দিওক বা দিয়ক।

অকৰ্ম্মক জী ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল

১ পুং জীছোঁ, জীছ। ,,
২ পুং জীছা, জীছ। ,,
৩ পুং জীছে। ,,

নিত্য-বৰ্ত্তমান-কাল।

১ পুং জীওঁ। ,,
২ পুং জীয়াঁ, জীয়। ,,
৩ পুং জীয়ে। ,,

স্বৰূপ ভূত-কাল।

১ পুং জীলোঁ। ,,
২ পুং জীলা, জীলি। ,,
৩ জীলে। ,,

অপূৰ্ণ-ভূত।

১ পুঃ জীছিলোঁ। ,,
২ পুঃ জীছিলা, জীছিলি। ,,
৩ পুঃ জীছিল। ,,

সম্ভাব্য-ভূত।

১ পুঃ জীলোঁহেঁতেন। ,,
২ পুঃ জীলাহেঁতেন,জীলিহেঁতেন। ,,
৩ পুঃ জীলেহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুঃ জীম। ,,
২ পুঃ জীবা, জীবি। ,,
৩ পুঃ জীব। ,,

লোট্

দ্বিঃ পুঃ।

সম্ভ্ৰ, জীয়াঁ। জীয়াহঁক বা জীয়াঁ।
তুচ্ছ, জী। জীহঁক বা জী।
তৃঃ পুঃ।
জীওক।

ওকাৰান্ত সকৰ্ম্মক ধো ধাতু।

স্বৰূপ-বৰ্ত্তমান।

একবচন। বহুবচন।
১ পুঃ ধুইছোঁ। ,,
২ পুঃ ধুইছা, ধুইছ। ,,
৩ পুঃ ধুইছে। ,,

নিত্য-বৰ্ত্তমান।

| | |
|---|---|
| ১ পুঃ ধোও বা ধো। | ,, |
| ২ পুঃ ধোৱাঁ, ধোৱ। | ,, |
| ৩ পুঃ ধোৱে। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ধুলোঁ। | ,, |
| ২ পুঃ ধুলা, ধুলি। | ,, |
| ৩ পুঃ ধুলে। | ,, |

অপূৰ্ণ-ভূত।

| | |
|---|---|
| ১ পুঃ ধুইছিলোঁ। | ,, |
| ২ পুঃ ধুইছিলা, ধুইছিলি। | ,, |
| ৩ পুঃ ধুইছিল। | ,, |

সম্ভাব্য-ভূত।

| | |
|---|---|
| ১ পুঃ ধুলোঁহেঁতেন। | ,, |
| ২ পুঃ ধুলাহেঁতেন, ধুলিহেঁতেন। | ,, |
| ৩ পুঃ ধুলেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ ধুম। | ,, |
| ২ পুঃ ধুবা, ধুবি। | ,, |
| ৩ পুঃ ধুব। | ,, |

লোট্

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰম, ধোৱাঁ। | ধোৱাঁহঁক বা ধোৱাঁ। |
| তুচ্ছ, ধো। | ধোহঁক বা ধো। |

তৃঃ পুঃ।

ধোওক, ধোৱক।

অকৰ্ম্মক শো ধাতু।

স্বৰূপ-বৰ্ত্তমান।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ শুইছোঁ। | ,, |
| ২ পুঃ শুইছা, শুইছ। | ,, |
| ৩ পুঃ শুইছে। | ,, |

নিত্য-বৰ্ত্তমান।

| | |
|---|---|
| ১ পুঃ শোওঁ বা শোঁ। | ,, |
| ২ পুঃ শোৱাঁ, শোৱ। | ,, |
| ৩ পুঃ শোৱে। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ শুলোঁ। | ,, |
| ২ পুঃ শুলা, শুলি। | ,, |
| ৩ পুঃ শুলে। | ,, |

অপূৰ্ণ-ভূত।

| | |
|---|---|
| ১ পুঃ শুইছিলোঁ। | ,, |
| ২ পুঃ শুইছিলা, শুইছিলি। | ,, |
| ৩ পুঃ শুইছিল। | ,, |

সম্ভাব্য-ভূত।

| | |
|---|---|
| ১ পুঃ শুলোঁহেঁতেন। | ,, |
| ২ পুঃ শুলাহেঁতেন, শুলিহেঁতেন। | ,, |
| ৩ পুঃ শুলেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ শুম। | ,, |
| ২ পুঃ শুবা, শুবি। | ,, |
| ৩ পুঃ শুব। | ,, |

লোট্

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰম, শোৱাঁ। | শোৱাঁহঁক বা শোৱাঁ। |
| তুচ্ছ, শো। | শোহঁক বা শো। |

তৃঃ পুঃ।

শোৱক বা শোওক।

## পাঁচনী ক্ৰিয়া।

১৮ সূত্ৰ। (১) লোকক পাঁচি ক্ৰিয়া কৰোৱা অৰ্থত নিত্য-বৰ্ত্তমান-কালৰ দ্বিতীয় পুৰুষত বাজে আন সকলো কালৰ সকলো বিভক্তিন্ত "কৰ্" আদি কিছু ব্যঞ্জনান্ত ধাতু অকাৰান্ত হয়, আৰু ধাতুৰ অন্তৰ আখৰৰ আগত থকা "আকাৰ" অকাৰ হয়। আন কাৰ্য্য অকাৰান্ত ধাতুৰ দৰে; যেনে- কৰাইছোঁ, কৰাইছা, কৰাইছ, কৰালোঁ, কৰালা, কৰালি, কৰাম, ৰখাইছোঁ, ৰখালোঁ, ৰখাম, বহুৱাইছোঁ, কন্দুৱাইছেঁা, হঁহুৱাইছোঁ, ইত্যাদি।

(২) 'বহ' আদি কোনো-কোনো ব্যঞ্জনান্ত ধাতুৰ পাচত 'উৱা' যোগ কৰা যায়; যেনে- বহুৱাইছোঁ, হঁহুৱাইছোঁ,

কন্দুৱাইছোঁ, ইত্যাদি।

১৯ সূত্ৰ। পঁচা অৰ্থত সকলো কালত ওফন্দ, ওকত্, ওলট্, ওলম্ আৰু ওফৰ এই বিলাকৰ ধাতুৰ দ্বিতীয় আখৰ বিকল্পে ওকাৰযুক্ত হয়; যেনে- ওফন্দাইছোঁ বা ওফোন্দাইছোঁ, ওলটালোঁ বা ওলোটালোঁ, ওভতাম বা ওভোতাম; ইত্যাদি।

২০ সূত্ৰ। সকলো কালত সকলো বিভক্তিত "খা" আদি কিছু ধাতুত বাজে অকাৰ বা আকাৰ অন্তত থকা আন ধাতু ওকাৰান্ত হয়; যেনে- লোৱাইছোঁ, লোৱাইলোঁ, লোৱাম, গোৱাইছোঁ, গোৱালোঁ, গোৱাম; ইত্যাদি।

২১ সূত্ৰ। সেই দৰেই ই বা ঈকাৰান্ত ধাতুৰ পাচত "য়া" এবং উকাৰ, একাৰ আৰু ওকাৰান্ত ধাতুৰ পাচত "ৱা" যোগ কৰা হয়; যেনে- দিয়াইছোঁ, দিয়ালোঁ; ধোৱাইছোঁ, ধোৱালোঁ, ধোৱাম; ডোৱাইছোঁ, ডোৱাম; ইত্যাদি।

২২ সূত্ৰ। "শো" ধাতুৰ ওকাৰত আৰু "খা" আদি কোনো কোনো আকাৰান্ত ধাতুৰ আকাৰত উকাৰ হয়, আৰু পাচত "ৱা" যোগ কৰা যায়; যেনে- শুৱাইছোঁ, শুৱাম, শুৱালোঁ; খুৱাইছোঁ, খুৱালোঁ, খুৱাম; পলুৱাইছোঁ, পলুৱালোঁ, পলুৱাম; ইত্যাদি।

২৩ সূত্ৰ। (১) সকলো ধাতুৰ নিত্য-বৰ্ত্তমান-কালৰ দ্বিতীয় পুৰুষৰ "আ" বিভক্তিত "ওৱাঁ" হয়; আন কাৰ্য্য পূৰ্ব্বৰ নিচিনা; যেনে- কৰোৱাঁ, দিওৱাঁ, ডেওৱাঁ, লোওৱাঁ। "অ" বিভক্তিত "আ" হয়; যেনে- কৰা, দিয়া, শুৱা, গোৱা, ধুৱা, লোৱা, যোৱা, ডেৱা, ইত্যাদি।

(২) তৃতীয় পুৰুষৰ 'এ' বিভক্তিৰ ঠাইত 'য়' হয়; যেনে- কৰায়, খুৱায়, শুৱায়, লোৱায়; ইত্যাদি।

২৪ সূত্ৰ। সকলো কালত সকলো বিভক্তিত বেগাই যোৱা অৰ্থৰ "লৰ্" ধাতুৰ পাচত "উৱা" যোগ কৰা যায়; যেনে- লৰুৱাইছোঁ, লৰুৱাওঁ, লৰুৱালোঁ, লৰুৱাম, লৰুৱাইছা, লৰুৱাইছে; ইত্যাদি।

২৫ সূত্ৰ। (১) সেই দৰেই শৰীৰৰ অঙ্গ ধোৱা অৰ্থত "ধো" ধাতুৰ ওকাৰত উকাৰ হয়; যেনে-- মই তাক ধুৱাইছোঁ, তুমি তাৰ মুখ ধুৱালা, সি ভৰি ধুৱাব, ইত্যাদি।

(২) আন বস্তু ধোৱা অৰ্থত "ধো"ৰ ওকাৰ থাকে; যেনে- কাপোৰ ধোৱালোঁ বা ধোৱাম, ইত্যাদি।

২৬ সূত্ৰ। "সোমা" ধাতুৰ ঠাইত "সুমা" হয়; অন্য কাৰ্য্য আকাৰ অন্তত থকা আন ধাতুৰ দৰে; যেনে- সুমাইছোঁ, সুমাও, সুমাইছিলো, সুমালোঁ, সুমাম, সুমাইছা, সুমালা, সুমাবা, সুমাইছে, সুমায়, সুমালে, সুমাব, ইত্যাদি।

(২) নিত্য-বৰ্ত্তমান-কালৰ "অ" বিভক্তি গুচে; যেনে- তই সুমা। 'আ' বিভক্তিত 'সুমা'ৰ ঠাইত 'সুম' হয়; যেনে- তুমি সুমুৱা।

২৭ সূত্ৰ। "ওলা" ধাতু "উলিয়া" হয়, অন্য কাৰ্য্য আকাৰ অন্তত থকা আন ধাতুৰ দৰে; যেনে- উলিয়াইছোঁ, উলিয়াওঁ, উলিয়ালোঁ, উলিয়াম, উলিয়াইছা, উলিওৱাঁ, উলিয়া, উলিয়ালা, উলিয়ায়, ইত্যাদি।

২৮ সূত্ৰ। সেই দৰেই "তিতা" ধাতু বিকল্পে "তিয়া" হয়; যেনে- তিতাইছোঁ বা তিয়াইছোঁ, তিতালোঁ বা তিয়ালোঁ, তিতাম বা তিয়াম, ইত্যাদি।

পাঁচনী ক্ৰিয়াৰ ৰূপ।

"কৰ্" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ কৰাইছোঁ। | কৰাইছোঁ, কৰাইছোঁহঁক |
| ২ পুঃ কৰাইছা, কৰাইছ। | কৰাইছা, কৰাইছাহঁক, কৰাহঁক, কৰাইছহঁক। |
| ৩ পুঃ কৰাইছে। | কৰাইছে। |

নিত্য-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পু ঃ কৰাওঁ। | |
| ২ পুঃ কৰোৱাঁ, কৰা। | আগৰ দৰে বুজিবা। |
| ৩ পুঃ কৰায়। | |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ কৰালোঁ। | ,, |
| ২ পুঃ কৰালা, কৰালি। | ,, |
| ৩ পুঃ কৰালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ কৰাইছিলোঁ। | ,, |
| ২ পুঃ কৰাইছিলা, কৰাইছিলি। | ,, |
| ৩ পুঃ কৰাইছিল। | ,, |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ কৰালোঁহেঁতেন। | ,, |
| ২ পুঃ কৰালাহেঁতেন, কৰালিহেঁতেন। | ,, |
| ৩ পুঃ কৰালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ কৰাম। | ,, |

| একবচন। | বহুবচন। |
|---|---|
| ২ পুঃ কৰাবা, কৰাবি। | ,, |
| ৩ পুঃ কৰাব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰম, কৰোৱাঁ। | কৰোৱাহঁক বা কৰোৱাঁ। |
| তুচ্ছ, কৰা। | কৰাহঁক বা কৰা। |

তৃঃ পুঃ কৰাওক।

অকাৰান্ত "ল" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ লোৱাইছোঁ। | ,, |
| ২ পুঃ লোৱাইছা, লোৱাইছ। | ,, |
| ৩ পুঃ লোৱাইছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পুঃ লোৱাওঁ। | ,, |
| ২পুঃ লওৱাঁ, লোৱা। | ,, |
| ৩ পুঃ লোৱায়। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ লোৱালোঁ। | ,, |
| ২ পুঃ লোৱালা, লোৱালি। | ,, |
| ৩ পুঃ লোৱালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ লোৱাইছিলোঁ। | ,, |
| ২ পুঃ লোৱাইছিলা, লোৱাইছিলি। | ,, |
| ৩ পুঃ লোৱাইছিল। | ,, |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ লোৱালোঁহেঁতেন। | ,, |
| ২ পুঃ লোৱালাহেঁতেন, লোৱালিহেঁতেন। | ,, |
| ৩ পুঃ লোৱালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ লোৱাম। | ,, |
| ২ পুঃ লোৱাবা, লোৱাবি। | ,, |
| ৩ পুঃ লোৱাব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰম, লোওৱাঁ। | লোওৱাহঁক, লোওৱাঁ |
| তুচ্ছ, লোৱা। | লোৱাহঁক, লোৱা। |

তৃঃ পুঃ লোৱাহঁক।

"খা" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

১ পুঃ খুৱাইছোঁ। ,,
২ পুঃ খুৱাইছা, খুৱাইছ। ,,
৩ পুঃ খুৱাইছে। ,,

নিত্য-বৰ্ত্তমান-কাল।

১ পুঃ খুৱাওঁ। ,,
২ পুঃ খুওৱাঁ, খুৱা। ,,
৩ পুঃ খুৱায়। ,,

স্বৰূপ-ভূত-কাল।

১ পুঃ খুৱালোঁ। ,,
২ পুঃ খুৱালা, খুৱালি। ,,
৩ পুঃ খুৱালে। ,,

অপূৰ্ণ-ভূত-কাল।

১ পুঃ খুৱাইছিলোঁ। ,,
২ পুঃ খুৱাইছিলা, খুৱাইছিলি। ,,
৩ পুঃ খুৱাইছিল। ,,

সম্ভাব্য-ভূত-কাল।

১ পুঃ খুৱালোঁহেঁতেন। ,,
২ পুঃ খুৱালাহেঁতেন, খুৱালিহেঁতেন। ,,
৩ পুঃ খুৱালেহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুঃ খুৱাম। ,,
২ পুঃ খুৱাবা, খুৱাবি। ,,
৩ পুঃ খুৱাব। ,,

লোট্।

দ্বিঃ পুঃ

সম্ভ্ৰ, খুওৱাঁ। খুওৱাঁহঁক, খুওৱাঁ।
তুচ্ছ, খুৱা। খুৱাহঁক, খুৱা।

তৃঃ পুঃ খুৱাওক।

"ৰাখ্" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ ৰখাইছোঁ। | ,, |
| ২ পুঃ ৰখাইছা, ৰখাইছ। | ,, |
| ৩ পুঃ ৰখাইছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ ৰখাওঁ। | ,, |
| ২ পুঃ ৰখোৱাঁ, ৰখা। | ,, |
| ৩ পুঃ ৰখায়। | ,, |

স্বৰূপ-বৃত-কাল।

| | |
|---|---|
| ১ পুঃ ৰখালোঁ। | ,, |
| ২ পুঃ ৰখালা, ৰখালি। | ,, |
| ৩ পুঃ ৰখালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ৰখাইছিলোঁ। | ,, |
| ২ পুঃ ৰখাইছিলা, ৰখাইছিলি। | ,, |
| ৩ পুঃ ৰখাইছিল। | ,, |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ৰখালোঁহেঁতেন। | ,, |
| ২ পুঃ ৰখালাহেঁতেন, ৰখালিহেঁতেন। | ,, |
| ৩ পুঃ ৰখালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ ৰখাম। | ,, |
| ২ পুঃ ৰখাবা, ৰখাবি। | ,, |
| ৩ পুঃ ৰখাব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰ, ৰখোৱাঁ। | ৰখোৱাহঁক, ৰখোৱাঁ। |
| তুচ্ছ, ৰখা। | ৰখাহঁক, ৰখা। |

তৃঃ পুঃ ৰখাওক।

“গা” ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱাইছোঁ। | ,, |
| ২ পুঃ গোৱাইছা, গোৱাইছ। | ,, |
| ৩ পুঃ গোৱাইছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱাওঁ। | ,, |
| ২ পুঃ গোওৱাঁ, গোৱা। | ,, |
| ৩ পুঃ গোৱায়। | ,, |

স্বৰূপ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱালোঁ। | ,, |
| ২ পুঃ গোৱালা, গোৱালি। | ,, |
| ৩ পুঃ গোৱালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱাইছিলোঁ। | ,, |
| ২ পুঃ গোৱাইছিলা, গোৱাইছিলি। | ,, |
| ৩ পুঃ গোৱাইছিল। | ,, |

স্বৰূপ-ভূত-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱালোঁহেঁতেন। | ,, |
| ২ পুঃ গোৱালোঁহেঁতেন, গোৱালিহেঁতেন। | ,, |
| ৩ পুঃ গোৱালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ গোৱাম। | ,, |
| ২ পুঃ গোৱাবা, গোৱাবি। | ,, |
| ৩ পুঃ গোৱাব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| একবচন। | বহুবচন। |
|---|---|
| সম্ভ্ৰ, গোওৱাঁ। | গোওৱাঁহঁক, গোওৱাঁ। |
| তুচ্ছ, গোৱা। | গোৱাহঁক, গোৱা। |

তৃঃ পুঃ গোৱাওক।

---

+ এইটো বেগাই যোৱা অৰ্থৰ “লৰ” ধাতু, ইয়াৰ সলনি কৰা। অৰ্থ আন ঠাইলৈ নিয়া বা সঞ্চালন কৰা, অৰ্থ যুজোৱা ‘লৰ্’ ধাতুৰ ৰূপ ‘কম্’ ধাতুৰ নিচিনা; যেনে- এই কথাটো লৰাইছোঁ, সেই বস্তুটো ইয়াৰপৰা লৰাম, বতাহে পাত লৰাইছে, ইত্যাদি।

+ "লৰ্" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

১ পুঃ লৰুৱাইছোঁ। ,,
২ পুঃ লৰুৱাইছা, লৰুৱাইছ। ,,
৩ পুঃ লৰুৱাইছে। ,,

নিত্য-বৰ্ত্তমান-কাল।

১ পুঃ লৰুৱাওঁ। ,,
২ পুঃ লৰুওৱাঁ, লৰুৱা। ,,
৩ পুঃ লৰুৱায়। ,,

স্বৰূপ-বৰ্ত্তমান-কাল।

১ পুঃ লৰুৱালোঁ। ,,
২ পুঃ লৰুৱালা, লৰুৱালি। ,,
৩ পুঃ লৰুৱালে। ,,

অপূৰ্ণ-ভূত-কাল।

১ পুঃ লৰুৱাইছিলোঁ। ,,
২ পুঃ লৰুৱাইছিলা, লৰুৱাইছিলি। ,,
৩ পুঃ লৰুৱাইছিল। ,,

সম্ভাব্য-ভূত-কাল।

১ পুঃ লৰুৱালোঁহেঁতেন। ,,
২ পুঃ লৰুৱালাহেঁতেন, লৰুৱালিহেঁতেন। ,,
৩ পুঃ লৰুৱালেহেঁতেন। ,,

ভবিষ্যৎ-কাল।

১ পুঃ লৰুৱাম। ,,
২ পুঃ লৰুৱাবা, লৰুৱাবি। ,,
৩ পুঃ লৰুৱাব। ,,

লোট্।

দ্বিঃ পুঃ।

সম্ভ্ৰ, লৰুওৱাঁ। লৰুওৱাঁহঁক, লৰুওৱাঁ।
তুচ্ছ, লৰুৱা। লৰুৱাহঁক, লৰুৱা।

তৃঃ পুঃ লৰুৱাওঁক।

---

+ গা ধোৱা অৰ্থ বুজোৱা যিটো ধো ধাতু, তাৰ ওকাৰত ঔকাৰ হয়।

+"ধো" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ ধোৱাইছোঁ। | ,, |
| ২ পুঃ ধোৱাইছা, ধোৱাইছ। | ,, |
| ৩ পুঃ ধোৱাইছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পুঃ ধোৱাওঁ। | ,, |
| ২ পুঃ ধোওৱাঁ, ধোৱা। | ,, |
| ৩ পুঃ ধোৱালে। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ধোৱালোঁ। | ,, |
| ২ পুঃ ধোৱালা, ধোৱালি। | ,, |
| ৩ পুঃ ধোৱালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ধোৱাইছিলোঁ। | ,, |
| ২ পুঃ ধোৱাইছিলা, ধোৱাইছিলি। | ,, |
| ৩ পুঃ ধোৱাইছিল। | ,, |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ ধোৱালোঁহেঁতেন। | ,, |
| ২ পুঃ ধোৱালাহেঁতেন, ধোৱালিহেঁতেন। | ,, |
| ৩ পুঃ ধোৱালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ ধোৱাম। | ,, |
| ২ পুঃ ধোৱাবা, ধোৱাবি। | ,, |
| ৩ পুঃ ধোৱাব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰ, ধোওৱাঁ। | ধোওৱাঁহঁক, ধোওৱাঁ |
| তুচ্ছ, ধোৱা। | ধোৱাহঁক, ধোৱা। |
| তৃঃ পুঃ ধোৱাহঁক | |

"দি" ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| একবচন। | বহুবচন। |
|---|---|
| ১ পুঃ দিয়াইছো। | ,, |
| ২ পুঃ দিয়াইছা, দিয়াইছ। | ,, |
| ৩ পুঃ দিয়াইছে। | ,, |

নিত্য-বৰ্ত্তমান-কাল।

| | |
|---|---|
| ১ পুঃ দিয়াওঁ। | ,, |
| ২ পুঃ দিওৰাঁ, দিয়া। | ,, |
| ৩ পুঃ দিয়ায়। | ,, |

স্বৰূপ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ দিয়ালোঁ। | ,, |
| ২ পুঃ দিয়ালা, দিয়ালি। | ,, |
| ৩ পুঃ দিয়ালে। | ,, |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ দিয়াইছিলোঁ। | ,, |
| ২ পুঃ দিয়াইছিলা, দিয়াইছিলি। | ,, |
| ৩ পুঃ দিয়াইছিল। | ,, |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ দিয়ালোঁহেঁতেন। | ,, |
| ২ পুঃ দিয়ালাহেঁতেন, দিয়ালিহেঁতেন। | ,, |
| ৩ পুঃ দিয়ালেহেঁতেন। | ,, |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ দিয়াম। | ,, |
| ২ পুঃ দিয়াবা, দিয়াবি। | ,, |
| ৩ পুঃ দিয়াব। | ,, |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| ভদ্ৰ, দিওৰাঁ। | দিওৰাঁহঁক, দিওৰাঁ। |
| তুচ্ছ, দিয়া। | দিয়াহঁক, দিয়া। |
| তৃঃ পুঃ দিয়াওক। | |

## পাঁচনী ক্ৰিয়াৰ আন ৰূপ।

৩০ সূত্ৰ। পাঁচনী ক্ৰিয়াবিলাকৰ আন এটা ৰূপ আছে, তাত ব্যঞ্জনান্ত ধাতুবিলাকৰ পাচত “ওৱা” যোগ কৰা যায়; আন কাৰ্য্য আকাৰান্ত ধাতুৰ নিচিনা; যেনে-- (কৰ্) কৰোয়াইছোঁ, কৰোৱাওঁ, কৰোৱালোঁ, কৰোৱাম, ইত্যাদি

৩১ সূত্ৰ। ধাতুৰ অন্তৰ আখৰৰ আগত থকা আকাৰত অকাৰ হয়; যেনে-- (মাৰ) মৰোৱাইছোঁ, মৰোৱালোঁ, ইত্যাদি। সেই দৰেই (সাৰ্) সৰোৱালোঁ ইত্যাদি।

৩২ সূত্ৰ। (১) সকলো ধাতুৰ নিত্য-বৰ্ত্তমান-কালৰ দ্বিতীয় পুৰুষৰ “অ” বিভক্তিৰ লোপ হয়; যেনে- তই কৰোৱা, ধৰোৱা ইত্যাদি।

(২) “আঁ” বিভক্তিত ধাতুৰ অন্তৰ ‘ৱা’ আৰু ‘আঁ’ বিভক্তি দুইও মিলি “ওৱাঁ” হয়; যেনে- তুমি কৰোওৱাঁ, মৰোওৱাঁ, ইত্যাদি।

৩৩ সূত্ৰ। (১) সকলো কালৰ সকলো বিভক্তিত ‘ওলা’ ধাতুৰ ঠাইত ‘উলিওৱা’ আৰু ‘সোমা’ ধাতুৰ ঠাইত ‘সুমুৱা’ হয়; যেনে- উলিওৱাওঁ, উলিওৱালা, উলিওৱাব, সুমুওৱাইছোঁ, সুমুওৱালা, ইত্যাদি।

(২) ‘দেখ’ ধাতু ‘দেখুৱা’ আৰু ৰক্ষা পোৱা অৰ্থৰ ‘সাৰ’ ধাতু ‘সকৱা’ হয়; যেনে- দেখুৱালোঁ, সকৱালোঁ, ইত্যাদি।

### পাঁচনী ক্ৰিয়াৰ বেলেগ ৰূপ।

“কৰ্” ধাতু।

স্বৰূপ-বৰ্ত্তমান-কাল।

| | একবচন। | বহুবচন। |
|---|---|---|
| ১ পুঃ | কৰোৱাইছোঁ। | কৰোৱাইছোঁহঁক। কৰোৱাইছোঁ। |
| ২ পুঃ | কৰোৱাইছা। | কৰোৱাইছাহঁক, কৰোৱাইছা, কৰোৱাইছহঁক, কৰোৱাইছ। |
| ৩ পুঃ | কৰোৱাইছে। | কৰোৱাইছে। |

নিত্য-বৰ্ত্তমান-কাল।

| | | |
|---|---|---|
| ১ পুঃ | কৰোৱাওঁ। | কৰোৱাওঁহঁক, কৰোৱাঁও। |
| ২ পুঃ | কৰোওঁৱা, কৰোৱা। | কৰোওঁৱাহঁক, কৰোওঁৱা। কৰোৱাহঁক, কৰোৱা। |
| ৩ পুঃ | কৰোৱাব। | কৰোৱাব। |

ভূত-কাল।

| | | |
|---|---|---|
| ১ পুঃ | কৰোৱালোঁ। | কৰোৱালোঁহঁক, কৰোৱালোঁ। |
| ২ পুঃ | কৰোৱালা, কৰোৱালি। | কৰোৱালাহঁক, কৰোৱালা। কৰোৱালিহঁক, কৰোৱালি। |

অপূৰ্ণ-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ কৰোৱাইছিলোঁ। | কৰোৱাইছিলোঁহঁক, কৰোৱাইছিলোঁ। |
| ২ পুঃ কৰোৱাইছিলা, কৰোৱাইছিলি। | কৰোৱাইছিলাহঁক, কৰোৱাইছিলা |
| | কৰোৱাইছিলিহঁক, কৰোৱাইছিলি। |
| ৩ পুঃ কৰোৱাইছিল। | কৰোৱাইছিল। |

সম্ভাব্য-ভূত-কাল।

| | |
|---|---|
| ১ পুঃ কৰোৱালোঁহেঁতেন। | কৰোৱালোঁহঁকহেঁতেন, কৰোৱালোহেঁতেন |
| একবচন। | বহুবচন। |
| ২ পুঃ কৰোৱালাহেঁতেন, কৰোৱালিহেঁতেন। | কৰোৱালাহঁকহেঁতেন, কৰোৱালাহেঁতেন |
| | কৰোৱালিহেঁতেন, কৰোৱালিহেঁতেন। |
| ৩ পুঃ কৰোৱালেহেঁতেন। | কৰোৱালেহেঁতেন। |

ভবিষ্যৎ-কাল।

| | |
|---|---|
| ১ পুঃ কৰোৱাম। | কৰোৱামহঁক, কৰোৱাম। |
| ২ পুঃ কৰোৱাবা, কৰোৱাবি। | কৰোৱাবাহঁক, কৰোৱাবা। |
| | কৰোৱাবিহঁক, কৰোৱাবি। |
| ৩ পুঃ কৰোৱাব। | কৰোৱাব। |

লোট্।

দ্বিঃ পুঃ।

| | |
|---|---|
| সম্ভ্ৰ, কৰোওৱাঁ। | কৰোওৱাঁহঁক, কৰোওৱাঁ। |
| তুচ্ছ, কৰোৱা। | কৰোৱাহঁক, কৰোৱা। |

তৃঃ পুঃ কৰোৱাওক।

## অনিয়মিত ক্ৰিয়া।

১। সংস্কৃতৰ নিত্য-বৰ্ত্তমান-কালৰ তৃতীয় পুৰুষৰ একবচনৰ ‘নাস্তি’ (ন অস্তি) ক্ৰিয়াৰ পৰা ‘নাই’ এই ক্ৰিয়া হৈছে। সি অনিয়মিত; কিয়নো, সি কেৱল নিত্য-বৰ্ত্তমান-কালত মাথোন ব্যৱহৃত, আৰু তিনিও পুৰুষৰ দুইও বচনত তাৰ একেৰূপ হয়; যেনে- মই নাই; তুমি নাই; তই নাই; সি, তেওঁ বা আপুনি নাই; সেই দৰেই আমি নাই; ইত্যাদি।

২। একেলগে যাবলৈ আদেশ বা প্ৰাৰ্থনা কৰা ‘বল্’ ধাতুৰ সম্ভ্ৰমাৰ্থত বাজে তৃতীয় পুৰুষত তাৰ ব্যৱহাৰ নাই; যেনে- তুমি বলা, তই বল্, আপুনি, বলুক। বহুবচনত বলাহঁক ইত্যাদি।

৩। ‘আছ্’ ধাতুও অনিয়মিত, তাৰ ক্ৰিয়া কেৱল স্বৰূপ-বৰ্ত্তমান আৰু অপূৰ্ণ-ভূত, এই দুই কালত হে ব্যৱহৃত হয়; যেনে- (স্বৰূপ-বৰ্ত্তমান) আছোঁ, আছা, আছ, আছে; বহুবচনত আছোঁহঁক, ইত্যাদি। (অপূৰ্ণ-ভূত) আছিলোঁ, আছিলা, আছিলি, আছিল; বহুবচনত আছিলোঁহঁক, ইত্যাদি।

৪। স্বৰূপ-বৰ্ত্তমান-কালত ‘থাক’ ধাতুৰ থাকিছোঁ, থাকিছা, থাকিছ, থাকিছে, এইবিলাক ক্ৰিয়াৰ সলনি

'আছ্' ধাতুৰ সেই কালৰ আছোঁ, আছা, আছ, আছে, আৰু অপূৰ্ণভূত-কালত 'থাক' ধাতুৰ থাকিছিলোঁ, থাকিছিলা, থাকিছিলি, থাকিছিল, এইবিলাকৰ পৰিবৰ্ত্তে 'আছ্' ধাতুৰ সেই কালৰ আছিলোঁ, আছিলা, আছিলি, আছিল, এইবিলাক ক্ৰিয়া ব্যৱহৃত হয়। কিন্তু এই দুই কালত 'থাক' ধাতুৰ থাকিছোঁ আদি ক্ৰিয়া ব্যৱহাৰ কৰা অশুদ্ধ বা অসঙ্গত বুলিব নোৱাৰি; এতেকে যোৱা জেঠ মাহত মই কলিকতাত আছিলোঁ, ইয়াৰ সলনি কলিকতাত থাকিছিলোঁ আৰু 'এতিয়া গুৱাহাটীত আছোঁ' ইয়াৰ সলনি 'গুৱাহাটীত থাকিছোঁ' বুলিলে একো বেয়া ন হয়; কিন্তু ভাষাৰ অঙ্গ-পুষ্টি হে হব।

বিদন্তাৰ্থক ধাতু।

অসমীয়া ভাষাত সংজ্ঞা-শব্দৰপৰা হোৱা ধাতুবিলাকক বিদন্তাৰ্থক ধাতু বোলা যায়, আৰু পূৰ্ব্বে লেখা সূত্ৰৰ মতে কাৰ্য্য হৈ সিহঁতৰ ক্ৰিয়া-পদ হয়; যেনে---

| সংজ্ঞা-শব্দ | ধাতু | ক্ৰিয়াপদ |
|---|---|---|
| টাঙ্গন | টঙ্গনিয়া | টঙ্গনিয়াইছোঁ ইত্যাদি। |
| মাৰি | মৰিয়া | মৰিয়াইছোঁ ,, |
| গুলী | গুলীয়া | গুলীয়াইছোঁ ,, |
| গাল | গলিয়া | গলিয়াইছোঁ ,, |
| চৰ | চৰা | চৰাইছোঁ ,, |
| লাথি | লথিয়া | লথিয়াইছোঁ ,, |
| হুকি | হুকিয়া | হুকিয়াইছোঁ ,, |
| সুহৰি | সুহৰিয়া | সুহৰিয়াইছোঁ ,, |
| গোৰ | গুৰিয়া | গুৰিয়াইছোঁ ,, |
| ভুকু | ভুকুৱা | ভুকুৱাইছোঁ ,, |
| কিল | কিলা | কিলাইছোঁ ,, |
| ডাবি | ডবিয়া | ডবিয়াইছোঁ ইত্যাদি। |

হুৰ্ হুৰ্, গিৰ্ গিৰ্ আদি ব্যঞ্জনান্ত অনুকাৰ-শব্দৰ পাচত 'আ' দিলে তেনে শব্দ কৰা অৰ্থবোধক ধাতু হয়, আৰু সেই ধাতুৰ ৰূপ আন আকাৰান্ত ধাতুৰ নিচিনা; যেনে- গিৰ্ গিৰাইছোঁ, গিৰ্ গিৰাইছা, গিৰ্ গিৰাইছ, গিৰগিৰাইছে, ইত্যাদি।

আনুষঙ্গিক বা লগৰীয়া ক্ৰিয়া।

১। পৰ্, যা, উঠ্, পেলা, দি, নি, ল, ধৰ্, ইত্যাদি কিছুমান ধাতুৰ সাধ্যা-ক্ৰিয়া আন এটা ধাতুৰ 'ই' ভাগান্ত সিদ্ধা-ক্ৰিয়াৰ পাচত থাকিলে আপোনাৰ অৰ্থ এৰি সেই সিদ্ধা-ক্ৰিয়াৰ অৰ্থক মাথোন বলবান কৰে, এতেকে তেনে ক্ৰিয়াক লগৰীয়া বোলা যায়। যেনে- হৈ পৰিল, হৈ গল, উচাপ খাই উঠিছোঁ, খাই পেলালে, মাৰি দিলোঁ, খাই নিলে, শুই লওঁ, খাই হৰিছে, ইত্যাদি।

২। কেতিয়াবা সেইবিলাক ধাতুৰ সিদ্ধা-ক্ৰিয়া আন ধাতুৰ 'ই' ভাগান্ত সিদ্ধা-ক্ৰিয়াৰ পাচত থাকে; যেনে- অমুকে ভাত খাই পেলাই গল, এই কথা হৈ গলত হে মই শুনিলোঁ।

৩। সেইবোৰ ধাতুৰপৰা হোৱা নাম-ধাতুও আন ধাতুৰ 'ই' ভাগান্ত সিদ্ধা-ক্ৰিয়াৰ পাচত থাকে; যেনে- বাঘে খাই পেলাবলৈ ধৰিছিল; ইয়াত পেলাবলৈ এইটো নামধাতু, 'খাই' এই সিদ্ধা-ক্ৰিয়াৰ পাচত আছে।

৪। সিহঁতৰ ভাব বাচ্যৰ পদ আন ধাতুৰ ই ভাগান্ত সাধ্যা-ক্ৰিয়াৰ পাচত থাকে, যেনে- দৰব খাই দিয়া মাত্ৰে

বিষ গুচিল। ইয়াত "দিয়া" এইটো ভাৱবাচক পদ, 'খাই' এইটো সিদ্ধা-ক্ৰিয়া।

### ক্ৰিয়াৰ ৰাচ্য।

১। ক্ৰিয়াবিলাকৰ তিনটা বাচ্য আছে; - কৰ্ত্তৃবাচ্য, কৰ্ম্মবাচ্য, ভাৱ-বাচ্য।

২। যেতিয়া অকৰ্ম্মক ধাতুৰ ক্ৰিয়াৰ কৰ্ত্তা প্ৰথমা বিভক্তিত থাকে, আৰু সকৰ্ম্মক ধাতুৰ ক্ৰিয়া হলে লুকাই বা দেখাই এটা কৰ্ম্ম-পদ থাকে আৰু ক্ৰিয়া-পদ কৰ্ত্তাৰে মিলে, সেইয়ে কৰ্ত্তৃৰাচ্য; যেনে- (অকৰ্ম্মক ক্ৰিয়া) হৰিৰামে শুইছে; ইয়াত 'হৰিৰামে' এইটো কৰ্ত্তা-পদ প্ৰথমা-বিভক্তিত আছে, 'শুইছে' এই অকৰ্ম্মক ক্ৰিয়া তাৰে মিলিছে। সেই দৰেই দেবদত্তে আছে, সোমদত্তে হাঁহিছে, ইত্যাদি। (সকৰ্ম্মক ক্ৰিয়া) বলৰামে পুথি লিখিছে, ইয়াত 'বলৰামে' এই কৰ্ত্তাৰ 'লিখিছে' এইটো সকৰ্ম্মক ক্ৰিয়া, তাৰ কৰ্ম্মপদ 'পুথি'। কৃষ্ণৰামে পঢ়িছে; ইয়াত পুথি এই কৰ্ম্মপদ লুকাই আছে, ইত্যাদি।

৩। যেতিয়া কৰ্ম্মপদ প্ৰথমা-বিভক্তিলৈ গৈ 'হ' বা 'যা' ধাতুৰ ক্ৰিয়াৰ কৰ্ত্তা হয়, আৰু কৰ্ত্তৃবাচ্যৰ কৰ্ত্তা-পদ 'দ্বাৰা' শব্দৰ যোগত সম্বন্ধ-কাৰক হৈ দেখাই বা লুকাই থাকে, আৰু কৰ্ম্ম-বাচ্যৰ কৃদন্ত পদ এটা 'হ' বা 'যা' ধাতুৰ সাধ্যা-ক্ৰিয়াৰ আগত থাকে, সেইয়ে কৰ্ম্মবাচ্য, অৰ্থাৎ লোকে যি কাৰ্য্য কৰে সেই কাৰ্য্যক বুজোৱা পদটো কৰ্ত্তা হৈ উক্ত হলে কৰ্ম্মবাচ্য হয়। যেনে- হৰিৰামৰ দ্বাৰা পুথি লেখা হৈছে; ইয়াত 'পুথি' এই কৰ্ম্মপদ "হৈছে" সাধ্যা-ক্ৰিয়াৰ কৰ্ত্তা হৈছে, হৰিৰাম এই পদৰ "দ্বাৰা" শব্দৰ যোগত সম্বন্ধ-কাৰক হৈ সি অপ্ৰধান হৈছে, আৰু 'লেখা' এইটো কৰ্ম্মবাচ্যৰ পদ 'হৈছে' ক্ৰিয়াৰ আগত আছে; অৰ্থাৎ হৰিৰামে যি পুথি লিখিছে, সেই পুথিয়ে লেখা কাৰ্য্যটো আপুনি কৰাৰ দৰে উক্ত হৈছে। সেই দৰেই গীত গোৱা হৈছে, কাম কৰা হৈছে, ভাত খোৱা হব। এনেবিলাক ঠাইত "দ্বাৰা" শব্দৰ যোগত হোৱা সম্বন্ধ-কাৰকটো লুকাই আছে। অকৰ্ম্মক ধাতুৰ কৰ্ম্মবাচ্যৰ ক্ৰিয়াৰ আন এটা ৰূপ আছে, তাত সি ইকাৰান্ত হয়; যেনে -- ইয়াৰ পৰা তাৰ মাত শুনি, অৰ্থাৎ শুনা যায়; আন্ধাৰত একো নেদেখি, অৰ্থাৎ দেখা নেযায়; ইয়াত আন নে পাই, অৰ্থাৎ পোৱা নেযায়; ইত্যাদি।

৪। যেতিয়া কৰ্ম্মপদ আপোনাৰ বিভক্তিত থাকে আৰু ভাৱবাচ্যৰ পদ এটা 'হ' বা 'যা' ধাতুৰ সাধ্যা-ক্ৰিয়াৰ কৰ্ত্তা হয়, সেয়ে ভাৱ-বাচ্য; ইয়াতো কৰ্ত্তৃবাচ্যৰ কৰ্ত্তা পদৰ "দ্বাৰা" শব্দৰ যোগত সম্বন্ধ-কাৰক হৈ সি দেখাই বা লুকাই থাকিব পাৰে; যেনে- কৃষ্ণৰামক ভোজলৈ মতা হৈছে: ইয়াত "কৃষ্ণৰামক" এই কৰ্ম্মপদ দ্বিতীয়াবিভক্তিত আছে, আৰু "হৈছে" এই ক্ৰিয়াৰ "মতা" এই ভাৱ-বাচ্যৰ পদ কৰ্ত্তা হৈছে। সেই দৰেই ৰামকৃষ্ণক দেখা গৈছে; ইত্যাদি।

৫। "হ" ধাতুৰ এটা সাধ্যা-ক্ৰিয়াৰ আগত ভাৱ-বাচ্যৰ পদ থাকিলে, সেই সংস্কৃত ভাৱবাচ্যৰ পাচত "কৰা" এই অসমীয়া ভাৱ-বাচ্যৰ পদ যোগ কৰা যায়, আৰু কৰ্ত্তা-পদৰ সম্বন্ধ-কাৰক হয়; যেনে- কৃষ্ণৰামৰ শয়ন কৰা হৈছে; ইত্যাদি। ইও ভাৱবাচ্য।

---

+ সন্ধিৰ ৪ সূত্ৰ চোৱা।

* ইয়াত ই কাৰৰ গুন হৈ 'এ' হল, পাচত 'এ'ৰ ঠাইত 'অয়' হৈ পদ সিদ্ধ হৈছে।

+ সংস্কৃতত 'অন' অন্তত থকা শব্দৰ প্ৰথমাৰ একবচনত ন গুচে; যেনে-- কৰ্ম্ম+কৰ্ম্ম। অসমীয়াত সেই প্ৰথমাৰ পদক সকলো বিভক্তিত ব্যৱহাৰ কৰা যায়।

## কৃদন্ত ক্ৰিয়া আৰু শব্দ।

ধাতুৰ পাচত ওপৰত কোৱা বিভক্তিন্ত বাজে আন কোনো কোনো আখৰ যোগ কৰি পদ সিদ্ধ কৰা যায়; সেইবিলাকক "কৃৎ" প্ৰত্যয়, আৰু সেইবিলাক আখৰ যুক্ত হৈ হোৱা পদবিলাকক "কৃদন্ত" শব্দ বোলা যায়; যেনে- (হ) হোৱা, (খা) খোৱা; সেই দৰেই গমন, শয়ন ইত্যাদি। সেইবিলাক পদ সংজ্ঞা-শব্দ বিশেষণ বা সিদ্ধা-ক্ৰিয়া হয়

### সংস্কৃত কৃৎপ্ৰত্যয়।

১ সূত্ৰ। আৱশ্যকাৰ্থত ধাতুৰ পাচত "তব্য" হয়, আৰু ধাতুৰ অন্ত্যস্বৰৰ গুণ হয়, অন্তৰ 'ম'ৰ ঠাইত "ন" হয়। আৰু উবৰ্ণান্ত ধাতুৰ পাচত "তব্য"ৰ আগত 'ই' হয়, যেনে- কৃ তব্য, কৰ্ত্তব্য; মৃ তব্য, মৰ্ত্তব্য; স্মৃ তব্য, স্মৰ্ত্তব্য; নী তব্যা, নেতব্যা; গম্ তব্য, গন্তব্য; ভূ তব্য, ভৱিতব্য; ইত্যাদি।

২ সূত্ৰ। সেই অৰ্থ বুজাবলৈ ধাতুৰ পাচত "অনীয়" হয়, আৰু ধাতুৰ অন্ত্য স্বৰৰ গুণ হয়; যেনে- কৃ অনীয়, কৰণীয়; ধৃ অনীয়, ধৰণীয়। পা অনীয়, পানীয়; ভূ অনীয়, ভৱনীয়। নাম্ অনীয় নমনীয়; ইত্যাদি।

৩ সূত্ৰ। (১) ক্ৰিয়া কৰোতাক বুজাবলৈ পুংলিঙ্গৰ ধাতুৰ পাচত "অক" হয়; আৰু ধাতুৰ অন্ত্য স্বৰৰ বৃদ্ধি হয়। যথা- অক্ কাৰক কৃমৃ অক, মাৰক; ভূ অক্, ভাৱক; নী অক্, নায়ক + ইত্যাদি।

(২) আকাৰান্ত ধাতুৰ পাচত অক্ৰ অকৰ 'অ' 'য' হয়; যেনে- দা অক্ দায়ক; স্ত্ৰীলিঙ্গত কাৰিকা, দায়িল, ইত্যাদি।

৪ সূত্ৰ। লেখকৰ ইচ্ছা অনুসাৰে "অক"ৰ সলনি "ইন" হয়, অন্য কাৰ্য্য "অক" প্ৰত্যয়ৰ তুল্য যেনে-- কৃ ইন, কাৰিন; ভূ ইন, ভাৱিন; নী ইন, নায়িন; দা ইন, দায়িন +। স্ত্ৰীলিঙ্গত +কাৰিণী, ভাবিনী. দায়িনী, ইত্যাদি।

৫ সূত্ৰ। (১) কৰ্ম্ম-বাচ্যত অৰ্থাৎ কৰা কাৰ্য্যক বুজাবলৈ পুংলঙ্গিত ধাতুৰ পাচত "ত" হয়; যেনে- কৃ ত, কৃত; নী ত, নীত; দৃশ্ ত, দৃষ্ট; "ত" হলে কোনো কোনো ধাতুৰ অন্ত্য "ম্" ও "ন্" লুপ্ত হয়। যেনে- গম ত, গত; মন্ ত মত।

(২) কোনো-কোনো আকাৰান্ত ধাতুৰ আকাৰত "ত" বা "ই" হয়; যেনে- দা ত, দত্ত বা দিত ইত্যাদি।

(৩) কোনো ধাতুৰ অন্ত্য "ন"ৰ ঠাইত "ৰ" হয়, আৰু তাৰ অন্তৰ আখৰৰ আগত থকা হ্বাৰ দীৰ্ঘ হয়; যেনে- শ্ৰম ত, শ্ৰান্ত; ভ্ৰম ত, ভ্ৰান্ত; ইত্যাদি।

(৪) কেতিয়াবা ধাতুৰ অন্ত্য "হ"ত "গ" হয়, আৰু প্ৰত্যয়ৰ "ত"ৰ ঠাইত "ধ" হয়; যেনে- মুহ্ ত, মুগ্ধ।

(৫) কদাচিত সেই "হ" আৰু "ত" দুইও গুচি "ঢ" হয়, আৰু আগৰ স্বৰ দীৰ্ঘ হয়; যেনে- মুহ্ ত, মূঢ়।

(৬) কোনো-কোনো দীৰ্ঘ অকাৰান্ত ধাতুৰ "হ"ৰ ঠাইত "ঈৰ" হয়, আৰু প্ৰত্যয়ৰ "ত" গুচি "ণ" হয়; যেনে- কৃ ত, কীৰ্ণ; আ কৃ ত, আকীৰ্ণ; উৎ তৃ ত, উত্তীৰ্ণ; ইত্যাদি।

৬ সূত্ৰ। ভাৱবাচ্যত অৰ্থাৎ ধাতুৰ অৰ্থ মাৰ বুজাবলৈ ধাতুৰ পাচত "অন" হয়, আৰু ধাতুৰ অন্ত্য স্বৰৰ গুণ হয়; যেনে- কৃ অন, কৰণ; মৃ অন, মৰণ; ভূ অন, ভৱন,;+ শী অন, শয়ন; নী অন, নয়ন *; ইত্যাদি।

৭ সূত্ৰ। (১) ধাতুৰ পাচত আৱশ্যক বা যোগ্য অৰ্থত 'য' হয়, আৰু অন্ত্যস্বৰত বৃদ্ধি হয়; যেনে- কৃ য, কাৰ্য্য; ধৃ য, ধাৰ্য্য; গম্ য, গম্য; মন্ ম, মান্য; বাধ্ য, বাধ্য; ইত্যাদি।

(২) কদাচিত স্বৰৰ বৃদ্ধি ন হয়; যেনে- বধ্ য, বধ্য; ইত্যাদি।

৮ সূত্ৰ। ধাতুৰ পাচত ভাৱাৰ্থত 'মন্' হয়; যেনে- কৃ মন্, কৰ্ম্মন, ধৃ মন্, ধৰ্ম্মন, মৃ মন, মৰ্ম্মন; ইত্যাদি।+

## অসমীয়া ভাষাৰ কৃৎ প্ৰত্যয়।

### কৃদন্ত ক্ৰিয়া।

৯ সূত্ৰ। (১) সকলো কালত ধাতুৰ পিচত 'ই' হয়। সেইটো ধাতুৰ ক্ৰিয়াৰ পিচত আন কোনো ক্ৰিয়া কৰা বা কৰিব লগা অৰ্থত বহে। অন্য কাৰ্য্য বৰ্ত্তমান-কালৰ ক্ৰিয়াৰ তুল্য; যথা- তাত খাই যাম, লবি আহিম, গুলীয়াই মাৰিলে, শুই উঠিছোঁ; ইত্যাদি। প্ৰেৰণাৰ্থত -- ভাত খুৱাই যাম, ইত্যাদি।

(২) ইকাৰ বা ঈকাৰ অন্তত থকা ধাতুৰ পাচত সেই "ই" গুচে; যেনে- (দি ধাতু) ধন দি কিনিলোঁ। ইত্যাদি। অকাৰ অন্তত থকা ধাতুৰ পাচত সেই 'ই' 'ঐ' হয়; যেনে- (হ) হৈ, (ল) লৈ।

(৩) ওলা, সোমা আদিত বাজে ওকাৰ আগত থকা আন ধাতুবিলাকৰ ওকাৰত উকাৰ হয়; যেনে- উমলি, উফৰি, শুই, ধুই, ওলাই, সোমাই, ইত্যাদি।

১০ সূত্ৰ। (১) সকলো কালত কোনো এটা ক্ৰিয়া কৰি থাকোঁতেই আন কোনো এটা ক্ৰিয়া হোৱা অৰ্থ বুজাবলৈ ধাতুৰ পিচত 'ওতে' হয়; যেনে- তেওঁ ভাত খাওঁতে মই পালোঁগৈ, আহোঁতে দেখিলোঁ, যাওঁতে তাত থাকিম, ইত্যাদি।

(২) ওকাৰান্ত ধাতুৰ পাচত 'তে' মাথোন হয়, আৰু তাৰ আগৰ আখৰত অনুনাসিক চিন দিয়া যায়; যেনে- শোঁতে, ধোঁতে, ইত্যাদি।

১১ সূত্ৰ। এটা সিদ্ধ নোহোৱা ক্ৰিয়াৰ সিদ্ধিৰ পিচত আন কোনো এটা ক্ৰিয়া কৰিবৰ ইচ্ছা বা আগন্তুক থকা অৰ্থত সেই নোহোৱা ক্ৰিয়া বুজোৱা ব্যঞ্জনান্ত ধাতুৰ পাচত 'ইলে', স্বৰান্ত ধাতুৰ পিচত 'লে' হয়; অন্য কাৰ্য্য ভূত কালৰ ক্ৰিয়াৰ নিচিনা; যথা- মই শুলে আহিবি, তেওঁ গলে, আজি গলে ভাল হয়, সি তাত গলে তাক মাতিবা, ইত্যাদি।

১২ সূত্ৰ। ভূত-কালত কোনো এজনে এটা ক্ৰিয়া কৰাৰ পাচত আন এজনে আন এটা ক্ৰিয়া কৰা অৰ্থ হলে প্ৰথমটো ক্ৰিয়া বুজোৱা ব্যঞ্জনান্ত ধাতুৰ পাচত "ইলত", স্বৰান্ত ধআতুৰ পাচত 'লত' হয়; যেনে- মই শুলত তেওঁ আহিল, সি গলত তোমাক দেখিলোঁ, ইত্যাদি।

১৩ সূত্ৰ। সঁচা অৰ্থত ধাতুৰ পিচত কৃৎ প্ৰত্যয় হলে ব্যঞ্জনান্ত ধাতুবিলাক আকাৰান্ত, আকাৰান্ত ধাতুবিলাক ওকাৰান্ত হয়। ইকাৰান্ত ধাতুৰ পাচত যা আৰু উকাৰান্ত ওকাৰান্ত ধাতুৰ পাচত 'ৱা' যোগ কৰা হয়; "খা" ধাতুৰ আকাৰত আৰু ওকাৰান্ত ধাতুৰ ওকাৰত উকাৰ হয়।

## সিদ্ধা-ক্ৰিয়াৰ ৰূপ।

| সিদ্ধা সাধাৰণী। | সিদ্ধা পাঁচনী। |
|---|---|
| কৰি | কৰাই। |
| মাৰি | মৰাই। |
| কৰিলত | কৰালত। |
| ধৰিলত | ধৰালত। |
| খালত | খুৱালত। |
| ওলাই | উলিয়াই। |
| সোমাই | সুমাই। |
| ধৰিলে | ধৰালে। |

| | |
|---|---|
| শোঁতে | শুৱাওঁতে। |
| গলে | যোৱালে। |
| কৰোঁতে | কৰাওঁতে। |
| গাই | গোৱাই। |
| দি | দিয়াই। |

কৰোৱাই, ধৰোৱাই, কৰোৱালে, কৰোৱালত, কৰোৱাওঁতে, এনে বিলাক ৰূপো হয়।

কৃদন্ত শব্দ।

১৪ সূত্ৰ। কৰ্ত্তৃ-বাচ্যত কৰ্ত্তাই স্বয়ং কৰ্ম্ম কৰা অৰ্থ বুজাবঁলৈ পুংলিঙ্গত ধাতুৰ পিচত 'ওঁতা' আৰু দুইও লিঙ্গত 'আ' প্ৰত্যয় হয়। 'আ' প্ৰত্যয় হলে ধাতুৰ অন্তৰ আখৰৰ আগত থকা আকাৰত অকাৰ হয়; অকাৰ বা আকাৰ অন্তত থকা ধাতু ওকাৰান্ত হয়, আৰু ওকাৰ অন্তত থকা ধাতুৰ পাচত 'ওতা'ৰ সলনি 'তা' হয়। আৰু 'তা'ৰ আগৰ আখৰ অনুনাসিক হয়; যেনে-- কৰে যি, সি কৰোতা বা কৰা; খায় যি, সি খাওঁতা বা খোৱা। সেই দৰেই শোঁতা, শোৱা; ধোঁতা, ধোৱা; ৰাখোতা, ৰখা; মাৰোঁতা, মৰা; নিওঁতা, নিয়া; দিওঁতা, দিয়া; ইত্যাদি।

(২) স্ত্ৰীলিঙ্গ বুজাবৰ নিমিত্তে অকাৰ বা আকাৰান্ত ধাতুৰ পাচত ওতাৰ ঠাইত 'তী,' আন ধাতুৰ পাচত অঁতী হয়। যেনে- লঁতী, খঁাতী, দিয়ঁতী, শোঁৱতী, কৰঁতী, বোৱতী, ধোঁৱতী, ইত্যাদি।

১৫ সূত্ৰ। কৰ্ত্তৃবাচ্যত অন্যক পাঁচি কোনো ক্ৰিয়া কৰোৱা অৰ্থ হলে ধাতুৰ পিচত 'আওঁতা' বা 'ওৱা' হয়, আৰু ধাতুৰ অন্তৰ আখৰৰ আগত থকা আকাৰত অকাৰ আৰু অবৰ্ণান্ত ধাতুৰ অকাৰ-আকাৰত ওকাৰ হয়; যথা- কৰাই যি, সি কৰাওঁতা বা কৰোৱা; দিয়ায় যি, সি দিয়াওঁতা বা দিওৱা; গোৱায় যি, সি গোৱাওঁতা বা গোওৱা। পঢ়ায় যি, সি পঢ়াওঁতা বা পঢ়োৱা; মৰায় যি, সি মৰাওঁতা বা মৰোৱা; ইত্যাদি। স্ত্ৰীলিঙ্গত কৰাঁতী, পঢ়াতী, শুঁৱাতী ইত্যাদি।

(২) খা ধাতুৰ আকাৰত উকাৰ হয়; যেনে-- খুৱাওঁতা, খুওৱা; পুৱঁতী; ইত্যাদি।

১৬ সূত্ৰ। কৰ্ম্ম-বাচ্যত আপুনি ব্যৱহাৰ কৰা কোনো বস্তু বুজাবঁলৈ সকলো সকৰ্ম্মক ধাতুৰ পিচত "আ" হয়। অন্য কাৰ্য্য কৰ্ত্তৃ-ৰাচ্যৰ "আ" প্ৰত্যয়ৰ নিচিনা; যথা- যাক পিন্ধা যায়, সি পিন্ধা, যাক দিয়া যায়, সি দিয়া; সেই দৰেই খোৱা, লোৱা, গোৱা, ইত্যাদি।

১৭ সূত্ৰ। সেই বাচ্যত লোকৰ দ্বাৰা, বা লোকক ব্যৱহাৰ কৰোৱা কোনো বস্তু বুজাবঁলৈ সকৰ্ম্মক ধাতুৰ পিচত "ওৱা" প্ৰত্যয় হয়, অন্য কাৰ্য্য কৰ্ত্তৃ-বাচ্যৰ "ওৱা" প্ৰত্যয়ৰ নিচিনা; যথা- যি বস্তু লোকৰ দ্বাৰা নিওৱা যায়, সি নিওৱা; যি বস্তু লোকক খুওৱা যায়, সি খুওৱা; সেই দৰেই দিওৱা, গোওৱা ইত্যাদি।

১৮ সূত্ৰ। ভাৱ-বাচ্যত অৰ্থাৎ কৰ্ত্তা-কৰ্ম্মৰ সম্পৰ্ক নেৰাখি কেৱল ধাতুৰ অৰ্থ মাথোন বুজোৱা অৰ্থত সকৰ্ম্মক বা অকৰ্ম্মক ধাতুৰ পিচত আপুনি কৰা অৰ্থত 'আ', লোকক পাঁচি কৰোৱা অৰ্থত 'ওৱা' হয়, অন্য কাৰ্য্য কৰ্ত্তৃ-বাচ্যৰ নিচিনা; যথা- কৰা, খোৱা, হোৱা, কৰোৱা, খুওৱা ইত্যাদি।

২। ভাৱ-বাচ্যত কেতিয়াবা ব্যঞ্জনান্ত ধাতুৰ পাচত "আ"ৰ সলনি "অন" হয়; যেনে- লৰন, পৰন, কাটন, বান্ধন, বাঢ়ন ইত্যাদি। সেই দৰেই অকাৰ অন্তত থকা ধাতুৰ পাচত "ৱন" বা "উনি" হয়; যেনে- খাৱন, খাউনি, পাউনি, ছাউনি ইত্যাদি।

কৰ্ত্তৃ-বাচক অৰ্থাৎ যিবিলাক কৃদন্ত পদৰ কৰ্ম্মপদ থাকে আৰু যিবিলাকে কৰ্ত্তা বা কৰ্ত্তাৰ বিশেষণ ৰূপে ব্যৱহাৰ কৰা যায়; যেনে-

+ আনক কৰা অৰ্থ বুজোৱা 'শিখি' ধাতুৰ পাচত 'আ' হলে 'ই'ত কাচিত 'এ' হয়

| (আপুনি কৰা অৰ্থত) | (লোকক পঁচা অৰ্থত) |
|---|---|
| কৰোঁতা বা কৰা। | কৰাওঁতা, কৰোৱা। |
| খাওঁতা বা খোৱা। | খুৱাওঁতা, খুওৱা। |
| গাওঁতা বা গোৱা। | গোৱাওঁতা, গোওৱা। |
| চাওঁতা বা চোৱা। | চোৱাওঁতা, চোওৱা। |
| নিওঁতা বা নিয়া। | নিয়াওঁতা,নিওৱা। |
| + লেখোঁতা বা লিখা বা লেখা। | লিখোওঁতা, লিখোৱাস লেখোৱা। |
| দেখোঁতা বা দেখা। | দেখাওঁতা, দেখোৱা। |
| ধৰোতা বা ধৰা। | ধৰাওঁতা, ধৰোৱা। |
| বওঁতা বা বোৱা। | বোৱাওঁতা, বোওৱা। |
| থওঁতা বা থোৱা। | থোৱাওঁতা, থোওৱা। |
| বোলোঁতা বা বা বোলা। | বোলাওঁতা, বোলোৱা। |
| মাতোঁতা বা মতা। | মতাওঁতা, মতোৱা। |
| বুজোঁতা বা বুজা। | বুজাওঁতা, বুজোৱা। |
| ঘঁহোঁতা বা ঘঁহা। | ঘঁহাওঁতা, ঘঁহোৱা। |
| মৰোঁতা বা মৰা। | মৰাওঁতা, মৰোৱা। ইত্যাদি। |

কৰ্ম্ম-বাচক অৰ্থাৎ যিবিলাক কৃদন্ত পদ কৰ্ম্মপদৰ বিশেষণ ৰূপে বা কৰ্ম্মপদ কৰ্ত্তা হৈ উক্ত হলে ব্যৱহাৰ কৰা যায়; যেনে--

| (আপুনি কৰা অৰ্থত) | (লোকক পঁচা অৰ্থত) |
|---|---|
| কৰা | কৰোৱা। |
| খোৱা | খুওৱা। |
| গোৱা | গোওৱা। |
| ঘঁহা | ঘঁহোৱা। |
| চোৱা | চোওৱা। |
| নিয়া | নিওৱা। |
| লেখা | লেখোৱা। |
| লিখা, লেখোৱা | লিখোৱা, লেখোৱা। |
| দেখা | দেখোৱা। |
| কৰা | কৰোৱা। |
| ধোৱা | ধোওৱা। |
| বোৱা | বোওৱা। |
| বোলা | বোলোৱা। |
| মতা | মতোৱা। |
| বুজা | বুজোৱা। |

| | |
|---|---|
| শুনা | শুনোৱা। |

ভাব-বাচক অৰ্থাৎ ধাতুৰ অৰ্থ মাথোন বুজোৱা কৃদন্ত পদ।

| (আপুনি কৰা অৰ্থত) | (লোকক পঁচা অৰ্থত) |
|---|---|
| কৰা | কৰোৱা। |
| লোৱা | লোওৱা। |
| ধোৱা | ধোওৱা। |
| গোৱা | গোওৱা। |
| শোৱা | শুওৱা। |
| লিখা, লেখা | লিখোৱা বা লেখোৱা। |
| লিখা | লেখোৱা। |
| ধৰা | ধৰোৱা। |

কৰ্তৃ-বাচ্যৰ "ওঁতা" প্ৰত্যয়ান্ত পদবিলাক বিশেষ্য, আৰু "আ" প্ৰত্যয়ান্তবিলাক প্ৰায়ে বিশেষণ হয়। কৰ্ম্ম-বাচ্যৰ পদবিলাক সদায় কৰ্ম্মৰ বিশেষণ হয়, আৰু কৰ্ম্মপদ কৰ্ত্তা হলে "হ" বা "যা" ধাতুৰ সাধ্যাক্ৰিয়াৰ আগত ব্যৱহাৰ কৰা হয়। বাৱ-বাচক পদে ধাতুৰ অৰ্থক মাথোন বুজায়, আৰু কৰ্ম্মপদ আপোন বিভক্তিত থাকিলে আৰু আন কৰ্ত্তা নেথাকিলে তাক ক্ৰিয়াৰ কৰ্ত্তা-ৰূপে ব্যৱহাৰ কৰা যায়।

১৯ সূত্ৰ। যাৰ দ্বাৰা ক্ৰিয়া কৰা যায়, সেই বস্তু বুজাবলৈ ধাতুৰ পিচত "নী" হয়। "নী" হলে ব্যঞ্জনান্ত ধাতুবিলাক অকাৰান্ত হয়; যথা- যাৰ দ্বাৰা বিচে, সি বিচনী; যাৰ দ্বাৰা লিখে, সি লেখনী বা লিখনী; যাৰ দ্বাৰা লৰোৱা যায়, সি লৰনী; যাৰ দ্বাৰা বঢ়োৱা যায়, সি বাঢ়নী; যাৰ দ্বাৰা জনোৱা যায়, সি জাননী; যাৰ দ্বাৰা কোনো বস্তু আগ বাঢ়ে, সি বাঢ়নী।

(১) কদাচিত ক্ৰিয়া কৰোঁতাক বুজাবলৈ পুংলিঙ্গত "নি" আৰু স্ত্ৰীলিঙ্গত "নী" হয়; যথা- যি মানুহে ৰান্ধে, সি ৰান্ধনি; যি তিৰোতাই ৰান্ধে তাই ৰান্ধনী।

২০ সূত্ৰ। ভাববাচ্যত অনুকাৰ শব্দৰপৰা হোৱা হুৰ্-হুৰা, গিৰ্-গিৰা আদি ধাতুৰ পাচত, আৰু আন কোনো-কোনো ব্যঞ্জনান্ত ধাতুৰ পাচতো "অনি" হয়, আৰু ধাতুৰ অন্তৰ আকাৰত "অ" হয়; যেনে- হুৰ্-হুৰনি, গিৰ্-গিৰনি, ধুম্-ধুমনি, অৰ্থাৎ সেই সেই শব্দ; সেই দৰেই, পাতনি, মাননি ইত্যাদি।

২১ সূত্ৰ। এটা সংজ্ঞা-শব্দৰ পাচত থকা "মাৰ্" ধাতুৰ পাচত "ঈয়া" হয়, আৰু তাৰ আকাৰ "অ" হয়; যেনে- চৰাই মাৰে যি, সি চৰাই-মৰীয়া; সেই দৰেই পহু-মৰীয়া, ইত্যাদি।

## নাম-ধাতু।

১। ভাব-অৰ্থক ব্যঞ্জনান্ত ধাতুৰ পাচত "ইব" আৰু স্বৰান্ত ধাতুৰ পাচত "ৰ" দিলে যি পদ হয়, তাক অসমীয়াত নাম-ধাতু বোলা যায়; যেনে- (কৰ্) কৰিব, (খা) খাব, (দি) দিব, ইত্যাদি।

২। তেনেবিলাক শব্দ চতুৰ্থী, পঞ্চমী আৰু ষষ্ঠী বিভক্তিত ব্যৱহৃত হয়; যেনে-

| (স্বাৰ্থ) | (আনক পঁচা অৰ্থ) |
|---|---|
| কৰিবলৈ | কৰাবলৈ। |
| লবৰপৰা | লোৱাবপৰা। |

খাবৰ খুৱাবৰ। ইত্যাদি।

## বাক্য-বিন্যাস-প্ৰকৰণ।

১। সম্পূৰ্ণৰূপে অৰ্থ বুজোৱা পদ সমূহকে বাক্য বোলা যায়; যেনে- কৃষ্ণৰামে হলিৰামক ধন দিলে।

২। সেই বাক্যৰ এক অংশ বা সম্পূৰ্ণ ৰূপে অৰ্থ বুজাব নোৱাৰা কিছুমান পদৰ নাম খণ্ডবাক্য; যেনে- ধন দিয়া; ইয়াত কোন-কাক দিলে নিশ্চয় নহল।

৩। কোনো কথা ৰচনা কৰোঁতে যিবিলাক পদ ব্যৱহাৰ কৰা যায়, সেই বিলাকৰ ৰূপ কেনে হয়, কাৰে সৈতে কোন মিলে, আৰু কোন পদ কত দিব লাগে, ব্যাকৰণৰ যি ভাগৰপৰা সেই নিয়মবিলাক শিকিব পাৰি, তাক বাক্য-বিন্যাস-প্ৰকৰণ বোলে।

১ নিয়ম। কৰ্ত্তাৰ যি বচন আৰু পুৰুষ, সাধ্যা-ক্ৰিয়াৰো সেই বচন আৰু পুৰুষ হয়; যেনে- মই আছোঁ, তুমি আছা, তেওঁ বা সি বা আপুনি আছে; আমি আছোঁহঁক বা আছোঁ; তোমালোক আছাহঁক বা আছা; দুৰ্গাৰাম আছে; আপোনাসকল আছে; ইত্যাদি।

(২) প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰুষৰ তিনটা কৰ্ত্তাই একে ক্ৰিয়া কৰা অৰ্থ হলে ক্ৰিয়া প্ৰথম পুৰুষৰ, আৰু দ্বিতীয় আৰু তৃতীয় পুৰুষৰ দুটা কৰ্ত্তা হলে ক্ৰিয়া দ্বিতীয় পুৰুষৰ হয়। এনে ঠাইত প্ৰথম বা দ্বিতীয় পুৰুষৰ যি কৰ্ত্তা থাকে, তাক আন পুৰুষৰ কৰ্ত্তাৰ পাচত দিয়া যায়; যেনে- সেই ঠাইত কৃষ্ণৰাম, তুমি আৰু মই আছিলোঁ বা আছিলোঁহঁক; কৃষ্ণৰামে আৰু তুমি ভাত খাইছিলা বা খাইছিলাহঁক।

(৩) বেলেগ পুৰুষৰ দুটা বা তিনটা কৰ্ত্তা পৃথক-বোধক অব্যয়ৰ দ্বাৰা বেলেগ হলেও ক্ৰিয়া সেই দৰেই মিলে। যেনে- তেওঁ তুমি বা মই থাকিম; সি বা তুমি আহিবা; ইত্যাদি।

(৪) একে পুৰুষৰ দুটা অধিক কৰ্ত্তাই একে কাৰ্য্য কৰা অৰ্থ হলে আগৰ কেইটা কৰ্ত্তাৰ ক্ৰিয়া গুচি শেষৰ-টোৰ ক্ৰিয়া মাথোন থাকে; যেনে- দেশৰ উপকাৰ আৰু আমাৰ লাভ হব, চকুৰে তৃপ্তি মুখে সোৱাদ পাব, ইত্যাদি।

২ নিয়ম। অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ত্তা-কাৰকৰ "এ" বিভক্তিৰ লোপ হয়; যেনে-- ৰামকৃষ্ণ হয়, হলিৰাম আছে, বিষ্ণুমিত্ৰ শুইছে, ইত্যাদি।

৩ নিয়ম। একে ফাঁকি কথাতে এটা বা অধিক সকৰ্ম্মক সিদ্ধা-ক্ৰিয়া, আৰু এটা অখৰ্ম্মক সাধ্যা-ক্ৰিয়া থাকিলে কৰ্ত্তাপদ যদি সেই সিদ্ধা-ক্ৰিয়াৰ আগত দিয়া হয়, তেন্তে তাৰ "এ" বিভক্তি কওঁতাৰ ইচ্ছা অনুসাৰে গুচে বা থাকে; যেনে- হলিৰাম ভাত খাই আহিব বা হলিৰামে ভাত খাই আহিব।

(২) কিন্তু কৰ্ত্তা পদ সিদ্ধা-ক্ৰিয়াটোৰ পাচত থাকিলে তাৰ "এ" সদায় গুচে; যেনে- পাঠ পঢ়ি ছাত্ৰবিলাক ঘৰলৈ গল; ইত্যাদি।

(৩) একে ফাঁকি কথাতে থকা দুটা বা অধিক সিদ্ধা-ক্ৰিয়াৰ এটা বা দুটা সকৰ্ম্মক, আনটো বা আনবিলাক অকৰ্ম্মক হলে, সিহঁতৰ কেৱলীয়া কৰ্ত্তাৰ 'এ' নুগুচে; যেনে- হলিৰামে আহি এই কাম কৰিলত; কৃষ্ণৰামে ভাত খাই উঠি ঘৰলৈ গলে তই আহিবি।

(৪) কিন্তু যেতিয়া একে ফাঁকি কথাতে এটা বা অধিক অকৰ্ম্মক সিদ্ধা-ক্ৰিয়া আৰু এটা সকৰ্ম্মক সাধ্যা-ক্ৰিয়া

---

+ এনেবিলাক ঠাইত সেইবিলাক পদক ক্ৰিয়াবিশেষণ বোলা উচিত।

* এনে ঠাইত দুটা কৰ্ত্তাৰ ভিতৰত প্ৰধান যিটো, তাক প্ৰথমে উক্ত কৰা যায়, আৰু তাৰেই ক্ৰিয়া মিলে, যেনে- মই তাৰ ককায়েক হওঁ নে নহয়? মই হওঁ, কি হওঁ? ককায়েক। ইয়াত 'মই' প্ৰধান, এতেকে সি আগত আছি আৰু হওঁ ক্ৰিয়া তাৰে মিলিছে।

থাকে, তেতিয়া কৰ্ত্তা-কাৰকৰ "এ" বিভক্তিঃ নুগুচে; যেনে- ইন্দ্ৰে, ওচৰলৈ গৈ, অমৃত বৰষিলে; এটা হৰিণাই, হাবিৰপৰা ওলাই আহি, ধান খাবলৈ ধৰিলে।

৪ নিয়ম। একেটা কৰ্ত্তাৰ এটা সকৰ্ম্মক, আৰু এটা অকৰ্ম্মক ক্ৰিয়া হলে কৰ্ত্তাৰ 'এ' বিভক্তিঃ প্ৰথমে উক্তঃ হোৱাটো ক্ৰিয়াৰ অধীন হব, অৰ্থাৎ সেই ক্ৰিয়া অনুসৰি গুচে বা থাকে; যেনে- হৰিৰাম কত আছে, কি কৰিছে? মানুহে খায়, আৰু শোৱে।

৫ নিয়ম। হাঁহ, কান্দ, ওমল, পহ, হাঁচিয়া, হাঁচ, নাচ, পাদ, গাজ, লাদ, পাগ, উকখ, মূত, ইত্যাদি, আৰু অনুকাৰ শব্দৰপৰা হোৱা অকৰ্ম্মক ক্ৰিয়াবিলাকৰ কৰ্ত্তা পদৰ 'এ' নুগুচে; যেনে- লৰা-ছোৱালীয়ে কান্দে, মেঘে গাজে, বুঢ়াই কাহে, নটীয়ে নাচে, ইত্যাদি।

৬ নিয়ম। সকৰ্ম্মক ক্ৰিয়াৰ দেখাই বা লুকাই এটা বা দুটা কৰ্ম্মপদ থাকে; যেনে- পুথি লিখোঁ; ইয়াত "লিখোঁ" ক্ৰিয়াৰ "পুথি" কৰ্ম্ম। ওজাই পঢ়ায়; ইয়াত "ছাত্ৰক" আৰু "পাঠ" এই দুই কৰ্ম্মপদ লুকাই আছে।

(২) সকৰ্ম্মক ধাতুৰপৰা হোৱা কৃদন্ত শব্দ, সিদ্ধা-ক্ৰিয়া আৰু নাম-ধাতুৰো কৰ্ম্মপদ থাকে; যেনে- ভাত খোৱাব, তাক দেখি, পূজা চাবলৈ। এই বিলাক ঠাইত 'ভাত', 'তাক', 'পূজা' এই বিলাক কৰ্ম্মপদ।

৭ নিয়ম। কৰ্, দেখ, শুন, মাত, চা, খা, জুৰা, বান্ধ ইত্যাদি কিছুমান সকৰ্ম্মক ধাতুৰ কৰ্ম্মকাৰকৰ "অক" বিভক্তিঃ প্ৰায়ে গুচে; যেনে- কাম কৰোঁ, বাট দেখ্, মাত-মাতে, ভাত খা, ৰং চোৱা, ইত্যাদি।

(২) দেৱতা আৰু মানুহৰ নাম আৰু সৰ্ব্বনাম শব্দ এই নিয়মৰ বাজ; যেনে- (দেৱতাৰ নাম) সূৰ্য্যক দেখি পদুম ফুলে; (মানুহৰ নাম) হৰিৰামক মাত, (সৰ্ব্বনাম) তোমাক দেখিলোঁ।

(৩) তদ্ধিত-প্ৰত্যয় হৈ হোৱা শব্দৰো কৰ্ম্মকাৰকৰ "অক" নুগুচে; যেনে- ককায়েকক মাতিলে, অসমীয়াক দেখি, বঙ্গালীক চাবা।

(৪) "দি" ধাতুৰ দুটা কৰ্ম্মপদ থাকে; এটাই ব্যক্তিক, আনটোৱে বৰক বুজায়; সেই দুইৰ ব্যক্তিক বুজোৱাটো কৰ্ম্মকাৰকৰ "অক" থাকে, বস্তুক বুজোৱাটোৰ "অক" গুচে; যেনে- বামুণক ধন দিলোঁ; গৰুক ঘাঁহ দিয়া।

(৫) কৰ্ম্মকাৰকক ৱিশেষকৈ উক্ত কৰিবৰ কাৰণ যেতিয়া তাৰ পাচত 'এ' যোগ কৰা যায়, তেতিয়াও "অক" নুগুচে; যেনে-- মাতকে নেমাতিলে; এটা কথাকে কোৱাঁ; "পইতা ভাতকো জুৰাই খায়।"

(৬) বিশেষ গুণ-যুক্ত কৰা অৰ্থতো "অক" নুগুচে; যেনে- বিদ্যাই মানুহক নম্ৰ কৰে।

(৭) যোজক-অব্যয় "ও"ৰ যোগতো 'অক" নুগুচে; যেনে- ধন নে পালে, প্ৰাণকো হেৰুৱালে।

৮ নিয়ম। 'নিজ' শব্দ কৰ্ত্তা হলে তাৰ আগত ব্যক্তি-বাচক সৰ্ব্বনামৰ এটা কৰ্ত্তা-কাৰক থাকে, আৰু তাৰ 'এ' বিভক্তিঃ কেতিয়াও নুগুচে; যেনে- মই নিজে যাম, তুমি নিজে থাকিবা, ইত্যাদি।

(২) কদাচিত ব্যক্তি-বাচক সৰ্ব্বনামৰ কৰ্ত্তাকাৰক লুকাই থাকে; যেনে- নিজে কৰিম, অৰ্থাৎ মই নিজে।

৯ নিয়ম। 'দিন' শব্দত বাজে আন কাল বুজোৱা শব্দবিলাকৰ পাচত সপ্তমীৰ 'অত' বিভক্তিঃ গুচে; যেনে- আজি আহিলোঁ, কালি গৈছিলোঁ, ৰাতি আছিলোঁ, দুবছৰ খাটিলোঁ, ইত্যাদি। + কোনো সময়ত এই নিয়ম নখে; যেনে- এবছৰত বাৰ মাহ, ইত্যাদি।

(২) সংখ্যা-শব্দেৰে সৈতে গোট খালে 'দিন' আৰু 'বাৰ' শব্দৰ 'অত' বিভক্তি গুচে; যেনে- এদিন আছিলোঁ, এবাৰ আহিলোঁ।

(৩) কিন্তু সময়ক বিশেষকৈ উক্তঃ কৰিবৰ নিমিত্তে কাল বুজোৱা শব্দৰ পাচত 'এ' যোগ কৰিলে ৰাতি, ৰাতিপুৱা, গধূলি, দিন আৰু সংখ্যা-শব্দৰ পাচত থকা আনবিলাক কালবোধক-শব্দৰ পাচত 'অত' বিভক্তিঃ থাকে;

যেনে- ৰাতিতে, গধূলিতে, দিনতে, এদিনতে, এবছৰতে, ইত্যাদি।

১০ নিয়ম। "হ" ধাতুৰ বেলেগ পুৰুষৰ দুটা কৰ্ত্তা-কাৰক হলে, এটা যদি প্ৰথম পুৰুষৰ, আনটো দ্বিতীয় বা তৃতীয় পুৰুষৰ হয়, তেন্তে ক্ৰিয়া পদ আগেয়ে উক্ত হোৱাটো কৰ্ত্তাৰে সৈতে মিলে; যেনে- মই যদি তুমি হলোঁহেঁতেন; সেই দৰেই তুমি যদি মই হোৱা; তেওঁ মই হব; মই তেনে মানুহ ন হওঁ; ইত্যাদি। *

১১ নিয়ম। আন ক্ৰিয়াৰ দুটা কৰ্ত্তা হলে সিহঁতৰ যদি এটা প্ৰথম বা দ্বিতীয় পুৰুষৰ, আৰু আনটো তৃতীয় পুৰুষৰ হয়, তেন্তে ক্ৰিয়াটো সেই প্ৰথম বা দ্বিতীয় পুৰুষৰ কৰ্ত্তাৰে মিলে; যেনে- মই গুচবীয়াই জনাওঁ; তুমি, কৃষ্ণৰামে, কোৰাঁ; ইত্যাদি।

১২ নিয়ম। যেতিয়া কোন ক্ৰিয়াৰ কৰ্ত্তাক সকলোৱে স্বভাৱতে জানে বা যেতিয়া একে ফাঁকি কথাতে কৰ্ত্তা ওপৰত উক্ত হৈছে, তেতিয়া কৰ্ত্তা-পদ লুকাই থাকে আৰু ক্ৰিয়া পদৰ দ্বাৰা তাৰ নিশ্চয় কৰিব লাগে; যেনে- (সকলোৱে স্বভাৱতে জনা কৰ্ত্তা) খং দমাব নোৱাৰা মানুহক জ্ঞানী নোবোলে (অৰ্থাৎ মানুহে নোবোলে) ৰদ দিছে (অৰ্থাৎ সূৰ্য্যে), বৰষুণ আনিছে (অৰ্থাৎ মেঘে)। (ওপৰত উক্ত হোৱা কৰ্ত্তা); যেনে- পাপীয়ে ঈশ্বৰক ন ভজে, উদ্ধাৰো নেপায়; ইত্যাদি।

(২) "হ" ধাতুৰ ক্ৰিয়াৰ কৰ্ত্তা প্ৰায়ে লুকাই থাকে; যেনে- তেওঁ পণ্ডিত, অৰ্থাৎ পণ্ডিত হয়; সি মানুহ, অৰ্থাৎ মানুহ হয়।

১৩ নিয়ম। আজ্ঞা বা প্ৰাৰ্থনা কৰা অৰ্থত 'আপোন' শব্দত বাজে আন তৃতীয় পুৰুষৰ কৰ্ত্তা হলে তাৰ ক্ৰিয়াৰ দ্বিতীয় পুৰুষ হয়; যেনে- প্ৰভু ক্ষমা কৰাঁ, হলিৰাম আহ্। 'আপোন' শব্দৰ কৰ্ত্তা হলে 'আপুনি আহোক', এনে হয়।+

১৪ নিয়ম। কেতিয়াবা দুটা শব্দৰ একে কাৰক হয়, তেতিয়া সিহঁতক সম-কাৰক বোলা যায়; যেনে- এশ টকা বঁটা দিম; ইয়াত 'টকা' আৰু 'বটা' দুয়োটা 'দিম' ক্ৰিয়াৰ কৰ্ম্মকাৰক। সেই দৰেই, আমি দুটা মানুহ ইয়াত আছোঁ।

(২) দুটা সম-কাৰকৰ প্ৰথমটোৰ বিভক্তি গুচে; যেনে- পাণ্ডৱৰ গুৰু, দ্ৰোণৰ; অযোধ্যাৰ ৰজা, দশৰথে; মহাবীৰ অৰ্জুনলৈ। সমকাৰক দুটাৰ প্ৰথমটোক দ্বিতীয়টোৰ বিশেষণ বুলিবও পৰা যায়।

(৩) কিন্তু সম-কাৰকৰ প্ৰথম শব্দটো সৰ্ব্বনাম হলে তাৰ বিভক্তি নুগুচে, আৰু পাচৰ শব্দটোৰ আগ আৰু পাচত দুটা লঘুযতি থাকে; যেনে- আমাৰ, চাৰি ভাইৰ, বস্তু; তোমাক ২ নং পদকীয়ঁ াক কওঁ।

১৫ নিয়ম। ইটোৰে সৈতে সিটোৰ সম্বন্ধ থকা দুটা শব্দ একে ঠাইত গোট খালে আগৰটোৰ সম্বন্ধ-কাৰক আৰু পাচৰটোৰ আন কাৰক হয়; যেনে- মোৰ ঘৰত, তোমাৰ হাতলৈ, হলিৰামৰ ওচৰপৰা; ইত্যাদি।

(২) কেতিয়াবা এটা সম্বন্ধ-কাৰক আন এটা সম্বন্ধ-কাৰকৰ সম্বন্ধী পদ হয়; যেনে- তোমাৰ ঘৰৰ ওচৰৰ মানুহৰ ঘৰত, ইত্যাদি।

১৬ নিয়ম। কেতিয়াবা সম্বন্ধ-কাৰকৰ সম্বন্ধী পদ হোৱা সংজ্ঞা-শব্দৰ লোপ হৈ তাৰ পাচৰ উপশব্দটো মাথোন থাকে; যেনে- আগৰ মানুহটো পলালত পাচৰ-টোৱেও লৰ মাৰিলে, ইত্যাদি।

(২) কদাচিত সম্বন্ধ-কাৰকৰ সম্বন্ধী পদৰ ঠাইত এটা ক্ৰিয়া বিশেষণ মাথোন থাকে; যেনে- হাবিৰ আঁৰে-আঁৰে, ঘৰৰ বাহিৰে, ইত্যাদি।

১৭ নিয়ম। প্ৰতি, নিমিত্তে, অৰ্থে, কাৰণে, দ্বাৰা, হতুৱাই, নিচিনা, দৰে, বাহিৰে, এনেবিলাক আনুষঙ্গিক অব্যয়-পদ যি সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ পাচত থাকে, তাৰ সম্বন্ধ-কাৰক হয়; যেনে- তোমাৰ প্ৰতি, মোৰ নিমিত্তে, কুশলৰ অৰ্থে, মানুহৰ হতুৱাই, হাতৰ দ্বাৰা, গৰুৰ নিচিনা, ইত্যাদি।

(২) বিনা, বিনে, বাজে, এইবিলাক আনুষঙ্গিক-অব্যয় শব্দৰ আগত থকা সংজ্ঞা বা সৰ্ব্বনাম-শব্দৰ সপ্তমী

অৰ্থাৎ অধিকৰণ-কাৰক হয়; যেনে- তোমাত বিনে, কৃষ্ণৰামত বাজে। পদ্যত প্ৰায়ে বিনা আৰু বিনে শব্দৰ আগৰ সংজ্ঞা আৰু সৰ্ব্বনাম শব্দৰ সপ্তমীৰ "অত" বিভক্তি গুচে; যেনে- কৃষ্ণ বিনে গতি নাহি আন; তোমা বিনা বন্ধু আছে কোন। কেতিয়াবা গদ্যতো সংজ্ঞা-শব্দৰ অৰ্থত বিভক্তি গুচে, যেনে- পৰীক্ষা বিনা, ইত্যাদি।

(৩) 'হতুৱাই' শব্দ জীয়া জন্তুৰ নামৰ পাচত মাথোন যোগ কৰা হয়, আৰু তাৰ পাচত পাঁচনী ক্ৰিয়া দিয়া যায়; যেনে- ৰামৰ হতুৱাই এই কাম কৰালোঁ, কুকুৰৰ হতুৱাই কামোৰালোঁ।

(৪) 'দ্বাৰা' বা 'দ্বাৰায়' শব্দ যেতিয়া জীয়া জন্তুৰ নামৰ পাচত থাকে, তেতিয়া তাৰ পাচত পাঁচনী ক্ৰিয়া হয়; যেনে- শ্যামৰ দ্বাৰা লিখালোঁ। নিৰ্জীৱ জন্তুৰ নামেৰে তাৰ যোগ হলে সাধাৰণ ক্ৰিয়া হয়; যেনে- কটাৰীৰ দ্বাৰা কাটিলো।

(৫) "অনুসাৰে" শব্দৰ আগত থকা শব্দৰ সম্বন্ধ-কাৰকৰ "শব্দ" বিভক্তি গুচে; যেনে- (ইচ্ছাৰ অনুসাৰে) ইচ্ছা অনুসাৰে, বুদ্ধি অনুসাৰে। অনুসৰি, অৱধি আৰু পৰ্য্যন্ত শব্দৰ আগত থকা শব্দৰ দ্বিতীয়াৰ 'অক' বিভক্তি গুচে; যেনে- (আজ্ঞাক অনুসৰি) আজ্ঞা অনুসৰি, (আজিক পৰ্য্যন্ত) আজি পৰ্য্যন্ত, কালি অৱধি।

(৬) 'মতে' শব্দৰ আগত থকা সংজ্ঞা- শব্দৰ সম্বন্ধকাৰকৰ বিভক্তি গুচে; যেনে- শাস্ত্ৰমতে। কিন্তু ব্যক্তিবোধক সৰ্ব্বনামৰ বিভক্তি থাকে; যেনে- তোমাৰ মতে।

(৭) 'নিমিত্তে' শব্দৰ পাচত কেতিয়াবা এটা ক্ৰিয়া-বিশেষণ থাকে; যেনে--'ই' প্ৰত্যয়ে নিমিত্তে।

১৮ নিয়ম। 'সৈতে' 'সহিতে' বা 'দি' শব্দৰ যোগত তাৰ আগত থকা সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ তৃতীয়া অৰ্থাৎ কৰণকাৰক হয়। আৰু 'দি' শব্দৰ যোগত সংজ্ঞাশব্দৰ তৃতীয়াৰ 'এৰে' বিভক্তিৰ 'ৰে' আখৰ সদায়, আৰু 'সৈতে' শব্দৰ যোগত ইচ্ছা অনুসাৰে, গুচে; যেনে- হাতেৰে সৈতে বা হাতে সৈতে, মুখে দি কথা-বাজ ওলায়, দুৱাৰে দি মানুহ ঘৰলৈ সোমায়, চকুৰে দি পোহৰ সোমায়।

(২) অকাৰ বা আকাৰ অন্তত থকা শব্দৰ পাচত 'সৈতে' আৰু 'সহিতে' শব্দৰ যোগ হলে 'ৰে' আখৰ নুগুচে; যেনে- লৰাৰে সৈতে, গাধৰে সৈতে; সংযোগী আখৰ শেষত থকা অকাৰান্ত শব্দৰ পাচত হলে বিকল্পে 'ৰ' গুচে; যেনে- শব্দেৰে বা শব্দে সৈতে।

(৩) কদাচিত 'সৈতে' শব্দৰ লোপ হয়, আৰু তেনে ঠাইত আগৰ কৰণ-কাৰকৰ 'ৰে' আখৰ নুগুচে; যেনে- শ্ৰদ্ধাৰে শুনিলে, অৰ্থাৎ শ্ৰদ্ধাৰে সৈতে।

(৪) কেতিয়াবা 'দি' শব্দৰ লোপ হয়; যেনে- ই কাণে সোমাই সি কাণে ওলাল, ইত্যাদি।

(৫) 'দি' শব্দৰ যোগত অকাৰ বা আকাৰান্ত শব্দৰ পাচত 'এৰে' বিভক্তিৰ ঠাইত 'ই' হয়; যেনে- বিন্ধাই দি পানী পৰে, ইত্যাদি।

১৯ নিয়ম। 'পৰ্' 'কোৱা' আৰু আঘাত কৰা অৰ্থ বুজোৱা 'মাৰ্' ধাতুৰ ক্ৰিয়াই গাৰ কোনো অঙ্গত কাৰ্য্য কৰা অৰ্থ বুজালে, সেই অঙ্গৰ নামৰ সপ্তমী অৰ্থাৎ অধিকৰণ কাৰক হয়; যেনে- চুলিত ধৰিলোঁ, পিঠিত মাৰিলোঁ, টিকাত কোবালোঁ, ইত্যাদি।

২০ নিয়ম। 'পতি' শব্দ পাচত থাকিলে অৰ্ব্বান্ত শব্দবিলাকৰ পাচত 'ই', আৰু ব্যঞ্জনান্তৰ পাচত 'এ' উকাৰাদিৰ পাচত 'য়ে' আৰু ইবৰ্ণৰ পাচত 'য়ে' যোগ কৰা হয়; যেনে- গাইপতি, ঘৰেপতি, হাটিয়ে-পতি, ইত্যাদি।

২১ নিয়ম। যেতিয়া দ্বন্দ্ব-সমাসৰ সলনি 'আৰু' বা 'এবং' যোজক-অব্যয়ৰ দ্বাৰা বহুত পদ লগ লগোৱা যায়, তেতিয়া আগৰ যোজক-অব্যয়বিলাক গুচি শেহৰ-টো মাথোন থাকে, আৰু সেই লোপ-পোৱা অব্যয়-পদবিলাকৰ প্ৰত্যেকৰ ঠাইত একোটা লঘুবতি (,) দিয়া যায়, আৰু কাৰকৰ চিন অৰ্থাৎ বিভক্তিও অন্তৰ পদটোত মাথোন থাকে;

যেনে- ৰামে আৰু কৃষ্ণই আৰু বলৰামে দেখিছিল; ইয়াত ৰাম, কৃষ্ণ আৰু বলৰামে দেখিছিল। সেই দৰেই হলিৰাম, দেউৰাম আৰু বিভূৰামক ধন দিয়া।

(২) পৃথক-বোধক অব্যয়ৰ দ্বাৰা কেইবাটা পদ বেলেগ হলেও সেইৰূপে কাৰ্য্য হয়; যেনে- ৰামে বা কৃষ্ণই বা বলৰামে; ইয়াত ৰাম, কৃষ্ণ বা বলৰামে, এনে হব।

(৩) কিন্তু সেই পদবিলাকৰ মাজত আন পদ থাকিলে বিভক্তিঃ প্ৰতি-পদত থাকে; যেনে- মুখে সোৱাদ, চকুৰে তৃপ্তি আৰু মনে ৰং পাব; হলিৰামৰ ধন, কৃষ্ণৰামৰ ঘৰ, আৰু বিষ্ণুৰ ধান আছে।

২২ নিয়ম। কৃদন্ত ভাৱ-বাচক পদ কৰ্ত্তা হলে (অৰ্থাৎ ভাৱ-বাচ্যত) সেই পদৰ সম্বন্ধীয়া হৈ তাৰ আগত থকা সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ সম্বন্ধ-কাৰক হয়; যেনে- মোৰ যোৱা হৈছে, হলিৰামৰ থকা হব, মোৰ পঢ়া হৈছে, তেওঁৰ লেখা হোৱা নাই।

(২) কিন্তু যি শব্দ ভাৱবাচক পদৰ আগত তাৰ কৰ্ম্মপদৰ দৰে থাকি দ্বিতীয়-তৎপুৰুষ সমাসৰ দ্বাৰা তাৰে সৈতে একেপদ হয়, তাৰ সম্বন্ধ কাৰক নহৈ তাৰ আগত থকা শব্দৰ হে সেই কাৰক হয়; যেনে- মোৰ ভাত-খোৱা হল, কৃষ্ণৰামৰ পুথি লেখা হোৱা নাই।

(৩) যেতিয়া কোনো ধাতুৰ পদ এটা অন্য এটা পদৰ বিশেষণ মাথোন হয়, তেতিয়া তাৰ আগত সংজ্ঞা বা সৰ্ব্বনাম শব্দ প্ৰায়ে প্ৰথমান্ত হয়, আৰু তাক কেৱলীয়া বা প্ৰক্ৰিয়া কৰ্ত্তা বোলা যায়; যেনে- মই লেখা পুথি পঢ়িছা, হলিৰামে কোৱা কথা সঁচা।

(৪) কৃদন্ত ভাৱ-বাচক পদৰ পাচত সকৰ্ম্মক ক্ৰিয়া থাকিলে তাৰ আগৰ সংজ্ঞা বা সৰ্ব্বনামৰ কৰ্ম্মকাৰক হয়; যেনে- হলিৰামক যোৱা দেখিলোঁ, তেওঁক বহি থকা দেখিলোঁ।

২৩ নিয়ম। 'নাই' বা "নাইকিয়া" এই অনিয়মিত ক্ৰিয়াৰ আগতো কৃদন্ত ভাব-বাচক পদ দিয়া যায়; যেনে- হলিৰাম অহা নাই বা নাইকিয়া; সেই কাম হোৱা নাই বা নাইকিয়া।

(২) কেতিয়াবা "নাই" এই ক্ৰিয়াৰ পাচত কৃদন্ত ভাৱ-বাচক পদ দুটা থাকে; যেনে- সেই কাম নাই হোৱা, তুমি নাই থকা, ইত্যাদি।

২৪ নিয়ম। সংখ্যা-বাচক বা অধিক বুজোৱা শব্দ আগত থকা শব্দৰ বহুবচন নহয়; যেনে- দহোটা মহ, একুৰি গৰু, সকলো মানুহে, বহুতজন্তুৱে।

(২) সমূহ বুজোৱা শব্দবিলাকে, একবচনত থাকিও, বহুবচনৰ ভাৱ বুজায়, আৰু সিহঁতৰ সলনি দিয়া সৰ্ব্বনাম বহুবচন হয়; যেনে- হিন্দু-জাতিৰ ভাগ্যৰ ঘিলা তলৰ ফাললৈ ঘূৰিছে; সিবিলাকৰ উদগতি হব কিয় ?

২৫ নিয়ম। সম্বোধনাৰ্থক অব্যয়-শব্দবিলাক, যাক মতা যায়, তাৰ নামৰ আগত দেখাই বা লুকাই থাকে, আৰু কোনো কথা সোধা অৰ্থ হলে সেই নামটোৱে লোপ পাই অব্যয়-শব্দটো মাথোন থাকে, যেনে- মহাৰাজ, কি কৰিছা হে ?

২৬ নিয়ম। আৱশ্যক হোৱা অৰ্থ বুজোৱা "লাগ" ধাতুৰ ক্ৰিয়াৰ দুটা কৰ্ম্মকাৰক থাকে; এটাই যি লোকৰ আৱশ্যক হয় তেওঁক, আৰু আনটোৱে তেওঁ যি বস্তু আদি পাবৰ ইচ্ছা কৰে, তাক বুজায়, আৰু প্ৰয়োজন হোৱা বস্তু আদিৰ নামটো সংজ্ঞা-শব্দ হলে তাৰ "অক" ৰিভক্তিৰ লোপ হয়। সেই ক্ৰিয়া তৃতীয় পুৰুষৰ হব, আৰু তাৰ কৰ্ত্তা-কাৰক নেথাকে; যেনে- তোমাক যদি মোক লাগে; মোক সেই বস্তু লাগিব; ইত্যাদি।

(২) নাম-ধাতুৰ পাচত আৱশ্যক বুজোৱা 'লাগ' ধাতুৰ ক্ৰিয়া থাকিলে, সেই ক্ৰিয়াৰ কৰ্ত্তা নেথাকে, নাম-ধাতুটোৱেই তাৰ কৰ্ত্তাৰ তুল্য হয়; কিন্তু নাম-ধাতুৰ আগত এটা কেৱলীয়া কৰ্ত্তা থাকে; যেনে- মই কৰিব লাগে, তুমি

যাব লাগে, সি খাব লাগে, তেওঁ থাকিব লাগিব, ইত্যাদি। ইয়াত "মই" "সি" "তুমি" "তেওঁ" এই কেইটাৰ ক্ৰিয়া আৰু "লাগে" "লাগিব" ইহঁতৰ কৰ্ত্তা নাই।

(৩) নিযুক্তঃ হোৱা অৰ্থৰ "লাগ্" ধাতুৰ ক্ৰিয়া নাম-ধাতুৰ পাচত থাকিলে তাৰ কৰ্ত্তা থাকে; যেনে- মই কৰিব লাগিছোঁ, অৰ্থাৎ কৰাত নিযুক্ত আছোঁ।

২৭ নিয়ম। "উঠ্" ধাতুৰ ক্ৰিয়াৰে সৈতে যি সংজ্ঞা বা সৰ্ব্বনাম শব্দৰ সম্পৰ্ক থাকে, তাৰ অধিকৰণকাৰক হয়; যেনে- হাতীত উঠোঁ, ঘোঁৰাত উঠ্, গছত বা গছৰ ওপৰত উঠোঁ।

২৮ নিয়ম। সকৰ্ম্মক ধাতুৰ কৃদন্ত শব্দৰ আৰু সকৰ্ম্মক নামধাতু বিলাকৰো সদায় এটা কৰ্ম্মকাৰক থাকে; যেনে- মই তেওঁক এই পুথি লিখা দেখিছিলোঁ। ইয়াত "পুথি" এই পদ "লিখা" পদৰ কৰ্ম্ম, তেওঁক এই পদ "দেখিছিলোঁ" ক্ৰিয়াৰ কৰ্ম্ম, আৰু লিখা, এই পদ তেওঁ পদৰ বিশেষণ হৈছে। সেই দৰেই, এই কাম কৰোঁতা নাই, বাঘক মৰাৰ পাচত হৰি পলাল, সি তাক মাৰিবলৈ হাত দাঙিছিল, ইত্যাদি।

২৯ নিয়ম। যি ক্ৰিয়াৰ হোৱাৰ বিষয়ত আশঙ্কা থাকে, তাৰ ভবিষ্যৎ-কালত নিত্য-বৰ্ত্তমান-কাল হয়; যেনে- যদি ঈশ্বৰে দিয়ে পাম, যদি ভালে থাকোঁ আহিম, যদি তেওঁ নাহে মই যাম।

+(২) যদি শব্দৰ পাচত "ইলে" অন্তত থকা সিদ্ধা-ক্ৰিয়া নহয়; এতেকে 'যদি তেওঁ নাহিলে, মই যাম', এই বাক্য অশুদ্ধ, 'যদি তেওঁ নাহে, মই যাম' নাইবা 'তেওঁ নাহিলে মই যাম' এনে হব লাগে।

(৩) 'যেতিয়া' এইটো কাল-বাচক-সৰ্ব্বনামশব্দৰ যোগতো ভবিষ্যৎ-কালৰ নিত্য-বৰ্ত্তমান-কাল হয়; যেনে- তেওঁ যেতিয়া আহে, মোক মাতিবা।

(৪) আজ্ঞা বা প্ৰাৰ্থনা কৰা অৰ্থ ন হলে নিষেধ বা অভাৱ বুজোৱা 'ন'ৰ যোগতো ভবিষ্যৎ-কালত নিত্য-বৰ্ত্তমান কাল হয়; যেনে- মই আৰু কেতিয়াও এনে কাম নকৰোঁ, আজিৰ পৰা ইয়ালৈ নাহোঁ, (আজ্ঞা বা প্ৰাৰ্থনা কৰা অৰ্থ হলে যেনে) তই নকৰিবি, আপুনি নকৰিব, ইত্যাদি।

৩০ নিয়ম। সদায় ক্ৰিয়া কৰি থকা অৰ্থ হলে, ভূত-কালত নিত্য-বৰ্ত্তমান হয়; যেনে- আন কাল সি ৰাতি-পুৱা ইয়ালৈ আহে।

(২) অতি অলপ কালৰ আগেয়েই ক্ৰিয়া হৈ গৈছে, এনে অৰ্থত প্ৰায় ভূত-কালত স্বৰূপ-বৰ্ত্তমান হয়; যেনে- তেওঁ কালি আহিছে।

(৩) কোনো ক্ৰিয়া অতি অলপতে হব, এনে অৰ্থ হলে ভবিষ্যৎ-কালত নিত্য-বৰ্ত্তমান কাল হয়; যেনে- কালিলৈ তেওঁ কলিকতালৈ যায়।

(৪) গত কালৰ কোনো ঘটনাৰ বৰ্ণনা কৰাত প্ৰায়ে নিত্য-বৰ্ত্তমান-কাল দিয়া যায়; যেনে- ইং ১৮২৫ শকত ইংৰাজবিলাকে আসাম লয়, তেতিয়াৰপৰা তাৰ ভাল দশা হয়।

৩১ নিয়ম। ভূত-কালত কোনো এক কাৰ্য্য হোৱাৰ পাচত আন এটা কাৰ্য্য হবৰ সম্ভাৱনা আছিল, কিন্তু প্ৰথমটো কাৰ্য্য নোহোৱা হেতু আনটোও নহল, এনে ভাৱ বুজাব লাগিলে সেই দুই কাৰ্য-বোধক ক্ৰিয়া দুটাৰ সম্ভাব্য-ভূতকাল হয়, আৰু যিটো কাৰ্য্যৰ সিদ্ধিৰ নিমিত্তে আনটোৰ অপেক্ষা আছিল, সেই কাৰ্য্য বুজোৱা ক্ৰিয়াটো সিটো ক্ৰিয়াৰ আগত থাকে, আৰু তাৰ পূৰ্ব্বত 'যদি' এই সন্দেহ-বোধক-অব্যয় আৰু পাচত 'তেন্তে' এই অব্যয়পদ দিয়া যায়; যেনে- যদি তুমি সক কালত পঢ়িলাহেঁতেন, তেন্তে অৱশ্যে পণ্ডিত হলাহেঁতেন; যদি তেওঁ কালি আহিলহেঁতেন, তেন্তে তেওঁৰ বন্ধুক দেখা পালেহেঁতেন।

(২) কেতিয়াবা 'তেন্তে' এই পদ দিয়া নেযায়; যেনে- যদি সকলো মানুহ সমান হলহেঁতেন, কাৰ কোনে

উপাসা কৰিলেহেঁতেন।

(৩) যি কাৰ্য্যৰ সিদ্ধিৰ নিমিত্তে আন কোনো কাৰ্য্যৰ অপেক্ষা আছিল, সেই কাৰ্য্য-বোধক ধাতুৰ কৃদন্ত ভাৱবাচক পদটো 'হলে' এই সিদ্ধা-ক্ৰিয়াৰ আগত স্থাপিত কৰি তাৰ পাচত আন কাৰ্যটো বুজোৱা ধাতুৰ সম্ভাব্য-ভূত-কালৰ ক্ৰিয়া দিলে ঠিক ওপৰত কোৱা ভাৱ ওলায়, আৰু 'হলে' এই সিদ্ধা-ক্ৰিয়ায়ে আশঙ্কা বুজায়, এতেকে 'যদি' আৰু 'তেন্তে' শব্দৰ প্ৰয়োজন নাই; যেনে- সৰু কালত পঢ়া হলে, তুমি অৱশ্যে পণ্ডিত হলাহেঁতেন; তেওঁ কালি অহা হলে, তেওঁৰ বন্ধুৰ সাক্ষাত পালেহেঁতেন।

৩২ নিয়ম। কোনো কাৰ্য্য কৰিবৰ ইচ্ছা বা প্ৰয়োজন আছিল, কিন্তু কোনো এক ঘটনা হোৱাৰ কাৰণে, এতিয়া সেই কাৰ্য্য কৰিব পৰা নেযায় বা কৰিবৰ আৱশ্যক নাই, এনে অৰ্থত বস্তুৰ মান বা ভবিষ্যৎ কালতো ওপৰত কোৱাৰ দৰে সম্ভাব্যভূত-কালৰ দুটা ক্ৰিয়া ব্যৱহাৰ কৰা যায়; নাইবা এটা কৃদন্ত ভাৱবাচক পদৰ পাচত স্থাপিত হোৱা 'হলে', এই ক্ৰিয়াৰ দ্বাৰা প্ৰথমটো ক্ৰিয়াৰ অৰ্থ বুজাই তাৰ পাচত সম্ভাব্য-ভূত-কালৰ ক্ৰিয়া দিয়া যায়; যেনে- তুমি ভাল সময়তে পাইছাহি, তুমি যদি নাহিলাহেঁতেন, তেন্তে মই এতিয়াই গলোঁহেঁতেন। আজি ঘৰৰ চিঠি নোপোৱা হলে, কালিলৈ মই ঘৰলৈ গলোঁহেঁতেন; ইত্যাদি।

৩৩ নিয়ম। ভূত-কালৰ কোনো এক সময়ত যি ক্ৰিয়াৰ স্বৰূপ বৰ্ত্তমান, নিত্য-বৰ্ত্তমান বা ভবিষ্যৎ-কাল আছিল, সেই ক্ৰিয়াৰ কথা কওঁতে এতিয়াও সেই কাল ব্যৱহাৰ কৰা যায়; যেনে- সেই ছাত্ৰে ভাবিলে যে, যদি সি মন দি পঢ়ে, তেন্তে সি জ্ঞানী হব; তেতিয়া সকলোৱে ভাবিলে যে, সি উন্মত্ত হৈছে; তোমাৰ এনে দশা হব বুলি নেভাবিছিলো; হলিৰামে কৃষ্ণ আজি আহিব বুলি কৈছিল।

৩৪ নিয়ম। অনেক কালৰ আগেয়ে কৰা ক্ৰিয়াৰ ফল এতিয়ালৈকে থকা অৰ্থত ক্ৰিয়াৰ স্বৰূপ-বৰ্ত্তমান-কাল হয়; যেনে- ব্যাসে লিখিছে। ইয়াত, ব্যাসে বহু দিনৰ পূৰ্ব্বে লিখিলে, তথাপি তেওঁৰ লেখা এতিয়ালৈকে আছে, এতেকে স্বৰূপ-বৰ্ত্তমান-কাল ব্যৱহাৰ কৰা যায়।

৩৫ নিয়ম। অনেক বাৰ ক্ৰিয়া কৰা অৰ্থ হলে ভূত-কালত স্বৰূপ-বৰ্ত্তমান-কাল হয়; যেনে- মই তাক অনেক বাৰ দেখিছোঁ; মই সেই ঠাইলৈ তিনি বাৰ গৈছোঁ।

(২) কোন ঠাইত ক্ৰিয়া হৈছিল তাক নিশ্চয়কৈ নকলেও ভূত-কালত-স্বৰূপ বৰ্ত্তমান হয়; যেনে- তাক মই আগেয়ে দেখিছোঁ।

৩৬ নিয়ম। 'ই' অন্তত থকা সিদ্ধা-ক্ৰিয়াৰ পাচত সকলো কালৰ সাধ্যা-ক্ৰিয়া থাকে; যেনে- সি ভাত খাই শোৱে, শুই ভাবিছে চাতৃমাৰি ধৰিলে, গা ধুই ভাত খাবা, ইত্যাদি।

(২) "ইলত" অন্তত থকা সিদ্ধা-ক্ৰিয়াৰ পাচত কেৱল স্বৰূপ-বৰ্ত্তমান, স্বৰূপ-ভূত বা অপূৰ্ণ-ভূত কালৰ সাধ্যা-ক্ৰিয়া হয়; যেনে- মই গলত তুমি আহিলা, মই মাতিলত আহিলা, গধূলি হলত শুইছিলা।

(৩) "ইলে" অন্তত থকা সিদ্ধা-ক্ৰিয়াৰ পাচত স্বৰূপ-ভূত আৰু স্বৰূপ-বৰ্ত্তমানত বাজে সকলো কালৰ সাধ্যা-ক্ৰিয়া দিয়া যায়; যেনে- ৰাতি হলে আন্ধাৰ হয়, মই আহিলে যাবা, মেলানি পালে আহিলাহেঁতেন, ৰাতি পুৱালে যাবা।

৩৭ নিয়ম। নিত্য-বৰ্ত্তমান আৰু ভবিষ্যৎ-কালৰ ক্ৰিয়াৰ পাচত 'চোন' এই কথাৰ যোগ হয়, সেই ক্ৰিয়া মাত্ৰ কৰা অৰ্থত; যেনে- চাওঁচোন, অৰ্থাৎ চাওঁ মাথোন। সেই দৰেই যাবাচোন, ৰবাচোন, ইত্যাদি।

৩৮ নিয়ম। ক্ৰিয়াবিশেষণ 'ন' ক্ৰিয়াৰ আগত থাকিলে পাচৰ ব্যঞ্জন আখৰত যি স্বৰ থাকে, 'ন'ও সেই স্বৰ যুক্তঃ হয়, কিন্তু পাচৰ আখৰত অকাৰ থাকিলে 'ন'ত বিকল্পে একাৰ দিয়া যায়; যেনে- ন হয়; নিদিওঁ, নেখাওঁ বা

নাখাওঁ; ইত্যাদি। পাচৰ আখৰত 'ঐ' থাকিলে 'ন' তেনেই থাকে; যেনে- নৈহেছিল, নৈহেছিল।

(২) সেই 'ন' পাচৰ আখৰ ব্যঞ্জন নথকা স্বৰ হলে 'ন' ভাবে সৈতে লগ লাগে; যেনে- (ন আহিল) নাহিল, (ন এৰোঁ) নেৰোঁ। 'ন'ৰ পাচৰ আখৰত দীৰ্ঘ ঈ বা উ থাকিলে 'ন'ত হ্ৰস্ব স্বৰহে দিয়া যায়; যেনে- নি জীয়ে।

(৩) সেই 'ন'ৰ 'পাৰ' ধাতুৰে সৈতে যোগ হলে 'ন'ৰ ঠাইত 'নো', 'পাৰ্' ধাতুৰ 'পা'ৰ ঠাইত 'ৱা' হয়; যেনে- নোৱাৰোঁ, নোৱাৰোঁ, ইত্যাদি।

(৪) আগেয়ে অলপ জানি থকা কথা সুধিলে 'ন' ক্ৰিয়াৰ আগত থাকে; যেনে- তেওঁ নগল? অৰ্থাৎ মই জানো তেওঁ গল।

৩৯ নিয়ম। অনুমতি দিয়া অৰ্থৰ "দি" সম্ভৱ বা উচিত হোৱা অৰ্থৰ "পা", শক্তিমন্ত হোৱা অৰ্থৰ "পাৰ" আৰু "খোজ্." এইবিলাক ধাতুৰ ক্ৰিয়াৰ আগত এটা নাম-ধাতু থাকে; যেনে- যাব দিয়াঁ; কৰিব নেপায়; ৰাতি পুৱাব পায়; যাব পাৰোঁ; শুব খুজিছে; ইত্যাদি।

৪০ নিয়ম। আপোনাৰ বা মান্য মানুহৰ কথা কোৱাত এটাক বুজাওঁতেও বহুবচনৰ পদ ব্যৱহাৰ কৰা যায়, আৰু আপোনাৰ কথা কোৱাত একবচনৰ সলনি বহুবচন দিলে অধিক নম্ৰতা প্ৰকাশ হয়; যেনে- আপোনা-সকলৰ আজ্ঞা পেলাব নোৱাৰোঁ, আমি দেউতা-সকলৰ আঁঠুৱাৰ তলৰ মহ, ইত্যাদি।

৪১ নিয়ম। অকৰ্ম্মক ধাতুৰ ক্ৰিয়াৰে সম্বন্ধ থকা সংজ্ঞা বা সৰ্ব্বনাম-শব্দবিলাকৰ অধিকৰণ-কাৰক হয়; যেনে- ঘৰত থাকোঁ, শয্যাত শোঁ, বাটত লৰোঁ, কঠত বহোঁ, ইত্যাদি।

(২) যিবিলাক ধাতু সকৰ্ম্মক আৰু অকৰ্ম্মক, দুইও ৰূপে ব্যৱহৃত, সেইবিলাকৰ ক্ৰিয়াৰ সম্বন্ধী শব্দৰ কৰ্ম্ম বা অধিকৰণ কাৰক হয়; যেনে- ঈশ্বৰক খাটোঁ বা ঈশ্বৰত খাটোঁ, ইত্যাদি।

৪২ নিয়ম। দুই বা অধিক সংজ্ঞা-শব্দৰ পাচত সিহঁতক বুজাবলৈ যি সংখ্যাবাচক শব্দ দিয়া যায়, সংজ্ঞা-শব্দবিলাকেৰে সৈতে তাৰ একে কাৰক হয়; আৰু সংজ্ঞা-শব্দবিলাকৰ বিভক্তি গুচে, আৰু সংখ্যা-শব্দৰ পাচত 'ও' থাকে; যেনে- কৃষ্ণ আৰু হলি দুইও মাছ ধৰিছে; কৃষ্ণ হৰি আৰু বলো, তিনিকো দেখিলোঁ; ৰাম আৰু হৰি, দুইৰো ঘৰ।

(২) সেই দৰেই দুই বা অধিক সৰ্ব্বনাম-শব্দৰ পাচতো সংখ্যাবাচক শব্দ দিয়া যায়; কিন্তু তেতিয়া সৰ্ব্বনামবিলাকৰ বিভক্তি নুগুচে; যেনে-- তোমাক, তেওঁক আৰু মোক, তিনিওক মাতিছে; তোমাৰ, তেওঁৰ আৰু মোৰ, তিনিওৰ ঘৰ।

৪৩ নিয়ম। যেতিয়া ভালেমান সংজ্ঞা-শব্দৰ পাচত "এইবিলাক" বা "এই সকলো" বিশেষণ-সৰ্ব্বনাম দিয়া যায়, তেতিয়া সংজ্ঞা-শব্দবিলাকেৰে সৈতে তাৰ একে কাৰক হয় আৰু সিহঁতৰ বিভক্তি গুচি সেই বিশেষণ-সৰ্ব্বনামৰ বিভক্তিঃ মাথোন থাকে; যেনে- ঘৰ, বাৰী, ধন, ধান, এই সকলোকে এৰিব পাৰি; লৰা, তিৰোতা, ককাই, ভাই, এইবিলাকৰ চেনেহ এৰা টান।

৪৪ নিয়ম। সিদ্ধা-ক্ৰিয়াই সম্পূৰ্ণ অৰ্থ বুজাব নোৱাৰে, এতেকে তাৰ পাচত এটা সাধ্যা-ক্ৰিয়া দিব লাগে, আৰু সেই সিদ্ধা আৰু সাধ্যা-ক্ৰিয়াৰ কৰ্ত্তা বেলেগ হলে দুইওটা কৰ্ত্তা উক্ত হয়, আৰু তেতিয়া সিদ্ধা-ক্ৰিয়াৰ কৰ্ত্তাক কেৱলীয়া-কৰ্ত্তা বোলা যায়; যেনে- মই গলেই তেওঁ আহিব; তুমি বহি থাকোঁতে তেওঁ পালেহি; মই শুই থাকোঁতেই তেওঁ গল; ইত্যাদি।

---

+ সমাস হলে 'এৰে' বিভক্তি গুচে; যেনে- নখেৰে যুক্ত, নখ-যুক্ত, চুলিৰে যুক্ত, চুলি যুক্ত; তৃতীয়া তৎপুৰুষ সমাস চোৱা।

(২) সেই দুইওটা ক্রিয়াৰ একেটা কর্ত্তা হলে সি দুবাৰ উক্ত মহয়, আৰু সেই কর্ত্তা সুচল মতে সিদ্ধা বা সাধ্যা ক্রিয়াৰ আগত দিয়া যায়; যেনে- সৰু কালত পঢ়া হলে তুমি পণ্ডিত হলাহেঁতেন, মই বাটত যাওঁতে তেওঁক দেখিলোঁ।

(৩) 'ওঁতে' অন্তত থকা সিদ্ধা-ক্রিয়াৰ আৰু তাৰ পাচত সাধ্যা-ক্রিয়াৰ একেটা কর্ত্তা হলে তাক সেই সিদ্ধা-ক্রিয়াৰ আগত দিয়া উচিত; কিয়নো তাকে নকৰিলে কেতিয়াবা সেই ক্রিয়াৰ কর্ত্তা পৃথক যেন বোধ হৈ সন্দেহ হব পাৰে; যেনে- বাটত যাওঁতে মই তেওঁক দেখিলোঁ, এনেকৈ বুলিলে তেওঁ তেতিয়া বাটত গৈছিল তেতিয়া মই তেওঁক দেখিছিলোঁ, এনে হব পাৰে; কিন্তু মই বাটত যাওঁতে তেওঁক দেখিলোঁ, বুলিলে ভ্রমৰ সম্ভাৱনা নেথাকে।

৪৫ নিয়ম। বহুত বুজালে সংখ্যা (লেখ) নথকা শব্দৰো বহুবচন হয়; যেনে- পানীবোৰ, তেলবিলাক, ইত্যাদি।

৪৬ নিয়ম। যাৰে সৈতে আন এটা বস্তুৰ তুলনা কৰা যায়, তাৰ নামৰ সপ্তমীৰ পদৰ পাচত 'কৈ'ৰ যোগ হয়; যেনে- এণ্ডাৰতকৈ কলা, গাখীৰতকৈ বগা, হৰিতকৈ কৃষ্ণ ধনী, ইত্যাদি।

(২) যেতিয়া কোনো এজনৰ বস্তু এটাক অন্য কোনো এজনৰ বস্তুৰে সৈতে তুলনা কৰিব লাগে, তেতিয়া প্রায়ে আগৰ বস্তুটো বুজোৱা পদৰ লোপ হৈ বস্তুৰ গৰাকীক বুজোৱা পদটো মাথোন থাকে, আৰু তাৰ পাচত 'কৈ' হয়; যথা- মোতকৈ তোমাৰ ঘৰ ভাল, অর্থাৎ মোৰ ঘৰতকৈ।

(৩) তুলনা কৰা দুইও বস্তু পূর্ব্বে উক্ত হলে কদাচিত সেই দুইও পদৰ লোপ হৈ গৰাকীক বুজোৱা পদ দুটা মাথোন থাকে, আৰু আগৰটোত 'কৈ' যোগ কৰা যায়, যেনে- মোতকৈ তোমাৰ ভাল, অর্থাৎ মোৰ কোনো পূর্ব্বে উক্ত হোৱা বস্তুতকৈ তোমাৰ বস্তু ভাল।

(৪) এনে ঠাইত কেতিয়াবা তুলনা কৰা বস্তু দুটাৰ নাম লুপ্ত হৈ সিহঁতৰ পাচৰ উপশব্দ দুটা মাথোন থাকে; যেনে- মোৰ ঘোঁৰা আছে, তোমাৰো ঘোঁৰা আছে, কিন্তু তোমাৰটোতকৈ মোৰটো ভাল।

৪৭ নিয়ম। সংজ্ঞা-শব্দৰ যি লিঙ্গ আৰু বচন, তাৰ সলনি দিয়া ব্যাক্তি-বোধক সর্ব্বনামৰো সেই লিঙ্গ আৰু বচন হয়; যেনে- সেইটো মানুহক মই দেখিছোঁ, কিন্তু সি কোন নেজানো; মানুহবিলাকৰ যিমান জ্ঞান থাকে, সিবিলাক সিমান সুখীয়া হয়; সেই তিৰোতাজনী বৰ বেয়া, তাইক ভাল কথা কলে নুশুনে; চৰাই বিলাকৰ পাখি গজিলেই সিহঁত উৰি যায়।

(২) সমাহাৰ দ্বন্দ্বসমাসৰ দ্বাৰা লগ লাগি একবচন হোৱা দুই বা অধিক শব্দৰ সলনি দিয়া, সর্ব্বনামৰ একবচন হয়; যেনে- হাঁহ-পাৰই ঘৰ গুচায়, এতেকে তাক পোহা ভাল নহয়।

৪৮ নিয়ম। জীৱন নথকা বস্তু বুজোৱা কোনো স্ত্রীলিঙ্গ শব্দৰ নিমিত্তে যি সর্ব্বনাম শব্দ ব্যৱহাৰ কৰা যায়, তাৰ পুংলিঙ্গ হয়; যথা- এতিয়া অসমীয়া ভাষাৰ ইমান দুর্দ্দশা হৈছে যে, বহুত লোকে তাক মাতৃ-ভাষা বুলিবলৈও বেয়াহে পায়, কিন্তু তাৰ এই অৱস্থা সদায় নেথাকে; ইয়াত 'ভাষা' এই শব্দ স্ত্রীলিঙ্গ হোৱাতো "তাৰ" এইটো পুলিঙ্গ সর্ব্বনাম দিয়া হৈছে।

৪৯ নিয়ম। কেতিয়াবা এফাঁকি কথাৰ বা এটা খণ্ড-বাক্যৰ সলনি এটা ব্যক্তি+-বোধক সর্ব্বনাম দিয়া যায়, আৰু তেতিয়া সর্ব্বনামটোৱে কথা ফাঁকিৰ ভাৱ বা তাত উক্ত হোৱা কার্য্যটো বুজায়; যেনে- "ভৰতে ৰামক এইবিলাক কথা কলে, তাৰ দ্বাৰা তেওঁৰ ৰামলৈ বৰ ভক্তি থকা বুজা যায়," "তাৰ" অর্থাৎ সেই কার্য্যৰ; সেই দৰেই, এবাৰ মৰিব

---

+ বৰ মান্য লোকৰ কথা কোৱাত এওঁ, তেওঁ এই দুই সম্বন্ধ ব্যৱহাৰ কৰিলে পোনপটিয়ে তেওঁৰ কথা কোৱা হয়, অতে তেওঁৰ মান কিছু লঘু হয়; এতেকে তেনে ঠাইত পাক সলাই কথা কোৱা যায়; যেনে- এখেতে এই কথা কৈছে; ইয়াত এখেত অর্থাৎ এই ঠাইত থকা মান্য লোক জনে কৈছে, এনে ভাব হয়। এখেতৰ সৈতে; ইয়াত এই ঠাইত থকা মান্য লোক জনেৰে সৈতে এনে অর্থ হয়। এই দৰেই বুজিবা।

লাগিব, ইয়াক মানুহে জানে, এতেকে তাৰ নিমিত্তে সপ্তম হৈ থাকিব লাগে। "ইয়াক" অৰ্থাৎ এই কথাক; "তাৰ নিমিত্তে" অৰ্থাৎ মৰিবৰ নিমিত্তে; সেই দৰেই, ধনে অহঙ্কাৰ বঢ়াই, ই মিছা।

৫০ নিয়ম। যুক্ত হোৱা অৰ্থত যি যুক্ত হয়, তাৰ তৃতীয়া বিভক্তি অৰ্থাৎ কৰণ-কাৰক হয়; যেনে- মখেৰে যুক্ত বাঘ, চুলিৰে যুক্ত মানুহ, ইত্যাদি।+

(২) সেই কৰণকাৰকৰ আগত যেতিয়া কোনো বিশেষণ থাকে, তেতিয়া প্ৰায়ে 'যুক্ত' পদ গুচি কৰণকাৰকটো মাথোন থাকে; যেনে দীঘল চুলিৰে যুক্ত যি মানুহ, সি দীঘল চুলিৰে মানুহ; সেই দৰেই, চোকা নখেৰে; বগা কাপোৰেৰে; ইত্যাদি।

৫১ নিয়ম। ক্ৰিয়াবিশেষণ "ন" অনুকাৰ শব্দৰপৰা হোৱা ক্ৰিয়াৰ মাজত থাকে; যেনে- ভুল-পানীয়ে খল্ ন খলায়, টপ্ ন টপাৰি, ইত্যাদি।

৫২ নিয়ম। আগত থকা কোনো ডাঙৰ লোকৰ কথা অতিশয়ৰূপে মান্য কৰি কোৱাত ব্যক্তিবাচক সৰ্ব্বনামৰ 'এওঁ', 'এওঁৰে', 'এওঁলৈ,' 'এওঁৰপৰা,' 'এওঁৰ' এইবিলাক পদৰ সলনি ক্ৰমে স্থানবোধক সৰ্ব্বনামৰ 'এখেত', এখেৰে,' 'এখৈলৈ', 'এখেৰপৰা,' 'এখেৰ' এইবিলাক পদ ব্যৱহাৰ কৰা যায়; যেনে- এখেত যি আজ্ঞা কৰিছে তাক অমান্য কৰিব নোৱাৰি; এখেৰে সৈতে আমাৰ গুৰু-শিষ্য সম্বন্ধ; এখৈলৈ আমি কেনেকৈ হেলা কৰিম।

(২) সেই দৰেই দূৰৈত থকা অতিশয় মান্য-লোকৰ কথা কোৱাত 'তেওঁ,' 'তেওঁৰে,' 'তেওঁলৈ,' 'তেওঁৰপৰা' আৰু 'তেওঁৰ' এইবিলাকৰ ঠাইত ক্ৰমে, 'তত,' 'তৰে,' 'তৈলে,' 'তৰপৰা,' আৰু 'তৰ' হয়।+

৫৩ নিয়ম। 'মাত্ৰ' শব্দ বিশেষণ আৰু ক্ৰিয়াবিশেষণ দুইও ব্যৱহৃত হয়। বিশেষণ হলে সি 'আটাইবিলাক' এনে অৰ্থ বুজায় আৰু বিশেষ্যৰ পাচত যুক্ত হৈ তাৰে একে পদ হয়; আৰু সেইটো পদ অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ত্তা হলেও তাৰ 'এ' বিভক্তি নুগুচে; যেনে- প্ৰাণী-মাত্ৰে মৰিব, বাঘে জন্তু-মাত্ৰতে হিংসা কৰে; অৰ্থাৎ সকলো প্ৰাণী মৰিব, বাঘে সকলো জীৱকে হিংসা কৰে।

(২) সি ক্ৰিয়াবিশেষণ হলে 'মাথোন' 'মুঠে' এনে অৰ্থ হয়, আৰু সি আন পদৰ পৰা পৃথক হৈ থাকে; যেনে- মনুষ্যৰ মাত্ৰ জ্ঞান আছে, ঈশ্বৰ মাত্ৰ সৰ্ব্বজ্ঞ; বাঘে জন্তুক মাত্ৰ হিংসা কৰে, অৰ্থাৎ বৃক্ষাদিক নকৰে।

৫৪ নিয়ম। কেতিয়াবা এফাঁকি কথা বা এটা খণ্ড-বাক্য এটা সকৰ্ম্মক ক্ৰিয়াৰ কৰ্ম্ম-কাৰক হয়; যেনে- সি নো কেনেকৈ এই দেশত থাকে মই চাম; ইয়াত 'সি নো কেনেকৈ এই দেশত থাকে' ফাঁকি কথা 'চাম' ক্ৰিয়াৰ কৰ্ম্ম হৈছে। সেই দৰেই, তুমি নে ভাবিবা যে মই তোমাৰ কাৰ্য্যত হেলা কৰোঁ; তেওঁ কলে বোলে আজি নাহোঁ; তুমি কৰা বুলি মই তাক মাতিছোঁ; ইত্যাদি।

(২) যেতিয়া কেইবাটা কথা গোট খাই এটা কৰ্ম্ম-কাৰক হয়, তেতিয়া সেইবিলাক কথাৰ আগত প্ৰায়ে 'যে' 'বোলে' 'বোলা' বা 'বোলে' পদ থাকে; যেনে- মই তেওঁক কলোঁ যে বা বোলোঁ, তুমি মন দি পাঠ পঢ়া; তুমি কলা বোলা; সি কলে বোলে।

৫৫ নিয়ম। কেতিয়াবা তেওঁৰ এটা পদ বা এটা খণ্ড-বাক্য এটা ক্ৰিয়াৰ কৰ্ত্তা হয়; যেনে- সন্ত লোকক নিন্দা কৰা উচিত নহয়; ইয়াত 'সন্ত লোকক নিন্দা কৰা', এই খণ্ডবাক্য 'হয়' ক্ৰিয়াৰ কৰ্ত্তা; 'ভাত খাবলৈ নহল', ইয়াত 'ভাত খাবলৈ' এই দুই পদ 'হল' ক্ৰিয়াৰ কৰ্ত্তা, 'ন' ক্ৰিয়াবিশেষণ; ইত্যাদি।

৫৬ নিয়ম। দুটা নঞৰ এটাই আনটোক নষ্ট কৰে, এতেকে এফাঁকি কথাত দুটা 'ন' থাকিলে, 'ন' নথকাৰ দৰে অৰ্থ হয়; যেনে- এই কথা অযুগুত নহয়, অৰ্থাৎ যুগুত হয়; তুমি আহি নে থাকিবা, অৰ্থাৎ আহিবা; মই নাহোঁ মানে যাবা, অৰ্থাৎ আহিলে যাব পাৰা; ইত্যাদি।

৫৭ নিয়ম। বিশেষণ শব্দ তাৰ বিশেষ্য পদৰ আগত থাকে; যেনে- ৰঙা ফুল, বগা কাপোৰ, ডাঙৰ হাতী, দীঘল ডাঁৰ।

(২) কিন্তু কোনো বস্তুৰ গুণটো বিশেষকৈ কব লাগিলে বিশেষণ বিশেষ্যৰ পাচত স্থাপিত হয়; যেনে- জুই তপত, পানী শীতল, শংখ বগা, নিম তিতা, ইত্যাদি।

(৩) কেতিয়াবা কেইবাটা পদ গোট খাই এটা বিশেষণৰ দৰে ব্যৱহৃত হয়; যেনে- আন স্বৰ অন্তত থকা শব্দ, মই ঘৰত থৈ অহা মানুহ; ইয়াত "আন স্বৰ অন্তত থকা" এইবিলাক পদ "শব্দৰ" বিশেষণ।

৫৮ নিয়ম। যেতিয়া কেইবাটা বিশেষণে কেৱল এটা মানুহৰ বা বস্তুৰ গুণ দেখায়, তেতিয়া 'এজন,' 'এটা,' 'এডাল,' এনেবিলাক বিশেষণ পদ কেৱল প্ৰথমটো বিশেষণৰ আগত থাকে; আৰু যেতিয়া বেলেগ-বেলেগ বিশেষণ বেলেগ-বেলেগ মানুহৰ বা বস্তুৰ গুণ দেখায়, তেতিয়া 'এজন,' 'এটা' ইত্যাদি পদ প্ৰতিবিশেষণৰ আগত দিয়া যায়; যেনে- এজন জ্ঞানী আৰু এজন ধৰমী বুলিলে দুজন লোক হয়।

৫৯ নিয়ম। 'যি' শব্দৰ কোনো এটা পদৰ পাচত 'যি' বা 'তেওঁ' শব্দৰ এটা পদ লাগে; যেনে- যাক চাউল দিছা, তাক ভাত খোজাঁ; যি জনে এই কথা কৈছিল, তেওঁ এতিয়া ইয়াত নাই; ভোগ যাৰ, ৰোগ তাৰ; যি যিমানলৈ নামে, সি সিমানলৈ তিতে।

(২) বিশেষণ-সৰ্ব্বনাম 'যেনে' শব্দৰ পাচত 'তেনে' লাগে; যেনে- যেনে চোৰ, তেনে টাঙ্গোন।

(৩) 'যেনে' শব্দৰ পাচত কদাচিত ব্যক্তিবাচক সৰ্ব্বনাম 'সি' শব্দৰ এটা কৰ্ম্ম-পদ থাকে; যেনে- তোমাক দেখি যেনে সন্তোষ পাইছোঁ, তাক কি কম; মই যেনে দুঃখ পাইছোঁ, তাক কব নোৱাৰি।

(৪) 'যিমানৰ' পাচত 'সিমান' লাগে; যেনে- যিমান দান, সিমান পুণ্য; যিমানলৈ গৈছা, সিমানতে থাকাঁ; বস্তু যিমানলৈ কিনা যায়, বেচিলে সিমান পোৱা টান; ইত্যাদি।

৬০ নিয়ম। অনেক সময়ত "কৰ্" ধাতুৰ ক্ৰিয়াৰ দুটা কৰ্ম্ম-কাৰক থাকে, পাচৰ-টোৱে সেই ক্ৰিয়াৰ কাৰ্য্যক আৰু আগৰটোৱে যাৰ ওপৰত সেই কাৰ্য্য হয়, তাক বুজায়; যেনে- লোকক হিংসা ন কৰিবা, মানুহক মৰম কৰিবা, মোক ক্ষমা কৰাঁ, ইত্যাদি। কিন্তু যাৰ ওপৰত সেই কাৰ্য্য হয়, তাতকৈ কাৰ্য্যটো প্ৰধানৰূপে উক্ত হলে সেই দুয়োটা পদ দ্বিতীয়া-তৎপুৰুষ-সমাসৰ দ্বাৰা লগ লাগে; যেনে- (গোক বধ) গো-বধ মহা-পাপ, সুৰা-পান নকৰিবা। এনেবিলাক ঠাইত কাৰ্য্যটো প্ৰধান।

৬১ নিয়ম। কেতিয়াবা ইমান, কিমান, যিমান, সিমান, কিছুমান আৰু কিঞ্চিৎমান, অন্য, আন, এই, সেই, যি, কি, এইবিলাক বিশেষণ সৰ্ব্বনামৰ পাচত সংজ্ঞা-শব্দ লুপ্ত হৈ থাকে, আৰু সেই বিশেষণ-সৰ্ব্বনাম বিলাক বিভক্তি যুক্ত হৈ সংজ্ঞা-শব্দৰ দৰে ব্যৱহৃত হয়; যেনে- এই হাতীটো কিমান দি কিনিলা? ইয়াত 'ধন' শব্দ লুপ্ত হৈ আছে; সি কিমানৰ মানুহ জানো, অৰ্থাৎ কিমান সম্ভ্ৰমৰ। সেই দৰেই, আনৰ ঘৰ, অৰ্থাৎ আন মানুহৰ; অন্যলৈ, অৰ্থাৎ অন্য মানুহ বা বস্তুলৈ; যি দিবা, অৰ্থাৎ যি বস্তু দিবা; কি কলা, অৰ্থাৎ কি কথা।

(২) সেই দৰেই অলপমান, ভালেমান ইত্যাদি কোনো-কোনো বিশেষণ-শব্দৰ পাচতো সংজ্ঞা-শব্দ লুকাই থাকে; যেনে- ভালেমান আছে, অৰ্থাৎ ভালেমান ধন বা বস্তু; কিছুমান তোমাক দিম, অলপমান মই ৰাখিম; ইত্যাদি।

৬২ নিয়ম। প্ৰচুৰ অৰ্থত বিশেষণ শব্দ দুবাৰ উক্ত হলে তাৰ বিশেষ্যৰ প্ৰায়ে বহুবচন হয়; যেনে- সৰু-সৰু ঘৰবিলাক বতাহত পৰিল, বৰ-বৰ লোক-সকলে সামান্য লোকক তুচ্ছ দেখে।

---

+ 'আপোন-হাতে' এনেবিলাক পদক ক্ৰিয়া বিশেষণ বোলা উচিত।

(২) কদাচিত বিশেষ্য একবচনতো থাকে; তথাপি সি বহুবচনৰ ভাব বুজায়; যেনে- সক-সক আখৰে লেখা পুথি বাতি পঢ়া টান; বৰ-বৰ লোকৰ বৰ-বৰ কথা; আন মানুহ তেওঁবিলাকৰ সমান কেনেকৈ হব ?

৬৩ নিয়ম। কোনো মানুহ বা বস্তুক বিশেষকৈ উক্ত কৰিব লাগিলে তাৰ নামটোত মাতৰ ঠেলা পৰে; এতেকে সেই নাম বুজোৱা শব্দ একাৰেৰে অন্ত হোৱা কৰ্ত্তাকাৰক হলে পাচত 'ই' যোগ কৰা যায়; যেনে- (মানুহে) মানুহেই এনে কথা কয়, (হাতীয়ে) হাতীয়েই ভয় পায়, (গৰুৱে) গৰুৱেই ধান খায়। কৰ্ত্তাকাৰক ব্যঞ্জন বা অন্য স্বৰেৰে অন্ত হলে তাৰ পাচত 'এই' যোগ কৰা যায়; যেনে- (ধন হয়) ধনেই হয়, (মন যায়) মনেই যায়; (হাতী শোৱে) হাতীয়েই শোৱে; (গৰু মৰে) গৰুৱেই মৰে, (কপৌ উৰে) কপৌৱেই উৰে, (পালে ভৰে) পালেয়েই ভৰে। সেই দৰেই হাতীবিলাকেই, ইত্যাদি।

(২) কৰ্ত্তাকাৰক অকাৰ বা আকাৰান্ত হলে তাৰ পাচত 'ই' দিয়া যায়; যেনে- (গাধ লৰে) গাধই লৰে, (লতা ছিগে) লতাই ছিগে, ইত্যাদি।

কৰ্ত্তাকাৰকৰ পাচত অকলৈ থকা 'ই' 'য়ে' হয়; যেনে- (গাধই খায়) গাধয়ে খায়, (লতাই মেৰাই) লতায়ে মেৰায়, ইত্যাদি।

(৩) কৰ্ম্ম-কাৰকৰ পাচত 'এ' যোগ কৰা যায়; যেনে- মানুহকে, গৰুকে, হাতীকে ইত্যাদি।

(৪) কৰণকাৰকৰ পাচত 'ই' হয়; যেনে- হাতেৰেই, হাতীৰেই ইত্যাদি।

(৫) সম্প্ৰদান-কাৰকৰ পাচত 'কে' বা 'য়ে' হয়; যেনে- মানুহলৈকে বা মানুহলৈয়ে ইত্যাদি।

(৬) অপাদান কাৰকৰ পাচত 'ই' যোগ কৰা যায়; যেনে- মানুহৰপৰাই, আহিবৰপৰাই ইত্যাদি। কদাচিত অপাদান-কাৰকৰ 'পৰা' বিভক্তিৰ আগত 'এ' দিয়া যায়; যেনে- মানুহৰেপৰা, আহিবৰেপৰা, তাৰেপৰা ইত্যাদি।

(৭) সম্বন্ধ আৰু অধিকৰণকাৰকৰ পাচত 'এ' হয়; যেনে- মানুহৰে ঘৰ, ইত্যাদি। ঘৰতে, হাতীতে, বাৰ্‌তে ইত্যাদি।

(৮) সৰ্ব্বনামৰ কৰ্ত্তা-কাৰকৰ পাচত 'এ' বা 'এই' হয়; যেনে- ময়ে কৈছোঁ বা ময়েই কৈছোঁ, তেৱেঁ খাইছে বা তেৱেঁই খাইছে, আপুনিয়ে শুইছে বা আপুনিয়েই শুইছে।

(৯) অন্য কাৰকত সংজ্ঞা-শব্দৰ নিয়ম খাটে; যেনে- মোকে, মোৰেই, মোলৈকে, মোৰপৰাই বা মোৰপৰা, মোৰে, মোতে।

(১০) অকাৰ, আকাৰ বা একাৰান্ত ক্ৰিয়াৰ পাচত 'ই' আৰু অন্য স্বৰ বা ব্যঞ্জন অন্তত থকা ক্ৰিয়াৰ পাচত 'এই' হয়; যেনে- সি যাবই, তুমি থাকিবাই, লৰা শুলেই, মই যামেই (যাওঁ), যাবই, ইত্যাদি। বৰ্ণবিন্যাস প্ৰকৰণৰ নিয়মমতে 'ই' 'এ' 'এ' ইত্যাদি আখৰ 'য়', 'ৱ২ হৈছে।

৬৪ নিয়ম। "শুন্" ধাতুৰ ক্ৰিয়াৰে "মুখ", আৰু "পা" ধাতুৰ ক্ৰিয়াৰে "হাত" শব্দৰ সম্পৰ্ক হলে পঞ্চমীৰ "পৰা" বিভক্তিৰ ঠাইত "এ" হয়; যেনে- তোমাৰ (মুখৰপৰা) মুখে শুনিলোঁ, তেওঁৰ (হাতৰপৰা) হাতে ধন পালোঁ।

৬৫ নিয়ম। সকৰ্ম্মক "এৰ্" আৰু 'পাহৰ্' ধাতুৰ ক্ৰিয়াৰ কৰ্ম্মপদ নাম-ধাতু হলে সেই কৰ্ম্মৰ চতুৰ্থী (অৰ্থাৎ 'লৈ') বিভক্তি হয়; যেনে- যাবলৈ পাহৰিলোঁ, পঢ়িবলৈ এৰিলা। যাবক পাহৰিলোঁ, পঢ়িবক এৰিলা, এনে নহয়।

৬৬ নিয়ম। ষষ্ঠী তৎপুৰুষ সমাসৰ দ্বাৰা এটা শব্দৰ পাচত লগ লগা গাধ অঙ্গ বুজোৱা কোনো শব্দৰ পাচত তৃতীয়াৰ 'এৰে' বিভক্তিৰ 'ৰে' লিখোঁতাৰ ইচ্ছা অনুসৰি গুচে বা থাকে; যেনে- মই আপোন-কাণে শুনিলোঁ, নিজ মুখে কলোঁ; আপোন-হাতে দিছোঁ; নাইবা আপোন কাণেৰে শুনিছোঁ, নিজ মুখেৰে কৈছোঁ, ইত্যাদি।+

৬৭ নিয়ম। পাদ্যত কৰণকাৰকৰ "এৰে" বিভক্তিৰ "ৰে" প্ৰায়ে গুচে; যেনে- শংখ চক্ৰ গদা-পদ্ম ধৰি আছা

হাতে"; প্ৰবন্ধে ঘোঁৱাৰ সিতো খোজক নিহালি; অৰ্থাৎ হাতেৰে, প্ৰবন্ধেৰে ইত্যাদি।

## লক্ষণা।

কথা কওঁতে ব্যৱহৃত শব্দবিলাকৰ পোন অৰ্থতকৈ বেলেগ ভাব বুজোৱাক বা মনৰ ভাববিলাকক আকৃতি থকা আৰু জীয়া জন্তুৰ দৰে ব্যক্ত কৰাক লক্ষণা বোলা যায়। অসমীয়া ভাষাত চলিত লক্ষণাবিলাক তলত লিখা গল।

১। উপলক্ষণা- যি শব্দ আমি শুনো, তাৰ অৰ্থ নেৰি তাৰ লগত তাৰে সৈতে সম্বন্ধ-থকা আন ভাব বুজালে তাকে উপলক্ষণা বোলে; যথা- এজনে চকুৰে নেদেখা ঠাইত বৰ হাই শুনি আন এজনক সুধিলে বোলে, এইটো কিহৰ শব্দ, তাতে সিজনে কলে বোলে, 'ৰজা আহিছে,' ইয়াতে সোধা গৰাকীয়ে বুজিলে, ৰজা আহিছে, তেওঁৰ লগৰ ঠাট-কটকৰ কোলাহল। কিন্তু 'ৰজা আহিছে', এই বাক্যে তেওঁৰ লগৰ মানুহবিলাকৰ কোলাহল নুবুজায়, তথাপি ভাৱৰ দ্বাৰা বুজা গল।

২। তটস্থ-লক্ষণা ওচৰত থকা কোনো বস্তুক, যি বস্তুৰ সি ওচৰত থাকে, তাকে বুলি কোৱাকে তটস্থ-লক্ষণা বোলে। কোনো এক মানুহে আন এজনক সুধিলে "নৈ কত আছে," তাতে সি এনে উত্তৰ কৰিলে বোলে "সেই গছেই নৈ।" ইয়াতে সোধা গৰাকীয়ে বুজিলে যে, সেই গছৰ গুৰিতে নৈ আছে। সেই দৰেই "এওঁ গঙ্গাবাসী" এনেকৈ বুলিলে গঙ্গাৰ তীৰত থকা বুজা যায়।

৩। ঔপচাৰিক-লক্ষণা-অচেতন বস্তুক চেতন থকা বস্তুৰ দৰে কোৱাকে ঔপচাৰিক লক্ষণা বোলা যায়; যেনে- সেই দলটোৱে গন-গন কৰিছে, বিস্তৰ দিন মেঘে বৰষুণ নিদিয়াত পিয়াহক পৃথিবীৰ মুখ শুকাইছে।

৪। বিপৰীত-লক্ষণা- কোনো মানুহক নিন্দা কৰিবৰ মনেৰে প্ৰশংসা কৰিলে, আৰু প্ৰশংসাৰ ছলেৰে নিন্দা কৰিলে তাকে বিপৰীত-লক্ষণা বোলা যায়; যেনে- কোন মানুহে তাৰ শত্ৰুক কৈছে যে, মোৰ কুটুম তুমি মোক যেনে উপকাৰ কৰিছা, তাক কি কম? আশীৰ্ব্বাদ কৰোঁ ঈশ্বৰে তোমাক এশ বছৰ পৰমায়ুস দি ৰক্ষা কৰোক। অৰ্থাৎ হে শত্ৰু, তই মোক যিমান অপকাৰ কৰিছ, তাক কি কম? শাও দিছোঁ, ঈশ্বৰে তোক বেগতে মাৰোক; ইত্যাদি।

৫। স্বৰূপ-লক্ষণা- যি বস্তুত আন কোনো এটা বস্তুৰ গুণ থাকে, তাক সেই আন বস্তুটো বুলি কোৱাকে স্বৰূপ-লক্ষণা বোলে, যেনে- সি বাঘ, অৰ্থাৎ বাঘৰ নিচিনা খঙ্গাল আৰু নিষ্ঠুৰ; অমুকৰ গাটো লো, অৰ্থাৎ লোৰ দৰে টান; সৰু লৰাৰ কথাবিলাক অমৃত, অৰ্থাৎ অমৃতৰ নিচিনা সোৱাদ।

৬। প্ৰশ্ন-লক্ষণা- যি কথা আমি অৱশ্যে হব বুলি কব খোজোঁ, তাক এটা নঞেৰে সৈতে যোগ কৰি, নাইবা যি কথা কেতিয়াও নহয় বুলি বুজাঁব খোজোঁ, তাক পোনেই সোধা কথাৰ দৰে কওঁহঁক, তাকে প্ৰশ্ন-লক্ষণা বোলা যায়; যেনে- এনে নহয় নে? অৰ্থাৎ অৱশ্যে হয়; এই কথা হব পাৰে নে? অৰ্থাৎ কেতিয়াও নোৱাৰে; ইত্যাদি।

৭। অত্যুক্তি-লক্ষণা- কোনো কথাৰ অতিশয় প্ৰবলতা বুজাবৰ কাৰণ সি যিমান তাতকৈ অধিককৈ বৰ্ণন কৰিলে, তাকে এই নাম দিয়া যায়; যথা- সেই সিংহৰ গোঁজৰণিত মাটি কঁপি গৈছিল, আৰু তাৰ চকুৰে জুই বৰষিছিল; তেওঁৰ শোক ইমান প্ৰবল হৈছিল যে, চকুৰ লোৰে এখান নৈ হৈছিল।

# পদ্য।

পদ্য শব্দে তাকে বুজায়, যাক পঢ়োঁতে পদবিলাকৰ লঘু বা গুৰু উচ্চাৰণ অনুসৰি মাতৰ ঠেলা পৰি বেলেগ-বেলেগ ছন্দত বেলেগ-বেলেগৰূপে স্বৰৰ মিল হয়।

পদ্য দুবিধ; মিলিতান্ত আৰু অমিলিতান্ত। যি পদ্যই এফাঁকিৰ অন্তৰ আগৰ আন ফাঁকিৰ শেষ আখৰে সৈতে মিলে, তাক মিলিতান্ত বোলে; যাৰ সেইৰূপে মিল নহয়; তাৰ নাম অমিলিতান্ত। আমাৰ ভাষাত অমিলিতান্ত পদ্যৰ অধিক চলন নাই, এই কাৰণ ইয়াত তাৰ কথা লিখা নেযায়।

অসমীয়া ভাষাত পদ্য-ৰচনাত গদ্যতকৈ পদবিলাক প্ৰায়ে লৰে; আৰু অনেক সময়ত ধ্বন্যাঘাত, অৰ্থাৎ মাতৰ ঠেলাও লৰ হয়, অৰ্থাৎ দীৰ্ঘ স্বৰ হ্ৰস্ব আৰু হ্ৰস্ব স্বৰ দীৰ্ঘ হৈ উচ্চাৰিত হয়। প্ৰচলিত পদ্যবিলাক তলত লিখা গল।

পদ্যত স্বৰহীন ব্যঞ্জন আৰু ব্যঞ্জনৰ পাচত অকলৈ থকা 'ই' প্ৰায়ে, আখৰ ৰূপে নহয়।

### পদ।

পদৰ দুফাঁকি, প্ৰত্যেক ফাঁকিত চৈধ্যটা আখৰ থাকে, আৰু দুইও ফাঁকিৰ শেষ আখৰ মিলে। উদাহৰণ- বলিৰাম দেখে সবে দেৱতাৰ জয়। দানবৰ সেনা মানে যায় যমালয়। নসহে শৰীৰ অতি ফোপত কঁপিলা। ৰথে চৰি ধেনু ইন্দ্ৰক বুলিলা॥

### দুলৰী।

দুলৰীৰ দুফাঁকি আখৰ; সেই দুফাঁকিয়েই ছ ভাগ হয়; প্ৰত্যেক ফাঁকিৰ প্ৰথম দুভাগত ছটা আখৰ থাকে, আৰু দুইবো শেষ আখৰ মিলে। আৰু শেষ ভাগত আঠোটা আখৰ থাকে, এবং প্ৰথম ফাঁকিৰ শেষ ভাগৰ অন্তৰ আখৰ দ্বিতীয় ফাঁকিৰ শেষ ভাগৰ সেই আখৰে সৈতে মিলে। উদাহৰণ- ৰুক্মিণীৰ, কুঞ্জৰ-গমনী, লীলাগতি চলি মনীয়ান্ত। অতি হৰ্ষমনে, গৈয়া তেতিক্ষণে, ৰাজ-সভা দেখিলন্ত॥ কৃষ্ণকেসে চিন্তি, ইভিতি সিভিতি, বলাই যান্ত নেত্ৰ দুটি। কটাক্ষ নয়নে, চায় যাৰ পানে, মৰে কামবাণে ফুটি॥

### ছবি।

ছবিৰো দুফাঁকি; প্ৰত্যেক ফাঁকি তিনি ভাগ হয়; সিহঁতৰ প্ৰথম দুভাগত প্ৰতিভাগে আঠোটা, শেষ ভাগত দহোটা আখৰ থাকে; দুলৰীৰ যেনেকৈ মিল হয়, ইয়াৰো সেইৰূপ; উদাহৰণ- ক্ষণেকে চেতন পাই, কিৰাতৰ ভিতি চাই, দুনাই চকু মুদি মনে-মনে। টিমিকি টিমিকি মাত্ৰ, প্ৰাণ-খানি আছে গাত, পৰিশোক কৰন্ত অৰ্জ্জুনে॥

### লেছাৰী।

লেছাৰীৰো দুই চৰণ; প্ৰত্যেক চৰণ তিনি ভাগ হয়, সিহঁতৰ প্ৰথম দুভাগত দহোটা-দহোটা আখৰ, শেষৰ ভাগত চৈধ্যটা। ইও দুলৰীৰ দৰে মিলে; বিশেষ এই যে, দুইও চৰণৰ শেষ ভাগৰ অন্তৰ শব্দটোৰ উপান্ত্য (অন্তৰ স্বৰৰ আগৰ) স্বৰটো দীৰ্ঘ হলে, শুনিবলৈ শুৱলা হয়। উদাহৰণ- দ্ৰুপদ-নন্দিনী মনে গুণি, স্বামী সকলৰ বাক্য শুনি, ৰাজহংসগতি চলি যান্ত ধীৰে ধীৰে। যথাত আছন্ত দেৱ হৰি, নৃপতিসকলে মধ্যে কৰি, তথাকে চলিলা তিতি নয়নৰ নীৰে॥

### ঝুমুৰি।

ঝুমুৰি ছন্দৰ দুফাঁকি; প্ৰত্যেক ফাঁকিত আঠোটা আখৰ, ইয়াৰ মিল পদৰ দৰে হয়। উদাহৰণ- হেন শুনি জাম্বৱন্ত। ধাইলা মহাবলৱন্ত॥ নিচিনি স্বামীক পাচে। ধৰিলন্ত যুদ্ধ-কাচে॥ দুইতো দুই নাহি তুষ্টি। হানে বজ্ৰসম মুষ্টি॥ মাংসৰ কাৰণে যেন। যুজন্ত দো-গোটা শেন॥

### কুসুম-মালা-ছন্দ।

কুসুম-মালা-ছন্দৰ একচৰণ, সেই চৰণেই চাৰি ভাগ হয়, প্ৰত্যেক ভাগত ছটা আখৰ থাকে, আৰু প্ৰতিভাগৰ শেষ আখৰ অন্য ভাগৰ শেষ আখৰে সৈতে মিলে; যথা- নমো নিৰঞ্জন, পাতক-ভঞ্জন, গোপিকা-ৰঞ্জন, দানৱ-গঞ্জন। দৈত্য-অন্তকাৰী, গোবৰ্দ্ধন-ধাৰী, ভৱ-ভয়-হাৰী, তুমি সে মুৰাৰি ॥

## কুটৰ কথা।

পঢ়া কথা ভাল শুনা, আৰু ভালকৈ বুজিব পৰা, হবৰ নিমিত্তে পঢ়োঁতে কোনো কোনো ঠাইত ৰব লাগে, আৰু সেই ৰব লগা ঠাই বুজাবৰ কাৰণে কিছুমান কুট, অৰ্থাৎ চিনৰ আৱশ্যক, আৰু আন আন কোনো কথা বুজাবলৈও কিছুমান চিন লাগে। পূৰ্ব্বে অসমীয়াত ছেদ আৰু উৰ্দ্ধৰেখাত বাজে আন একো চিন নাছিল, এতেকে যতি (কমা) আদি কিছুমান লাগতিয়াল কুট ইংৰাজীৰপৰা লোৱা গৈছে। সেইবিলাক তলত লিখা গল।

লঘু যতি (,)- পঢ়োঁতে যত এটি হ্ৰস্ব স্বৰ উচ্চাৰিবৰ সমান কাল ৰব লাগে, তাতে এই চিন দিয়া যায়; যেনে- ৰাম, কৃষ্ণ আৰু হৰ কত আছে, কি কৰিছে ?

গুৰু যতি;- দুফাঁকি কথাৰ পৰস্পৰ ওচৰ সম্পৰ্ক থকা দেখাবলৈ এই চিন দিয়া যায় ; যথা- ঈশ্বৰ সৰ্ব্ব-শক্তিমান, সৰ্ব্বকৰ্ত্তা আৰু সৰ্ব্বজ্ঞ; এতেকে তেওঁক ভক্তি কৰা উচিত। তোমাৰ জীৱন সোনকালে নষ্ট হব; এই কাৰণে তাক ভাল কামত লগাবা।

ছেদ (।)- এই চিন কোনো এক বাক্যৰ অৰ্থ সম্পূৰ্ণ হলে, তাৰ পাচত ব্যৱহাৰ কৰা হয়; যথা- 'তেওঁ ইয়াত থকা কালত আমাৰে সৈতে বৰ আত্মীয়তা হৈছিল; কিন্তু এতিয়া তেওঁৰ তেনে ভাব নাই।

পদাৰ শেষৰ ফাঁকিৰ অন্তত এই চিন দুটা হয়; যেনে- 'কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে . হৰি হৰি বোলা সমস্ত নৰে ॥"

প্ৰশ্ন-কুট (?)- সোধা কথাৰ পাচত এই চিন দিয়া যায়; যথা- এই পুথিখনিৰ নাম কি? কেৱল পেট পোহাই মানুহৰ কাম নে?

ভাৱবোধক কুট (!) -- এই চিন মনৰ দুঃখ আদি ভাৱ, নাইবা সম্বোধন বুজোৱা কথাৰ শেষত দিয়া যায়; যথা-- হায় হায়! হে জগদীশ্বৰ! উঃ কি ভয়ঙ্কৰ কথা!

প্ৰক্ষেপ-চিহ্ন ("")- এই চিন আপুনি লেখা বাক্যৰ ভিতৰত অন্য মানুহে কোৱা বা লিখা কথা সুমালে সেই কথাৰ আগ-পাচত দিয়া যায়; যথা- পাহৰণত কৰা দোষ ক্ষেমিব লাগে; কাৰণ জ্ঞানী সকলে কৈছে "ভ্ৰম-কৰা মানুহৰ, আৰু ক্ষমা-কৰা ঈশ্বৰৰ, গুণ।" বিদ্যা শিকা অতি উচিত, কাৰণ শাস্ত্ৰে কৈছে "অজ্ঞানী মানুহ আৰু সামান্য জন্তুৰ মাজত একো প্ৰভেদ নাই।"

বেষ্টন ৰেখা [ ]- এই চিন কোনো শব্দৰ অৰ্থ, নাইবা আগত লিখা বাক্যৰ কোনো বিশেষ বিবৰণ লিখিলে সেই অৰ্থ অথবা বিবৰণ বুজোৱা কথাৰ আগ-পাচত ব্যৱহাৰ কৰা যায়; যেনে- তদ্ধিত প্ৰত্যয়ে নিমিত্তে উপান্ত [শেষ আখৰৰ আগত থকা] আকাৰত অকাৰ হয়, ঈশ্বৰৰ সমীপত (গুৰিত) প্ৰাৰ্থনা কৰোঁ।

উৰ্দ্ধৰেখা ( ̍ )- এই চিন অকলৈ থাকিলে ওপৰত থকা অৰ্থাৎ ঈশ্বৰক বুজায় আৰু মানুহৰ নামৰ আগত দিলে মৰা বুজায়; যথা- শ্ৰীশ্ৰী ̍সমীপত, অৰ্থাৎ ঈশ্বৰৰ আগত। কদ্ৰেশ্বৰ সিংহ অৰ্থাৎ মৃত কদ্ৰেশ্বৰ সিংহ, ̍শঙ্কৰ দেউ,

ইত্যাদি।

একদেশ চিন (-)- সমাসৰ দ্বাৰা লগ লগা দুটা পদৰ মাজত, নাইবা এটা শব্দৰ এডোখৰ এশাৰীত, আন ডোখৰ আন-শাৰীত, লিখা হলে প্ৰথম শাৰীৰ অন্তত এই চিন দিয়া যায়; যথা- মাতৃভাষা; কৰ্ম্ম-কৰ্ত্তা ইত্যাদি।

ধনু-ৰেখা (।)- বাওঁ ফালে ভালেমান নাম-আদি লিখি সোঁ ফালে লিখা সংক্ষেপ বিবৰণ সেই সকলোতে খটা বুজাবলৈ এই চিন দিয়া যায়; যেনে-

| | |
|---|---|
| কৃষ্ণৰাম,<br>ৰামকৃষ্ণ,<br>জয়কৃষ্ণ | থকা ঠাই শিৱসাগৰ। |

অনুক্তি-চিহ্ন (-)- কোনো কথাৰ মাজত কোনো মানুহৰ নাম-আদি প্ৰকাশকৈ কবৰ ইচ্ছা নহলে এই চিন দিয়া যায়; যথা- শ্ৰীযুত- যেনে কাম কৰিছে তাক কি কম ?

লোপ চিহ্ন (****)-কোনো কথা এৰি দিয়া বুজাবলৈ এই চিন দিয়া যায়।

## উপসৰ্গবিলাকৰ অৰ্থ।

শব্দ-প্ৰকৰণত যিবিলাক উপসৰ্গ দিয়া হৈছে, সেই বিলাকৰ অৰ্থ তলত লিখা গল। উপসৰ্গবিলাক যি ধাতুৰে লগ লাগে, কেতিয়াবা তাৰ অৰ্থ গোটেই ওলোটা হয়, কেতিয়াবা অলপ লৰে, কেতিয়াবা আকৌ একে দৰেই থাকে, আৰু উপসৰ্গৰ আপোনাৰ অৰ্থো সদায় একেদৰে নেথাকে; যেনে- প্ৰ (উত্তম ৰূপে), হৃ (হৰণ কৰ্), প্ৰহাৰ, [অৰ্থ] আঘাত; প্ৰতি (সমুখে), হৃ (হৰণ কৰ্) প্ৰতিহাৰ, [অৰ্থ] দুৱৰী; ইত্যাদি।

প্ৰ- উত্তম, আগ বাঢ়ি যোৱা, অতিশয় ইত্যাদি।

পৰা- ভঙ্গ, অতিশয়, শ্ৰেষ্ঠ হোৱা, অপমান দিয়া ইত্যাদি।

অপ- মন্দ, সামান্য, বিৰুদ্ধ, বিভিন্ন ইত্যাদি।

সং- উত্তম, একে-লগ, সমুদায় ইত্যাদি।

নি- নিশ্চয়, ভিতৰ, ওপৰ, নথকা, বাধা ইত্যাদি।

অৱ- দূৰ, মন্দ, হ্ৰাস, তললৈ নমা ইত্যাদি।

অনু- পাচ, তুল্য, নীচ ইত্যাদি।

নিৰ্- দুখ, বাধা, মন্দ ইত্যাদি।

দুৰ্- নথকা, নিশ্চয়, বাহিৰ, বিনা ইত্যাদি।

ৱি- বিশিষ্ট, হীন, বেয়া, বিকাৰ, অন্য ইত্যাদি।

অধি- ওপৰ, প্ৰধান ইত্যাদি।

সু- সুন্দৰ, উজু, অতিশয় ইত্যাদি।

উৎ- উৰ্দ্ধ, শ্ৰেষ্ঠ ইত্যাদি।

পৰি- সকলো ফালে, সকলো প্ৰকাৰে, অতিশয় ইত্যাদি।
প্ৰতি- তুল্য, গাইগাই, ওলটোৱা, সমুখ, বিৰুদ্ধে ইত্যাদি।
অপি- সন্দেহ, ওপৰ ইত্যাদি।
অভি- সমুখ, প্ৰধান, ওচৰ ইত্যাদি।
অতি- অধিক, প্ৰধান ইত্যাদি।
উপ- সামান্য, প্ৰায় তুল্য, ওচৰ ইত্যাদি।
আ- অলপ, ক্ষুদ্ৰ, পৰ্য্যন্ত, অৱধি, পুনৰ ইত্যাদি।

# অসমীয়া ভাষা।

অনেকে ভাবিব পাৰে যে, আহম-জাতিৰ ভাষাক বা আহম জাতিৰ ভাষাৰপৰা ওলোৱা এটা ভাষাক অসমীয়া ভাষা বোলা যায়; কিন্তু সেই কথা নহয়; এই আসাম (অসম) দেশ পূৰ্ব্বে চুটিয়া, বাৰভূঞা আৰু কছাৰীৰ অধীন আছিল; আৰু সেই সময়ত এই দেশত থকা হিন্দুবিলাকৰ কোনো এক বেলেগ ভাষা আছিল; পাচত শ্যাম দেশী আহম-জাতি ইয়ালৈ আহি এক হয়। সিবিলাকৰ সেই কালৰ ভাষা আৰু ধৰম যে বেলেগ আছিল, ইয়াক সকলোৱে জানে। যদিও আহমজাতিয়ে এই দেশৰ ৰাজত্ব পোৱাত সিবিলাকৰ ভাষা ইয়াত চলা সম্ভব আছিল, তথাপি বোধ হয়, সেই সময়ত তেওঁবিলাকৰ লগত ইয়ালৈ অহা মানুহৰ সংখ্যা অতি অলপ হেতু আপোনাৰ ভাষাতকৈ এই দেশৰ ভাষা কবৰ অধিক প্ৰয়োজন হৈছিল; আৰু, অনুমান হয়, এই কাৰণেই নিজা ভাষালৈ আওহেলা হৈ ক্ৰমে অসমীয়া ভাষাই তেওঁবিলাকৰ আপোন-ভাষা যেন হল। তেনে সময়তে ৰজাই হিন্দু-ধৰ্ম্ম লোৱাত আহমবিলাকে ধৰমৰ লগতে তেওঁবিলাকৰ ভাষাকো এৰি একেবাৰেই হিন্দুজাতিত সোমাল। তেতিয়াৰেপৰা আহমভাষা ক্ৰমে অচলিত হৈ আহিবলৈ ধৰিলে। আজি-কালি দেওঁধাই, বাইলুঙত বাজে আন আহমে সেই ভাষা নেজানে, কেৱল সম্বন্ধ বুজোৱা পুলিন, পুথাও ইত্যাদি গোটা-চাৰেক কথা মাথোন আহম জাতিৰ মাজত চলিত আছে। ইয়াত বাজে অসমীয়া ভাষাৰ লগত মিহলি হোৱা মূল বা অপভ্ৰংশ আহম-শব্দ নিচেই অলপ। ৰজাই হিন্দুধৰ্ম্ম লোৱাৰ পাচত, ভাটীৰ নানা ঠাইৰপৰা মানুহ অনাই এই দেশত পাতিলে। তাতে সেই সেই দেশৰ কোনো কোনো কথাত অসমীয়া ভাষাৰ লগত মিহলি হৈ সি আগতকৈ চহকী হল, এই দেখি উড়িয়া, হিন্দুস্থানী আৰু বঙ্গালী ভাষাৰো শব্দ অসমীয়া ভাষাৰ লগত পোৱা যায়। অতি পূৰ্ব্বকালত প্ৰায় গোটেই ভাৰতবৰ্ষতে সংস্কৃত মাথোন প্ৰচলিত আছিল। কাল-ক্ৰমত উচ্চাৰণ লৰ-চৰ হৈ সেই সংস্কৃতৰপৰা প্ৰাকৃত ভাষা ওলায়; পাচত সেই ভাষাৰপৰা হিন্দী-আদি অনেক ভাষাৰ সৃষ্টি হয়; আৰু বোধ হয়, পুৰণি অসমীয়া ভাষাও তাৰে এটা ঠাল আছিল; পাচত হিন্দী-বাঙ্গালী-আদি আন-আন ভাষাৰ অনেক শব্দ তাৰ লগত মিহলি হৈ সি এতিয়াৰ অৱস্থা পাইছে; এই ৰূপে মিহলি হোৱা বিদেশী শব্দত এনে অনেক মূল সংস্কৃত শব্দ অসমীয়া ভাষাৰ লগত এনেহে মিহলি হৈ আছে যে, সেইবিলাক মাতক অনেকে সংস্কৃত বুলি নেজানে; চাল, চালনী, শাক, সক ইত্যাদি শব্দবিলাক এই উক্তিৰ প্ৰমাণ।

যদিও অসমীয়া ভাষাৰ সংস্কৃতেই গুৰি আৰু সংস্কৃত অতি উত্তম ভাষা, তেও অসমীয়া ভাষা লিখোঁতে যেতিয়ালৈকে আমাৰ মনৰ ভাৱ বুজাবৰ কাৰণ অসমীয়া ভাষাত চলি থকা কোনো এটা শব্দ পোৱা যায়, তেতিয়ালৈকে অচলিত সংস্কৃত শব্দ লিখা অযুগুত; কিন্তু যেতিয়া দেখা যায় যে, কোনো এটা ভাৱ প্ৰকাশ কৰিব পৰা শব্দ আমাৰ

ভাষাত নাই, তেতিয়া মতে সংস্কৃতৰপৰা, তাত নহলে আন ভাষাৰপৰা শব্দ ধাৰ কৰাত একো দোষ দেখা নেযায়, আৰু তেনে কৰাৰপৰা ভাষা ভাল আৰু চহকী হে হয়। কিন্তু এই কথালৈ মন নকৰি এতিয়া অনেক ন লেখাকৰে পণ্ডিতালি দেখাবৰ ইচ্ছাৰে অসমীয়া লিখাত পাচিয়ে পাচিয়ে সংস্কৃত শব্দ সুমাই মনেৰে ভাবে যে, তেওঁবিলাকৰ লেখা বৰ শুৱলা হৈছে; কিন্তু সিবিলাকে ভাবি চাব লাগে যে, হীৰা-মুকুতাবিলাক যদিও বৰ ভাল আৰু বহুমূলীয়া বস্তু, তেও সেইবিলাকক কত, কিৰূপে পিন্ধিব লাগে তালৈ নেচাই নাক, কাণ, চুলি ইত্যাদি সকলো ঠাইত আঁৰি ললে, যি জনে সেই কাৰ্য্য কৰে, তেওঁ ধুনীয়া নহৈ আপনাক বীভচ মাথোন দেখাব; আৰু সকলোৱে তেওঁক চহকী বোলাব খোজা চহা বুলি হাঁহিব।

বিশেষ, শব্দবিলাক আমাৰ মনৰ ভাববিলাকৰ বাহন মাথোন। তেনে এটি বাহন নহলে কোনো ভাব মনৰপৰা বাহিৰ হব নোৱাৰে, এই কাৰণেই শব্দৰ আৱশ্যক হয়। তাতে যেনেকৈ আমি উঠি ফুৰিব পৰা কোনো এটা আমাৰ সুকীয়া বাহন থাকোঁতে আনক বাহন মগা অযুগুত, তেনেকৈ মনৰ ভাৱ প্ৰকাশ কৰিব পৰা আমাৰ আপোনাৰ শব্দ থাকোঁতে লোকৰ শব্দ ধাৰ কৰাও অনুচিত, ডেকা লেখাকসকলে এইটি কথা মনত ৰাখিব লাগে, ইতি।

অন্ত।

# অসমীয়া লৰাৰ ব্যাকৰণ।

আসামৰ পঢ়াশালিবিলাকত
পঢ়াবৰ কাৰণে


শ্ৰীহেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা
লিখা হৈ



প্ৰথম বাৰ

গুৱাহাটীৰ

চিদানন্দ-যন্ত্ৰত শ্ৰীৰামদেব শৰ্ম্মা
প্ৰিণ্টাৰৰ দ্বাৰা ছপা হল।

শক ১৮৩৪

# পাতনি।

ইয়ার আগেয়ে মোর দ্বারা যে এখান অসমীয়া ভাষার ব্যাকরণ প্রচারিত হৈছে, সি প্ৰথমে অসমীয়া শিকিবলৈ আরম্ভ করা লরা আরু গাঁৱলীয়া পঢ়াশালিত (Primary Schools) পঢ়া ছাত্রর বিলাকর নিমিত্তে কঠিন আরু বাহুল্য যেন বোধ হোৱাত সিবিলাকর উপকারর কারণে এই সংক্ষেপ-ব্যাকরণ যুগুত করা গল; এই পুথিত অসমীয়া ভাষার জানিব লগীয়া প্রায় সকলো কথাকে মুঠকৈ দিয়া হৈছে। লরাবিলাকে ব্যাকরণর সূত্রবোর মুখস্থ করিবলৈ টান পায়; এই কারণে ইয়াত অধিক সূত্র নিদি শিকিব লগীয়া কথাবোর প্রায়ে উদাহরণর দ্বারা বুজাবলৈ যত্ন করা গৈছে। এতেকে মই আশা করিছোঁ, যে যিবিলাকর নিমিত্তে এই পুথি লিখা হৈছে, ইয়ার দ্বারা সিবিলাকর উপকার জন্মিব। এই ব্যাকরণত অধিকার হলে যি লোকে আমার ভাষার আরু অধিক এবং বিশদ জ্ঞান লভিবলৈ বাঞ্ছা করে, তেওঁ মোর প্রচারিত বাহুল্য ব্যাকরণ পঢ়িব পারিব, আরু তার দ্বারা উপকারো পাব, ইতি ।

গুৱাহাটী
বৈশাখ ১৮০৪

শ্ৰী হেমচন্দ্র বরুৱা।

# অসমীয়া লৰাৰ ব্যাকৰণ

## ব্যাকৰণ কি?

যিবিলাক নিয়ম জানিলে কোনো এক ভাষা শুদ্ধকৈ লিখিব আৰু কব পাৰি, সেইবিলাক থকা পুথিক সেই ভাষার ব্যাকরণ বোলা যায়। এই পুথিত অসমীয়া ভাষা শুদ্ধৰূপে কবর আৰু লিখিবর কিছুমান নিয়ম আছে, এতেকে ই অসমীয়া ব্যাকরণ।

### বর্ণ-বিন্যাস প্রকরণ।

ব্যাকরণর যি ভাগরপরা আখরবিলাকর নাম, উচ্চারণ আরু কোনটো আখরর পাচত বা আগত কোনটো ব্যবহার করিব লাগে, তাক শিকা যায়। তারে নাম বর্ণ-বিন্যাস প্রকরণ।

১। অসমীয়া ভাষাত সংস্কৃতর দরে পঞ্চাশটা আখর আছে, যেনে, অ আ ই ঈ উ ঊ ঋ ৠ ঌ  এ ঐ ও ঔ ং ঃ। ক* খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য র ল ৱ শ ষ স হ ক্ষ। ইয়াকে বর্ণমালা বোলে।

২। বর্ণমালার 'অ' র পরা 'বিসর্গ' লৈকে + চৈধ্যটাক স্বর আরু আনবিলাকক ব্যঞ্জন বোলা যায়।

৩। স্বরবিলাকর অ, ই, উ, ঋ, ঌ, এই কেইটাক হ্রস্ব (চুটি) আনবিলাকক 'দীর্ঘ' (দীঘল) বোলে।

৪। দীর্ঘ 'ৠ' আৰু ঌ,  এই তিনটা আখরর অসমীয়া ভাষাত একো সকাম নাই।

### আখরবিলাকর উচ্চারণ।

৫। সেইবিলাক আখরক সিহঁত উৎপন্ন হোৱা ঠাই অনুসৰি কণ্ঠ্য, তালব্য, মূর্দ্ধন্য, দন্ত্য আৰু ওষ্ঠ্য বোলা যায়।

৬। অ আ ক খ গ ঘ ঙ হ ঃ, এই ন-টা আখর কণ্ঠর পরা উচ্চারণ হয়, এই কারণ সিহঁতক কণ্ঠ্য বোলে।

৭। তালুরপরা উচ্চারিত ই ঈ এ ঐ চ ছ জ ঝ ঞ য শ এই এঘারটাক তালব্য বোলা যায়।

৮। ঋ ৠ ট ঠ ড ঢ ণ র ষ ং এই দহোটা আখর মূরর পরা উচ্চারিত হয়, এই কারণ ইহঁতর নাম মূর্দ্ধন্য।

৯। ত থ দ ধ ন ল ৱ সঁ, এই আঠোটা আখরে দাঁতর পরা উচ্চারিত হৈ দন্ত্য নাম পায়।

১০। ওঁঠরপরা উচ্চারিত উ ঊ ও ঔ প ফ ব ভ ম এই ন-টা আখরর নাম ওষ্ঠ্য।

১১। অসমীয়া ভাষাত 'অ' আৰু 'এ' এই দুই আখর ডিঙ্গি আরু তালুরপরা ওলাই ওখ, চাপর, দুই প্রকারে উচ্চারিত হয়।

ডিঙ্গির পরা উচ্চারিত 'অ', যেনে অনিরাম, মরা, (মৃত) মূররপরা উচ্চারিত 'অ', যেনে অহিরাম, মরা, (চরাই) ডিঙ্গির পরা উচ্চারিত 'এ'; যেনে, এটা বেয়া,। তালুরপরা উচ্চারিত 'এ'; যেনে, এই, শেলুক।

---

* স্বর নথকা ব্যঞ্জনর উচ্চারণ নহয়, এই কারণ আদি স্বর অকার দি তাক মতা যায়। যেনে, ক+অ = ক, খ+অ = খ

+ 'ং' 'ঃ' এই দুটাক ব্যঞ্জন বোলাহে উচিত, কিন্তু সিহঁত আগরেপরা স্বর বুলি ব্যবহৃত হৈ থকা দেখি সিহঁতক স্বরর লগত লিখা গল।

* সংস্কৃত-ভাষার উচ্চারণর দরে এইবিলাক নাম দিয়া হৈছিল; অসমীয়াত উচ্চারণ লাহেকৈ হৈছে।

১২। ঙ ঝ ঞ ড ঢ ণ ন ম য ৱ শ ষ স হ, এই চৈধ্যটাত বাজে ব্যঞ্জন আখৰৰ উচ্চাৰণৰ কথা লিখাৰ প্ৰয়োজন নাই।

১৩। ঙ কোনো ওকাৰান্ত বা উকাৰান্ত কথাৰ পিচত থাকিলে 'অঁ' ৰ দৰে উচ্চাৰিত হয়; যথা, কোঙৰপুৰ, ইত্যাদি।

১৪। "ঝ" ইয়াৰ উচ্চাৰণ আগত 'জ' থকা 'হ' ৰ নিচিনা। যেনে, ঝঞ্জা, ঝাঁজী।

১৫। ঞ, ইয়াৰ উচ্চাৰণ একেলগে মতা 'ইঅঁ'ৰ নিচিনা; যেনে, গঞা, ইত্যাদি। কিন্তু তাক চ ছ জ ঝ এই চাৰি আখৰৰ আগত যোগ কৰিলে 'ণ'ৰ নিচিনা উচ্চাৰণ হয়, যথা, সঞ্চয়, পঞ্জৰ, ঝঞ্জা। সি 'জ'ৰ পিচত যুক্ত হলে জক 'গঁ'ৰ দৰে উচ্চাৰণ কৰায়, যথা, আজ্ঞা, ইত্যাদি।

১৬। ড শব্দৰ শেষত থাকিলে প্ৰায় কঠিন 'ৰ'ৰ নিচিনাকৈ উচ্চাৰিত হয়। আৰু এই উচ্চাৰণ বুজিবৰ কাৰণ তাৰ তলত এটা ফুট দিয়া যায়; যথা, গড়, ইত্যাদি।

১৭। ঢ কোনো আখৰৰ পাচত থাকিলে তাৰ 'ৰ্হ' ৰ নিচিনা উচ্চাৰণ হয়, ইয়াতো সেই চিন থাকে, যেনে, বুঢ়া, বাঢ়ে, ইত্যাদি।

১৮। ণ ইয়াক জিভাৰ আগটো পাচলৈ নি তালুৰ মাজত লগাই উচ্চাৰণ কৰা যায়। পূৰ্ব্বে সংস্কৃত ভাষাত ইয়াৰ আৰু দন্ত্য 'ন'ৰ উচ্চাৰণ বেলেগ আছিল, এতিয়া অসমীয়া ভাষাত দন্ত্য নও 'ণ'ৰ দৰে উচ্চাৰিত হয়।

১৯। 'ম', ছ কোনো ব্যঞ্জনৰ পাচত লগ লাগিলে, সেই আখৰত ৱকাৰ দি নাকে মাতিলে তাৰ যেনে উচ্চাৰণ হয়, তেনে উচ্চাৰণ কৰায়, যেনে, ভস্ম; ভীষ্ম।

২০। 'য' শব্দৰ মাজত বা শেষত অকলৈ থাকিলে একেলগে চুটিকৈ মতা 'ইঅ'ৰ দৰে উচ্চাৰিত হয়। আৰু সেই উচ্চাৰণ বুজিবৰ কাৰণ তাৰ তলত ফুট দিয়া যায়, যথা-দয়া, ভয়, হয়, ইত্যাদি।

আন এটা ব্যঞ্জনৰ শেষত তাক যোগ কৰিলে সেই আখৰটো দুটাৰ দৰে উচ্চাৰিত হয়, যথা, সভ্য, সৈন্য, ইত্যাদি।

২১। 'ৱ' বৰ্ণমালাৰ লকাৰৰ পাচত থকা 'ৱ'ৰ উচ্চাৰণ সিটো 'ব'তকৈ লঘু। কোনো ব্যঞ্জনৰ পাচত তাক যোগ কৰিলে সি তাক দুটাৰ দৰে উচ্চাৰণ কৰায়; যথা, অন্বয়, ইত্যাদি।

২২। শ ষ স, ইহঁতক ঋ বা আন কোনো ব্যঞ্জন-আখৰে সৈতে যোগ কৰা হলে, কোমল ছকাৰৰ নিচিনাকৈ উচ্চাৰিত হয়, যথা, মসৃণ, অৱশ্য, ঈশ্বৰ, আশ্ৰয়, বৃষ্টি, ইত্যাদি।

কিন্তু 'ৰ'ৰ বা 'ত'ৰ পাচত যুক্ত হলে আপোনাৰ উচ্চাৰণ নেৰে; যেনে, হৰ্ষ, বৰ্ষ, সৎসঙ্গ, ইত্যাদি।

'বৎসৰ' শব্দ এই নিয়মৰ বাজ, তাৰ উচ্চাৰণ বৎচৰ।

২৩। হ যকাৰে সৈতে লগ লাগিলে হকাৰ আগত থকা 'জ্য'ৰ নিচিনা হয়, যথা, গ্ৰাহ্য, সহ্য, ইত্যাদি।

২৪। ঙ, ঞ ণ ন ম এই পাঁচোটা আৰু শ ষ স হত বাজে অন্যবিলাক আখৰৰ প্ৰথমটোত হকাৰ দিলে দ্বিতীয়টোৰ উচ্চাৰণ পোৱা যায়; যথা ক্ হ প, গ্ হ, ঘ ইত্যাদি।

২৫। ' ঁ ' এই চিন আখৰৰ ওপৰত স্থাপিত হলে সি তাক নাকে দি উচ্চাৰণ কৰায়; ইয়াকে অনুনাসিক চিন বোলে; যথা, বাঁহ, হাঁহ, ডাঁহ, ইত্যাদি।

২৬। ্ এই চিন আখৰৰ তলত থাকি তাক স্বৰ-নথকা ব্যঞ্জন বুজায়। ইয়াকে ব্যঞ্জন-চিন বোলে; যথা, কত্ কাক্ ইত্যাদি।

২৭। বঙ্গালী আৰু হিন্দী ভাষা অসমীয়াৰে একে, অৰ্থাৎ সংস্কৃত বৰ্ণমালাৰ আখৰেৰে লিখা যায়; এতেকে সেই দুই ভাষাৰ কোনো শব্দ অসমীয়া ভাষাত লিখিব লাগিলে, তাত যদি শ, ষ বা স থাকে,-তেন্তে আমাৰ ভাষাৰ দৰে তাৰ

উচ্চাৰণ শুদ্ধকৈ লিখিবৰ নিমিত্তে সেই আখৰটোৰ সলনি চ বা ছ নিদি সি যি ভাষাৰ শব্দ সেই ভাষাত লিখাৰ দৰেই তাক লিখা আৰু মতাও উচিত। সেয়ে নহলে অকল শব্দৰ মূল হেৰোয়, এনে নহয়; অনেক সময়ত তাৰ অৰ্থ বুজাও টান হয়। কিয়নো বঙ্গালী 'শেওড়া-গাছ' এই শব্দক যদি অসমীয়াত চেওড়া-গাছ লিখা যায়, তেন্তে সি নো কি গছ, তাক কেৱে বুজিব নোৱাৰিব। সেই দৰেই সাহাবাদলৈ লিখা কোনো চিঠীৰ ওপৰত ছাহাবাদ লিখিলেও সেই চিঠী কলৈ যাব তাৰ নিশ্চয় নেথাকে।

**ণত্ব বিধান।**

২৮। ৰ, ষ, এবং ঋ, ইহঁতৰ পিচত 'ন'ৰ ঠাইত ণ হয়; যথা, কৃষাণ, বৰ্ণ, ছৰণ, কৰণ, কাৰণ, মৰাণ, ইত্যাদি।

২৯। ৰ, ষ, বা ঋ আৰু ন দুই আখৰৰ মাজত ক খ গ ঘ ঙ বা প ফ ব ভ ম বা হ, য, ৱ নাইবা স্বৰ থাকিলেও সেই নত ণ হয়*, যেনে, ক্ষেপণ, দৰ্পণ, কাৰ্য্যাপণ, গ্ৰহণ, কৃপণ, নাৰায়ণ, পৰায়ণ ইত্যাদি।

৩০। ট, ঠ, ড ঢ বা ণৰে সৈতে যুক্ত হলেও 'ন' ণ হয়, যথা, কণ্টক, পিণ্ড, চণ্ড ইত্যাদি।

৩১। অসমীয়া ভাষাৰ স্ত্ৰীলিঙ্গ বুজোৱা 'নী' 'ণী' নহয় যেনে, কুমাৰনী, কমাৰনী, ইত্যাদি।

শত্ব বিধি।

৩২। 'চ,' 'ছ'ৰে সৈতে 'শ'ৰ মাথোন যোগ হয়, যেনে, নিশ্চয়, শিৰশ্ছেদ, ইত্যাদি।

ষত্ব বিধি।

৩৩। ট, ঠ আৰু ঞকাৰে সৈতে 'স' ক মাথোন যোগ কৰা যায়, আৰু 'ষ' ৰে যোগ হলে 'ত' 'থ'ৰ ঠাইত 'ট' 'ঠ' হয়, যেনে, স্পষ্‌ত স্পষ্ট, ষ্‌ ষ থ ষষ্ঠ, আকৃষ্‌ ত আকৃষ্ট, কৃষ্‌ ঞ, কৃষ্ণ, ইত্যাদি।

সত্ব বিধি।

৩৪। ক, খ, ত, থ, ন, প, ফ, ম, ইত্যাদি বৰ্ণত দন্ত্য সৰ যোগ হয়; যথা, বয়স্ক, স্খলিত, অস্ত, বস্ত্ৰ, স্থান, প্ৰস্থান, স্নান, স্ফটিক, ভস্ম, ইত্যাদি। কিন্তু ই, ঈ বা উ, ঊ, আগত থাকিলে ক, খ, প, ফ আৰু ম, এই বিলাকে সৈতে 'ষ'ৰ যোগ হয়, যেনে, নিষ্কৰ, নিষ্পাপ, নিষ্ফল, ভীষ্ম, যুষ্মদ, ইত্যাদি।

৩৫। উপসৰ্গৰ 'সং' আৰু 'সু'ৰ সদায় দন্ত্য সকাৰ থাকে, যথা, সংযোগ, সংলগ্ন, সংক্ৰান্তি, সম্বন্ধ, সম্বৎসৰ, সম্ভোগ, সংজ্ঞা, সংখ্যা, সুনীতি, সুজন, সুগম, সুসাধ্য, সুদৃশ্য, সুকাৰ্য্য, সুশীল; ইত্যাদি।

৩৬। অসমীয়া ভাষাৰ শব্দ আৰু ধাতুবিলাকৰ মূলবিলাক যি আখৰেৰে লিখা হয়, অসমীয়া ভাষাত শব্দ আৰু ধাতুৰ পৰা যায় মানে সেই আখৰ ৰাখিব লাগে; যেনে, (সংস্কৃত, কৰ্ণ) কাণ [সংস্কৃত, অসম ] অসমীয়া, (সংস্কৃত, হস্তী) হাতী (সংস্কৃত, যা) যাওঁ, ইত্যাদি।

৩৭। অসমীয়া ভাষাৰ যি শব্দ বা ধাতু সংস্কৃত, বঙ্গালী বা হিন্দী ভাষাৰ কোনো শব্দ বা ধাতুৰপৰা ওলোৱা নাই, অৰ্থাৎ বঙ্গালী বা নাগেৰী আখৰেৰে লিখা ভাষাৰ শব্দ নহয়, উচ্চাৰণলৈ চাই তাৰ আখৰ নিশ্চয় কৰা যায়; যেনে নিচাও, পুথাও, চাহাব, চাবোন, চেপ্‌টেম্বৰ; এইবিলাকৰ প্ৰথম দুটা আহম আৰু মাজৰটো ফাৰ্চি ভাষাৰ শব্দ, শেষৰ দুটাৰ এটা ফ্ৰেঞ্চ, আনটো ইংৰাজী মাত।

৩৮। জন্ম বুজোৱা 'জ,' এই 'জ,' যেনে, পঙ্কজ, অজ, ইত্যাদি।

৩৯। ই ঈ আৰু 'ঐ'ৰ পাচত 'এ'ৰ সলনি 'য়ে' আৰু আকাৰৰ সলনি 'য়া' হয়, যেনে, হাতী এ, হাতীয়ে, মাটিএ, মাটিয়ে, দি আঁ, দিয়াঁ, ভাই আঁ, ভাইয়া, পৈএ, পৈয়ে, পৈ আঁ, পৈয়াঁ, ইত্যাদি।

---

* এই নিয়ম সংস্কৃত ভাষাত মাথোন খাটে। অসমীয়া ভাষাত কোনো শব্দত ৰ, ষ বা ঋ আৰু 'ন'ৰ মাজত আন কোনো ব্যঞ্জন-আখৰ থাকিলে 'ন'ৰ ঠাই ণ নহয়; যেনে- বৰিয়নি, পৰাকিনী, ইত্যাদি।

৪০। একাৰত 'য়ে' আৰু আকাৰত 'য়া' হলে শব্দৰ অন্তত অকলৈ থকা ই, ঈ বিকল্পে গুচে; যেনে ভাইএক ভাইয়েক বা ভায়েক: ভাঈয়া বা ভায়াঁ; ইত্যাদি।
৪১। শব্দৰ অন্তত অকলৈ থকা ই 'ঈ'ৰ পাচত ও হলে বিকল্পে ই 'ঈ'ৰ ঠাইত 'য়' হয়, যেনে, দুইও বা দুয়ো; মইও বা ময়ো: ইত্যাদি। আন আখৰে সৈতে লগ-লাগি থকা ই বা ঈ লৰ-চৰ নহয়; যেনে, তুমিও, নদীও।
৪২। উ. ঊ. ও আৰু ঔ এই কেইটা আখৰৰ পাচত আকাৰৰ সলনি 'ৱা' একাৰৰ সলনি 'ৱে' হয়, যেনে, ফুঁ আ, ফুঁৱা, শুআ, শুৱা; ধোআ, ধোৱা; সেই দৰেই ঔআ, ঔৱা, মৌআ, মৌৱা; ধোএ, ধোৱে, শো এ শোৱে; পোএ পোৱে; মৌ এ. মৌৱে. ইত্যাদি। অকলৈ থকা 'ও'ৰ পাচত অ বা অ হলে 'ও' ৱ হয়, যেনে, নাও অৰীয়া, নাৱৰীয়া।
৪৩। শব্দৰ অন্তত অকলৈ থকা 'ও'ৰ পাচত 'ও' হলে আগৰটো ও ৱ হয়, যেনে, নাও ও, নাৱো; তেওঁ ও, তেৱোঁ, ইত্যাদি।
৪৪। শব্দৰ অন্তত অকলৈ থকা ওৰ পাচত একাৰত ৱে হলে বিকল্পে ও গুচে, যেনে, তেওঁ এই, তেওঁৱেই বা তেৱেঁই, সেই দৰেই দেওৱেই বা দেৱেই, ইত্যাদি।

## সন্ধি-প্ৰকৰণ।

সন্ধি পদে জোৰাক বুজায়। এই কাৰণ দুটা পদক জোৰা লগাই একেটা কৰিবৰ নিয়মবিলাকক সন্ধি প্ৰকৰণ বোলা যায়।

এটা পদক আন এটাৰে সৈতে যেনেকৈ জোৰা লগোৱা যায়, তাক তলত লিখা গল।

একে বিধৰ দুটা স্বৰ সবৰ্ণ হয়; যেনে, অ আ, ই ঈ, উ ঊ, ঋ ৠ।

১ সূত্ৰ।

আগৰ স্বৰ পাচৰ সবৰ্ণ স্বৰে সৈতে লগ-লাগি এটা দীৰ্ঘ স্বৰ হয়। যেনে, দণ্ড অগ্ৰ, দণ্ডাগ্ৰ, ক্ষুধা আৰ্ত্ত, ক্ষুধাৰ্ত্ত, বি ইক্ষণ, বীক্ষণ; গৌৰী ঈশ, গৌৰীশ; ভানু উত্তাপ, ভানুত্তাপ।

২ সূত্ৰ।

আগত অ বা আ থাকিলে ই ঈৰ ঠাইত 'এ' উ ঊৰ ঠাইত ও আৰু ঋ ৰ ঠাইত 'অ'ৰ হয়। আৰু আগত থকা অ বা আ গুচি পাচৰ স্বৰ আগৰ পদেৰে লগ লাগে; যেনে, পৰম ঈশ্বৰ, পৰমেশ্বৰ; মহা ইতি, মহেতি; পুৰুষ উত্তম, পুৰুষোত্তম; ষষ্ঠ ঋতু, ষষ্ঠৰ্ত্তু।

৩ সূত্ৰ।

আগত অ বা আ থাকিলে 'এৰ' ঠাইত ঐ 'ও'ৰ ঠাইত ঔ হয়! আৰু আগত থকা অ বা আ গুচি পাচৰ স্বৰ আগৰ শব্দেৰে লগ লাগে; যেনে, প্ৰ এষ, প্ৰৈষ, মহা এণ, মহৈণ; বৰ ওজা, বৰৌজা; মহা ওষধি, মহৌষধি।

৪ সূত্ৰ।

পাচত স্বৰ থাকিলে. 'ও'ৰ ঠাইত 'অৱ' 'ঔ'ৰ ঠাইত আৱ হয়, যেনে, গো ঈশ, গৱীশ; নৌ ইক নাৱিক।

৫ সূত্ৰ।

সবৰ্ণ নোহোৱা স্বৰ পাচত থাকিলে ই 'ঈ'ৰ ঠাইত য়, উ 'ঊ'ৰ ঠাইত ৰ 'ঋ'ৰ ঠাইত ৰ হয়, যেনে, ভূমি আদি,

ভূম্যাদি, ভূমি অধিকাৰ, ভূম্যধিকাৰ, বহু আশী, বহ্বাশী; পিতৃ আলয় পিত্ৰালয়।

৬ সূত্ৰ।

পাচত ঐ বা ঔ থাকিলে আগত থকা অকাৰ বা আ কাৰ গুচে, আৰু সেই ঐ বা ঔ আগৰ শব্দেৰে লগ লাগে; যেনে, মহা ঐশ্বৰ্য্য, মহৈশ্বৰ্য্য; মহা ঔষধি, মহৌষধি।

৭ সূত্ৰ।

একাৰ বা ওকাৰৰ পাচত থকা অকাৰ গুচে, যেনে, সোমো অস্তি, সোমোস্তি; বয়ো অধিক, বয়োধিক।

৮ সূত্ৰ।

চ জ ঝ ঞ ট ঠ ড ঢ ণ আৰু ন ইইঁতৰ কোনো আখৰ পাচত থাকিলে আগৰ স্বৰহীন ত বা দ ৰ ঠাইত সেই আখৰটো হয়, যেনে শৰৎ চন্দ্ৰ, শৰচ্চন্দ্ৰ, জগত জন, জগজ্জন, তৎটীকা তট্টীকা, বৃহত ঢক্কা বৃহড্ঢকা, তৎ লিপি, তল্লিপি ইত্যাদি। ছ পাচত থাকিলে ত বা 'দ'ৰ ঠাইত চ হয়; যেনে, তৎছত্ৰ, তচ্ছত্ৰ।

৯ সূত্ৰ।

স্বৰ পাচত থাকিলে স্বৰহীন ক টত, ইইঁতৰ ঠাইত ক্ৰমে গ ড দ হয়, যেনে, বাক্ ঈশ বাগীশ, ষট্ ঋতু, ষড়ৃতু, তৎ আদি তদাদি, ইত্যাদি।

১০ সূত্ৰ।

ন বা ম পাচত থাকিলে আগত থকা স্বৰহীন 'ক'ৰ ঠাইত ঙ আৰু 'ত'ৰ ঠাইত ন হয়, যেনে, বাক্ ময়, বাঙ্ময়; জগৎ নাথ, জগন্নাথ, উৎনতি, উন্নতি, উৎমন , উন্মন।

১১ সূত্ৰ।

হ পাচত থাকিলে স্বৰহীন 'ত'ৰ ঠাইত দ আৰু সেই 'হ'ৰ ঠাইত ধ হয়, যেনে, তৎ হেতু, তদ্ধেতু, তৎ হিত, তদ্ধিত, ইত্যাদি।

১২ সূত্ৰ।

পাচত ক খ গ বা ঘ থাকিলে অনুস্বাৰৰ ঠাইত ঙ, চ ছ জ বা ঝ থাকিলে ঞ, ট ঠ ড বা ঢ থাকিলে ণ, ত থ দ বা ধ থাকিলে ন, প ফ ব বা ভ থাকিলে ম, হয়; যেনে, কিং কৰ, কিঙ্কৰ; শংখ শঙ্খ; সংগতি, সঙ্গতি সংঘাতক সঙঘাতক; সংচয়, চঞ্চয়; সংজাত, সঞ্জাত; কং টক কণ্টক কিং ঠকাৰ, কিণ্ঠকাৰ; সং তৰণ, সন্তৰণ, সং ধান, সন্ধান, ইত্যাদি।

১৩ সূত্ৰ।

চ বা ছ পাচত থাকিলে বিসৰ্গৰ ঠাইত শ, ট বা ঠ থাকিলে ষ আৰু ত বা থ থাকিলে স হয়, যেনে, নিঃ চন্দ্ৰ নিশ্চন্দ্ৰ; ধনুঃ টঙ্কাৰ, ধনুষ্টঙ্কাৰ, শ্ৰেষ্ঠঃ ঠকাৰ, শ্ৰেষ্ঠষ্ঠকাৰ; মনঃ তথা, মনস্তথা, ইত্যাদি।

১৪ সূত্ৰ।

ক খ প বা ফ পাচত থাকিলে বিসৰ্গৰ ঠাইত বিকল্পে স হয়, যেনে, পুৰঃ কাৰ, পুৰস্কাৰ; মনঃ খেদ, মনস্খেদ; অধঃ পতন, অধস্পতন; বৰঃ ফেৰু, বৰস্ফেৰু; বিকল্পে, পুৰঃকাৰ, মনঃখেদ, অধঃপতন, বৰঃফেৰু।

সেই বিসৰ্গ ই, ঈ, বা উ ঊৰ পাচত থাকিলে তাৰ ঠাইত সেই দৰেই 'ষ' হয়, যেনে, নিঃ পাপ, নিষ্পাপ; দুঃখ দুষ্খ। বিকল্পে নিঃ পাপ, দুঃখ ইত্যাদি।

১৫ সূত্ৰ।

অকাৰ বা গ জ ড দ ৰ , ব, ঝ ঢ ত গু ঞ ণ ন ম; ইইঁতৰ কোনো আখৰ পাচত থাকিলে অকাৰৰ পাচত থকা

বিসৰ্গৰ ঠাইত ওকাৰ হয়, আৰু আগৰ অকাৰ গুচি ব্যঞ্জনত সেই ও ৰ যোগ হয়; যেনে, বয়ঃ অধিক * বয়োধিক; তেজঃ ময়, তেজোময়; অধঃগতি, অধোগতি; শিৰঃ ভূষণ, শিৰোভূষণ; ইত্যাদি।

১৬ সূত্ৰ।

১৫ সূত্ৰত আখৰবিলাকৰ কোনো এটা পাচত থাকিলে 'ই'কে আদি কৰি 'ঔ' লৈকে স্বৰবিলাকৰ কোনো এটাৰ পাচত থকা বিসৰ্গৰ ঠাইত 'ৰ' হয়; যেনে, বহিঃ অঙ্গ, বহিৰঙ্গ; বহিঃগত, বহিৰ্গত; গুৰোঃ জগত, গুৰোৰ্জগত; ধনুঃ ভঙ্গ, ধনুৰ্ভঙ্গ, বহিঃ বাস, বহিৰ্ব্বাস। কদাচিত অ বা আৰ পাচত থকা বিসৰ্গতো ৰ্ হয়; যেনে, পুনঃ জন্ম, পুনৰ্জ্জন্ম।

## শব্দ-প্ৰকৰণ।

সংস্কৃতৰ দৰে অসমীয়া ভাষাৰ ঘাই ঠাল দুটা;— শব্দ আৰু ধাতু।

সেই শব্দবিলাক এঘাৰ প্ৰকাৰে ভাগ কৰা যায়; যেনে, সংজ্ঞা-শব্দ, সৰ্ব্বনাম শব্দ, বিশেষণ-শব্দ, ক্ৰিয়া-বিশেষণ-শব্দ, সংখ্যা-শব্দ, অব্যয়-শব্দ, গুণবাচক শব্দ, অনুকাৰ-শব্দ, উপশব্দ, অনুৰূপ শব্দ, কৃদন্ত-শব্দ।

## সংজ্ঞা-শব্দ।

চকুৰে দেখা বা মনেৰে ভবা কোনো বস্তুৰ নামক সংজ্ঞা-শব্দ বোলা যায়।

সেই সংজ্ঞা-শব্দ দুবিধ;— সামান্য সংজ্ঞা আৰু বিশেষ সংজ্ঞা।

কোনো শ্ৰেণী বা জাতি, অৰ্থাৎ একে প্ৰকাৰৰ অনেক বস্তু বুজোৱা শব্দক সামান্য সংজ্ঞা বোলে; যেনে, গৰু, মহ, নদী, পানী, ইত্যাদি।

কোনো এটা বস্তু বা এজন মানুহ নাইবা এখান ঠাইৰ নাম বিশেষ সংজ্ঞা, যেনে, ব্ৰহ্মপুত্ৰ, ৰামহৰি, গুৱাহাটী, ইত্যাদি।

### লিঙ্গ।

১। সংজ্ঞা-শব্দবিলাকৰ তিনটা লিঙ্গ আছে;— পুল্লিঙ্গ, স্ত্ৰীলিঙ্গ আৰু ক্লীবলিঙ্গ।

মতাক বুজোৱা শব্দ পুল্লিঙ্গ, তিৰোতাক বুজোৱা শব্দ স্ত্ৰীলিঙ্গ। যি শব্দ দুইৰো বাজ অৰ্থাৎ যি জীৱনথকা বস্তুক বুজায় সি ক্লীবলিঙ্গ; আৰু যি বোৰ জন্তুৰ মতা-মাইকী চিনিব নোৱাৰি, সেইবিলাকক বুজোৱা শব্দ-বোৰৰো ক্লীবলিঙ্গ হয়।

২। স্ত্ৰীলিঙ্গত পুল্লিঙ্গ শব্দবিলাকৰ ৰূপ সলনি হয়।

৩। কোনো এক জাতিৰ বা ব্যবসায়ৰ মানুহৰ তিৰোতাক বুজাবলৈ পুৰুষ বুজোৱা ব্যঞ্জনান্ত, ই বা ঈকাৰান্ত, ঐকাৰান্ত ওকাৰান্ত বা ঔকাৰান্ত শব্দৰ পাচত অনী আন স্বৰ অন্তত থকা শব্দৰ পাচত প্ৰায় নী, কেতিয়াবা 'অনী' হয়, যেনে,

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| কেওট | কেওটনী | হিন্দু | হিন্দুৱনী |
| কুমাৰ | কুমাৰনী | হাৰি বা | হাৰিনী |
| কমাৰ | কমাৰনী | হাড়ি | হাড়িনী |
| মছলমান | মছলমাননী | গোসাঁই | গোসাঁনী |

| | | | |
|---|---|---|---|
| নাপিত | নাপিতনী | ঘৰগিৰী | ঘৰগিৰিয়নী |
| মান | মাননী | ভঁড়ালী | ভঁড়ালিয়নী |
| মিচিমি | মিচিমিয়নী | ভঁৰালী | ভঁৰালিয়নী |
| বঙ্গাল | বঙ্গালনী | বাঢ়ৈ | বাঢ়ৈয়নী |
| মিকিৰ | মিকিৰনী | মিৰি | মিৰিয়নী |
| চোৰ | চুৰুনী | শূদ্বি | শূদ্বিনী |
| কোঁচ | কুঁচুনী | কায়স্থ | কায়স্থনী |
| কলিতা | কলিতানী | মৰিয়া | মৰিয়ানী |
| হজুৰা | হুজুৰানী | ধোবা | ধোবানী |
| গৰীয়া | গৰীয়ানী | ,, | ধুবুনী |

৪। কোনো কোনো অকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত ঈকাৰান্ত হয়; যেনে,

| | | | |
|---|---|---|---|
| ঘোঁৰা, | ঘুঁৰী | বুঢ়া | বুঢ়ী |
| ঘোঁড়া | ঘুঁড়ী | ভেকোলা | ভেকুলী |
| খোৰা | খুৰী | পাঠা | পাঁঠী |
| খুড়া | খুড়ী | মতা | মাতী |

৫। কিছুমান শব্দ ওপৰত কোৱা নিয়মৰ বাজ, যেনে,

| | | | |
|---|---|---|---|
| শিয়াল | শিয়ালী | নগা | নাগিনী |
| সিংহ | সিংহিনী | বগ | বগলী |
| ৰাঘ | বাঘিনী | ছাগল | ছাগলী |
| কোৰা | কাউৰী | পগলা | পাগলী |
| বিৰাল | বিৰালী | বান্দৰ | বান্দৰী |
| হাঁহ | হাঁহিনী | বামুণ | বামুণী |
| মতা | মাইকী | গোপ | গোপিনী |

৬। জন্তু বুজোৱা শব্দৰ আগত পুংলিঙ্গত 'মতা' আৰু স্ত্ৰীলিঙ্গত 'মাইকী' শব্দ দি লিঙ্গৰ প্ৰভেদ কৰা যায়; যেনে, মতা মহ, মাইকী মহ, মতা মৰা, মাইকী মৰা, মতা ঘোঁৰা, মাইকী ঘোঁৰা, মতা মানুহ, মাইকী মানুহ, ইত্যাদি।

৭। সেই ৰূপেই শব্দৰ পাচত 'টো' দি মতাক আৰু 'জনী' দি মাইকীক বুজোৱা যায়; যেনে, মহটো, মহ জনী, মানুহটো, মানুহজনী, ইত্যাদি।

৮। পুংলিঙ্গৰ হ্ৰস্ব ইকাৰান্ত শব্দ স্ত্ৰীলিঙ্গত দীৰ্ঘ ঈকাৰান্ত হয়। যেনে, ৰান্ধনী বামুণ, ৰান্ধনী তিৰোতা।

৯। ইয়াত বাজে অসমীয়া ভাষাৰ লগত চলি থকা কিছুমান সংস্কৃত শব্দৰ পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গ তলত দেখোৱা গৈছে।

| | | | |
|---|---|---|---|
| পক্ষী | পক্ষিনী | গোপ | গোপী |
| হস্তী | হস্তিনী | দেৱ | দেৱী |

| | | | |
|---|---|---|---|
| হৰিণ | হৰিণী | ৰুদ্ৰ | ৰুদ্ৰাণী |
| ব্যাঘ্ৰ | ব্যাঘ্ৰী | ভৱ | ভৱানী |
| মাৰ্জাৰ | মাৰ্জাৰী | ইন্দ্ৰ | ইন্দ্ৰাণী |
| শৃগাল | শৃগালী | ক্ষত্ৰিয় | ক্ষত্ৰিয়ানী |
| সিংহ | সিংহী | মাতুল | মাতুলানী |
| হংস | হংসী | মানৱ | মানৱী |
| কাক | কাকী | গৃহী | গৃহিণী |
| মৃগ | মৃগী | মানুষ | মানুষী |
| ব্ৰাহ্মণ | ব্ৰাহ্মণী | গোপ | গোপী |
| ৰাক্ষস | ৰাক্ষসী | কপোত | কপোতী |
| ছাগ | ছাগী | ইত্যাদি। | |

১০। সংস্কৃত ভাষাৰ নদী, লতা, সভা, পৃথিৱী, গঙ্গা, যমুনা, ইত্যাদি কিছুমান স্ত্ৰীলিঙ্গ শব্দে জীৱ-নথকা বস্তু বুজায়। তথাপি সিহঁতক অসমীয়া ভাষাত স্ত্ৰীলিঙ্গ বুলি গণনা কৰা যায়, আৰু সিহঁতৰ বিশেষণবিলাকৰো স্ত্ৰীলিঙ্গ হয়; যেনে, বেগৱতী নদী, হিতকৰী সভা, ইত্যাদি।

### বচন।

সংজ্ঞা শব্দবিলাকৰ দুই বচন আছে — একবচন আৰু বহুবচন। এটাক বুজালে শব্দৰ একবচন আৰু এটাতকৈ অধিক বুজালে বহু বচন হয়; যেনে,

| একবচন | বহুবচন |
|---|---|
| মানুহ | মানুহবোৰ |
| কুকুৰ | কুকুৰবোৰ |

### কাৰক।

অসমীয়া ভাষাত সাতোটা কাৰক আছে — যেনে, কৰ্ত্তা, কৰ্ম্ম, কৰণ, সম্প্ৰদান, অপাদান, সম্বন্ধ, অধিকৰণ। ১। যি স্বয়ং কাৰ্য্য কৰে সি কৰ্ত্তা, যেনে, মই আছোঁ। ২। কৰ্ত্তাই যাৰ ওপৰত কাৰ্য্য কৰে সি কৰ্ম্ম; যেনে, লৰাই পুথি পঢ়ে। ৩। কৰ্ত্তাই যাৰ দ্বাৰা কাৰ্য্য কৰে সি কৰণ; যেনে লৰাই কাপেৰে লিখে। ৪। যাৰ উদ্দেশে কাৰ্য্য কৰা যায়, সি সম্প্ৰদান; যেনে, বামুণলৈ ধন দিয়াঁ, ঘৰলৈ চিঠি লিখাঁ। ৫। যাৰপৰা কোনো বস্তু পৃথক হয়, সি অপাদান; যেনে, হলিৰাম ঘৰৰ পৰা আহিল। ৬। সম্বন্ধঃ যাৰ সৈতে কোনো বস্তুৰ সম্পৰ্ক থাকে, সি সম্বন্ধ; যেনে, কৃষ্ণৰ ঘৰ। ৭। যাৰ ওপৰত কোনো বস্তু থাকে, সি অধিকৰণ; যেনে, কঠত বহাঁ।

সেই সাতোটা কাৰক বুজাবৰ কাৰণে সাতোটা বিভক্তি হয়, সেই* বিভক্তিবিলাকৰ একবচন, বহুবচন আছে; যেনে,

*যিবিলাক আখৰ সংজ্ঞা-শব্দ আৰু সৰ্ব্বনামৰ পাচত যুক্ত হৈ সিহঁতৰ কাৰক আৰু বচনক এবং ধাতুৰ পাচত লগলাগি ক্ৰিয়াৰ কাল আৰু পুৰুষক বিভাগ কৰে অৰ্থাৎ বেলেগকৈ দেখায়, সেইবিলাকেই বিভক্তি।

| একবচন | বহুবচন |
| --- | --- |
| ১ প্ৰথমা, কৰ্ত্তা —এ<br>২ দ্বিতীয়া, কৰ্ম্ম — অক্<br>৩ তৃতীয়া, কৰণ—এৰে<br>৪ চতুৰ্থী, সম্প্ৰদান—লৈ<br>৫ পঞ্চমী, অপাদান—পৰা<br>৬ ষষ্ঠী, সম্বন্ধ — অৰ<br>৭ সপ্তমী, অধিকৰণ— অত | বহুবচনত বিভক্তি বেলেগ নহয়, কেৱল একবচনৰ বিভক্তিৰ আগত মান্য বা আদৰণীয় মানুহ নাইবা বস্তু বুজাবলৈ 'সকল' বা 'বিলাক' আৰু সামান্য মানুহ বা বস্তু বুজাবলৈ হঁত, বোৰ আদি কথাৰ যোগ হয়। |

১। লৈ আৰু পৰা বিভক্তিৰ একবচনত ব্যঞ্জনান্ত শব্দ অকাৰান্ত হয়। সকলো শব্দৰ পাচত পৰা বিভক্তিৰ আগত 'ৰ' হয়, যেনে, (ঘৰ শব্দ) ঘৰলৈ, ঘৰৰপৰা।

২। স্বৰ অন্তত থকা শব্দৰ পাচত 'অক', 'অৰ' আৰু 'অত' বিভক্তিৰ 'অ' গুচে; যেনে, হাবিক, হাবিৰ, হাবিত।

৩। অকাৰ বা আকাৰ অন্তত থকা শব্দৰ পাচত 'এ' বিভক্তি 'ই' হয়, 'এৰে' বিভক্তিৰ 'এ' গুচে; যেনে, গাধই, গাধৰে, লতাই, লতাৰে।

আন স্বৰ অন্তত থকা শব্দৰ পাচত বিকল্পে 'এৰে' ৰ 'এ' গুচে, যেনে, হৰিৰে বা হৰিয়েৰে।

৪। অকলৈ ও অন্তত থকা শব্দৰ প্ৰথমা বিভক্তিৰ একবচনত সদায় 'ও'ৰ ঠাইত 'ৱ' হয়, আন বিভক্তিৰ এক বচনত বিকল্পে 'ৱ' হয়; যেনে, (নাও) নাৱে, নাওক বা নাৱক, ইত্যাদি।

৫। অনুস্বাৰ অন্তত থকা শব্দৰ সকলো বিভক্তিৰ একবচনত অনুস্বাৰত 'ঙ্গ' হয়, যেনে, (চাং) চাঙ্গে, চাঙ্গক, ইত্যাদি।

### শব্দৰ ৰূপ। ব্যঞ্জনান্ত শব্দ।

| একবচন | বহুবচন |
| --- | --- |
| ১ মানুহে | মানুহবিলাকে বা বোৰে |
| ২ মানুহক | মানুহবিলাকক বা বোৰক |
| ৩ মানুহেৰে | মানুহবিলাকেৰে বা বোৰেৰে |
| ৪ মানুহলৈ | মানুহবিলাকলৈ বা বোৰলৈ |
| ৫ মানুহৰপৰা | মানুহবিলাকৰপৰা বা বোৰৰপৰা |
| ৬ মানুহৰ | মানুহবিলাকৰ বা বোৰৰ |
| ৭ মানু হত | মানুহবিলাকত বা বোৰত |

### অকাৰান্ত শব্দ।

| একবচন | বহুবচন |
| --- | --- |
| ১ গাধই | গাধবোৰে |

| | |
|---|---|
| ২ গাধক | গাধবোরক |
| ৩ গাধরে | গাধবোরেরে |
| ৪ গাধলৈ | গাধবোরলৈ |
| ৫ গাধরপরা | গাধবোররপরা |
| ৬ গাধর | গাধবোরর |
| ৭ গাধত | গাধবোরত |

আকারান্ত শব্দ।

| | |
|---|---|
| ১ লতাই | লতাবোরে |
| ২ লতাক | লতাবোরক |
| ৩ লতারে | লতাবোরেরে |
| ৪ লতালৈ | লতাবোরলৈ |
| ৫ লতারপরা | লতাবোররপরা |
| ৬ লতার | লতাবোরর |
| ৭ লতাত | লতাবোরত |

ই বা ঈকারান্ত শব্দ।

| | |
|---|---|
| ১ হাবিয়ে | হাবিবোরে |
| ২ হাবিক | হাবিবোরক |
| ৩ হাবিরে বা হাবিয়েরে | হাবিবোরেরে |
| ৪ হাবিলৈ | হাবিবোরলৈ |
| ৫ হাবির পরা | হাবিবোররপরা |
| ৬ হাবির | হাবিবোরর |
| ৭ হাবিত | হাবিবোরত |

উ বা ঊকারান্ত শব্দ।

| | |
|---|---|
| ১ পহুৱে | পহুবোরে |
| ২ পহুক | পহুবোরক |
| ৩ পহুরে বা পহুৱেরে | পহুবোরেরে |
| ৪ পহুলৈ | পহুবোরলৈ |
| ৫ পহুরপরা | পহুবোররপরা |
| ৬ পহুর | পহুবোরর |
| ৭ পহুত | পহুবোরত |

* বিলাক, সকল আদি শব্দবো এই মতেই যোগ হয়।

অসমীয়াত একাৰান্ত শব্দ নাই। থাকিলেও তাৰ ৰূপ আকাৰান্ত শব্দৰ নিচিনা।

ঐকাৰান্ত শব্দ।

| | |
|---|---|
| ১ খালৈয়ে | খালৈবোৰে |
| ২ খালৈক | খালৈবোৰক |
| ৩ খালৈৰে বা খালৈয়েৰে | খালৈবোৰেৰে |
| ৪ খালৈলৈ | খালৈবোৰলৈ |
| ৫ খালৈৰপৰা | খালৈবোৰৰপৰা |
| ৬ খালৈৰ | খালৈবোৰৰ |
| ৭ খালৈত | খালৈবোৰত |

ওকাৰান্ত শব্দ।

| | |
|---|---|
| ১ লোৱে | লোবোৰে |
| ২ লোক | লোবোৰক |
| ৩ লোৰে বা লোৱেৰে | লোবোৰেৰে |
| ৪ লোলৈ | লোবোৰলৈ |
| ৫ লোৰপৰা | লোবোৰৰপৰা |
| ৬ লোৰ | লোবোৰৰ |
| ৭ লোত | লোবোৰত |

ঔকাৰান্ত শব্দ।

| | |
|---|---|
| ১ কপৌৱে | কপৌবোৰে |
| ২ কপৌক | কপৌবোৰক |
| ৩ কপৌৰে বা কপৌৱেৰে | কপৌবোৰেৰে |
| ৪ কপৌলৈ | কপৌবোৰলৈ |
| ৫ কপৌৰপৰা | কপৌবোৰৰপৰা |
| ৬ কপৌৰ | কপৌবোৰৰ |
| ৭ কপৌত | কপৌবোৰত |

অনুস্বাৰান্ত শব্দ।

চাং।

| | |
|---|---|
| ১ চাঙ্গে | চাংবোৰে |
| ২ চাঙ্গক | চাংবোৰক |

| | |
|---|---|
| ৩ চাঙ্গৰে | চাংবোৰেৰে |
| ৪ চাঙ্গলৈ | চাংবোৰলৈ |
| ৫ চাঙ্গৰপৰা | চাংবোৰৰপৰা |
| ৬ চাঙ্গৰ | চাংবোৰৰ |
| ৭ চাঙ্গত | চাংবোৰত |

## সৰ্ব্বনাম শব্দ।

১। সংজ্ঞা শব্দৰ সলনি যি শব্দ ব্যৱহাৰ কৰা যায়, তাৰ নাম সৰ্ব্বনাম; যেনে, হলিৰাম তেওঁৰ ঘৰলৈ গৈছে। ইয়াত তেওঁ এইটো শব্দ হলিৰামৰ সলনি ব্যৱহাৰ কৰা হৈছে; এতেকে সি সৰ্ব্বনাম।

২। সৰ্ব্বনাম চাৰি বিধ; যেনে, ব্যক্তি বোধক সৰ্ব্বনাম, বিশেষণ-সৰ্ব্বনাম, কালবোধক সৰ্ব্বনাম, আৰু স্থানবোধক সৰ্ব্বনাম।

### ব্যক্তিবোধক সৰ্ব্বনাম।

৩। মই, তুমি, তই, তেওঁ, সি, এওঁ, ই, যি, কোন, আপোন, ইত্যাদি।

৪। এইবিলাক সৰ্ব্বনাম শব্দৰ সংজ্ঞা-শব্দৰ দৰে বচন, কাৰক, আৰু পুৰুষ আছে। কওঁতাৰ আপোনাক বুজোৱা সৰ্ব্বনাম প্ৰথম পুৰুষ, যাক কোৱা যায়, তেওঁক বুজোৱা সৰ্ব্বনাম দ্বিতীয় পুৰুষ, আনবিলাক সৰ্ব্বনাম আৰু সংজ্ঞা-শব্দবিলাক তৃতীয় পুৰুষ; যেনে,

| | |
|---|---|
| ১ পুং | মই |
| ২ পুং | তুমি, তই |
| ৩ পুং | যি, তেওঁ, এওঁ |
| | সি, আপোন, ইত্যাদি। |

৫। দ্বিতীয় পুৰুষৰ তুমি, তৃতীয় পুৰুষৰ তেওঁ, এওঁ, আপোন শব্দে মান্য লোকক, তই, সি, ই শব্দে সামান্য মানুহক বুজায়।

৬। সি আৰু ই শব্দৰ বহুবচনত 'বিলাক' বা 'সকল' কথাৰ যোগ কৰিলে সিহঁতেও মান্য লোকক বুজায়।

৭। স্ত্ৰীলিঙ্গত 'সি' শব্দ 'তাই', 'ই' শব্দ 'এই' হয়।

৮। সংজ্ঞা শব্দৰ বিভক্তিয়েই সৰ্ব্বনামৰো বিভক্তি।

### ব্যক্তিবোধক সৰ্ব্বনামবিলাকৰ ৰূপ।

### মই শব্দ (সকলো লিঙ্গত)

| একবচন | বহুবচন |
|---|---|
| ১ কৰ্ত্তা, মই | আমি * |
| ২ কৰ্ম্ম, মোক | আমাক |
| ৩ কৰণ, মোৰে | আমাৰে |
| ৪ সম্প্ৰদান, মোলৈ | আমালৈ |

| | |
|---|---|
| ৫ অপাদান, মোৰপৰা | আমাৰপৰা |
| ৬ সম্বন্ধ, মোৰ | আমাৰ |
| ৭ অধিকৰণ, মোত | আমাত |

তুমি শব্দ [সকলো লিঙ্গত]

| | |
|---|---|
| ১ তুমি | তোমালোকে |
| ২ তোমাক | তোমালোকক |
| ৩ তোমাৰে | তোমালোকেৰে |
| ৪ তোমালৈ | তোমালোকলৈ |
| ৫ তোমাৰপৰা | তোমালোকৰপৰা |
| ৬ তোমাৰ | তোমালোকৰ |
| ৭ তোমাত | তোমালোকত |

তই শব্দ (সকলো লিঙ্গত)

| | |
|---|---|
| ১ তই | তহঁতে |
| ২ তোক | তহঁতক |
| ৩ তোৰে | তহঁতেৰে |
| ৪ তোলৈ | তহঁতলৈ |
| ৫ তোৰপৰা | তহঁতৰপৰা |
| ৬ তোৰ | তহঁতৰ |
| ৭ তোত | তহঁতত |

তেওঁ শব্দ (সকলো লিঙ্গত)

| | |
|---|---|
| ১ তেওঁ | তেওঁবিলাকে, তেওঁলোকে |
| ২ তেওঁক | তেওঁবিলাকক, তেওঁলোকক |
| ৩ তেওঁৰে বা তেৰেঁৰে | তেওঁবিলাকেৰে, তেওঁলোকেৰে |
| ৪ তেওঁলৈ | তেওঁবিলাকলৈ, তেওঁলোকলৈ |
| ৫ তেওঁৰপৰা | তেওঁবিলাকৰপৰা, তেওঁলোকৰপৰা |
| ৬ তেওঁৰ | তেওঁবিলাকৰ, তেওঁলোকৰ |
| ৭ তেওঁত | তেওঁবিলাকত, তেওঁলোকত |

সি শব্দ [ পুং ]

| একবচন | বহুবচন |
|---|---|
| ১ সি | সিবিলাকে, সিহঁতে |
| ২ তাক | সিবিলাকক, সিহঁতক |
| ৩ তাৰে | সিবিলাকেৰে, সিহঁতেৰে |

* আমালোকে, আমালোকক, আমালোকেৰে, আমালোকলৈ এনেবিলাক পদ অশুদ্ধ আৰু এৰিবলগীয়া।

| | |
|---|---|
| ৪ তালৈ | সিবিলাককলৈ, সিহঁতলৈ |
| ৫ তাৰপৰা | সিবিলাকৰপৰা, সিহঁতৰপৰা |
| ৬ তাৰ | সিবিলাকৰ, সিহঁতৰ |
| ৭ তাত | সিবিলাকত, সিহঁতত |

তাই শব্দ [ স্ত্ৰী ]

| | |
|---|---|
| ১ তাই | তাইহঁতে |
| ২ তাইক | তাইহঁতক |
| ৩ তাইৰে | তাইহঁতেৰে |
| ৪ তাইলৈ | তাইহঁতলৈ |
| ৫ তাইৰপৰা | তাইহঁতৰপৰা |
| ৬ তাইৰ | তাইহঁতৰ |
| ৭ তাইত | তাইহঁতত |

এওঁ শব্দ (সকলো লিঙ্গত)

| | |
|---|---|
| ১ এওঁ | এওঁবিলাকে, এওঁলোকে |
| ২ এওঁক | এওঁবিলাকক, এওঁলোকক |
| ৩ এওঁৰে, এৰেঁৰে | এওঁবিলাকেৰ, এওঁলোকেৰে |
| ৪ এওঁলৈ | এওঁবিলাককলৈ, এওঁলোককলৈ |
| ৫ এওঁৰপৰা | এওঁবিলাকৰপৰা, এওঁলোকৰপৰা |
| ৬ এওঁৰ | এওঁবিলাকৰ, এওঁলোকৰ |
| ৭ এওঁত | এওঁবিলাকত, এওঁলোকত |

ই শব্দ (পুং)।

| | |
|---|---|
| ১ ই | ইহঁতে, ইবিলাকে |
| ২ ইয়াক | ইহঁতক, ইবিলাকক |
| ৩ ইয়াৰে | ইহঁতেৰে, ইবিলাকেৰে |
| ৪ ইয়ালৈ | ইহঁতলৈ, ইবিলাককলৈ |
| ৫ ইয়াৰপৰা | ইহঁতৰপৰা, ইবিলাকৰপৰা |
| ৬ ইয়াৰ | ইহঁতৰ, ইবিলাকৰ |
| ৭ ইয়াত | ইহঁতত, ইবিলাকত |

এই শব্দ (স্ত্ৰী)।

| | |
|---|---|
| ১ এই | এইহঁতে |
| ২ এইক | এইহঁতক |
| ৩ এইৰে | এইহঁতেৰে |
| ৪ এইলৈ | এইহঁতলৈ |

| | |
|---|---|
| ৫ এইৰপৰা | এইহঁতৰপৰা |
| ৬ এইৰ | এইহঁতৰ |
| ৭ এইত | এইহঁতত |

যি শব্দ (সকলো লিঙ্গত)

| | | |
|---|---|---|
| ১ যি | যিবিলাকে, | যিসকলে * |
| ২ যাক | যিবিলাকক, | যিসকলক |
| ৩ যাৰে | যিবিলাকেৰে, | যিসকলেৰে |
| ৪ যালৈ | যিবিলাকলৈ, | যিসকললৈ |
| ৫ যাৰপৰা | যিবিলাকৰপৰা, | যিসকলৰপৰা |
| ৬ যাৰ | যিবিলাকৰ, | যিসকলৰ |
| ৭ যাত | যিবিলাকত, | যিসকলত |

কোন শব্দ (সকলো লিঙ্গত)

| | | |
|---|---|---|
| ১ কোনে | কোনবিলাকে, | কোনবোৰে |
| ২ কাক | কোনবিলাকক, | কোনবোৰক |
| ৩ কাৰে | কোনবিলাকেৰে, | কোনবোৰেৰে |
| ৪ কালৈ | কোনবিলাকলৈ, | কোনবোৰলৈ |
| ৫ কাৰপৰা | কোনবিলাকৰপৰা, | কোনবোৰৰপৰা |
| ৬ কাৰ | কোনবিলাকৰ, | কোনবোৰৰ |
| ৭ কাত | কোনবিলাকত, | কোনবোৰত |

আপোন শব্দ [ সকলো লিঙ্গত ]

| | | |
|---|---|---|
| ১ আপুনি | আপোনাসকলে, | আপোনাবিলাকে |
| ২ আপোনাক | আপোনাসকলক, | আপোনাবিলাকক |
| ৩ আপোনাৰে | আপোনাসকলেৰে, | আপোনাবিলাকেৰে |
| ৪ আপোনালৈ | আপোনাসকললৈ, | আপোনাবিলাকলৈ |
| ৫ আপোনাৰপৰা | আপোনাসকলৰপৰা, | আপোনাবিলাকৰপৰা |
| ৬ আপোনাৰ | আপোনাসকলৰ, | আপোনাবিলাকৰ |
| ৭ আপোনাত | আপোনালোকত, | আপোনাবিলাকত |

ওপৰত লিখা ব্যক্তি বোধক সৰ্ব্বনামবিলাকত বাজে যিহ আৰু কিহ, এই দুটা ব্যক্তিবোধক সৰ্ব্বনাম আছে। সিহঁত দুইও ক্লীব-লিঙ্গ আৰু একবচনত ব্যৱহৃত হয়; যেনে।

| | |
|---|---|
| ১ যিহে, | কিহে |
| ২ যিহক, | কিহক |

* "বোৰ" কথাৰো এই দৰেই যোগ হয়।

| | |
|---|---|
| ৩ যিহেৰে, | কিহেৰে |
| ৪ যিহঁলৈ, | কিহঁলৈ |
| ৫ যিহৰপৰা, | কিহৰপৰা |
| ৬ যিহৰ, | কিহৰ |
| ৭ যিহত, | কিহত |

কেও এইটো ব্যক্তিবোধক সৰ্ব্বনাম কেৱল কৰ্ত্তাকাৰকৰ একবচনত মাথোন ব্যৱহৃত হয়; যেনে, কেও নাই, কেওৱে বা কেৰে কৰা নাই।

## বিশেষণ-সৰ্ব্বনাম।

যিবিলাক সৰ্ব্বনাম সংজ্ঞা-শব্দৰ আগত বিশেষণৰ দৰে থাকে, সিহঁতক বিশেষণ-সৰ্ব্বনাম বোলা যায়। সিহঁতৰ লিঙ্গৰ প্ৰভেদ নাই। আৰু আপোন আৰু স্বয়ং শব্দত বাজে আনবিলাক সদায় তৃতীয় পুৰুষ। সেই বিলাক এই,– সি, যি, ই, কোন কোনো, কোনোবা, কি, এই, এইয়া, সেই, সেইয়া, সৌ, সৌৱা, কেতি, বা কেই, যেই, এনে, তেনে, যেনে, কেনে, কেনেবা, যেনেবা, তেনেবা, তেনেকুৱা, যেনেকুৱা, কেনেকুৱা, এনেকুৱা, কেতেক, এতেক, যেতেক, তেতেক, সিমান, যিমান, কিমান, অকল, স্বয়ং, স্ব, আপোন, অন্য, আন, সকলো, কিছু, কিছুমান, কিঞ্চিত, কিঞ্চিত্মান, অলপ, অলপমান, ইত্যাদি।

যি, সি, ই, কোন, কোনো, কোনোবা, এই কেইটা শব্দ ব্যক্তি-বোধক সৰ্ব্বনামো হয়; তেতিয়া সিহঁতৰ ওপৰত কোৱাৰ দৰে ৰূপ হয়। বিশেষণ-সৰ্ব্বনাম হলে একবচনত সিহঁতৰ ৰূপ থাকে, যেনে, যি কথা, যি মানুহ কোন দিন। বহুবচনত বোৰ, বিলাক বা সকল কথাৰ যোগ হয়; যেনে যিবোৰ মানুহ, ইবিলাক ধন, কোনবোৰ বস্তু। 'আপোন' শব্দে কোনো লোকৰ নিজক বুজালে সি বিশেষণ সৰ্ব্বনাম হয়। আৰু তেতিয়া তাৰ দুইও বচনত ব্যক্তি-বোধক সৰ্ব্বনামৰ একবচনৰ দৰে ৰূপ হয়; যেনে, মই আপুনি বা আমি আপুনি কৰিলোঁ, মোৰ আপোনাৰ বা আমাৰ আপোনাৰ দেশ; তুমি আপুনি গলা, তোমাৰ আপোনাৰ ঘৰ।

এইয়া, সেইয়া, সৌৱা, কেতি, যেই, অকল, স্বয়ং, অলপ, কিছু, কিছুমান, কিঞ্চিত, কিঞ্চিৎমান; এই বিলাক শব্দৰ বহুবচন নাই। আনবিলাকৰ বহুবচনত বিলাক, সকল, বোৰ, এইবিলাক কথাৰ যোগ হয়; যেনে, এইবিলাক কথা, সেইসকল লোক, ইত্যাদি।

বিশেষণ-সৰ্বনামৰ বহুবচন হলে তাৰ সংজ্ঞা শব্দটো একবচনত থাকে; যেনে, এনেবিলাক কথা, সেইবিলাক ধন। সংজ্ঞাপদৰ বহুবচন হলে বিশেষণ-সৰ্বনামে একবচন নেৰে; যেনে, সেই মানুহবিলাক, এনে কথাবোৰ।

পাচত কোনো এটা শব্দ লগ লাগিলে এতেক, তেতেক, যেতেক, তেতেক, শব্দৰ 'ক' গুচে; যেনে, এতে টকা , কেতে বেলি; যেতে দিন; ইত্যাদি।

কেতিয়াবা সংজ্ঞা-শব্দটো লোপ হৈ থাকে বিশেষণ-সৰ্ব্বনামেই তাৰ ঠাই লয়; যেনে, মানুহে যিমান খোজে, সিমান নেপায়।

## কালবাচক সৰ্ব্বনাম।

যিবিলাক সৰ্ব্বনামে সময় বুজায়; সিহঁতক কালবাচক সৰ্ব্বনাম বোলা যায়। ইহঁত সদায় ক্লীবলিঙ্গ আৰু তৃতীয় পুৰুষ। সেইবিলাক এই, – যেতিয়া, তেতিয়া, কেতিয়া, কেতিয়াবা, এতিয়া; কাহানি, তাহানি, অথনি,

যৈসানি, তৈসানি, ইত্যাদি। ইহঁতক দ্বিতীয়া, তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী, আৰু সপ্তমীৰ একবচনত ব্যৱহাৰ কৰা যায়। সপ্তমীৰ 'অত' বিভক্তি গুচে; যেনে, এতিয়াক অথনিৰে সৈতে তুলনা নকৰিবা; সেই দৰেই, এতিয়ালৈ, এতিয়াৰ পৰা, এতিয়াৰ, এতিয়া, ইত্যাদি।

## স্থান-বোধক সৰ্ব্বনাম।

যিবিলাক সৰ্ব্বনাম-শব্দক ঠাই বুজাবৰ নিমিত্তে ব্যৱহাৰ কৰা যায়, সেইবিলাক স্থান-বোধক সৰ্ব্বনাম। সিহঁতো সদায় ক্লীবলিঙ্গ, তৃতীয় পুৰুষ, আৰু তৃতীয়-আদি বিভক্তিত ব্যৱহৃত হয়। সেইবিলাক এই;— ইয়ালৈ, ইয়াৰপৰা, ইয়াৰ, ইয়াত, তাৰে, তালৈ, তাৰপৰা, তাৰ, তাত; কৰে, কলৈ, কৰপৰা, কৰ, কত, যৰে, যলৈ, যৰপৰা, যৰ, যত, ইত্যাদি।

## বিশেষণ-শব্দ।

যিবিলাক শব্দে কোনো জীয়া বা জীৱ-নথকা বস্তুৰ বিশেষ গুণ দেখায়, অৰ্থাৎ এটাক আনৰপৰা বেলেগ কৰে, সেইবিলাকক বিশেষণ বোলা যায়। সেইবিলাকৰ বিভক্তি, অৰ্থাৎ কাৰক আৰু বচনৰ প্ৰভেদ নাই;— যেনে ডাঙ্গৰ লোক, ডাঙ্গৰ লোকসকল, ডাঙ্গৰ লোকক, ডাঙ্গৰ লোকসকলক।

বিশেষণে যাৰ গুণ দেখায়, তাৰ নাম বিশেষ্য। সেই বিশেষ্যৰ যি লিঙ্গ বিশেষণৰো সেই লিঙ্গ; যেনে, সুন্দৰ মতা, সুন্দৰী তিৰোতা, প্ৰিয়তম স্বামী, প্ৰিয়তমা ভাৰ্য্যা, ৰঙ্গা বলদ, ৰাঙ্গলী গাই। কিন্তু অনেক বিশেষণ-শব্দৰ লিঙ্গৰ প্ৰভেদ নাই, সকলো লিঙ্গতে একে দৰে থাকে, সেইবিলাকৰো সিহঁতৰ বিশেষ্যৰ যি লিঙ্গ, সেই লিঙ্গ বুলি বুজিব লাগে; যেনে, ডাঙ্গৰ মুনিহ, ডাঙ্গৰ তিৰোতা; সৰু লৰা, সৰু ছোৱালী। বৰ পিতা, বৰ আই, ইত্যাদি।

বিশেষ্যৰ ক্লীবলিঙ্গ হলে বিশেষণৰ স্ব ৰূপ থাকে, কেতিয়াও নলৰে; যেনে সুন্দৰ কাপোৰ, ৰঙ্গা ৰদ, ইত্যাদি।

স্ত্ৰীলিঙ্গত বিশেষণ-শব্দৰ ৰূপ যেনেকে লৰে, তাৰ কিছুমান উদাহৰণ তলত দিয়া গেছে।

## অসমীয়া ভাষাৰ শব্দ।

| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
|---|---|---|---|
| মুগা | মুগী | বুঢ়া | বুঢ়ী |
| ৰঙ্গা | ৰাঙ্গলী | বুঢ়ামুৰা | বুঢ়ামুৰী |
| বগা | বগী | টেঙ্গৰ | টেঙ্গৰী |
| কঁজলা | কাঁজলী | কোঁটা | কুঁটী |
| পুং | স্ত্ৰী | পুং | স্ত্ৰী |
| ভেলেঙ্গা | ভেলেঙ্গী | নাক-কটা | নাক-কাটী |
| টেলেকা | টেলেকী | খঁৰানকা | খঁৰানাকী |
| কলা | কালৰী | মেনা | মেনী |
| উজলা-দঁতা | উজলা-দাঁতী | ধেনা | ধেনী |
| পিয়াহ-দঁতা | পিয়াহ-দাঁতী | মেচা | মেচী |

| | | | |
|---|---|---|---|
| কলা | কলী | কুঁজা | কুঁজী |
| আঁকরা | আঁকরী | বেঙ্গা | বেঙ্গী |

### সংস্কৃত ভাষাৰ শব্দ।

(স্ত্রীলিঙ্গত পুল্লিঙ্গ শব্দৰ পাচত আ বা ঈ হয়)।

| | | | |
|---|---|---|---|
| পূজ্য | পূজ্যা | সুন্দৰ | সুন্দৰী |
| ৰক্ত | ৰক্তা | চন্দ্ৰ-বদন | চন্দ্ৰবদনী |
| কৃষ্ণ | কৃষ্ণা | মৃগনয়ন | মৃগনয়নী |
| ভদ্ৰ | ভদ্ৰা | দীৰ্ঘকেশ | দীৰ্ঘকেশী |
| শুক্ল | শুক্লা | গৌৰ | গৌৰী |
| মান্য | মান্যা | ষষ্ঠ | ষষ্ঠী |
| শ্ৰেষ্ঠ | শ্ৰেষ্ঠ | নৱম | নৱমী |
| নিৰ্দয় | নিৰ্দয়া | সুকুমাৰ | সুকুমাৰী |
| তৃতীয় | তৃতীয়া | একাদশ | একাদশী |
| এক | একা | দ্বাদশ | দ্বাদশী |
| স্থিৰ | স্থিৰা | ত্ৰয়োদশ | ত্ৰয়োদশী |

### ক্ৰিয়া-বিশেষণ।

যিবিলাক শব্দক ক্ৰিয়া নাইবা বিশেষণ বা আন এটা ক্ৰিয়া-বিশেষণৰ গুণ দেখাবলৈ বা ক্ৰিয়াৰ কাল বা ঠাই বুজাবলৈ ব্যৱহৃত কৰা যায়; সেইবিলাকেই ক্ৰিয়া-বিশেষণ-শব্দ। সিহঁতৰ লিঙ্গ আৰু বিভক্তি, অৰ্থাৎ বচন আৰু কাৰক নাই।

উদাহৰণ। ক্ৰিয়াৰ গুণ দেখোৱা; যেনে, সোনকালে আহিবা, তুৰন্তে যা, ইত্যাদি।

বিশেষণৰ গুণ দেখোৱা; যেনে, বৰ সোৱাদ আম। ইয়াত বৰ শব্দে 'সোৱাদ' এই বিশেষণৰ গুণ দেখাইছে। আন এটা ক্ৰিয়া-বিশেষণৰ গুণ দেখোৱা; যেনে, অতি সোনকালে আহিবা, ইয়াত অতি শব্দে 'সোনকালে' এই ক্ৰিয়া-বিশেষণৰ গুণ দেখাইছে।

বিশেষণ-শব্দৰ পাচ 'ভাৱে' 'ৰূপে' বা 'কৈ' দিলে সি ক্ৰিয়াবিশেষণ হয়; যেনে, নম্ৰ-ভাৱে, সজ-ৰূপে, ভালকৈ, ইত্যাদি।

অন্তত অকাৰ বা ব্যঞ্জন-থকা বিশেষণ-শব্দৰ পাচত 'এ' আৰু অন্তত একাৰ বা আকাৰ থকা বিশেষণৰ পাচত 'ই' দিলে সিহঁত ক্ৰিয়া-বিশেষণ হয়; যেনে। [ শীঘ্ৰ ] শীঘ্ৰে (শুদা) শুদাই, (তেনে) তেনেই।

সংজ্ঞা বা সংখ্যা-শব্দৰ পাচত এ দিলেও ক্ৰিয়া বিশেষণ হয়, যেনে, (মাটি) মাটিয়ে যাম, (বাম) বামে আহিম।

সদায় চলিত ক্ৰিয়া-বিশেষণ-বিলাক তলত লিখা গল। পুনৰ, পুনৰায়, আকও, আকৌ, দুনাই, বাৰম্বাৰ, দিনেও, অকস্মাত, হঠাত, গিৰিসাই, আগেয়ে, বেগতে, লগতে, এথোন, অথনিকৈ, ৰাতিকৈ, হ্বলা, অতি, অতিশয়, দৰে, ৰূপে, বাৰু, এৰা, উচিত, অৱশ্যে, কেৱল, মাথোন, ন, নৌ, সদায়, নিতৌ, অকলৈ, অকলশৰে, কেলেই,

কিয়, তেনে, এনে, যেনে, কেনে, কেনেবা, যেনেবা, যেতেকে, তেতেকে, কতবা, যেনি, তেনি, কেনি, কেনিবা, ভালেতো, কদাচিত, ক্বচিত, তেহে, বৰং, ইত্যাদি।

তেনে, এনে, যেনে, কেনে, কেনেবা, যেনেবা, এই বিলাক শব্দ সংজ্ঞা শব্দৰ আগত থাকিলে বিশেষণ সৰ্ব্বনাম আন ঠাইত ক্রিয়া-বিশেষণ হয়, যেনে, তেনে মানুহ, ইয়াত 'তেনে' শব্দ বিশেষণ-সৰ্ব্বনাম, তেনে নকৰিবা, ইয়াত সেই শব্দ ক্রিয়াবিশেষণ।

সংখ্যা-শব্দ।

এক, দুই, তিনি, প্রথম, দ্বিতীয়, তৃতীয় আদি লেখ বুজোৱা শব্দবিলাকক সংখ্যা-শব্দ বোলা যায়, আৰু সিহঁত বিশেষণৰ দৰে ব্যৱহৃত হয়।

ব্যঞ্জন আখৰ আদিত থকা কোনো সংজ্ঞা-শব্দৰ আগত এক, দুই আৰু ছয় শব্দ স্থাপিত হলে সিহঁতৰ শেষৰ আখৰ প্রায়ে গুচে; যেনে, এবাৰ, দুকুৰি দুশ, ছখান। কদাচিত সেই আখৰ নুগুচে; যেনে, এক কথা, এক পুত্ৰ, এক জী, ইত্যাদি।

ট বা ড আদিত-থকা শব্দৰ আগত 'তিনি' শব্দ থাকিলে তাৰ ই সদায় গুচে; যেনে, তিন টকা, তিন ডাল, ইত্যাদি।

ওকাৰ আদিত থকা শব্দৰ আগত দুই শব্দ 'দো' হয়; যেনে, দো জোকা, দো মোনা, ইত্যাদি।

অব্যয়-শব্দ।

অব্যয় শব্দ বিলাকক বেলেগ বেলেগ অর্থ বা ভাব বুজাবৰ কাৰণে দুটা পদ বা বাক্যৰ মাজত বা অন্তত দিয়া যায়। সিহঁতৰ লিঙ্গ আৰু বিভক্তি, অর্থাৎ বচন আৰু কাৰক নাই। সেই অব্যয় শব্দ সাত বিধ;—

যোজক।

দুটা পদ নাইবা দুফাঁকি কথা লগ লগোৱাত ব্যৱহৃত অব্যয়ক যোজক অব্যয় বোলা যায়। সেই বিলাক এই- আৰু, এবং, অপৰ, যথা, তথা, অথচ, যেনে, কাৰণ, কাৰণে, নিমিত্তে, হেতু, অতএব, তেন্তে, কিয়নো, দেখি, হেনে, এতেকে, ইত্যাদি। উদাহৰণ; তুমি আৰু তেওঁ বুধিয়ক মানুহ; এতেকে তোমালোকে এই কাম কৰিব পাৰিবা; তাৰপৰা প্ৰশংসা পাবা, ইত্যাদি।

ও শব্দে দুটা পদ বা দুফাঁকি কথা লগ নলগায়, কেৱল এজনে যি কাম কৰে আন এজনে সেই কাম কৰা বা এটা বস্তু যেনে, আন এটাও তেনে হোৱা অর্থ বুজাবলৈ মাথোন তাক ব্যবহাৰ কৰা যায়, যেনে, মইও যাম, অৰ্থাৎ আন কোনো যাব আৰু মই যাম, গোলাপ কলাও আছে, অর্থাৎ গোলাপ-ফুল আন বৰণৰ আছে আৰু কলা আছে।

পৃথগ্বোধক।

যিবিলাক অব্যয় দুটা পদ বা দুফাঁকি কথাৰ মাজত থাকি সিহঁতক পৃথক কৰে, সেইবিলাকৰ নাম পৃথগ্বোধক। সেইবিলাক এই,— বা, নাইবা, অথবা, কিম্বা, নতুবা, কি, কিন্তু, তথাপি, তদপি তেও, বিশেষ, ইতি, ইত্যাদি। উদাহৰণ, সি বা তুমি আহিবা, এটকা কি দুটকা ৰূপ। পানীত পৰা মানুহ সাঁতৰিব পাৰিলে ৰক্ষা পৰে নাইবা মৰে, ইত্যাদি।

সন্দেহ-বোধক।

যিবিলাক শব্দে দুই পদ বা দুফাঁকি কথাৰ মাজত থাকি সেই দুইৰ অৰ্থত আশঙ্কা থকা বুজায়, সেই বিলাকৰ নাম সন্দেহ-বোধক অব্যয়, সেইবিলাক এই,— যদি, যদ্যপি, যদিও, যদিস্যাত, ইত্যাদি। উদাহৰণ, যদি তেওঁ আহে, এই কাম হব; যদ্যপি হেলা কৰে, তেন্তে সকলো বৃথা।

ভাববোধক।

যিবিলাক মানুহৰ দুখ বেজাৰ বা মনৰ অন্য ভাব বুজায়; সেইবিলাকৰ সেই নাম। সেইবিলাক এই— হায়; আঃ ইঃ [ ঈশ, উঃ উস্ ] ঔ আই, ছিঃ ইত্যাদি , উদাহৰণ, হায় কি দুৰ্দ্দশা।

আনুষঙ্গিক।

যিবিলাক শব্দ আপুনি একো সম্পূৰ্ণ অৰ্থ বুজাব নোৱাৰে, কিন্তু সংজ্ঞা-শব্দৰ বা সৰ্ব্বনামৰ পাচত লগলাগি বেলেগ বেলেগ অৰ্থ বুজায়, সেইবিলাক আনুষঙ্গিক অব্যয়। সেইবিলাক এই — সৈতে, বৃতুৱাই, বাজে, বাবে, দৰে, দি, কাৰণ, কাৰণে, নিমিত্তে, নিচিনা, আদি, অৰ্থে, প্ৰতি, পতি, পৰ্য্যন্ত, অৱধি, বিনে, বিনা, পূৰ্ব্বক, পৰিমিত, হে, তো, হেন, যেন হেতু, অনুসৰি, অনুসাৰে, ইত্যাদি।

কাৰণ, কাৰণে, নিমিত্তে, হেতু, দৰে, বাবে, এইবিলাক শব্দ সংজ্ঞা-শব্দ বা ব্যক্তি-বোধক সৰ্বনামৰ পাচত যুক্ত হলে আনুষঙ্গিক আৰু এই, সেই-আদি বিশেষণ সৰ্ব্বনামৰ পাচত থাকিলে যোজক অব্যয় হয়। আনুষঙ্গিক অব্যয়বিলাকৰ আগত থকা সংজ্ঞা শব্দ বা সৰ্বনামৰ প্ৰায়ে ষষ্ঠী বিভক্তি হয়; যেনে, তোমাৰ নিমিত্তে, ৰামৰ নিচিনা, ইত্যাদি।

কিন্তু সৈতে শব্দৰ আগত থকা শব্দৰ তৃতীয়া হে হয়; যেনে মোৰে সৈতে, তোমাৰে সৈতে, হাতেৰে সৈতে।

সম্বোধনাৰ্থক।

কোনোলোকক মাতোঁতে যিবিলাক অব্যয় শব্দ ব্যৱহাৰ কৰা যায়, সেইবিলাক, সম্বোধনাৰ্থক, যেনে, হে, হেৰ, হেৰা, অ, ইত্যাদি; যেনে, হেৰা দেও, হেৰ মানুহটো, ইত্যাদি।

প্ৰশ্নাৰ্থক।

কথা সোধোঁতে ব্যৱহাৰ কৰা 'নে' আৰু 'নো' শব্দ প্ৰশ্নাৰ্থক অব্যয়। প্ৰথমটো সোধা কথাৰ অন্তত আৰু পাচৰটো মাজত দিয়া যায়, যেনে, তুমি যাবা নে? তেওঁ নো কি কৰিছে?

গুণ-বোধক শব্দ।

যিবিলাক শব্দে বস্তুৰ গুণ বুজায় সেইবিলাক। সিহঁত সদায় ক্লীবলিঙ্গ; যেনে, শুক্লৰ স্বভাব বা গুণ, শুক্লত্ব বলিয়াৰ স্বভাব বা গুণ, বলিয়ালি। সেই ৰূপেই ভদ্ৰতা, ছাগলালি, ইত্যাদি।

অনুকাৰ-শব্দ।

চৰাইৰ, পশুৰ বা বাদ্য-আদিৰ মাতক মানুহে মুখেৰে উচ্চাৰিলে সি সেই নাম পায়। সিহঁতৰ লিঙ্গ বা বিভক্তি নাই; — যেনে, ঘুৰ-ঘুৰ, গিৰ-গিৰ, কা-কা, টং-টং, ইত্যাদি।

## উপশব্দ।

যিবিলাক শব্দ কোনো বস্তুৰ আকৃতি বা পৰিমাণ বুজাবৰ কাৰণ সংজ্ঞা বা সংখ্যা-শব্দ বা বিশেষণ সৰ্ব্বনামৰ পাচত দিয়া যায়, সেইবিলাকৰ সেই নাম; যেনে, টো, টি, টী, খান, খানি, গছ, গছি, ডাল, ডালি, পাট, পাটি, জন, জনা, জনী, ইত্যাদি।

উপশব্দ যি শব্দেৰে লগলাগে তাৰে এই পদ হয় অৰ্থাৎ দুইয়ো একে কাৰক আৰু বচন হয়। স্ত্ৰীলিঙ্গ শব্দৰ পাচত টী আৰু জনী দিয়া যায় আনবিলাক পুং বা ক্লীব লিঙ্গ শব্দেৰে লগলাগে; যেনে, ছোৱালীটী, তিৰোতা জনী, মানুহটো, জৰীডাল, ইত্যাদি।

সংখ্যা-শব্দেৰে লগলাগিলে টোৰ ঠাইত টা হয়, আৰু পাঁচ, সাত, আঠ আৰু দহ শব্দ ওকাৰান্ত হয়; যেনে, পাঁচোটা, সাতোটা, ইত্যাদি।

টি বা টিৰে লগলাগিলে সেই পাঁচ, সাত আদি শব্দ উকাৰান্ত হয়, যেনে, পাঁচুটি আম, সাতুটী ছোৱালী।

উপশব্দ একবচনত থকা সংজ্ঞা-শব্দেৰে মাথোন লগলাগে, যেনে মানুহটো, বঠাপাট, কিন্তু বহুত বুজোৱা সংখ্যা-শব্দতো তাৰ যোগ কৰা যায়; যেনে, দহোটা মানুহ, কুৰিটা ঘৰ ইত্যাদি।

কেতিয়াবা উপশব্দৰ আগৰ সংজ্ঞা-শব্দ লুকাই থাকে উপশব্দই তাৰ ঠাই লয়; যেনে, এইটো, সেইটো, অৰ্থাৎ এই মানুহ বা বস্তুটো, আগৰ টো পাচৰ টো অৰ্থাৎ আগৰ মানুহটো বা পাচৰ মানুহটো, ইত্যাদি। কেতিয়াবা আকৌ বিশেষণে সৈতেই উপশব্দ লগলাগে, বিশেষ্য লুকাই থাকে; যেনে, সৰু টো অৰ্থাত্ সৰু মানুহটো বা বস্তুটো, ইত্যাদি।

## অনুৰূপ-শব্দ।

সংজ্ঞা-শব্দে বুজোৱা বস্তুৰ তুল্য কোনো বস্তু বুজাবলৈ অনুৰূপ-শব্দ ব্যৱহৃত হয়। সি সেই সংজ্ঞা-শব্দেৰে একে পদ, আৰু দুইৰো একে লিঙ্গ আৰু কাৰক হয়, যেনে, মাছ-টাছ নাই, ঘৰ-চৰবিলাক ভাংগিল, ইত্যাদি।

## কৃদন্ত-শব্দ।

ধাতুৰ পাচত কৃৎ প্ৰত্যয় হৈ হোৱা শব্দৰ নাম কৃদন্ত শব্দ। যেনে, বোৱা, খোৱা, গমন, কৰণ, কৰোঁতা, খাওঁতা, ইত্যাদি। এইবিলাকৰ কথা ধাতু প্ৰকৰণত লিখা যাব।

## সমাস।

সংজ্ঞা-শব্দ সৰ্ব্বনাম আৰু ধাতু বিভক্তিৰে লগ-লাগিলে 'পদ' হয়; যেনে, মানুহে, মানুহক, কৰিলে, কৰিব।

অনেক পদ গোট খাই একে পদ হোৱাকে সমাস বোলা যায়।

অসমীয়া ভাষাত ঘাই সমাস চাৰিটা; — যেনে, কৰ্ম্মধাৰয়, তৎপুৰুষ, বহুব্ৰীহি আৰু দ্বন্দ। এইবিলাকত বাজে 'নঞ' নামেৰে এটা উপসমাস আছে।

## কৰ্ম্মধাৰয়।

১। দুটা বা অধিক সংজ্ঞা-শব্দ বিশেষণ আৰু বিশেষ্যৰ দৰে লগলাগি একে পদ হলে, তাকে কৰ্ম্মধাৰয় সমাস বোলা যায়, যেনে, অশ্বত্থত বৃক্ষত, বংখ-বৃক্ষত; ৰাজ্যই শিৱনাথে সিংহে, ৰাজাই শিৱনাথে-সিংহে, ৰংপুৰত

নগৰত, ৰংপুৰ-নগৰত বাস কৰিছিল, ইয়াত ৰাজাই, শিৱনাথে, সিংহে এই কেই পদ লগলাগি ৰাজা শিৱনাথ সিংহে এই একে পদ হল। সেই ৰূপেই ৰংপুৰত নগৰত, লগলাগি ৰংপুৰ নগৰ হৈছে।

২। এটাৰে সৈতে আনটোৰ তুলনা কৰা দুই বস্তু বুজোৱা দুটা পদৰো কৰ্ম্মধাৰয় সমাস হয়। সমাস হলে সেই দুইপদৰ মাজৰ বা অন্তৰ কথা বিলাকৰ লোপ হয়; যেনে চন্দ্ৰৰ তুল্য বদন, চন্দ্ৰবদন, বেজীৰ নিচিনা মুখ, বেজীমুখ; মুখচন্দ্ৰ তুল্য মুখচন্দ্ৰ, বাক্য অমৃতৰ তুল্য, বাক্যামৃত।

### তৎপুৰুষ।

সমাস হোৱা দুই পদৰ প্ৰথম পদে দ্বিতীয়া-আদি বিভক্তিৰ অৰ্থাৎ কৰ্ম্ম-আদি কাৰকৰ অৰ্থ বুজালে তাকে তৎপুৰুষ-সমাস বোলা যায়।

### দ্বিতীয়া-তৎপুৰুষ।

আগৰ দ্বিতীয়ান্ত পদ অৰ্থাৎ কৰ্ম্মকাৰক পাচৰ কৃদন্ত পদেৰে লগলাগিলে তাকে দ্বিতীয়া তৎপুৰুষ বোলে; যেনে, বেদক অধ্যায়ী (অধ্যয়ন কৰোঁতা) বেদাধ্যায়ী, দুঃখক প্ৰাপ্ত, (পোৱা) দুঃখ প্ৰাপ্ত, পহুক মৰা, পহু মৰা, পুথিক লেখা, পুথি লেখা, ইত্যাদি।

### তৃতীয়া তৎপুৰুষ।

সমাস হোৱা দুই পদৰ প্ৰথমটো তৃতীয়ান্ত (কৰণ কাৰক) হলে তাৰ নাম তৃতীয় তৎপুৰুষ, যেনে, শীতেৰে আৰ্ত্ত, শীতাৰ্ত্ত; সুবৰ্ণেৰে নিৰ্ম্মিত, সুবৰ্ণ নিৰ্ম্মিত; হাতেৰে সজা, হাতে-সজা; কাণেৰে শুনা, কাণে-শুনা; ধনেৰে কিনা, ধনে-কিনা; হাতেৰে বোৱা, হাতে-বোৱা, ইত্যাদি।

চতুৰ্থী তৎপুৰুষ অসমীয়া ভাষাত নাই।

### পঞ্চমী তৎ পুৰুষ।

দুই পদৰ প্ৰথমটো পঞ্চমান্ত (অপাদান-কাৰক) হলে সেই সমাস পঞ্চমী তৎপুৰুষ হয়; যেনে— বৃক্ষৰ পৰা, পতিত, বৃক্ষপতিত; গৃহৰপৰা আগত, গৃহাগত; গছৰপৰা সৰা, গছ-সৰা; ইত্যাদি।

### ষষ্ঠী-তৎপুৰুষ।

দুটা পদৰ আগৰটো ষষ্ঠ্যন্ত (সম্বন্ধ-কাৰক) হলে সেই সমাসৰ সেই নাম হয়; যেনে,— মনুষ্যৰ আলয় মনুষ্যালয়; ব্যাঘ্ৰৰ চৰ্ম্ম, ব্যাঘ্ৰ-চৰ্ম্ম, গছৰ তল, গছ-তল; হাতীৰদাঁত, হাতী-দাঁত; খাগৰিৰ পোলা, খাগৰি-পোলা; মহৰ জাক, মহ-জাক; খৰিৰ বোজা, খৰি-বোজা; গছৰ জোপা, গছ-জোপা; আপোনাৰ ঘৰ, আপোন-ঘৰ; ইত্যাদি।

### সপ্তমী তৎপুৰুষ।

দুই পদৰ আগৰটো সপ্তম্যন্ত [ অধিকৰণ ] হলে সেই সমাসে সেই নাম পায়, যেনে, কাশীত স্থিত, কাশীস্থিত, ধৰ্ম্মত ৰত, ধৰ্ম্মৰত; গছত পকা, গছপকা; তলত সৰা, তলসৰা, কাণত বাগৰা, কাণবাগৰা, ইত্যাদি।

### বহুব্ৰীহি।

১। যি দুই পদৰ সমাস হয় সিহঁতে নিজ অৰ্থক নকৈ আন কোনো মানুহ বা বস্তুক বুজালে সেই সমাস বহুব্ৰীহি। যেনে, ইন্দ্ৰ আদি যিবিলাকৰ সিবিলাক ইন্দ্ৰাদি অৰ্থাৎ দেৱতা সকল, নীল অম্বৰ (কাপোৰ) যাৰ, তেওঁ

নীলাম্বৰ; শূল (যাঠী) আছে যাৰ পাণিত (হাতত) তেওঁ শূলপাণি; অকাৰ অন্তত আছে যাৰ, সি অকাৰান্ত, সেই ৰূপেই আকাৰান্ত, ইত্যাদি।

২। গাৰ অঙ্গ বুজোৱা কোনো পদ এটা বহুব্ৰীহি সমাসৰ দ্বাৰা আন এটা পদেৰে লগলাগিলে সেই অঙ্গ বুজোৱা পদটো অন্তত থাকে আৰু সি ব্যঞ্জনান্ত হলে তাৰ পাচত আ, ই বা ঈকাৰান্ত হলে ঈয়া, উ বা ঊকাৰান্ত হলে ৱা হয়, তাৰ অন্ত আখৰৰ আগৰ আকাৰত অ, ওকাৰত উ হয়, যেনে, আপোনাৰ পেটলৈ চিন্তে যি সি আপোনপেটা, খঁৰা নাক যাৰ, সি খঁৰানকা, দীঘল চুলি যাৰ সি দীঘল চুলীয়া, বুঢ়াৰ নিচিনা মুখ যাৰ সি বুঢ়া মুৱা, ৰঙ্গা চকু যাৰ সি ৰঙ্গা চকুৱা, উজলা দাঁত যাৰ সি উজলাদঁতা। স্ত্ৰীলিঙ্গত উজলা-দাঁতী, খঁৰানাকী, বুঢ়ামুঈ, আপোন-পেটী, ইত্যাদি।

### দ্বন্দ-সমাস।

বেলেগ অৰ্থ বুজোৱা দুই বা অধিক পদৰ মাজৰ বিভক্তি আৰু যোজক অব্যয় গুচাই একে পদ কৰাৰ নাম দ্বন্দ সমাস।

দ্বন্দ সমাস তিনি বিধ;— সমাহাৰ, ইতৰেতৰ আৰু একশেষ।

### সমাহাৰ দ্বন্দ।

যি সমাসৰ দ্বাৰা ওপৰত কোৱাৰ দৰে অনেক পদ একে লগ হৈ একবচনত থাকে, তাকে সমাহাৰ দ্বন্দ বোলা যায়; যেনে, আম আৰু কঁঠাল, তামোল আৰু নাৰিকল, আম-কঁঠাল, তামোল-নাৰিকল; আমৰ আৰু কঁঠালৰ, আমকঁঠালৰ, শীততা আৰু গ্ৰীষ্মতা, শীত গ্ৰীষ্মতা, খাবলৈ আৰু পিন্ধিবলৈ খাব-পিন্ধিবলৈ, ইত্যাদি।

### ইতৰেতৰ দ্বন্দ।

যি সমাসৰ দ্বাৰা সেই দৰেই অনেক পদ একে লগ হৈ বহুবচন হয়, তাৰ নাম ইতৰেতৰ দ্বন্দ — যেনে, আম আৰু কঁঠাল আৰু লেটেকু আৰু পনীয়াল, আম-কঁঠাল-লেটেকু-পনীয়ালবিলাক উত্তম গছ; হাঁহে আৰু পাৰই, হাঁহপাৰবিলাকে, ইত্যাদি।

### একশেষ-দ্বন্দ।

যি সমাসত প্ৰথম পদৰ বহুবচন হৈ পাচৰ পদ বিলাকৰ লোপ হয়, তাকে একশেষ দ্বন্দ বোলে, যেনে, হলিৰামৰ আৰু কৃষ্ণৰামৰ আৰু বলোৰামৰ ঘৰ, হলিৰামহঁতৰ ঘৰ, বাই আৰু তেওঁৰ লগৰ মানুহ, বাইহঁত, সেই দৰেই মই আৰু তুমি আৰু তেওঁ, আমি ইত্যাদি।

### নঞ-সমাস।

নিষেধ বা অভাৱ বুজোৱা নকাৰে সৈতে হোৱা সমাসৰ সেই নাম। এই সমাস হলে 'ন'ৰ ঠাইত অ আৰু তাৰ পাচত স্বৰ থাকিলে 'ন'ৰ ঠাইত অন হয়; যেনে, ন ব্ৰাহ্মণ, অব্ৰাহ্মণ; ন সুৰ, অসুৰ; ন ইচ্ছা, অনিচ্ছা; ন ঈশ্বৰ, অনীশ্বৰ, ন মানুহ অমানুহ, ন ঘিণ, অঘিণ, ইত্যাদি।

### তদ্ধিত-প্ৰত্যয়।

সংজ্ঞা, সৰ্ব্বনাম, বিশেষণ আৰু সংখ্যাবাচক শব্দৰ পাচত কোনো-কোনো আখৰ লগাই সিহঁতৰ ৰূপ

লৰচৰ কৰা যায়; সেইবোৰৰ নাম তদ্ধিত প্ৰত্যয়।

তদ্ধিত প্ৰত্যয় হৈ হোৱা অনেক সংস্কৃত শব্দ অসমীয়া ভাষাত চলিত আছে সেইবিলাক তলত লিখা গল।

পুত্ৰ অৰ্থত ত্ৰয়, অ আৰু আয়ন হয়।

(ত্ৰয়)

| | পুং | স্ত্ৰী |
|---|---|---|
| গঙ্গাৰ পুতেক | গাঙ্গেয় | গাঙ্গেয়ী |
| সুমিত্ৰা ,, | সৌমিত্ৰেয় | সৌমিত্ৰেয়ী |
| অত্ৰি ,, | আত্ৰেয় | আত্ৰেয়ী |
| (অ) | | |
| পাণ্ডু ,, | পাণ্ডৱ | পাণ্ডৱী |
| যদু ,, | যাদৱ | যাদৱী |
| ৰঘু ,, | ৰাঘৱ | ৰাঘৱী |
| কুৰু | কৌৰৱ | কৌৰৱী |
| বসুদেৱ | বাসুদেৱ | বাসুদেৱী |
| [ আয়ন ] | | |
| দক্ষ ,, | দাক্ষায়ণ | দাক্ষায়ণী |

থকা বা উৎপন্ন অৰ্থত 'ইক' হয়।

[ ইক ]

| | | | |
|---|---|---|---|
| কায় [গাত ] | উৎপন্ন | কায়িক | কায়িকী |
| শৰীৰ | ,, | শাৰীৰিক | শাৰীৰিকী |
| বৰ্ষ | ,, | বাৰ্ষিক | বাৰ্ষিকী |
| ক্ষণ | ,, | ক্ষণিক | ক্ষণিকা |
| দিন | ,, | দৈনিক | দৈনিকা |
| সপ্তাহ | ,, | সাপ্তাহিক | সাপ্তাহিকী |
| মনস [ মন ] | ,, | মানসিক | মানসিকী |
| নাগৰ | ,, | নাগৰিক | নাগৰিকী |
| ইহ [ এইলোক ] | ,, | ঐহিক | ঐহিকী |
| পৰত্ৰ [ পৰলোক ] | ,, | পাৰত্ৰিক | পাৰত্ৰিকী |

ভক্ত অৰ্থত 'অ' বা 'য' হয়।

অ

| | | পুং | স্ত্ৰী |
|---|---|---|---|
| বিষ্ণুৰ | ভক্ত | বৈষ্ণৱ | বৈষ্ণৱী |
| শক্তি [ দেৱীৰ ] | ,, | শাক্ত | শাক্তা |

| | | | |
|---|---|---|---|
| শিৱৰ | ,, | শৈৱ | শৈব্যা |
| গণপতি | ,, | গাণপত্য | গাণপত্যা |
| শূৰ [ সূৰ্য্য ] | ,, | শৌৰ্য্য | শৌৰ্য্যা |

সম্বন্ধ-থকা অৰ্থত ঈয় হয়।

| | | | |
|---|---|---|---|
| বৰ্ষে | সৈতে সম্বন্ধ যাৰ | সি বৰ্ষীয় | বৰ্ষীয়া |
| দিৱস | ,, | দিৱসীয় | দিৱসীয়া |
| স্থান | ,, | স্থানীয় | স্থানীয়া |
| পান | ,, | পানীয় | পানীয়া |
| মাস | ,, | মাসীয় | মাসীয়া |
| সম্বন্ধ | ,, | সম্বন্ধীয় | সম্বন্ধীয়া |
| পক্ষ | ,, | পক্ষীয় | পক্ষীয়া |

কোনো এক সংখ্যা পূৰ কৰা অৰ্থত পঞ্চ শব্দ আৰু সপ্তৰপৰা দশলৈকে শব্দৰ পাচত ম হয়।

| | | | |
|---|---|---|---|
| পঞ্চ সংখ্যা | পূৰায় যি সি | পঞ্চম | পঞ্চমী |
| সপ্ত | ,, | সপ্তম | সপ্তমী |
| অষ্ট | ,, | অষ্টম | অষ্টমী |
| নৱ | ,, | নৱম | নৱমী |
| দশ | ,, | দশম | দশমী |

সেই অৰ্থত 'দ্বি' আৰু ত্ৰি শব্দৰ পাচত তীয় আৰু চতুৰ আৰু 'ষষ্' শব্দৰ পাচত থ হয়।

| | | পুং | স্ত্ৰী |
|---|---|---|---|
| দ্বি | ,, | দ্বিতীয় | দ্বিতীয়া |
| ত্ৰি | ,, | তৃতীয় | তৃতীয়া |
| চতুৰ | ,, | চতুৰ্থ | চতুৰ্থী |
| ষষ্ | ,, | ষষ্ঠ | ষষ্ঠী |

যুক্ত অৰ্থত ৱান, মান, ৱন্ত, আৰু ইন হয়। ইনৰ ঠাইত পুল্লিঙ্গত দীৰ্ঘ ঈ হয়।

(ৱান, মান, ৱন্ত, মন্ত)

| | | পুং | স্ত্ৰী |
|---|---|---|---|
| বিদ্যাযুক্ত যি | সি | বিদ্যাৱান | বিদ্যাৱতী |
| | | বিদ্যাৱন্ত | ,, |
| জ্ঞান | ,, | জ্ঞানৱান | জ্ঞানৱতী |
| | | জ্ঞানৱন্ত | ,, |
| যশস্ | ,, | যশস্বান | যশস্বতী |
| | | যশস্বন্ত | ,, |
| বুদ্ধি | ,, | বুদ্ধিমান | বুদ্ধিমতী |
| | | বুদ্ধিমন্ত | ,, |

| | | | |
|---|---|---|---|
| শ্ৰী | ,, | শ্ৰীমান | শ্ৰীমতী |
| | | শ্ৰীমন্ত | ,, |
| | | ইন | |
| হস্ত যুক্ত যি সি | | হস্তী | হস্তিনী |
| ধন | ,, | ধনী | ধনিনী |
| যশস্ | ,, | যশস্বী | যশস্বিনী |
| জ্ঞান | ,, | জ্ঞানী | জ্ঞানিনী |

এটাতকৈ গুণৰ আধিক্য বুজাবলৈ বিশেষণ শব্দৰ পাচত 'তৰ' অনেকতকৈ আধিক্য বুজাবলৈ 'তম' হয় যেনে, এটাতকৈ যি অধিক ক্ষুদ্ৰ সি ক্ষুদ্ৰতৰ; অনেকতকৈ যি অধিক ক্ষুদ্ৰ সি ক্ষুদ্ৰতম, সেই দৰেই দুষ্ট, দুষ্টতম, ভদ্ৰ, ভদ্ৰতৰ, ভদ্ৰতম, মন্দ, মন্দতৰ, মন্দতম, ইত্যাদি।

স্বভাৱ, গুণ বা অৱস্থা বুজাবলৈ শব্দৰ পাচত ব অ, ত্ব, বা তা হয়। আৰু তেনে শব্দ ক্লীৱলিঙ্গ।

ধীৰৰ স্বভাৱ গুণ বা অৱস্থা—

| | | | |
|---|---|---|---|
| ধীৰ | ধৈৰ্য্য, | ধীৰত্ব, | ধীৰতা |
| স্থিৰ | স্থৈৰ্য্য | স্থিৰত্ব | স্থিৰতা |
| বীৰ | বীৰ্য্য | বীৰত্ব | বীৰতা |
| শূৰ [ বীৰ ] | শৌৰ্য্য | শূৰত্ব | শূৰতা |
| বহুল | বাহুল্য | বহুলত্ব | বহুলতা |
| গুৰু | গৌৰৱ | গুৰুত্ব | গুৰুতা |
| বন্ধু | বান্ধৱ | বন্ধুত্ব | বন্ধুতা |
| লঘু | লাঘৱ | লঘুত্ব | লঘুতা |
| দেৱ | | দেৱত্ব | দেৱতা |
| মনুষ্য | মানুষ্য | মনুষ্যত্ব | মনুষ্যতা |

অসমীয়া ভাষাৰ তদ্ধিত প্ৰত্যয়-যুক্ত শব্দ

থকা, খোৱা, উৎপন্ন, যুক্ত কৰা আদি অৰ্থ বুজাবলৈ সংজ্ঞাশব্দৰ পাচত 'ঈয়া' হয়। এইবিলাক শব্দ বিশেষণ হলে সকলো লিঙ্গত সমান; যেনে, অসমীয়া মতা, অসমীয়া তিৰোতা, অসমীয়া কাপোৰ, কিন্তু সংজ্ঞা শব্দ হলে স্ত্ৰীলিঙ্গত সিহঁতৰ পাচত 'নী' দিয়া যায়। যেনে, অসমীয়া, অসমীয়ানী, ইত্যাদি।

অসমত থাকে বা উৎপন্ন যি, সি অসমীয়া—

| | | |
|---|---|---|
| পৰ্ব্বত | ,, | পৰ্ব্বতীয়া |
| ভাদত উৎপন্ন | ,, | ভদীয়া |
| মাটি-যুক্ত বা মাটিৰ নিচিনা | ,, | মটীয়া |
| গুটি-যুক্ত | ,, | গুটীয়া |
| ঢাৰিৰ নিচিনা | ,, | ঢৰীয়া |
| পানীৰ ,, | ,, | পনীয়া |
| কানি খায় | ,, | কানীয়া |

| | | |
|---|---|---|
| ঢোল বজায় | ,, | ঢুলীয়া |
| খোল ,, | ,, | খুলীয়া |

সেইবিলাক অৰ্থ বুজাবলৈ কোনো-কোনো শব্দর পাচত উৱা, কোনো-কোনো শব্দর পাচত ওৱা, হয়। সেইবিলাক শব্দর লিঙ্গ-ভেদ নাই।

| | | |
|---|---|---|
| গাঁতত থাকে | যি সি | গঁতুৱা |
| পাত-যুক্ত | ,, | পতুৱা |
| ঘরর ,, | ,, | ঘৰুৱা |
| বন করে | ,, | বনুৱা |
| রণ ,, | ,, | রণুৱা |
| ধনেরে কিনা | ,, | ধনুৱা |
| হাল বায় | ,, | হালোৱা |
| জাল ,, | ,, | জালোৱা |

সম্বন্ধ থকা বা উৎপন্ন অর্থত বিদেশী শব্দর পাচত ঈ, হয়, যেনে, বিলাতর বা বিলাতত উৎপন্ন যি সি বিলাতী। সেই রূপেই বঙ্গালী, হিন্দু স্থানী, ইত্যাদি।

নির্ম্মাণ বা জীৱিকা করা অর্থত শব্দর পাচত ঈ হয়, যেনে, কাঁহেরে নির্ম্মিত যি সি কাঁহী। সেই রূপেই তামী, পিতলী। কাকত করি জীৱিকা করে যি সি কাকতী। স্বভাৱ বুজাবর কারণে শব্দৰ পাচত 'আলি', হয়। যেনে দুষ্টর স্বভাৱ, দুষ্টালি। সেই দরেই ছাগলালি, বান্দরালি, বলিয়ালি, ইত্যাদি।

দ্বিতীয় আৰু তৃতীয় পুৰুষেরে সম্বন্ধ থকা মানুহক বুজাবলৈ শব্দবিলাক তলত লিখার দরে লরচর হয়। প্রথম পুৰুষত মূল শব্দ থাকে। যেনে,

| প্রথম পুৰুষ | দ্বিতীয় পুৰুষ | তৃতীয় পুৰুষ |
|---|---|---|
| মোর ককাই | তোমার ককাইরা | তেওঁর বা তার ককায়েক |
| | বা ককায়েঁরা | ককাইয়েক |
| | তোর ককাইয়ের | |
| ,, বোপাই | ,, বোপাইয়াঁ | বোপাইয়েক |
| | বা বোপায়েরা | |
| | ,, বোপাইয়ের | |
| ,, ভাই | ,, ভাইয়া | ভাইয়েক |
| | বা ভায়েরাঁ | |
| | ,, ভায়রের | |
| ,, ককা | ,, ককারাঁ | ককাক |
| | ,, ককার | |
| ,, জী | ,, জীয়াঁ | জীয়েক |
| | বা জীয়েরাঁ | |

| | | |
|---|---|---|
| | , জীয়েৰা | |
| „ পো বা পুত | „ পোৰাঁ বা পুতেৰাঁ<br>„ পোৰেৰ<br>বা পুতেৰ | পোৰেক বা পুতেক |
| „ পৈ | পৈয়াঁ বা পৈয়েৰাঁ<br>„ পৈয়েৰ | পৈয়েক |
| „ বৌ | „ বোৱাঁ বা বৌৱেৰাঁ<br>„ বৌৱেৰ | বৌৱেক |
| „ পিতা | „ পিতাৰাঁ | পিতাক |

থকা আৰু যুক্ত অৰ্থত কোনো-কোনো শব্দৰ পাচত 'আল' হয়; যেনে, হাবিত থাকে যি সি হাবিয়াল। সেই দৰেই চাপৰিয়াল; পেট (ডাঙ্গৰ পেট) যুক্ত যি সি পেটাল, ইত্যাদি।

এজনে সি জনৰ প্ৰতি বা সি জনেৰে সৈতে কোনো কাৰ্য্য কৰা অৰ্থত সেই কাৰ্য্য বুজোৱা শব্দটো দুটা হৈ আগৰ টো আকাৰান্ত আৰু পাচৰটো ইকাৰান্ত হয়; যেনে, এজনে আন জনৰ প্ৰতি হাত ব্যৱহাৰ কৰিছে, এনে অৰ্থত হতাহতি, এজনে আন জনৰ চুলিত ধৰিছে, এনে অৰ্থত চুলিয়াচুলি। সেই দৰেই গলিয়াগলি; এজনে আন জনেৰে সৈতে খাইছে, এনে অৰ্থত খোৱাখুই ইত্যাদি।

# ধাতু প্ৰকৰণ।

১। যি মাতে কোনো কাৰ্য্য কৰা বুজায়, তাকে ধাতু বোলে, যেনে, কৰ্, খা, যা, শো, ইত্যাদি।

২। সেই ধাতু দুবিধ। সকৰ্ম্মক আৰু অকৰ্ম্মক। যি ধাতুৰপৰা হোৱা ক্ৰিয়াৰ আগত বা পাচত কৰ্ম্মকাৰক এটা দেখাই বা লুকাই থাকে, তাকে সকৰ্ম্মক ধাতু বোলা যায়; যেনে, হলীয়ে ভাত খায়। ইয়াত খায় এই ক্ৰিয়াৰ আগত ভাত এইটো কৰ্ম্মকাৰক আছে; সি মাৰিলে, ইয়াত মাৰিলে ক্ৰিয়াৰ পাচত বা আগত কোনো এটা কৰ্ম্মপদ ...হ সেই বিলাক অকৰ্ম্মক যেনে, ৰাম শোৱে, কৃষ্ণ যায়, ইত্যাদি।

৩। ধাতুবিলাকে, তলত লিখাৰ দৰে বিভক্তি বা কৃত-প্ৰত্যয়েৰে যুক্ত হলে, ক্ৰিয়া এই নাম পায়। বিভক্তিৰে গোট খোৱা ক্ৰিয়াবিলাক সাধ্যা আৰু কৃতপ্ৰত্যয় হৈ যিবিলাক হয়, সেইবোৰক সিদ্ধা ক্ৰিয়া বোলা যায়।

৪। ক্ৰিয়া-কৰোতাঁক পুৰুষ বোলা যায়। সেই পুৰুষৰ কথা সৰ্ব্বনামৰ বিবৰণত লিখা গৈছে।

৫। কাৰ্য্য কৰা কাল আৰু পুৰুষ অনুসৰি ক্ৰিয়াৰ বিভক্তি বেলেগ হৈ তলত দেখোৱাৰ দৰে নানা ৰূপ হয়।

৬। কাল ছবিধ স্বৰূপ বৰ্ত্তমান, নিত্য বৰ্ত্তমান, স্বৰূপ ভূত, অপূৰ্ণ ভূত, সম্ভাব্য ভূত আৰু ভবিষ্যত।

৭। সম্প্ৰতি ক্ৰিয়া কৰি থকা কালক স্বৰূপ বৰ্ত্তমান বোলে। সেই কাল বুজাবলৈ প্ৰথম পুৰুষত, 'ইছোঁ' দ্বিতীয় পুৰুষৰ সম্ভ্ৰমাৰ্থত 'ইছা', তুচ্ছাৰ্থত 'ইছ', আৰু তৃতীয় পুৰুষত 'ইছে' বিভক্তি হয়; যেনে, মই কৰিছোঁ, তুমি কৰিছা, মই খাইছোঁ, তুমি খাইছা।

ই বা ঈ অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ ই গুচে; যেনে, মই দিছোঁ, তুমি দিছা, তই দিছ।

অকাৰান্ত ধাতুৰ পাচত সেই 'ই' ঐ হয়, যেনে, লৈছোঁ, হৈছোঁ, হৈছা।

৮। নিত্য বৰ্ত্তমান কালে সদায় ক্ৰিয়া কৰি থকা কাল আৰু যি ক্ৰিয়া অতি অলপতে হ্ব, তাৰ কাল বুজায়। সেই কাল বুজাবলৈ প্ৰথম পুৰুষত 'ওঁ', দ্বিতীয় পুৰুষৰ সম্ৰমাৰ্থত 'আঁ', তুচ্ছাৰ্থত 'অ', তৃতীয় পুৰুষত 'এ' বিভক্তি হয়; যেনে, মই কৰোঁ, তুমি কৰাঁ, তই কৰ, সি বা তেওঁ কৰে।

অকাৰ বা আকাৰান্ত ধাতুৰ পাচত 'অ' বিভক্তি গুচে; যেনে, তই ল, খা, যা। আৰু এ বিভক্তি 'য়' হয়; যেনে, তই খা বা ল, সি লয় বা খায়, ইত্যাদি।

ও কাৰান্ত ধাতুৰ পাচত লেখকৰ ইচ্ছা অনুসৰি ওঁ বিভক্তি গুচে বা থাকে; যেনে, শোওঁ বা শোঁ, ধোঁওঁ বা ধোঁ, ইত্যাদি।

৯। যি ক্ৰিয়া সম্পূৰ্ণ ৰূপে হৈ গল, তাৰ কালক স্বৰূপ ভূত বোলা যায়। সেই কাল বুজাবলৈ প্ৰথম পুৰুষত "ইলোঁ", দ্বিতীয় পুৰুষৰ সম্ৰমাৰ্থত "ইলা" তুচ্ছাৰ্থত "ইলি" তৃতীয় পুৰুষত 'ইলে' বিভক্তি হয়, যেনে, কৰিলো, কৰিলা, কৰিলে।

১০। স্বৰ অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ 'ই' গুচে; যেনে, খালোঁ, খালা, খালে, দিলোঁ, দিলা, ইত্যাদি।

১১। অকৰ্ম্মক ধাতুৰ পাচত 'লে' বিভক্তিৰ 'এ' গুচে; যেনে, সি হল; গল, থাকিল, ৰল, ইত্যাদি।

১২। শো, ওমল, হাঁচিয়া বা হাঁচ, হাঁহ, কান্দ, লৰ। বেগাই যা, কাহ্, নাচ্, মূত্, হাগ্, বঁতিয়া আদি কোনো কোনো অকৰ্ম্মক ধাতুৰ পাচত 'লে'ৰ 'এ' নুগুচে; যেনে, সি হাঁহিলে, নাচিলে, শুলে, কাহিলে, ইত্যাদি।

১৩। যোৱা কালত কোনো এক কাৰ্য্য হৈ থাকোঁতে বা তাৰ আগেয়ে যি ক্ৰিয়া কৰি থকা হৈছিল, সেই ক্ৰিয়াৰ অপূৰ্ণ ভূত কাল হয়; যেনে তুমি আহোঁতে মই ভাত খাইছিলোঁ; মই যোৱাৰ আগেয়ে তেওঁ শুইছিল। সেই কাল বুজাবলৈ ধাতুৰ পাচত প্ৰথম পুৰুষত "ইছিলা", দ্বিতীয় পুৰুষৰ সম্ৰমাৰ্থত "ইছিল" তুচ্ছাৰ্থত 'ইছিলি' তৃতীয় পুৰুষত "ইছিল" বিভক্তি হয়; যেনে কৰিছিলোঁ, কৰিছিলা, খাইছিলোঁ, খাইছিলা ইত্যাদি।

১৪। যি কালত ক্ৰিয়া হবৰ সম্ভাৱনা আছিল কিন্তু ক্ৰিয়া নোহোৱাকৈ সি গত হল, সেইয়ে সম্ভাব্য ভূত। এই কাল বুজাবলৈ স্বৰূপ ভূত কালৰ ক্ৰিয়া, পাচত 'হেঁতেন' এই কথাৰ যোগ হয়, যেনে, ভাত থকা হলে খালোঁহেঁতেন, ইত্যাদি।

১৫। আগলৈ যি কাল আহিব তাৰ নাম ভবিষ্যত্। সেই কাল বুজাবলৈ ধাতুৰ পাচত প্ৰথম পুৰুষত 'ইম্' দ্বিতীয় পুৰুষৰ সম্ৰমাৰ্থত "ইবা" তুচ্ছাৰ্থত "ইবি', তৃতীয় পুৰুষত 'ইব' বিভক্তি হয়; যেনে, কৰিম, কৰিবা, কৰিব।

স্বৰ-অন্তত থকা ধাতুৰ পাচত বিভক্তিৰ ই গুচে; যেনে খাম, খাবা, খাব, ইত্যাদি।

১৬। নিত্য বৰ্ত্তমান আৰু ভবিষ্যত কালত বাজে অন্য কালত 'যা' ধাতুৰ ঠাইত 'গ' হয়; যেনে, গৈছোঁ, গৈছিলোঁ, গলোঁ ইত্যাদি।

১৭। ততালিকে ক্ৰিয়া কৰিবলৈ আজ্ঞা বা প্ৰাৰ্থনা কৰাক 'লোট' বোলা যায়; যেনে, তুমি কৰাঁ, তই কৰ্, সি বা তেওঁ কৰোক, ইত্যাদি।

১৮। বহুবচনত ধাতুৰ ৰূপ নলৰে, কেৱল সকলো কালৰ প্ৰথম আৰু দ্বিতীয় পুৰুষৰ ক্ৰিয়াৰ পাচত কওঁতা বা লিখোঁতাৰ ইচ্ছা অনুসাৰে 'হঁক' এই কথাৰ যোগ হয়; যেনে, কৰিছোঁহক, বা কৰিছোঁ, কৰিছাহঁক বা কৰিছা, ইত্যাদি।

১৯। তলত যিবিলাক ধাতুৰ ৰূপ দিয়া গল, আন-আন ধাতুৰ ৰূপো প্ৰায় তদ্ৰূপ।

# ধাতুৰ ৰূপ।

ব্যঞ্জন অন্তত থকা সকৰ্ম্মক কৰ ধাতু স্বৰূপ বৰ্ত্তমান কাল।

| একবচন | বহুবচন |
|---|---|
| প্ৰথম পুং, মই কৰিছোঁ | আমি কৰিছোঁহঁক বা কৰিছোঁ। |
| দ্বিতীয় পুং, তুমি কৰিছা | তোমালোকে কৰিছাহঁক বা কৰিছা |
| দ্বিতীয় পুং, তই কৰিছ | তহঁতে কৰিছহঁক বা কৰিছ |
| তৃতীয় পুং, তেওঁ বা সি কৰিছে | তেওঁবিলাকে বা সিহঁতে কৰিছে |

নিত্য বৰ্ত্তমান কাল।

| | |
|---|---|
| ১ পু, কৰোঁ | কৰোহঁক বা কৰোঁ |
| ২য়, পু, কৰা, কৰ | কৰাঁহঁক বা কৰা, কৰহঁক বা কৰ |
| ৩ পু, কৰে | কৰে |

স্বৰূপ ভূতকাল।

| | |
|---|---|
| ১ পু, কৰিলোঁ | কৰিলোহঁক বা কৰিলোঁ |
| ২ পু, কৰিলা, কৰিলি | কৰিলাহঁক বা কৰিলা, কৰিলিহঁক বা কৰিলি |
| পুং কৰিলে | কৰিলে |

অপূৰ্ণ ভূতকাল।

| একবচন | বহুবচন |
|---|---|
| ১ পু, কৰিছিলোঁ | কৰিছিলোঁহঁক বা কৰিছিলোঁ |
| ২ পু, কৰিছিলা, কৰিছিলি | কৰিছিলাহঁক বা কৰিছিলা, কৰিছিলিহঁক বা কৰিছিলি। |
| ৩ পু, কৰিছিল্ | কৰিছিল্ |

সম্ভাব্য ভূতকাল।

| | |
|---|---|
| ১ পু, কৰিলোঁহেঁতেন | কৰিলোঁহঁকহেঁতেন বা কৰিলোঁহেঁতেন |
| ২ পু, কৰিলাহেঁতেন, কৰিলিহেঁতেন | কৰিলাহঁকহেঁতেন বা কৰিলাহেঁতেন, কৰিলিহঁকহেঁতেন বা কৰিলিহেঁতেন |
| ৩ পু, কৰিলেহেঁতেন | কৰিলেহেঁতেন |

ভবিষ্যত কাল।

| | |
|---|---|
| ১ পু, কৰিম | কৰিমহঁক বা কৰিম |
| ২ পু, কৰিবা, কৰিবি | কৰিবাহঁক বা কৰিবা, কৰিবিহঁক বা কৰিবি |
| ৩ পু, কৰিব | কৰিব। |

লোট।

দ্বিতীয় পুৰুষ।

| | |
|---|---|
| তুমি কৰাঁ | তোমালোকে কৰাঁ বা কৰাঁহঁক |
| তই কৰ | তহঁতে কৰহঁক বা কৰ |

তৃতীয় পুৰুষ।

| | |
|---|---|
| তেওঁ কৰোক | তেওঁবিলাকে কৰোক |
| সি কৰোক | সিহঁতে কৰোক |

অকাৰান্ত অকৰ্ম্মক হ ধাতু স্বৰূপ

বৰ্ত্তমান।

| | |
|---|---|
| ১ পু, হৈছোঁ | আগৰ দৰে। |
| ২ পু, হৈছা, হৈছ | আগৰ দৰে। |
| ৩ পু, হৈছে | আগৰ দৰে। |

নিত্যবৰ্ত্তমান।

| | |
|---|---|
| ১ পু, হওঁ | ,, |
| ২ পু, হোৱাঁ হ বা হোৱ * | ,, |
| ৩ পু, হয় | ,, |

স্বৰূপ ভূত।

| | |
|---|---|
| ১ পু, হলোঁ | ,, |
| ২ পু, হলা, হলি | ,, |
| ৩ পু, হল | ,, |

অপূৰ্ণ ভূত।

| | |
|---|---|
| ১ পু, হৈছিলোঁ | ,, |
| ২ পু, হৈছিলা, হৈছিলি | ,, |
| ৩ পু, হৈছিল্ | ,, |

সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, হলোঁহেঁতেন | ,, |
| ২ পু, হলাহেঁতেন, হলিহেঁতেন | ,, |
| ৩ পু, হল্‌হেঁতেন্ | ,, |

ভবিষ্যত্।

১ পু, হম্ ,,
২ প, হবা, হবি ,,
৩ পু, হব ,,

লোট্।

২ পু, হোৱাঁ, হ বা হো — হোৱাঁহঁক বা হোৱাঁ হ হঁক বা হোহঁক হ বা হো
৩ পু, হওক বা হোক — হওক বা হোক

অকারান্ত সকৰ্ম্মক ল ধাতু স্বৰূপ

বৰ্ত্তমান। *

১ পু, লৈছোঁ ,,
২ পু, লৈছা, লৈছ ,,
৩ পু, লৈছে ,,

নিত্য বৰ্ত্তমান।

১ পু, লওঁ ,,
২ পু, লোৱাঁ, ল ,,
৩ পু, লয় ,,

লোট।

| একবচন | বহুবচন |
|---|---|
| ২ পু, খোৱাঁ, | খোৱাঁহঁক বা খোৱঁ, |
| ,, খা, | খাহঁক বা খা |
| ৩ পু, খাওক | খাওক |

অকৰ্ম্মক যা ধাতু।

স্বৰূপ বৰ্ত্তমান।

১ পু, গৈছোঁ ,,
২ পু, গৈছা, গৈছ ,,
৩ পু, গৈছে ,,

---

+ আন অকারান্ত ধাতুর এইটো রূপ নহয়; যেনে, (ল ধাতু) তই ল, (থ ধাতু) তই থ; লোব, থোব এনে নহয়।

* আন অকারান্ত ধাতু ল ধাতুর নিচিনা।

### নিত্য বৰ্ত্তমান।

| | |
|---|---|
| ১ পু, যাওঁ | ,, |
| ২ পু, যোৱাঁ, যা | ,, |
| ৩ পু, যায় | ,, |

### স্বৰূপ ভূত।

| | |
|---|---|
| ১ পু, গলোঁ | ,, |
| ২ পু, গলা, গলি | ,, |
| ৩ পু, গল্ | ,, |

### অপূৰ্ণ ভূত।

| | |
|---|---|
| ১ পু, গৈছিলোঁ | ,, |
| ২ পু, গৈছিলা, গৈছিলি | ,, |
| ৩ পুং, গৈছিল্ | ,, |

### সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, গলোঁহেঁতেন্ | ,, |
| ২ পু, গলাহেঁতেন্, গলিহেঁতেন | ,, |
| ৩ পু, গল্হেঁতেন | ,, |

### ভবিষ্যত।

| | |
|---|---|
| ১ পু, যাম | ,, |
| ২ পু, যাবা, যাবি | ,, |
| ৩ পু, যাব | ,, |

### লোট।

| | |
|---|---|
| ২ পু, যোৱাঁ, | যোৱাহাঁক বা যোৱাঁ, |
| ,, যা | যাইঁক বা যা |
| ৩ পু, যাওক | যাওক |

### ইকাৰান্ত সকৰ্ম্মক দি ধাতু

### স্বৰূপ বৰ্ত্তমান।

| | |
|---|---|
| ১ পু, দিছোঁ | ,, |
| ২ পু, দিছা, দিছ | ,, |
| ৩ পু, দিছে | ,, |

নিত্য বৰ্ত্তমান।

| | |
|---|---|
| ১ পু, দিওঁ | ,, |
| ২ পু, দিয়া, দিয় | ,, |
| ৩ পু, দিয়ে | ,, |

স্বৰূপ ভূত।

| | |
|---|---|
| ১ পু, দিলোঁ | ,, |
| ২ পু, দিলা, দিলি | ,, |
| ৩ পু, দিলে | ,, |

স্বৰূপ ভূত।

| | |
|---|---|
| ১ পু, ললো | ,, |
| ২ পু, ললা, ললি | ,, |
| ৩ পু, ললে | ,, |

অপূৰ্ণ ভূত।

| | |
|---|---|
| ১ পু, লৈছিলোঁ | ,, |
| ২ পু, লৈছিলা, লৈছিলি | ,, |
| ৩ পু, লৈছিল্ | ,, |

সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, ললোঁহেঁতেন্ | ,, |
| ২ পু, ললাহেঁতেন, ললিহেঁতেন | ,, |
| ৩ পু, ললেহেঁতেন | ,, |

ভবিষ্যত।

| | |
|---|---|
| ১ পু, লম্ | ,, |
| ২ পু, লবা, লবি | ,, |
| ৩ পু, লব | ,, |

লোট।

| | |
|---|---|
| ২ পু, লোৱাঁ, ল | লোৱাইঁক বা লোৱা, লইঁক বা ল |
| ৩ পু, লওক | লওক |

অকাৰান্ত সকৰ্ম্মক খা ধাতু।

### স্বৰূপ বৰ্ত্তমান।

১ পু, খাইছোঁ ,,
২ পু, খাইছা, খাইছ ,,
৩ পু, খাইছে ,,

### নিত্য-বৰ্ত্তমান।

১ পু, খাওঁ ,,
২ পু, খোবাঁ, খা ,,
৩ পু, খায় ,,

### স্বৰূপ ভূত।

১ পু, খালোঁ ,,
২ পু, খালা, খালি ,,
৩ পু, খালে ,,

### অপূৰ্ণ ভূত।

১ পু, খাইছিলোঁ ,,
২ পু, খাইছিলা, খাইছিলি ,,
৩ পু, খাইছিল্ ,,

### সম্ভাব্য ভূত।

১ পু, খালোঁহেঁতেন্ ,,
২ পু, খালাহেঁতেন, খালিহেঁতেন্ ,,
৩ পু, খালেহেঁতেন ,,

### ভবিষ্যত।

১ পু, খাম ,,
২ পু, খাবা, খাবি ,,
৩ পু, খাব ,,

### অপূৰ্ণ ভূত।

| একবচন | বহুবচন |
|---|---|
| ১ পু, দিছিলোঁ | ,, |
| ২ পু, দিছিলা, দিছিলি | ,, |
| ৩ পু, দিছিল্ | ,, |

সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, দিলোঁহেঁতেন | ,, |
| ২ পু, দিলাহেঁতেন, দিলিহেঁতেন | ,, |
| ৩ পু, দিলেহেঁতেন্ | ,, |

ভবিষ্যত।

| | |
|---|---|
| ১ পু, দিম্ | ,, |
| ২ পু, দিবা, দিবি | ,, |
| ৩ পু, দিব | ,, |

লোট।

| | |
|---|---|
| ২ পু, দিয়াঁ, | দিয়াঁহঁক বা দিয়াঁ |
| ,, দে, | দেহঁক বা দে |
| ৩ পু, দিওক | দিওক |

একারান্ত ডে ধাতু

স্বরূপ বর্ত্তমান।

| | |
|---|---|
| ১ পু, ডেইছোঁ | ,, |
| ২ পু, ডেইছা, ডেইছ | ,, |
| ৩ পু, ডেইছে | ,, |

নিত্য বর্ত্তমান।

| | |
|---|---|
| ১ পু, ডেওঁ | ,, |
| ২ পু, ডেবা, ডে | ,, |
| ৩ পু, ডেয় | ,, |

স্বরূপ ভূত।

| | |
|---|---|
| ১ পু, ডেলোঁ | ,, |
| ২ পু, ডেলা, ডেলি | ,, |
| ৩ পু, ডেলে | ,, |

অপূর্ণ ভূত।

| | |
|---|---|
| ১ পু, ডেইছিলোঁ | ,, |
| ২ পু, ডেইছিলা, ডেইছিলি | ,, |

| | |
|---|---|
| ৩ পু, ডেইছিল | ,, |

সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, ডেলোঁহেঁতেন্ | ,, |
| ২ পু, ডেলাহেঁতেন, ডেলিহেঁতেন | ,, |
| ৩ ডেলেহেঁতেন্ | ,, |

ভবিষ্যত্।

| | |
|---|---|
| ১ পু, ডেম্ | ,, |
| ২ পু, ডেবা, ডেবি | ,, |
| ৩ পু, ডেব | ,, |

লোট।

| | |
|---|---|
| ২ পু, ডেৱাঁ, | ডেৱাঁহঁক বা ডেৱাঁ |
| ,, ডে, | ডেহঁক বা ডে |
| ৩ পু, ডেওক বা ডেৱক | ডেওক বা ডেৱক |

ওকারান্ত অকর্ম্মক আঁচো ধাতু *।

স্বরূপ বর্ত্তমান।

| | |
|---|---|
| ১ পু, আঁচুইছোঁ | ,, |
| ২ পু, আঁচুইছ, আঁচুছই | ,, |
| ৩ পু, আঁচুইছে | ,, |

নিত্য বর্ত্তমান।

| | |
|---|---|
| ১ পু, আঁচোওঁ বা আঁচোঁ | ,, |
| ২ পু, আঁচোৱাঁ, আঁচো | ,, |
| ৩ পু, আঁচোৱে | ,, |

স্বরূপ ভূত।

| | |
|---|---|
| ১ পু, আঁচুলোঁ | ,, |
| ২ পু, আঁচুলা, আঁচুলি | ,, |
| ৩ পু, আঁচুলে | ,, |

অপূর্ণ ভূত।

| | |
|---|---|
| ১ পু, আঁচুইছিলোঁ | ,, |

* 'আঁচো' ধাতুৱে বাই মুখ ধোৱা বুজায়। ওকাৰান্ত শো, ধো আদি ধাতুৱো এই দৰে ৰূপ হব।

| | |
|---|---|
| ২ পু, আঁচুইছিলা, আঁচুইছিলি | ,, |
| ৩ পু, আঁচুইছিল্ | ,, |

সম্ভাব্য ভূত।

| | |
|---|---|
| ১ পু, আঁচুলোহেঁতেন | ,, |
| ২ পু, আঁচুলাহেঁতেন, আঁচুলিহেঁতেন | ,, |
| ৩ পু, আঁচুলেহেঁতেন্ | ,, |

ভবিষ্যত।

| | |
|---|---|
| ১ পু, আঁচুম | ,, |
| ২ পু, আঁচু বা, আঁচুবি | ,, |
| ৩ পু, আঁচুব | ,, |

লোট।

| | |
|---|---|
| ২ পু, আঁচোৰাঁ | আঁচোৰাঁহক বা আঁচোৰাঁ |
| ,, আঁচো | আঁচোহঁক বা আঁচো |
| ৩ পু, আঁচোৱক বা আঁচোক | আঁচোৱক বা আঁচোক |

**পাঁচনী ক্রিয়া।**

১৯। এজনে আন এজনক পাঁচি কার্য্য করা অর্থ বুজাব লাগিলে ধাতুবিলাক অলপ লৰচৰ হৈ আকারান্ত হয়। সেইবিলাকর ক্রিয়াক পাঁচনী ক্রিয়া বোলা যায়; যেনে, পাঁচা অর্থত কর্ ধাতু করা; ধর্ ধাতু ধরা, খা ধাতু খুৰা, দি ধাতু দিয়া, ডে ধাতু ডেৰা, আঁচো ধাতু আঁচুৰা, এনে হয়। সেই সকলোবিলাকর রূপ ওপরত দেখোৱা আকারান্ত ধাতুর নিচিনা;— যেনে,

**করা ধাতু স্বরূপ বর্ত্তমান।**

| একবচন | বহুবচন |
|---|---|
| ১ পু, করাইছোঁ | করাইছোঁহঁক বা করাইছোঁ |
| ২ পু, করাইছা, করাইছ | করাইছাহঁক বা করাইছা, করাইছহঁক বা করাইছ |
| ৩ পু, করাইছে | করাইছে |

এই দরেই আনবিলাক কালত হোৱা রূপর কথাও বুজিবা।

**ক্রিয়ার বাচ্য।**

২০। ক্রিয়াবিলাকর তিনটা বাচ্য আছে;— কর্ত্তৃবাচ্য, কর্ম্মবাচ আৰু ভাৱবাচ্য। *

২১। যি বাক্যত সকর্ম্মক ক্রিয়ার লুকাই বা দেখাই এটা কর্ম্ম-কারক থাকে, আৰু কর্ত্তা আপোনার প্রথমা বিভক্তিত থাকে, আৰু সেই ক্রিয়া কর্ত্তারে মিলে, তাকে কর্ত্তৃবাচ্য বোলা যায়; যেনে, বলরামে পুথি লিখিছে; ইয়াত

"বলৰাম" এই কৰ্ত্তা-কাৰক প্ৰথমা বিভক্তিত আছে, আৰু "লিখিছে" এই সকৰ্ম্মক ক্ৰিয়া তাৰে মিলিছে, আৰু "পুথি" এই পদ "লিখিছে" এই ক্ৰিয়াৰ কৰ্ম্মকাৰক হৈছে; সেই দৰেই কৃষ্ণই পঢ়িছে; কি পঢ়িছে, "পুথি"। এতেকে, ইয়াত "পুথি" এই কৰ্ম্মপদ লুকাই আছে। এই ৰূপেই গায়নে গীত গাইছে, গৰুৱে ঘাঁহ খাইছে; ইত্যাদি।

২২। অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ম্মপদ নেথাকে; যেনে, ৰাম আছে, কৃষ্ণ শুইছে।

২৩। যি বাক্যত কৰ্ত্তৃবাচ্যৰ ক্ৰিয়াৰ কৰ্ম্ম-কাৰকটো প্ৰথমা বিভক্তিলৈ গৈ "হ" বা "যা" ধাতুৰ ক্ৰিয়াৰ কৰ্ত্তা হৈ প্ৰধান হয়, আৰু কৰ্ত্তৃবাচ্যৰ ক্ৰিয়াটো কৰ্ম্ম-বাচ্যৰ পদ হৈ সেই 'হ' বা 'যা' ধাতুৰ ক্ৰিয়াৰ আগত থাকে, আৰু কৰ্ত্তৃবাচ্যৰ কৰ্ত্তাটো 'দ্বাৰা" শব্দৰ যোগত সম্বন্ধ-কাৰক হৈ অপ্ৰধান হয়। অৰ্থাৎ কৰ্ত্তৃবাচ্যৰ কৰ্ম্ম-কাৰকটো প্ৰধান আৰু কৰ্ত্তা কাৰকটো অপ্ৰধান হয়, তাকে কৰ্ম্মবাচ্য বোলে; যেনে, হলিৰামৰ দ্বাৰা পুথি লিখা হৈছে; ইয়াত হলিৰামে 'পুথি' লিখিছে, এই কৰ্ত্তৃবাচ্যৰ বাক্যৰ পুথি এই কৰ্ম্মপদ 'হৈছে', এই ক্ৰিয়াৰ কৰ্ত্তা হৈ প্ৰধান হৈছে, 'হলিৰামে' এই কৰ্ত্তা-পদ অপ্ৰধান হৈ দ্বাৰা শব্দৰ যোগত সম্বন্ধ-কাৰক হৈছে। সেই দৰেই গীত গোৱা হৈছে, ঘাঁহ খোৱা হৈছে, ইত্যাদি। এইবিলাক ঠাইত দ্বাৰা শব্দৰ যোগত হোৱা সম্বন্ধ-কাৰক লুকাই আছে।

২৪। যি বাক্যত ভাববাচ্যৰ পদ এটা "হ" বা 'যা' ধাতুৰ কৰ্ত্তা হয়, আৰু সেই পদটো সকৰ্ম্মক ধাতুৰ পদ হলে কৰ্ম্মপদ এটা দেখাই বা লুকাই থাকে; তাকে ভাববাচ্য বোলা যায়, যেনে. হলিৰামক মতা হৈছে, ইয়াত 'মতা' এইটো সকৰ্ম্মক 'মাত্' ধাতুৰ ভাববাচ্যৰ পদ 'হৈছে', এই ক্ৰিয়াৰ কৰ্ত্তা, আৰু হলিৰামক এইটো কৰ্ম্ম-পদ দেখাই আছে; এই বাটে যোৱা নেযায়। ইয়াত 'যোৱা' এইটো অকৰ্ম্মক 'যা' ধাতুৰ ভাববাচ্যৰ পদ 'যায়' এই ক্ৰিয়াৰ কৰ্ত্তা হৈছে, আৰু কোনো কৰ্ম্ম-পদ নাই। সেই দৰেই কৃষ্ণক দেখা গৈছে; মোৰ থকা হব; ইত্যাদি।

২৫। অকৰ্ম্মক ধাতুৰ কৰ্ম্ম-বাচ্য নাই, সি কেবল কৰ্ত্তৃবাচ্য আৰু ভাববাচ্যত মাথোন ব্যৱহৃত।

২৬। পাচনীক্ৰিয়া অৰ্থাৎ লোকক পঁচা অৰ্থৰ ক্ৰিয়াৰো তিনি বাচ্য আছে, যেনে,

কৰ্ত্তৃবাচ্য, মই কাম কৰাইছোঁ।

কৰ্ম্ম বাচ্য, কাম কৰোৱা হৈছে।

ভাববাচ্য, হলিৰামক মতোৱা গৈছে।

### নামধাতু।

১। ব্যঞ্জনান্ত ধাতুৰ পাচত 'ইব' আৰু স্বৰান্ত ধাতুৰ পাচত 'ব' দিলে যি পদ হয়, সি সংজ্ঞা-শব্দৰ তুল্য হয়; সেইটো নাম ধাতু; যেনে (কৰ) কৰিব [ খ ] খাব, ইত্যাদি।

২। সেইবিলাক শব্দ চতুৰ্থী, পঞ্চমী, আৰু ষষ্ঠী বিভক্তিত ব্যৱহৃত হয়; যেনে,

| স্বাৰ্থ | আনক পঁচা অৰ্থ |
|---|---|
| কৰিবলৈ | কৰাবলৈ |
| কৰিবৰপৰা | কৰাবৰপৰা |
| কৰিবৰ | কৰাবৰ |
| লবলৈ | লোৱাবলৈ |
| লবৰপৰা | লোৱাবৰপৰা |

* ওপৰত ধাতুৰ যিবিলাক ৰূপ দিয়া গৈছে সেইবিলাক কৰ্ত্তৃবাচ্যৰ পদ।

* কৰ্ম্মবাচ্যৰ, কৰ্ত্তৃবাচ্যৰ আৰু ভাববাচ্যৰ পদ বিলাক তলৰ কৃত প্ৰকৰণত দিয়া হৈছে।

| | |
|---|---|
| লবর | লোৱাবর |
| পাবলৈ | পোৱাবলৈ |
| পাবরপরা | পোৱাবরপরা |
| পাবর | পোৱাবর; ইত্যাদি |

কৃদন্ত প্ৰকৰণ।

ধাতুর পাচত কোনো আখর লগালে বা ধাতুর কোনো আখর লরচর করিলে যিবিলাক পদ হয়, সেইবিলাকর নাম কৃদন্ত। সেইবিলাক পদ সংজ্ঞাশব্দ, বিশেষণ বা সিদ্ধা ক্ৰিয়া হয়।

সংস্কৃত কৃদন্ত শব্দ।

১। আৱশ্যক অৰ্থত ধাতুর পাচত পুল্লিঙ্গত তব্য আৰু অনীয় হয়; যেনে, কৃ তব্য, কৰ্ত্তব্য, কৃ অনীয় করণীয়; স্মৃ তব্য, স্মৰ্ত্তব্য, স্মৃ অনীয়, স্মরণীয়। সেই দরেই [ ভূ ] ভবিষ্যত, ভৱনীয় (দা) দাতব্য, দানীয়; (দৃশ) দ্ৰষ্টব্য, দৰ্শনীয়, ইত্যাদি।

স্ত্ৰীলিঙ্গত সেইবিলাক শব্দর পাচত আ, হয়; যেনে, কৰ্ত্তব্যা, করণীয়া, দ্ৰষ্টব্যা, দৰ্শনীয়া, ইত্যাদি।

২। কৰ্তৃবাচ্যত অৰ্থাৎ ক্ৰিয়া-করোঁতাক বুজাবলৈ ধাতুর পাচত পুল্লিঙ্গত অক হয়; যেনে কৃঅক, কারক; (করোঁতা) সেই দরেই (মৃ) মারক [ ধৃ ] ধারক, (দা) দায়ক; নী নায়ক; [ পাল ] পালক; [ দৃশ্ ] দৰ্শক; [ লিখ্ ] লেখক; (পচ্) পাচক, (পঠ্) পাঠক; (নাশ) নাশক; ইত্যাদি।

৩ স্ত্ৰীলিঙ্গত এইবিলাক পদর 'অক' ভাগর ঠাইত ইকা, হয়, যেনে, পাঠিকা, পাচিকা, শিক্ষিকা, ইত্যাদি।

৪। সেই বাচ্যত ধাতুর পাচত পুল্লিঙ্গত ইন আৰু সেই ইনর ঠাইত ঈ হয়; স্ত্ৰীলিঙ্গত ইনী হয়; যেনে, কৃ ইন, কারী, দা ইন, দায়ী, পা ইন পায়ী, সেই দরেই [ ধৃ ] ধারী, [ শী ] শারী, ইত্যাদি। স্ত্ৰীলিঙ্গত কারিণী, দায়িণী, পায়িনী, ধারিণী, ইত্যাদি।

৫। কৰ্ম্মবাচ্যর অৰ্থত ধাতুর পাচত পুল্লিঙ্গত 'ত' আৰু স্ত্ৰীলিঙ্গত 'তা' হয়, যেনে, মৃ ত, মৃত, কৃ ত, কৃত; সেই দরেই (লিখ্), লিখিত (চল্) চলিত; [ রচ্ ] রচিত, [ পঠ্ ] পঠিত; [ গম্ ] গত, (ভ্ৰম্) ভ্ৰান্ত; (শ্ৰম্) শ্ৰান্ত; (স্বুপ্) সুপ্ত; ইত্যাদি।

স্ত্ৰীলিঙ্গত মৃতা, কৃতা, লিখিতা; ইত্যাদি।

৬। ভাববাচ্যত অৰ্থাৎ ধাতুর অৰ্থ মাথোন বুজাবলৈ ধাতুর পাচত 'অন' হয়; যেনে, কৃ অন, করণ; মৃ অন, মরণ; সেই দরেই (ধৃ) ধরণ; (দা) দান; (পঠ্) পঠন; (রচ্) রচন; (লিখ্) লেখন, (গম্) গমন; (শী) শয়ন, ইত্যাদি।

৭। সেই অৰ্থত ম বা ন অন্তত থকা ধাতুর পাচত লেখকর ইচ্ছা অনুসারে 'অন' র সলনি 'তি' হয়; যেনে, গম্ তি, গতি, মন্ তি, মতি, ইত্যাদি।

অসমীয়া ভাষার কৃদন্ত পদ।

সিদ্ধা বা কৃদন্ত ক্ৰিয়া।

১। কোনো এটা ক্ৰিয়া করার পাচত আন এটা কাৰ্য্য করা অৰ্থ বুজাবলৈ সকলো কালত ধাতুর পাচত 'ই' হয়; যেনে, পাঠ পঢ়ি ঘরলৈ গলা, গা ধুই ভাত খাবা;

অকার অন্তত থকা ধাতুর পাচত সেই ই ঐ হয়, যেনে, (হ) হৈ (ল) লৈ, (ব) বৈ।

ই বা ঈ অন্তত থকা ধাতুৰ পাচত সেই 'ই' গুচে যেনে, (দি) মন দি পাঠ পঢ়িবা।

লোকক পঁচা অৰ্থত কৰাই, খুৱাই, এনে পদ হব।

২। কোনো এটা ক্ৰিয়া কৰি থকা কালতে আন এটা কাৰ্য্য হোৱা অৰ্থ বুজাবলৈ ধাতুৰ পাচত "ওঁতে" হয়; যেনে, মই খাওঁতে তেওঁ আহিল। সেই দৰেই কৰোঁতে, ধৰোঁতে, দিওঁতে, ইত্যাদি।

ওকাৰান্ত ধাতুৰ পাচত "ওঁতে" ৰ ও গুচে; যেনে, (শো) শোঁতে সপোন দেখিলা, ইত্যাদি।

লোকক পঁচা অৰ্থত কৰাওঁতে, খুৱাওঁতে, দিয়াওঁতে, ইত্যাদি।

৩। সম্প্ৰতি বা আগলৈ কোনো এক ক্ৰিয়া হোৱাৰ পাচত আন এটা ক্ৰিয়া কৰিবৰ ইচ্ছা বা আগন্তুক থকা অৰ্থত প্ৰথমটো ক্ৰিয়া বুজোৱা ব্যঞ্জনান্ত ধাতুৰ পাচত 'ইলে' স্বৰান্ত ধাতুৰ পাচত 'লে' হয়; যেনে, তেওঁ আজি আহিলে ভাল হয়, মই শুই উঠিলে আহিবা, সেই দৰেই (দেখ্) দেখিলে, (যা) গলে।

আনক পঁচা অৰ্থত দেখালে, কৰালে, খুৱালে, ইত্যাদি।

৪। ভূত কালত কোনো এজনে এটা ক্ৰিয়াকৰাৰ পাচত আন এজনে কোনো ক্ৰিয়া কৰা অৰ্থ বুজাবলৈ প্ৰথমটো ক্ৰিয়াৰ ব্যঞ্জনান্ত ধাতুৰ পাচত "ইলত" আৰু স্বৰান্ত ধাতুৰ পাচত "লত" হয়; যেনে, মই শুলত তেওঁ আহিল; তেওঁ আহিলত মই গলোঁ।

পঁচা অৰ্থত কৰালত, লোৱালত, খুৱালত, ইত্যাদি।

৫। সিদ্ধা ক্ৰিয়াবিলাকৰ তিনিও পুৰুষত একে ৰূপ হয়; যেনে, মই কৰিলত, তুমি কৰিলত, সি কৰিলত, মই কৰি, তুমি কৰি, সি বা তেওঁ কৰি, ইত্যাদি।

### কৃদন্ত শব্দ।

৬। কৰ্তৃবাচ্যত আপুনি ক্ৰিয়া কৰা কোনো লোকক বুজাবলৈ ধাতুৰ পাচত আ বা ওঁতা হয়। আৰু আ হলে অকাৰ আৰু আকাৰ অন্তত থকা ধাতু ওকাৰান্ত হয়; যেনে, কৰা, কৰোঁতা, ধৰা, ধৰোঁতা, লোৱা, লওঁতা, খোৱা * খাওঁতা, দিয়া, দিওঁতা, ইত্যাদি।

ওকাৰান্ত ধাতুৰ পাচত "ওঁতা" ৰ ও গুচে; যেনে, (শো) শোঁতা, (ধো) ধোঁতা।

স্ত্ৰীলিঙ্গত কঁৰতী, খাঁতী, যাঁতী, দিয়ঁতী, ধোঁৱতী, শোৱঁতী, লঁতী, ইত্যাদি।

আনক পঁচা অৰ্থত কৰোৱা, কৰাওঁতা, খুওৱা, খুৱাওঁতা, দিওৱা, দিয়াওঁতা, শুওৱা, শুৱাওঁতা, ইত্যাদি।

৭। কৰ্ম্মবাচ্যত আপুনি ক্ৰিয়া কৰা অৰ্থত সকৰ্ম্মক ধাতুৰ পাচত 'আ' হয়, যেনে, যি কাম কোনোৱে আপুনি কৰে, সি কৰা কাম, সেই দৰেই খোৱা ভাত, লোৱা কাপোৰ; তদ্ৰূপ ধৰা, শুনা, ইত্যাদি।

আনক পঁচা অৰ্থত; যেনে, কৰোৱা কাম, খুওৱা তাত, সেই দৰেই, ধৰোৱা, নিওৱা, ইত্যাদি।

৮। ভাৱবাচ্যত ধাতুৰ সাধাৰণ অৰ্থ বুজাবলৈ তাৰ পাচত 'আ' আৰু আনক পঁচা অৰ্থ বুজাবলৈ 'ওৱা' হয়; যেনে, কৰা, কৰোৱা, খোৱা, খুওৱা, দিয়া, দিওৱা, শোৱা, * শুওৱা + অকাৰান্ত ধাতু ওকাৰান্ত হয় যেনে, লোৱা, লোওৱা ইত্যাদি।

৯। সেই বাচ্যত কদাচিত ধাতুৰ সাধাৰণ অৰ্থত তাৰ পাচত 'আ' ৰ সলনি 'অন' হয়; যেনে, স্মৰণ, পৰণ, ৰান্ধন, বাঢ়ন, নাচন, কাটন, দিয়ন, ধোৱন, শোৱন, ইত্যাদি।

১০। অনুকাৰ শব্দৰপৰা হোৱা হুৰ্‌হুৰা, গিৰ্‌গিৰা আদি ধাতুৰ পাচত আৰু আন কোনো-কোনো ধাতুৰ

---

* ইয়াত বৰ্ণবিন্যাস প্ৰকৰণৰ ৪২ চ্ছেদ অনুসাৰে 'আ' ৰা হল।

পাচতো ভাববাচ্যত অনি হয়, আৰু ধাতুৰ অন্তৰ আকাৰত অ হয়, যেনে, হুৰ্হুৰণি, গিৰ্গিৰণি, হুম্হুমনি; পাতনি, জাননি, ইত্যাদি।

# বাক্যবিন্যাস – প্ৰকৰণ।

১। সম্পূৰ্ণৰূপে অৰ্থ বুজোৱা কিছুমান পদৰ নাম বাক্য; যেনে, কৃষ্ণৰামে হলিৰামক দিলে।

২। সেই বাক্যৰ কোনো এক অংশক খণ্ড-বাক্য বোলা যায়।

৩। কোনো বিষয়ৰ ৰচনা কৰোঁতে কোন পদ কেনে হয়, কাৰে সৈতে কোন পদ মিলে আৰু কোন পদ কত দিব লাগে, ব্যাকৰণৰ যি ভাগৰপৰা ইয়াক শিকা যায়, তাৰ নাম বাক্যবিন্যাস-প্ৰকৰণ।

১ নিয়ম। কৰ্ত্তাৰ যি বচন আৰু পুৰুষ হয়, ক্ৰিয়াৰো সেই বচন আৰু পুৰুষ হয়, যেনে, মই আছোঁ, তুমি আছা, তই আছ, তেওঁ, সি বা আপুনি আছে। আমি আছোঁহঁক বা আছোঁ, তোমালোক আছাহঁক বা আছা, তহঁত আছহঁক বা আছ; সি বা সিবিলাক আছে; ইত্যাদি।

২ নিয়ম। প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰুষৰ তিনটা কৰ্ত্তাই একে ক্ৰিয়া কৰা বুজাব লাগিলে ক্ৰিয়া প্ৰথম পুৰুষৰ হয়, আৰু তেতিয়া প্ৰথম পুৰুষৰ কৰ্ত্তাটো শেষত দিয়া যায়, যেনে, তাত কৃষ্ণৰাম, তুমি আৰু মই আছিলোঁ।

দ্বিতীয় আৰু তৃতীয় পুৰুষৰ দুটা কৰ্ত্তা হলে ক্ৰিয়া দ্বিতীয় পুৰুষৰ হয়, আৰু দ্বিতীয় পুৰুষৰ কৰ্ত্তাটো সিটোৰ পাচত থাকে; যেনে, হলিৰাম আৰু তুমি গৈছিলা, সি আৰু তুমি আছিলা।

৩ নিয়ম। বেলেগ পুৰুষৰ দুটা বা তিনটা কৰ্ত্তা পৃথক-বোধক অব্যয়ৰ দ্বাৰা বেলেগ হলেও ক্ৰিয়া সেই দৰেই মিলে; যেনে, হলিৰাম, তুমি বা মই থাকিম, সি বা তুমি আহিবা।

৪ নিয়ম। অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ত্তা-কাৰকৰ 'এ' বিভক্তি গুচে; যেনে, ৰামকৃষ্ণ হয়, হলিৰাম আছে, বিষ্ণুৰাম শুইছে, ঘোঁৰা লৰিছে, ইত্যাদি।

৫ নিয়ম। হাঁহ্, কান্দ, ওমল, হাঁচিয়া বা হাঁচ্, নাচ্, গাজ্, হাগ্, মুত্, পাদ্, লাদ্, উৰুখ্ ইত্যাদি আৰু অনুকাৰ শব্দৰপৰা হোৱা অকৰ্ম্মক ক্ৰিয়াবিলাকৰ কৰ্ত্তাৰ 'এ' নুগুচে, যেনে, লৰাই হাঁহিছে, নটীয়ে নাচিছে, মেঘে গাজিছে, পানীয়ে খল্খলাইছে।

৬ নিয়ম। একেটা কৰ্ত্তাৰ এটা সকৰ্ম্মক আৰু এটা অকৰ্ম্মক ক্ৰিয়া হলে কৰ্ত্তাৰ 'এ' বিভক্তি প্ৰথমে উক্ত হোৱাটো ক্ৰিয়াৰ অধীন হয়, অৰ্থাৎ তদনুসাৰে গুচে বা থাকে; যেনে, হলিৰাম কত আছে, কি কৰিছে? মানুহে খায় আৰু শোৱে।

৭ নিয়ম। কেতিয়াবা কেইবাটা পদ বা এটা খণ্ডবাক্য এটা ক্ৰিয়াৰ কৰ্ত্তা হয়, যেনে, সন্ত লোকৰ নিন্দা কৰা উচিত নহয়; ইয়াত "সন্ত লোকৰ নিন্দা কৰা" এই খণ্ড-বাক্য 'হয়' ক্ৰিয়াৰ কৰ্ত্তা।

৮ নিয়ম। কেতিয়াবা এফাঁকি কথা বা এটা খণ্ড-বাক্য এটা সকৰ্ম্মক ক্ৰিয়াৰ কৰ্ম্ম হয়; যেনে, 'সি নো কেনেকৈ এই দেশত থাকে, মই চাম'; ইয়াত সি নো কেনেকৈ এই দেশত থাকে, এই ফাঁকি কথা 'চাম' ক্ৰিয়াৰ কৰ্ম্ম।

---

+ বৰ্ণবিন্যাস প্ৰকৰণৰ ৩৯ আৰু ৪২ ছেদ অনুসাৰে 'অ'ৰ ঠাইত 'য়' আৰু 'ৱ' হল।

৯ নিয়ম। কেতিয়াবা কেইবাটা পদ গোট খাই এটা বিশেষণৰ দৰে ব্যৱহৃত হয়; যেনে, মই ঘৰত থৈ অহা মানুহ, ইয়াত "মই ঘৰত থৈ অহা" এই কেইটা শব্দ 'মানুহ'ৰ বিশেষণ।

১০ নিয়ম। এটাৰে সৈতে আনটোৰ সম্বন্ধ থকা দুটা শব্দ একে লগ হলে প্ৰথমটোৰ সম্বন্ধ-কাৰক আৰু পাচৰটোৰ আন কাৰক হয়; যেনে, মোৰ ঘৰত, তোমাৰ কাপোৰ, কৃষ্ণৰ হাত।

১১ নিয়ম। কেতিয়াবা এটা সম্বন্ধ-কাৰক আন এটা সম্বন্ধ-কাৰকৰ সম্বন্ধী পদ হয়; যেনে, মোৰ ঘৰৰ ওচৰত, ইয়াত 'ঘৰৰ' এইটো সম্বন্ধ-কাৰক মোৰ এইটো সম্বন্ধকাৰকৰ সম্বন্ধী পদ হৈছে।

১২ নিয়ম। প্ৰতি, নিমিত্তে, অৰ্থে, কাৰণে, দ্বাৰা, হতুৱাই, নিচিনা, দৰে, এইবিলাক আনুষঙ্গিক অব্যয়পদ যি সংজ্ঞা বা সৰ্ব্বনাম-শব্দৰ পাচত থাকে তাৰ সম্বন্ধ কাৰক হয়; যেনে, তোমাৰ প্ৰতি, মোৰ নিমিত্তে, কুশলৰ অৰ্থে, মানুহৰ হতুৱাই, হাতৰ দ্বাৰা, গৰুৰ নিচিনা।

১৩ নিয়ম। বিনা, বিনে আৰু বাজে এইবিলাক অব্যয় শব্দৰ যোগত সিহঁতৰ আগত থকা শব্দৰ অধিকৰণ-কাৰক হয়; যেনে, তোমাত বিনে, কৃষ্ণত বাজে।

১৪ নিয়ম। সৈতে আৰু সহিতে শব্দৰ যোগত সিহঁতৰ আগত থকা শব্দৰ কৰণ-কাৰক হয়, যেনে, হাতেৰে সৈতে, মুখেৰে সৈতে, বন্ধুৰে সহিতে।

সৈতে শব্দৰ যোগত কেতিয়াবা, আৰু দি শব্দৰ যোগত সদায়, তৃতীয়াৰ কৰণ-কাৰকৰ 'এৰে' বিভক্তিৰ 'ৰে' গুচে; যেনে, হাতেৰে সৈতে বা হাতে সৈতে, মুখে দি, কাণে দি, অৰ্থাৎ মুখেৰে দি, ইত্যাদি।

১৫ নিয়ম। ক্ৰিয়াবিশেষণ 'ন' ক্ৰিয়াৰ আগত থাকিলে পাচৰ ব্যঞ্জন আখৰত যি স্বৰ থাকে 'ন' ও সেই স্বৰ-যুক্ত হয়; কিন্তু পাচৰ আখৰত আকাৰ থাকিলে 'ন' আকাৰ যুক্ত বা একাৰ-যুক্ত হয়; যেনে, ন হয়, নি দিওঁ, নে দেখোঁ; নে খাওঁ বা না খাওঁ, নে যাওঁ বা না যাওঁ, ইত্যাদি।

পাচৰ আখৰত ঐকাৰ থাকিলে 'ন' তেনেই থাকে; যেনে, ন হৈছিল, ন গৈছিল, ইত্যাদি।

পাচৰ আখৰত দীৰ্ঘ ঈ বা উ থাকিলে 'ন' ই হ্ৰস্ব স্বৰ মাথোন লয়; যেনে, নি জীয়ে, ইত্যাদি।

১৬ নিয়ম। সদায় ক্ৰিয়া কৰি থকা অৰ্থত ভূত কালত নিত্য বৰ্ত্তমান হয়; যেনে, আন কাল সি ৰাতিপুৱা ইয়ালৈ আহে, দিনটো কাম কৰে গধূলি যায়, ইত্যাদি।

১৭ নিয়ম। অতি অলপ কালৰ আগেয়ে ক্ৰিয়া হৈ গৈছে, এনে অৰ্থত প্ৰায়ে ভূত কালত স্বৰূপ বৰ্ত্তমান হয়; যেনে, তেওঁ কালি আহিছে, ইত্যাদি।

১৮ নিয়ম। ভূত কালৰ কোনো ঘটনা বৰ্ণনা কৰাত প্ৰায়ে নিত্য বৰ্ত্তমানৰ ব্যৱহাৰ হয়; যেনে, ইং ১৮২৫ শকত এই দেশ ইংৰাজ-জাতিৰ হস্তগত হয় আৰু তেতিয়াৰেপৰা ইয়াৰ সুদশাই লগ লয়; ইত্যাদি।

১৯ নিয়ম। কোনো ক্ৰিয়া অতি অলপতে হব, এনে অৰ্থত ভবিষ্যত কালতো নিত্য বৰ্ত্তমান হয়, যেনে, কালিলৈ ৰামকৃষ্ণ বিদেশলৈ যায়।

২০ নিয়ম। যি ক্ৰিয়া হোৱাত আশঙ্কা থাকে তাৰো ভবিষ্যত কালত নিত্য বৰ্ত্তমান হয়, যেনে, যদি ঈশ্বৰে দিয়ে পাম, কালিলৈ থাকোঁ যদি, আহিম।

২১ নিয়ম। অনেক কালৰ আগেয়ে যি ক্ৰিয়া হৈছিল তাৰ ফল এতিয়ালৈকে থকা অৰ্থত ভূত কালত স্বৰূপ বৰ্ত্তমান হয়, যেনে, শঙ্কৰ দেৱে লিখিছে, শ্ৰীকৃষ্ণই গীতাত কৈছে, ইত্যাদি।

২২ নিয়ম। অনেক বাৰ ক্ৰিয়া কৰা অৰ্থতো ভূত কালত স্বৰূপ বৰ্ত্তমান হয়, যেনে, কৃষ্ণৰাম গয়ালৈ তিনিবাৰ গৈছে, মই তাক অনেক বাৰ দেখিছোঁ।

২৩ নিয়ম। নিত্য বৰ্ত্তমান-কালৰ ক্ৰিয়াৰ পাচত 'চোন' এই কথাৰ যোগ হয়, সেই ক্ৰিয়া মাত্ৰ কৰা অৰ্থত, যেনে, চাওঁচোন, অৰ্থাৎ চাওঁ মাথোন।

২৪ নিয়ম। সিদ্ধা ক্ৰিয়াই সম্পূৰ্ণ অৰ্থ বুজাব নোৱাৰে, এতেকে তাৰ পাচত এটা সাধ্যা ক্ৰিয়া লাগে, আৰু সেই সিদ্ধা আৰু সাধ্যা ক্ৰিয়াৰ কৰ্ত্তা বেলেগ হলে, দুইওটা কৰ্ত্তা উক্ত হয় আৰু সিদ্ধা ক্ৰিয়াৰ কৰ্ত্তাক কেৱলীয়া * কৰ্ত্তা বোলা যায়, যেনে, মই গলে তেওঁ আহিব, হৰি থাকোঁতে ৰাম আহিল। সেই দুইওটা ক্ৰিয়াৰ একেটা কৰ্ত্তা হলে সি এবাৰ মাথোন উক্ত হয়, আৰু তাক সুচল মতে সিদ্ধা বা সাধ্যা ক্ৰিয়াৰ আগত দিয়া যায়, যেনে, মই শুই থাকোঁতে সপোন দেখিলোঁ, ঘৰলৈ গৈ মই এই কথা শুনিলোঁ।

২৫ নিয়ম। বহুত বুজালে লেখ নথকা বস্তুৰো বহুবচন হয়, যেনে, পানীবোৰ, তেলবিলাক।

২৬ নিয়ম। যি শব্দৰ আগত সংখ্যা বাচক শব্দ থাকে তাৰ বহুবচন নহয়, যেনে, দহোটা মহ, একুৰি গৰু, ইত্যাদি।

২৭ নিয়ম। সংজ্ঞা-শব্দৰ যি লিঙ্গ আৰু বচন তাৰ সলনি দিয়া ব্যক্তি-বোধক সৰ্ব্বনামৰো সেই লিঙ্গ আৰু বচন হয়, যেনে, সেইটো মানুহক মই চিনো, সি বৰ দুষ্ট, মানুহবিলাকৰ যিমান জ্ঞান বাঢ়ে, সিবিলাক সিমান সুখীয়া হয়, সেই ছোৱালী জনী দুষ্ট, তাই কাৰো কথা নুশুনে।

২৮ নিয়ম। যেতিয়া দ্বন্দ-সমাসৰ সলনি যোজক অব্যয় 'আৰু' বা 'এবং' শব্দ দি বহুত পদ একে লগ কৰা যায়, তেতিয়া আগৰ অব্যয়-শব্দবিলাক গুচি শেহৰটো মাথোন থাকে, আৰু কাৰকৰ চিন অৰ্থাৎ বিভক্তি ও শেষৰ পদতহে থাকে। আৰু সেই লোপ-পোৱা প্ৰত্যেক অব্যয়ৰ ঠাইত একোটা লঘু যতি (,) দিয়া যায়, যেনে, ৰামৰ আৰু কৃষ্ণৰ আৰু হলীৰ ঘৰ, ইয়াত ৰাম, কৃষ্ণ আৰু হলীৰ ঘৰ, ৰাম আৰু কৃষ্ণই আৰু হলীয়ে আৰু বাঞ্ছাই কৰিলে; ৰাম, কৃষ্ণ, হলী আৰু বাঞ্ছাই কৰিলে।

পৃথক্-বোধক 'বা' আদি অব্যয়ৰ দ্বাৰা অনেক পদ বেলেগ হলেও সেই দৰে কাৰ্য্য হয়. যেনে, ৰামক বা কৃষ্ণক বা গোপালক, ৰাম, কৃষ্ণ বা গোপালক, ইত্যাদি।

২৯ নিয়ম। আপোনাৰ বা মান্য লোকৰ কথা কোৱাত এটাক বুজাওঁতেও সংজ্ঞা আৰু সৰ্ব্বনাম শব্দৰ বহুবচনত হয়, আৰু নিজৰ কথা কোৱাত বহুবচন দিলে অধিক নম্ৰতা দেখোৱা হয়, যেনে, আপোনাসকলৰ আজ্ঞা পেলাব নোৱাৰোঁ, আমি যাক বোলে দেউতাসকলৰ আঁঠুৱাৰ তলৰ মহ।

৩০ নিয়ম। বাক্য-ৰচনাত প্ৰথমতে কৰ্ত্তা-পদ আৰু শেষত সাধ্যা ক্ৰিয়া দিয়া যায়। বিশেষণ-পদ বিশেষ্যৰ, কৰ্ম্মপদ সকৰ্ম্মক ক্ৰিয়াৰ, ক্ৰিয়াবিশেষণ সি গুণ দেখোৱা ক্ৰিয়া, বিশেষণ বা আন এটা ক্ৰিয়া বিশেষণৰ, সম্বন্ধ-কাৰক সম্বন্ধী পদৰ আৰু সিদ্ধা ক্ৰিয়া সাধ্যা ক্ৰিয়াৰ, আগত থাকে। আনবিলাক পদ সিহঁতক যত দিলে অৰ্থ ওলায় আৰু শুনিবলৈও ভাল হয়, তাতে দিয়া যায়।

উদাহৰণ।

কৰ্ত্তা আৰু ক্ৰিয়া পদ।

*ৰাম শুইছে, কৃষ্ণ আছে।*

*বিশেষ্য বিশেষণ আৰু ক্ৰিয়া পদ।*

---

* স্বৰূপাৰ্থত ক্ৰিয়া নথকা কৰ্ত্তাকে কেৱলীয়া বা অক্ৰিয়কৰ্ত্তা বোলা যায়।

গুণী লোকে হে গুণ বুজে, কণা মানুহে সুন্দর রূপর কি জানে।

কর্ত্তা, কর্ম্ম আৰু সকর্ম্মক ক্রিয়া।

অধ্যাপকে ছাতরক পাঠ পঢ়ায়।

ক্রিয়াবিশেষণ আৰু ক্রিয়া।

ভালকৈ মন দিয়াঁ, বর টান কথাকো নিচেই ঢিলা পাবা।

সম্বন্ধ-কারক আৰু সম্বন্ধী পদ আৰু যোজক অব্যয়।

দানী মানুহর হাতত ধন নেথাকে, এতেকে সি কৃপণর হে বস্তু।

কর্ত্তা আৰু সিদ্ধা আরু সাধ্যা ক্রিয়া।

মই এই কথা শুনি বেজার পালোঁ।

নানাপদ।

রামেশ্বরে বিদ্যা শিকিবলৈ বর যত্ন করিছে, এতেকে, আমি আশা করোঁ, যে তেওঁ অলপতে বিদ্যা আর্জ্জি বর জ্ঞানী হব পারিব, আৰু জ্ঞানী হলেই সুখী হব।

## পদ্য।

পদ্য শব্দে তাকে বুজায়, যাক পঢ়িলে পদবিলাকর লঘুগুৰু-ভেদে মাতর ঠেলা পরি বেলেগ-বেলেগ ছন্দত বেলেগ-বেলেগরূপে স্বরর মিল হয়।

পদ্য দুবিধ, মিলিতান্ত আৰু অমিলিতান্ত, যি পদ্যর এফাঁকির অন্তর আখর আন ফাঁকির শেষ আখরে সৈতে মিলে তাক মিলিতান্ত বোলে; যার সেইরূপে মিল নহয় তার নাম অমিলিতান্ত। আমার ভাষাত অমিলিতান্ত পদ্যর অধিক চলন নাই; এই কারণ ইয়াত তার কথা লিখা নেযায়।

অসমীয়া ভাষাত পদ্য-রচনাত গদ্যতকৈ পদ্যবিলাক প্রায়ে লরে; আৰু অনেক সময়ত ধন্যাঘাত অর্থাৎ মাতর ঠেলাও লর হয়, অর্থাৎ দীর্ঘ স্বর হ্রস্ব আৰু হ্রস্ব স্বর দীর্ঘ হৈ উচ্চারিত হয়। প্রচলিত পদ্যবিলাক তলত লিখা গল।

পদ্যত স্বরহীন-ব্যঞ্জন সদায়, আৰু ব্যঞ্জনর পাচত অকলৈ থকা হ্রস্ব 'ই' প্রায়ে, এটা আখররূপে গণ্য নহয়।

পদ।

পদর দুফাঁকি আখর, প্রত্যেক ফাঁকিত চৈধ্যটা স্বরেরে যুক্ত ব্যঞ্জন আখর থাকে আৰু দুইও ফাঁকির শেষ আখর মিলে।

উদাহৰণ—

বলিৰায় দেখে সবে দেৱতাৰ জয়। দানবৰ সেনা মানে যায় যমালয়। নসহে শৰীৰ অতি কোপত কঁপিলা। ৰথে চৰি ধনু ধৰি ইন্দ্ৰক বুলিলা।

দুলড়ী।

দুলড়ীৰ দুফাঁকি আখৰ, সেই দুফাঁকিয়েই ছভাগ হয়, প্ৰত্যেক ফাঁকিৰ প্ৰথম দুভাগত ছটা স্বৰেৰে যুক্ত ব্যঞ্জন আখৰ থাকে, আৰু দুইৰো শেষ আখৰ মিলে। শেষ ভাগত আঠোটা তেনে আখৰ থাকে; আৰু প্ৰথম ফাঁকিৰ শেষ ভাগৰ অন্তৰ আখৰ দ্বিতীয় ফাঁকিৰ শেষ ভাগৰ সেই আখৰে সৈতে মিলে।

উদাহৰণ।

ৰুক্মিণী ৰমণী, কুঞ্জৰগমনী, লীলাগতি চলি যান্ত। অতি হৰ্ষ মনে, গৈয়া তেতিক্ষণে, ৰাজ-সভা দেখিলন্ত। কৃষ্ণকেসে চিন্তি, ইভিতি সিভিতি, বলাই যান্ত নেত্ৰ দুটি কটাক্ষ নয়নে, চায় যাৰ পোনে, মৰে কাম বাণে ফুটি।

ছবি।

ছবিৰো দুফাঁকি। প্ৰত্যেক ফাঁকি তিনি ভাগ হয়, সিহঁতৰ প্ৰথম দুভাগত প্ৰতিভাগে আঠোটা, শেষ ভাগত দহোটা স্বৰেৰে যুক্ত ব্যঞ্জন আখৰ থাকে। দুলড়ীৰ যেনেকৈ মিল হয়, ইয়াৰো সেই ৰূপ।

উদাহৰণ।

ক্ষণেকে চেতন পাই; কিৰাতৰ ভিতি চাই, দুনাই চকু মুদি মনে-মনে। টিমিকি টিমিকি মাত্ৰ, প্ৰাণখানি আছে গাত, পৰিশোক কৰন্ত অৰ্জ্জুনে।

ঝুমুৰি।

ঝুমুৰি ছন্দৰ দুফাঁকি, প্ৰত্যেক ফাঁকিত আঠোটা স্বৰেৰে যুক্ত ব্যঞ্জন আখৰ থাকে। ইয়াৰ মিল পদৰ দৰে হয়।

উদাহৰণ।

হেন শুনি জাম্বৱন্ত। ধাইলা মহাবলৱন্ত। নিচিনি স্বামীক পাচে। ধৰিলন্ত যুদ্ধ কাচে। দুইৰো দুইত নাহি তুষ্টি। হানে বজ্ৰ সম মুষ্টি। মাংসৰ কাৰণে যেন, যুজন্ত দোগোটা শেন।

---

## কুটৰ বিষয়।

পঢ়া কথা ভাল শুনা, আৰু ভালকৈ বুজিবা পৰা কৰিবৰ নিমিত্তে পঢ়োতে কোনো কোনো ঠাইত ৰব লাগে, আৰু সেই ৰব লগা ঠাই বুজাবৰ কাৰণে কিছুমান কুট অৰ্থাৎ চিনৰ আৱশ্যক, আৰু আন-আন কোনো কথা বুজিবলৈও কিছুমান চিন লাগে; সেইবিলাক তলত লিখা গল।

লঘুযতি (,) পঢ়োতে যত একটি হ্ৰস্ব স্বৰ উচ্চাৰিবৰ সমান কাল ৰব লাগে, তাতে এই চিন দিয়া যায়; যেনে, ৰামকৃষ্ণ আৰু হৰ কত আছে, কি কৰিছে?

গুৰুযতি (;) আগৰ কথাৰ পাচৰ কথাৰ সৈতে অলপ সম্পৰ্ক থকা দেখাবলৈ এই চিন দিয়া যায়; যথা, ঈশ্বৰ সৰ্ব্ব-শক্তিমান, সৰ্ব্ব কৰ্ত্তা আৰু সৰ্ব্বজ্ঞ; এতেকে তেওঁত ভক্তি কৰা উচিত। তোমাৰ জীৱন সোনকালে নষ্ট হ'ব; এই কাৰণে তাক ভাল কামত লগাবা।

ছেদ [।] এই চিন কোনো এক বাক্যৰ অৰ্থ সম্পূৰ্ণ হলে তাৰ পাচত ব্যৱহাৰ কৰা হয়; যথা, "তেওঁ ইয়াত থকা কালত আমাৰে সৈতে বৰ আত্মীয়তা হৈছিল, কিন্তু এতিয়া তেওঁৰ তেনে ভাব নাই"।

পদ্যৰ শেষৰ ফাঁকিৰ অন্তত এই চিন দুটা হয়, যেনে, "কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে। হৰি হৰি বোলা সমস্তে নৰে।।"

প্ৰশ্ন-কুট ( ? ) সোধা কথাৰ পাচত এই চিন দিয়া যায়; যথা, এই পুথিখানিৰ নাম কি? কেৱল পেট পোহাই মানুহৰ কামনে?

ভাব-বোধক-কুট [ ! ] এই চিন মনৰ দুঃখ আদি ভাব নাইবা সম্বোধন বুজোৱা কথাৰ শেষত দিয়া যায়; যথা, হায় হায়! হে জগদীশ্বৰ! উঃ কি ভয়ঙ্কৰ কথা।

প্ৰক্ষেৱ চিহ্ন (" ") এই চিন আপুনি লেখা বাক্যৰ ভিতৰত অন্য মানুহে কোৱা বা লিখা কথা সুমালে সেই কথাৰ আগ-পাচত দিয়া যায়; যেনে, জ্ঞানী লোকে কৈছে, যে "মুৰ্খ মানুহ আৰু সামান্য জন্তুৰ মাজত একো প্ৰভেদ নাই"।

বেষ্টন-ৰেখা [ ] এই চিন কোনো শব্দৰ অৰ্থ নাইবা আগত লিখা বাক্যৰ কোনো বিশেষ বিবৰণ লিখিলে সেই অৰ্থ বা বিবৰণ বুজোৱা কথাৰ আগ-পাচত ব্যৱহাৰ কৰা যায়; যেনে, তদ্ধিত প্ৰত্যয়ে নিমিত্তে উপান্ত (শেষৰ আখৰৰ আগত থকা) আকাৰত অকাৰ হয়, ঈশ্বৰৰ সমীপত (গুৰিত) প্ৰাৰ্থনা কৰোঁ।

উৰ্দ্ধৰেখা। [ ̊ ] এই চিন অকলৈ থাকিলে ওপৰত থকা অৰ্থাৎ ঈশ্বৰক বুজায়, আৰু মানুহৰ নামৰ আগত দিলে মৰা বুজায়; যথা, ̊ সমীপত, অৰ্থাৎ ঈশ্বৰৰ আগত। ̊ ৰুদ্ৰেশ্বৰ সিংহ, অৰ্থাৎ মৃত ৰুদ্ৰেশ্বৰ সিংহ, ̊ শঙ্কৰদেৱ, ইত্যাদি।

একদেশ-চিহ্ন (—) সমাসৰ দ্বাৰা লগ-লগা দুটা পদৰ মাজত নাইবা এটা শব্দৰ এডোখৰ এশাৰীত আন ডোখৰ আন শাৰীত লিখা হলে প্ৰথম শাৰীৰ অন্তত, এই চিন দিয়া যায়; যথা মাতৃ-ভাষা; কৰ্ম্ম-কৰ্ত্তা ইত্যাদি।

ধনুৰেখা (}) বাওঁ ফালে ভালেমান নাম-আদি লিখি সোঁ ফালে লিখা সংক্ষেপ বিবৰণ, সেই সকলোতে খটা বুজাবলৈ এই চিন দিয়া যায়; যেনে,

হৰেকৃষ্ণ,<br>ৰামকৃষ্ণ,<br>জয়কৃষ্ণ. } শিৱসাগৰ নিবাসী।

# গা ভালে ৰাখিবৰ উপায়

## আৰোগ্য-ৰক্ষাবিধানৰ আদি-পাঠ

# The Way to Health.

## A Sanitary Primer

Translated from English

By

**H. C. Barua**

Third Edition.

Published by authority for use in the Schools of the Brahmaputra Valley.

Shillong :
Printed at the Assam 1901. Secretariat Printing Office

# গা ভালে ৰাখিবৰ উপায়।

## আৰোগ্য-ৰক্ষাবিধানৰ আদি-পাঠ।

## পাতনি।

১। আৰোগ্যৰ সুগুণ।-- আৰোগ্য বৰ সুখৰ বস্তু। যেতিয়া আমি ভালে থাকোঁ, তেতিয়া আমি আপোনাৰ বন কৰিব, আৰু লোককো সাহায্য দিব পাৰোঁ। ৰোগে আমাৰ বল গুচায়, আৰু আমাক আমাৰ আত্মীয়বিলাকৰ বোজাস্বৰূপ কৰে। নৰিয়া ৰজাই কাৰেংঘৰত + থাকিও দুখ ভুঞ্জে, কিন্তু নিৰোগী কুলি বা হজুৱা পৰম সুখে থাকে।

এটি লৰা নৰিয়া পৰাও দুখৰ কথা। নৰিয়া লৰাই পঢ়াশালিলৈ যাব আৰু ধেমালি কৰিব নোৱাৰে, কিবাজানি জ্বৰৰ তাপত দুখ পাই শয্যাত পৰি থাকিব লগা হয়। যদি তাৰ টান নৰিয়া হয়, তেন্তে তাৰ ঘৰৰ সকলো মানুহে মনত দুখ পায়।

মাতৃ নৰিয়া পৰা আৰু অধিক দুখৰ কথা। ভাল মাতৃৰ গা ভালে থাকিলে, তেওঁ পুৱাৰপৰা ৰাতিলৈকে বন কৰে। টান নৰিয়া হলে তেওঁ লৰিচৰি ফুৰিব নোৱাৰে, আৰু তেওঁৰ সকলো কাম আনে কৰি দিবলগীয়া হয়।

যেতিয়া পিতৃ নৰিয়া পৰে, সি কেনে দুৰ্ভাগ্যৰ কথা হয়। অনেক মানুহে আহাৰ উপাৰ্জ্জন কৰিবৰ কাৰণে নিজে কাম কৰিব লাগে। নৰিয়া পৰিলে অনেক হজুৱাই বানচ নেপায়, কিন্তু বেজক আৰু দৰবৰ বাবে ধন দিব লগীয়া হয়। এই কাৰণ তাৰ ধাৰ লাগি তাৰ পৰিয়ালে ভালেমান দিনলৈকে বৰ দুখ পাব পাৰে।কিন্তু পিতৃ মৰিলে তেওঁৰ ভাৰ্য্যা বাঁৰী আৰু লৰা-ছোৱালী মাউৰা হয়। ই কেনে দুখৰ বিষয়!

এতেকে ভালে থাকিবলৈ সকলোৱে যে কাৰবাৰ কৰিব লাগে, তাক তুমি বুজিবা। আমাৰ আৰোগ্য নুগুচে মানে আমি তাৰ সুগুণ বুজিব নোৱাৰোঁ।

২। নৰিয়া পৰাৰ কাৰণ। --কোনো কোনো লোকে ভাবে যে দুৰ্কপাল বা দৈব-ঘটনাৰপৰা ৰোগ হয়, আৰু তাৰ হাত সাৰিবৰ উপায় নাই। কিন্তু দুৰ্কপাল বা দৈব-ঘটনা একো নাই। আমি যেতিয়া নৰিয়া হওঁ, অৱশ্যে তাৰ কোনো কাৰণ থাকে।

৩। কেনেকৈ আৰোগ্য-ৰক্ষা কৰিব পাৰি, তাক জনাৰ সুফল। -- আৰোগ্য এইটো এটা সংস্কৃত শব্দ, সি নৰিয়া নপৰাকৈ থকা অৱস্থাক বুজায়। কেনেকৈ গা ভালে ৰাখিব পাৰি, তাক জনাকে আৰোগ্য-ৰক্ষাৰ জ্ঞান বোলা যায়। ৰোগ কমাবৰ নিমিত্তে কিমান উপায় কৰিব পাৰি তাক আমি আন আন দেশৰপৰা শিকিছোঁ।

এই দেশত সদায় হোৱা ৰোগ জ্বৰ, চেঁচা পৰা আৰু তপত হোৱা তাৰ এই দুটা অৱস্থা আছে। প্ৰায় সকলো মানুহৰ কেতিয়াবা কেতিয়াবা জ্বৰ হয়। ভাৰতত এতিয়া যেনেকৈ প্ৰায় সদায় জ্বৰ হয়, পূৰ্ব্বে এক সময়ত বিলাত-দেশৰ কোনো কোনো ভাগতো তেনেকৈ হৈছিল; কিন্তু এতিয়া সি বিৰল হৈছে। কেইবা শ বছৰৰ আগেয়ে, বিলাতত ইমান কুঠীয়া আছিল যে তাৰ ঘাই নগৰবিলাকত কুঠীয়াৰ নিমিত্তে আস্পতাল ৰখা গৈছিল; এতিয়া তাত এটাও নাই।

---

+ দুই তিনি তলীয়া পকি-ঘৰ

গুটি ওলোৱা (বসন্ত) এটা ঘিণ-লগা আৰু মাৰক ৰোগ। আগৰ কালত ই কেতিয়াবা গাওঁ সমূলি উজাৰ আৰু মনুষ্য জাতিৰ চাৰি ভাগৰ এভাগক বিশ্ৰী নাইবা কণা কৰিছিল। চাৰি কুৰি মান বছৰৰ আগেয়ে এজনা ইংৰাজ বৈদ্য বা বেজে জানিব পাৰিলে যে গাইৰ ওহাৰত হোৱা এবিধ খহুৰ পূঁজে বসন্ত-ৰোগক নিবাৰণ কৰে বা তাৰ শক্তি কমায়। এতিয়া বিলাতত বসন্ত-ৰোগৰ দ্বাৰা আগতকৈ কম মানুহ মৰে, আৰু এটাইবিলাক মানুহ সাৱধান হোৱা হলে কেও নমৰিলহেঁতেন।

বিলাতত যিবিলাক উপায় কৰা গৈছে, সেইবিলাক কৰিলে এই দেশৰ মানুহৰো সেই ৰূপে আৰোগ্য-বৃদ্ধি হ'ব। সকলোৱে জানে যে জুয়ে পোৰে, কিন্তু মানুহ কেনেকৈ দুৰ্ব্বল আৰু নৰিয়া হয়, ইয়াক অনেকে নেজানে। কিৰূপে নিৰোগী আৰু বলী হৈ থাকিব পাৰি, তাক এই সৰু পুথিৰ পৰা তুমি শিকিব পাৰিবা। ইয়াক তুমি মন দি পঢ়িবা, আৰু ইয়াত দিয়া শিকনিৰ দৰে চলিবলৈ চেষ্টা কৰিবা।

আমি জীয়াই আৰু নিৰোগী হৈ থাকিবলৈ আমাক কি কি লাগে, এটা-এটাকৈ এতিয়া বুজোৱা যাব।

# ১। বিশুদ্ধ বায়ু

## (১) বায়ু আৰু কিহৰ দ্বাৰা সি নিৰ্ম্মিত।

৪। আহাৰ বা পানী নোখোৱাকৈ আমি কেইবা দিনো জীয়াই থাকিব পাৰোঁ; কিন্তু বায়ু নহলে আমি খন্তেকতে মৰোঁ। এই জগতলৈ আহি প্ৰথমতে আমি দেহৰ ভিতৰলৈ বায়ু সুমাওঁ, তাৰ সৰ-শেহত সেই বায়ু এৰি দিওঁ। আমি উপজিবৰপৰা মৰালৈকে টোপনিত আৰু সাৰে থাকোঁতে সদায় উশাহ্ লওঁ। এতেকে আমি জীয়াই থাকিবৰ নিমিত্তে বায়ু অত্যন্ত প্ৰয়োজনীয়।

আমি বায়ুক দেখিবলৈ নেপাওঁ, আৰু যেতিয়া সি স্থিৰে থাকে, তেতিয়া আমি তাৰ গম ধৰিব নোৱাৰোঁ। যেতিয়া বায়ু চলে তেতিয়া তাক বতাহ্ বোলা যায়, আৰু তেতিয়া সি যি কৰে, তাক আমি দেখোঁ, আৰু গাত তাৰ গম পাওঁ। কেতিয়াবা সি এনে শক্তিৰে চলে যে, তাৰ দ্বাৰা ডাঙ্গৰ গছো উভলি পৰে।

যেনেকৈ সাগৰৰ তল-ভাগ পানীৰে ঢকা, সেইদৰে এই গোটেই খান পৃথিবী বৰ এখান বায়ুৰ সাগৰেৰে আবৃত হৈ আছে। তাৰ তলত আমি প্ৰায় পানীত মাছৰ দৰে ফুৰোঁ। এই বায়ু-সাগৰ, অতি কমেও এশ মাইল (১) দ। কিন্তু আমি যিমান ওপৰলৈ উঠোঁ, বায়ু ক্ৰমে সিমান পাতল হয়।

এবাটি কফি + খাওঁতে আমি সদায় পানী, কফি, চেনি, আৰু গাখীৰ, একে লগে এই চাৰিটা বস্তু গিলোঁ। পূৰ্ব্ব কালত মানুহে ভাবিছিল যে বায়ু একেটা বস্তু কিন্তু এতিয়া পণ্ডিতবিলাকে বুজিছে যে তাত আচৰিতৰূপে চাৰিটা প্ৰধান বস্তু মিহলি হৈ আছে।

৫। আমাৰ চাৰিওফালে তিনি প্ৰকাৰৰ বস্তু আছে। যিবিলাক শিলৰ আৰু কাঠৰ নিচিনা, সেইবিলাকক গোটা বস্তু বোলা যায়; পানী আৰু গাখীৰৰ নিচিনা পদাৰ্থবিলাকৰ নাম দ্ৰৱ বস্তু; বায়ুৰ নিচিনা বস্তুবোৰক গ্যাচ অৰ্থাৎ ভাপ বোলা যায়। যিবিলাক ভাপৰ দ্বাৰা বায়ুৰ সৃষ্টি হৈছে, সেইবিলাকক পৃথক কৰিব আৰু জুখিব পাৰি। সিহঁতৰ এবিধক অক্সিজেন, ৩ অৰ্থাৎ অম্লোৎপাদক বোলা যায়। বায়ুৰ এই ভাগেই যাইকে জীৱন ৰক্ষা কৰে। অম্লোৎপাদক -ভাপ নহলে চাকি নজলে। কিন্তু বায়ুত অকল অম্লোৎপাদক মাথোন থকা হলে, আমি সোনকালে মাৰিলোহেঁতেন; কাৰণ সি আমাৰ নিমিত্তে বৰ চোকা হলহেঁতেন; কাৰণ অম্লোৎপাদকে সৈতে আন এবিধ ভাপ মিহলি হৈ আছে, তাৰ নাম যৱক্ষাৰোৎপাদক। অম্লোৎপাদকেৰে সৈতে ইয়াৰ গুণ বৰ অমিল। ই জীৱন ৰাখিব নোৱাৰে, আৰু এটা জলি থকা চাকি ইয়াৰ ভিতৰত সুমালে চাকিটো ততালিকে নুমায়। এই দুই ভাব আমি উশাহ লবৰ আৰু বস্তুবিলাক দগ্ধ, অৰ্থাৎ পোৰা হবৰ নিমিত্তে উত্তম পৰিমাণে মিহলি হৈছে। তোমাৰ হাতত এটা বুঢ়া-আঙ্গুলি আৰু চাৰিটা আঙ্গুলি আছে। ইয়াৰ দ্বাৰা তুমি মনত ৰাখিব পাৰিবা যে বায়ুত এভাগ অম্লোৎপাদক আৰু চাৰি ভাগ যৱক্ষাৰোৎপাদক ভাপ থাকে।

প্ৰায় সমুদায় বায়ু এই দুই ভাপৰ দ্বাৰা সৃষ্টি হৈছে। কিন্তু বায়ুৰ আৰু দুটা ভাগ আছে, সিহঁত যদিও নিচেই কম, তেও বৰ লাগতিয়াল।

৬। এঙ্গাৰ কি, তাক জানা। ঢাকনীৰ তলত পোৰা বস্তুৰ কলা ভাগকে এঙ্গাৰ বোলা যায়। চাউল বা মঙ্গহকো

(১) ১, ৭৬০ গজে এক মাইল। ২। কফি এবিধ গছৰ গুটি, চাহৰ দৰে তাৰ ৰস খোৱা যায়। ৩। আগৰ কালত মাটি আৰু পানীকো কেৱল একেটা + একেটা বস্তু বুলি ভবা হৈছিল, কিন্তু এতিয়া সিহঁতক মিশ্ৰিত পদাৰ্থ বুলি জনা গৈছে। ৪। অক্সিজেন সোৱাদ, গন্ধ, আৰু বৰণ নথকা এবিধ ভাপ। সি এই জগতৰ এটা বৰ সাধাৰণ বস্তু। চাৰে চাৰি সেৰ পানীৰ ৪ সেৰ অক্সিজেন। পৃথিৱীৰ পথৃৰতাৰ আধাতকৈও সৰহ ভাগ এই ভাপ।

এবিধ এঙ্গাৰ কৰিব পাৰি। বিশুদ্ধ এঙ্গাৰৰ নাম কাৰ্বন অৰ্থাৎ অঙ্গাৰক ১। অম্লোৎপাদক আৰু অঙ্গাৰকক মিহলালে কাৰ্ব্বনিক এচিড গ্যাচ, অৰ্থাৎ অঙ্গাৰাম্লক নামেৰে ভাপৰ উৎপত্তি হয়। এয়ে বায়ুত থকা তৃতীয় বস্তু। এই ভাপ বৰ গধূৰ। ।ই কেতিয়াবা দ, শুদা নাদৰ তলত উৎপন্ন হয়। ইয়াত চাকি প্ৰবেশ কৰিলে সি নুমাই যায়, মানুহে তাকউসাহৰ লগত ভিতৰলৈ টানিলে শীঘ্ৰে মৰে, কিন্তুসি গছবিলাকৰ ঘাই আহাৰ; সি নহলে সিহঁত বাঢ়িব নোৱাৰে। ওৰে দিন গছবোৰে এই ভাপ পান কৰে।

বিশুদ্ধ বায়ুৰ ২,৫০০ ভাগত কেৱল এভাগ মান, অৰ্থাৎ ১৩ টকা ৰূপত এটা পাইৰ সমান, মাথোন অঙ্গাৰাম্লক থাকে। এই ক্ষুদ্ৰ অংশৰপৰা আমাৰ একো অনিষ্ট নহয়। কিন্তু তাৰপৰিমাণ বৰ অধিক হলে আমি দুৰ্ব্বল আৰু নৰিয়া হওঁ।

অলপ পনীয়া বাষ্প ২ বায়ুৰ লগত থকা চতুৰ্থ বস্তু। যদি তুমি এটা পাত্ৰত কিছু পানী থোৱাঁ, সি লাহে-লাহে ঢুকাই যাব। সূৰ্য্যৰ তাপে পানীক বাষ্প কৰি টানিব লাগিছে। সেই পানীৰপৰা মেঘ হয়, পাচে সি নিয়ৰ (হিম) আৰু বৰষুণ হৈ তললৈ পৰে। বায়ুত পনীয়া বাষ্প নথকা হলে আমাৰ গা শুকাই খৰখৰীয়া হলহেঁতেন, আৰু গছবোৰো মৰিলেহেঁতেন।

বায়ুত অম্লোৎপাদক, যৱক্ষাৰোৎপাদক, অঙ্গাৰাম্লক ভাপ আৰু পনীয়া-বাষ্প, এই চাৰিটা বস্তু পোৱা যায় ৩ সিহঁতক সমুচিত ৰূপে মিশ্ৰিত হলে বায়ু বিশুদ্ধ হয়, আৰু আমাক নীৰোগ আৰু বলৱন্ত কৰি ৰাখিব পাৰে।

## (২) বায়ু কেনেকৈ দূষিত হয়।

৭। কেৱল বায়ু হলেই আমাৰ জীৱন ৰয়, এনে নহয়; সেই বায়ু বিশুদ্ধ হব লাগে। এই জগতত অনেক বিধৰ বিহ আছে; কিন্তু বোধ হয়, যি বিহে সৰহ ভাগ মানুহৰ প্ৰাণ মাৰে, সি দূষিত বায়ু। অনেক বছৰৰ আগেয়ে কলিকতাত আন্ধাৰ কুঠৰী নামেৰে এটা সৰু বন্দীশালত ১৪৬ জন মানুহক এৰাতি বন্দী কৰি থোৱা হৈছিল। সেই কুঠৰীতে দুটা মাথোন বায়ু সোমোৱা বাট আছিল। পাচদিনা পুৱা দুৱাৰ মেলিলত ২৩ জনে মাথোন ঢলংপলংকৈ ওলাই আহিব পাৰিলে, বাকী সকলোবিলাক মৰিল। সিহঁতক কিহে মাৰিলে? দূষিত বায়ুৱে। যদিও এই দুৰ্ভগীয়া মানুহবিলাকৰ দৰে এক ৰাতিয়ে অতি অলপ মানুহ হে মৃত্যুৰ মুখত পৰে, তথাপি বিশুদ্ধ বায়ু নোপোৱাৰ কাৰণ অনেক লোক জীয়াই থাকে মানে দুৰ্ব্বল আৰু ৰুগীয়া হয়।

বায়ু কেনেকৈ দূষিত হয়, সেই বিষয়ৰ কিছু কথা কোৱা যাব।

(১) নিশ্বাস বা উশাহ ঃ- আমি সদায় উশাহ লব লাগিছোঁ; কিন্তু আমি উশাহত যি বায়ু ভিতৰলৈ নিওঁ, সি এৰি দিয়া বায়ুতকৈ বৰ বেলেগ। নিৰ্ম্মলতাক ভাল পোৱা মানুহে হাত মুখ ধোৱাত বাজে নিতৌ গা ধোৱে। কিন্তু নিশ্বাসত টানি নিয়া বায়ুৱে আমাৰ ভিতৰৰ ভাগ সদায় ধুই মালবিলাক লৈবাজ হব লাগিছে। এই কাৰ্য্য কিৰূপে হয়, তাৰ অলপ বুজোৱা যাব।

আমি উশাহ লওঁতে বায়ু আমাৰ হাওঁফাওঁত সোমায় গৈ। হাওঁফাওঁ ডাঙ্গৰ স্পঞ্জ ৪ আমি তাক দেখিবলৈ

---

১। অঙ্গাৰকৰ পৰা হীৰা হয়, আৰু টান জুইত হীৰাক পুৰব পাৰি। ২। জাৰকালি ধোৱাঁৰ নিচিনা যি এটা বস্তু পানী বাজেকামাটিৰপৰা ওপৰলৈ উঠে, সেয়ে বাষ্প। সি বৰ পাতল হলে নেদেখা হয়। ৩। বায়ুত অতি অলপ পৰিমাণে আৰু কিছু বস্তু থাকে। ৪। সাগৰত হোৱা, বহুত সৰু সৰু বিন্ধাযুক্ত, ফেনৰ নিচিনা এবিধ সোপসুপীয়া বস্তু, সি পানী শোহে, তাক আমি সাগৰ-ফেন বোলোঁ।

নেপাওঁ; কিন্তু জুয়ে ধোৱাঁ এৰিদিয়াৰ দৰে তাক এৰি দিওঁ। কেইও ফালে বন্ধ খোঁটালী এটাত জুই ধৰিলে সি সোনকালে ধোৱাঁৰে পূৰ হয়। সেই দৰেই আমি কেইও ফালে বন্ধ খোঁটালী এটাত শুলে তাৰ বায়ু অঙ্গাৰাম্লক ভাপেৰে পূৰ্ণ হ'ব। তেতিয়া নতুন বায়ু নোসোমালে আমি সোনকালে মৰিম। কিন্তু দুৱাৰৰ তলে আৰু ওপৰে দি কিছুমান বেয়া বায়ু বাহিৰলৈ যায়, আৰু ভাল বায়ু ভিতৰলৈ সোমায়।

(২) পনীয়া-বাষ্প।- যদি তুমি এখান শ্লেট, অৰ্থাৎ শিলৰ ফলিত নিশ্বাস পোলোৱাঁ, তেন্তে সি আৰ্দ্ৰ হ'ব ১ তাৰ দ্বাৰা জানিব পাৰি যে নিশ্বাসত পানী থাকে।

(৩) মলিন, অকামিলা বস্তুঃ- নিশ্বাসত থকা পানী নিৰ্ম্মল নহয়; তাত বিকৃত বা বেয়া হোৱা বস্তু থাকে, সি শৰীৰত থাকিলে ৰোগ জন্মায়। অঙ্গাৰাম্লকৰ দৰে ইও অনিষ্ট কৰে।

গৰু, ছাগ, আৰু আন জন্তুৰেও আমাৰ দৰে উশাহ লয়, আৰু সেই দৰে বায়ুক বেয়া কৰে।

৯। (২) দহন বা পোৰা ঃ- তোমাক কোৱা গৈছে যে অম্লোৎপাদক নহলে জুই নজলে। যদি তুমি এটা পাত্ৰৰ ভিতৰলৈ এটা চাকি সুমাই পাত্ৰৰ মুখ বন্ধ কৰাঁ, তেন্তে চাকিটো সোনকালে নুমাব; কাৰণ পাত্ৰৰ ভিতৰৰ বায়ুত থকা সমুদায় অম্লোৎপাদক অঙ্গাৰাম্লক হৈ ঢুকাই যাব। সকলো চাকি আৰু সকলো জুয়ে এই দৰে বায়ুক মলিন কৰে।

(৩) গেলা বা পচা ঃ- কোনোবা জন্তু মৰিলে সি শীঘ্ৰে গেলিবলৈ ধৰে, তাৰপৰা বৰ অপকাৰী ভাপবিলাক ওলায় আৰু তাৰ অতি ক্ষুদ্ৰ অংশবিলাক বায়ুৰে উৰাই নিয়ে। আমাৰ নাকৰ দৰে চকুৰ দৃষ্টি চোকা হোৱা হলে বহুত ক্ষুদ্ৰ ক্ষুদ্ৰ পদাৰ্থ গেলা জন্তুৰ পৰা ওলাই আহি বায়ুৰ লগত মিহলি হোৱা দেখিবলৈ পালোঁহেঁতেন। আমি যেতিয়া নিশ্বাসৰ লগত সেইবোৰক ভিতৰলৈ টানো, তেতিয়া সিহঁত নাকত লাগি গন্ধ পোৱা যায়।

ক'লৰ বাকলি আৰু আন জাবৰ ঘৰৰ ওচৰত পেলালে সেইবোৰৰ দ্বাৰা বায়ু দূষিত হয়। মঙ্গহী ২ মুচিয়াৰ ৩ আৰু বস্তু বোলোওঁতাই (অৰ্থাৎ বৰণ-লগাওঁতাই) সিহঁতৰ নিজৰ ব্যৱসায় কৰাৰ দ্বাৰা বায়ু মলিন কৰে। ঘৰৰ ওচৰত মানুহ পোতা বা খৰি দিয়া ঠাই কৰিব দিয়া অনুচিত। মাটিয়েও বাষ্প এৰি দিয়ে। অলপ বা অধিক বায়ু মাটিত সোমায়, আৰু সি ওপৰৰ বায়ুৰে মিহলি হয়। জেকা মাটিত থকা গেলা বস্তু সকলোতকৈ অপকাৰী। পচা তৃণ অৰ্থাৎ মৰা পাত, বন, ইত্যাদিকে সাধাৰণ মতে জ্বৰৰ ঘাই কাৰণ বুলি অনুমান কৰা যায়।

উশাহ লোৱা, পোৰা, আৰু গেলা, এই তিনিয়েই দূষিত হোৱাৰ ঘাই কাৰণ।

### (৩) বায়ু কেনেকৈ নিৰ্ম্মল হয়।

১০। বায়ু নিৰ্ম্মল হবৰ উপায় নথকা হলে পৃথিবী শীঘ্ৰে নিবাসৰ অযোগ্য হলহেঁতেন। ঘাই উপায়বিলাকৰ কথা কোৱা যাব।

(১) ভাপবিলাক পৰস্পৰ মিহলি হয় ৪। তুমি যদি অলপ এৱাঁ-গাখীৰ পানীত ঢালি দিয়া, তেন্তে সি পানীৰে সৈতে মিহলি হব। জুইৰ ধোৱাঁ আকাশত বিস্তৃত হয়, তেতিয়া তাক দেখা নেযায়। আমি নিশ্বাসৰ লগত যি বায়ু এৰি দিওঁহঁক তাৰ কথাও তেনে। সি চাৰিও ফালে থকা বিশুদ্ধ বায়ুৰে মিলি যায়; তাতে সি যিমান পাতল হয়, তাৰ অনিষ্ট কৰা

১ অৰ্থাৎ সেমেকব ২। জন্তু মাৰি মঙহ-বেচোতা। ৩। ছাল পৰিষ্কাৰ-কৰোতা।

৪। ইয়াকে ভাপবোৰ বিস্তৃত হোৱাৰ নিয়ম কোৱা যায়। বিস্তৃত, অৰ্থাৎ কেইও ফাললৈ বহল হৈ যোৱা।

শক্তি সিমান কমে।

(২) বতাহ ঃ- বতাহে গেলা বস্তুৰপৰা ওলোৱা বেয়া গন্ধক উৰাই নি বায়ুক নতুন আৰু নিৰ্ম্মল কৰে।

(৩) গছ বা তৃণ ঃ- জন্তুবিলাকে উশাহ লওঁতে অম্লোৎপাদকক ভিতৰলৈ টানে, আৰু অঙ্গৰাম্লক তাপক বাহিৰলৈ এৰি দিয়ে , কিন্তু দিনত গছে অঙ্গৰাম্লকক পৃথক কৰি তাক ভিতৰলৈ নিয়ে, আৰু অম্লোৎপাদকক বাজলৈ পঠিয়ায়। বায়ু নিৰ্ম্মল হোৱাত ই বহুত সাহায্য কৰে। এইটো কথা সঁচা যে ৰাতি গছে অম্লোৎপাদকক ভিতৰলৈ টানি অঙ্গৰাম্লক ভাপক এৰি দিয়ে; কিন্তু সি যিমান অম্লোৎপাদকক ভিতৰলৈ নিয়ে, তাতকৈ অধিক বাজ কৰে, তথাপি গছ থকা এটা কোঁঠালীত শোৱা ভাল নহয়।

ভাপবিলাক পৰস্পৰ মিহলি হোৱাৰপৰা আৰু বতাহ আৰু গছৰ দ্বাৰা বায়ু নিৰ্ম্মল হয়। বৰষুণে সাহায্য কৰে।

### (৪) বিশুদ্ধ বায়ু কেনেকৈ পোৱা যায়।

(১১) বিশুদ্ধ বায়ুৰ সুগুণ দেখোৱা গৈছে। সি শৰীৰৰ আৰু গেলা বস্তুৰপৰা ওলোৱা অপকাৰী পদাৰ্থবোৰ টানি নিয়ে, আৰু আমাক বলী আৰু নিৰোগী কৰি ৰখাত বহুত সাহায্য কৰে।

বহুত বিশুদ্ধ বায়ু পাবলৈ সদায় যত্ন কৰিবা। দিনত আমি প্ৰায়ে বাহিৰলৈ যাওঁ, কিন্তু ৰাতি ঘৰৰ ভিতৰত শোঁ। আমাক ঘাইকৈ ৰাতিহে বিশুদ্ধ বায়ু লাগে। কেনেকৈ তাক পাব পাৰি ঘৰৰ বিষয় লিখোঁতে বুজোৱা যাব।

মলৰ আৰু গেলা বস্তু দ্বাৰা আমাৰ ওচৰৰ বায়ুক দূষিত হব দিয়া অনুচিত। যদিও সেইবোৰে পোনে-পোনেই আমাৰ প্ৰাণ নেমাৰে, তথাপি সিহঁত অপকাৰী। চোকা বিহে তোমাক ততালিকে মাৰিব, কিন্তু অলপীয়া বিহ খোৱাও মূৰ্খৰ কাম।

ভালে থকা মানুহতকৈ ৰোগীয়ে অধিক সোনকালে বায়ু দূষিত কৰে, এতেকে তাক অধিক বিশুদ্ধ বায়ু লাগে।

বাহিৰৰ বিস্তৰ নিৰ্ম্মল বায়ু থকাত বাজে তাক প্ৰচুৰ পৰিমাণে আমাৰ গালৈ সোমাব দিব লাগে। ঢিলাকৈ ধৰিলে এডোখৰ সাগৰ-ফেন বা কাপোৰে ভালে মান পানী শোহে; কিন্তু সাগৰ-ফেন যিমান টানকৈ চেপি ধৰা যায়, সি সিমান কম পানী টানে। আমাৰ হাওঁফাওঁৰ কথাও তেনে। সি যিমান কমকৈ চেপা খায় সিমান অধিক বায়ু শোহে, আৰু তেজ সিমান অধিক-ৰূপে পৰিষ্কৃত হয়। লিখোঁতে বা বন কৰোঁতে গাটো কুঁজা কৰা অনুচিত, তাকে কৰিলে হাওঁফাওঁ চেপা খায়, আৰু তাত বায়ুসোমোৱাত বাধা জন্মে। গাটো পোনকৈ ৰখাৰপৰা আৰোগ্য বৃদ্ধি হয়।

## ২) নিৰ্ম্মল পানী।

### (১) পানীৰ প্ৰয়োজন।

১২। সকলো জন্তু আৰু গছত পানী লাগে। পানী নেপালে দুইও মৰে। আমাৰ গাৰ সৰহ ভাগ পানী। যদি এটা মানুহ জোখত ৭৫ সেৰ হয়, তেন্তে তাৰ গাৰ পানী ৫৬ সেৰ হব। ইয়াৰ ভাল কাৰণ আছে। আমি খোৱাৰ পাচতে আমাৰ আহাৰ ভুঁৰুৰ ভিতৰত মণ্ডৰ নিচিনা হয়। তাৰ লাগতিয়াল ভাগ প্ৰায় এৰাঁ-গাখীৰৰ নিচিনা , সি তেজ হয়; অলাগতীয়া

১। যি ঠাইত কোনো বস্তু উৎপন্ন হয়, সি তাৰ আকৰ। পাচৰ চাৰিটা পাঠত আমি কি কি প্ৰকাৰে পানী পাওঁ তাক লিখা যাব।

ভাগ বাজ হৈ যায়। তেজ, দেহ পুষ্ট কৰিবৰ কাৰণে, ক্ষুদ্ৰ ক্ষুদ্ৰ নলীয়ে দি গাৰ সকলো ভাগলৈ যায়। প্ৰচুৰ-পৰিমাণে পানী নথকা হলে তেজ ইমান ঘন হলহেঁতেন যে সি সেই ক্ষুদ্ৰ নলীবিলাকৰ মাজে দি চলিব নোৱাৰিলেহেঁতেন, সেই বিলাকৰ ভালেমান এডাল চুলিতকৈও বহুত সৰু। আমি খোৱা পানী তেজেৰে মিহলি হৈ গাৰ সকলো ভাগলৈ যায়। পানী বেয়া হলে আমাৰ গা ভালে নেথাকে।

বহুত লোকে কিছু কিছু পানীৰ সুগুণ জানে। আগেয়ে নোযোৱা ঠাইলৈ গৈ নৰিয়া পৰিলে মানুহে প্ৰায়ে কয় যে পানী তাৰ ৰোগৰ কাৰণ। কিন্তু মানুহ নিজ গাৱঁত থাকিও বেয়া পানীৰ কাৰণে নৰিয়া হয়। এই দৰেই অনেক ৰোগ জন্মে। বিশুদ্ধ বায়ু যেনে লাগতিয়াল, নিৰ্ম্মল পানীও তেনে।

নিকা হবৰ নিমিত্তেও পানী লাগে। আমি তাৰে আমাৰ গা ধোওঁ। বৰষুণে গছক ধোৱে, আৰু তাক জীপ(ৰস) দিয়ে। সি মাটিৰ মলবোৰ লৈ বৈ যায়।

## (২) পানীৰ আকৰ ১।

১৩। (১) বৰষুণঃ- ই এটা প্ৰধান পানী-যোগনিয়াৰ। "সকলো নৈ সাগৰলৈ যায়, তেও সাগৰ পূৰ্ণ নহয়"। ইয়াৰ কাৰণ কি? "যি ঠাইৰপৰা নৈ বৈ আহে, সি ঘূৰি তালৈকে যায়।"

সূৰ্য্যৰ তাপে পানীক বাষ্প কৰি তুলি নিয়ে। সেই বাষ্প নিয়ৰ, বৰষুণ বা ঘন হিম হয়। বৰষুণ হলে তাৰ কোনো কোনো অংশ মাটিৰ ওপৰে দি নৈ বা পুখুৰিলৈ বৈ যায়। তাৰ সৰহ ভাগে মাটিক তিতাই তাৰ তললৈ সোমায়, আৰু নাদ আৰু পানীৰ পুংবিলাকক ১ পুষ্ট কৰে। হিমালয় পৰ্ব্বতৰ শৃঙ্গৰ (টিঙ্গৰ) নিচিনা চেঁচা ঠাইতপানী ঘন হিম হৈ তললৈ পৰে। ঘাম-কালি সেই হিম পমি (গলি) আকৌ পানী হয়।

বাৰিষা নৈ বাঢ়ে, আৰু পুখুৰি আৰু নাদত পানী বেচি হয়। ঘাম-কালি নৈ আৰু পুখুৰি সৰু হয়, নাইবা গোটেই শুকাই যায়।

এইৰূপে পানী ঘূৰি ঘূৰি ফুৰে। সি নৈয়েদি সাগৰলৈ যায়, পাচে বাষ্প হয়; আকৌ বৰষুণ হৈ তললৈ পৰি পুনৰায় সাগৰলৈ বৈ যায়।

বৰষুণৰ পানী ওপৰৰপৰা পৰোঁতে প্ৰায় নিৰ্ম্মল থাকে। সি কেতিয়াবা ঘৰৰ ছাদত ২ গোট খায়; তেতিয়া ধূলি, বাইৰ লাদ, আৰু আন মলৰ দ্বাৰা (যাইকে সেই ছাদ সমান হলে) কিছু মলিয়ন হয়। মাটিৰ ওপৰেদি বৈ যাওঁতে বৰষুণৰ পানীয়ে বোকা আৰু গেলা, পচা বস্তু সংগ্ৰহ কৰে।

১৪) (২) নদীঃ- ডাঙ্গৰ নৈবিলাকৰ সৰহ ভাগৰ পানী ভাল। বাৰিষা খহাই নিয়া মাটিৰ দ্বাৰা, সেইবিলাকৰ পানী মলিন হয়। পানী তুলি নি অলপ পৰ থৈ দিলে সি নিৰ্ম্মল হয়, নাইবা অলপ ফিটকিৰি ৩ বা সকলোৱে চিনা এবিধ পানী পৰিস্কাৰ কৰা গুটি পেলাই দি তাক শীঘ্ৰে নিৰ্ম্মল কৰিব পাৰি। যদিও পিটনী বা হাবিৰ পানী নিকা দেখা যায়, তথাপিতাত প্ৰায় পচা বন-আদি থাকে, আৰু তাৰ দ্বাৰা জৰ হোৱা সম্ভৱ। যদি আন পানী পোৱা নেযায়, তেন্তে খোৱাৰ আগেয়ে তাক উতলাই লব লাগে, তাকে কৰিলে পচা বন-আদিৰ বিহ নষ্ট হয়।

---

১। মাটিৰ তলৰপৰা পানী ওলোৱা ঠাই।

২। পকি-ঘৰৰ চাল। ৩। এবিধ বগা, জলজলীয়া খাৰৰ গুণ থকা বস্তু, অৰ বজাৰত পোৱা যায়।

কাপোৰ ধুলে বা গৰু আদিৰ গা ধুৱালে নৈৰ পানী মলিন হয়। খোৱা পানী যৰপৰা নিয়া যায়, তাত সেই কাৰ্য্য কৰিব দিয়া অনুচিত। তাক নৈৰ ভাটিত কৰিব লাগে।

মানুহে প্ৰায়ে নৈৰ গৰা বা তাৰ তলত শৌচ কৰে; বৰষুণে সেই মল ধুই নি পানীত পেলায়।জহনী বা বসন্ত-ৰোগ হৈ মৰা মানুহৰ শকো কোনো কোনো সময়ত নৈত পোলোৱা যায়, আৰু নৈৰ দাঁতিত খৰি দিয়া মানুহৰ ছাঁইবিলাকো তাত নিক্ষিপ্ত হয়।

ওপৰত কোৱা কাৰ্য্যৰ দ্বাৰা ডাঙ্গৰ নৈও দূষিত হয়। কিন্তু সেই নৈ নিচেই সৰু আৰু জাননেজান মাথোন সোঁত থকা হলে (নৈ প্ৰায়ে তেনে) সেই দোষ আৰু ডাঙ্গৰ হৈ উঠে। বৈ থকা পানী বায়ুৰ দ্বাৰা লাহে-লাহে পৰিস্কাৰ হয়।

ঘৰৰ ওচৰৰ নৈৰ পানী নিৰ্ম্মল ৰাখিবৰ নিমিত্তে মানুহৰ ইচ্ছা জন্মাবলৈ সকলো প্ৰকাৰৰ উপায় কৰিব লাগে।

১৫। পুখুৰি ঃ- যদিও পুখুৰিৰ পানীত সোঁত নথকা হেতু সি সহজে মলিয়ন হয়, তথাপি পুখুৰি পৰিষ্কাৰ ৰখাত বৰ অসাৱধনতা দেখা যায়। মানুহে তাত গা ধোৱে, মুখ ধোৱে, খেঁকাৰ পেলায়, কাপোৰ আৰু পাক-কৰা পাত্ৰ ধোৱে, পাৰত শৌচ কৰি তাত শঁচে, কেতিয়াবা তৃণ-আদি গোঁৱায়, আৰু গৰু-গাহৰি তাত পৰি থাকে; তথাপি খোৱা আৰু ৰন্ধা পানী তাৰপৰা নিয়া যায়।

যি পুখুৰি ঘাম-কালি শুকাই যায়, বা নিচেই কম পানী-যুক্ত+ হয়, তাৰ পানীয়ে অনিষ্ট কৰে। ঘৰৰ ওচৰৰ সৰু, পৰিষ্কাৰ নকৰা পুখুৰি, পাৰিলে, পুতি পেলাব লাগে। অকল খোৱা পানীৰ নিমিত্তে এটা ডাঙ্গৰ দ পুখুৰি খানিবৰ কাৰণ লগ লাগিবলৈ গাৱঁৰ সকলো মানুহৰ উদগোৱাটো ভাল কথা। মাছ আৰু জীয়া গছ বা তৃণে পুখুৰিৰ পানী ভাল কৰে; কিন্তু সৰি পৰা পাত আৰু পচা তৃণৰ দ্বাৰা সি বেয়া হয়। পুখুৰিৰ ওচৰৰ মলক বৰষুণৰ দ্বাৰা পুখুৰিলৈ বৈ বা মাটিৰ ভিতৰেদি জৰি যাব দিয়া অনুচিত।

পাৰিলে গা আৰু কাপৰ-আদি ধুবৰ, আৰু জন্তুৰ নিমিত্তে এটা পৃথক বৰ পুখুৰি ৰাখিব লাগে; ইয়াতো ভাল পানী বাঞ্ছনীয়। মলিয়ন পানীৰে ধোৱা কাপোৰে অনিষ্ট কৰে। নিৰ্ম্মল পানী মানুহ আৰু জন্তু, দুইৰো কাৰণে ভাল। বেয়া পানীৰ পৰা পেলু আৰু আন ৰোগ হৈ গৰু-আদিয়ে কষ্ট পায়।

নৈ আৰু পুখুৰিৰ দাঁতিত নাদ খানিলে তাৰপৰা প্ৰায়ে ভাল পানী পাব পৰা যায়। মাটিৰ মাজে দি জৰি যাওঁতে পানী নিৰ্ম্মল হয়।

১৬। নাদঃ- যিবিলাক নাদলৈ মাটিৰ বহুত তলৰপৰা পানী উঠে, সাধাৰণ মতে, সেইবোৰেই বৰ উত্তম নাদ। যিবিলাকে মাটিৰ ওপৰ ভাগৰ ওচৰৰ পৰা পানী পায়, সিহঁতৰ সৰহ ভাগ বেয়া। মাটি বহু কালৰপৰা গোট খাই থকা মলেৰে পূৰ; এতেকে তাৰ মাজে দি যোৱা পানী মলিন হয়।

ভাৰতৰ নাদবিলাকৰ এইটো এটা সাধাৰণ দোষ যে মাটিৰ ওপৰৰ পানী সেইবোৰত বৈ পৰে গৈ। কেতিয়াবা সিহঁতৰ চাৰিও ফালে পকি বেৰা নেথাকে; কিন্তু গাঁত থাকে, তোলোঁতে পৰা পানী তালৈ বৈ যায়। এই কাৰণে বোকা আৰু জন্তুৰ লাদ-আদি নাদত পৰে।

নাদৰ পকি বেৰা থাকিব লাগে, আৰু তাৰ চাৰিও ফালৰ মাটি বাজ ভাললৈ এঢলীয়া হ'ব লাগে, সেয়ে হলে

+ শিলৰ নিচিনা বস্তু।

তোলোঁতে পৰা পানী বাহিৰলৈ বৈ যাব পাৰে। বেৰাৰ কেইওফালে অলপ ভগা ইটা আৰু চূণ দিলে বৰ ভাল হয়। নাদত গা বা আন বস্তু ধুব দিয়া অনুচিত। নাদৰ ওপৰত গছ থাকিব নেলাগে; কাৰণ গছৰ পাত তাত পৰি পচে; ঢাকনীয়ে নাদক বৰ ভালে ৰাখে।

পানী তোলোঁতে নিকা পাত্ৰ আৰু জৰী ব্যৱহাৰ কৰিব লাগে। নাদত পৰা ভগা পাত্ৰ আৰু মলবিলাক গুচাই মাজে-মাজে তাক পৰিষ্কাৰ কৰা উচিত।

পানীৰ নলা আৰু বিষ্ঠা-মূত্ৰৰ খালৰপৰা বৈ যোৱা মল বৰ অনিষ্টকাৰী। মানুহৰ পেটৰপৰা ওলোৱা বা নলাই দি বৈ যোৱা পচা বস্তুৰে মিহলি পানী খোৱাৰপৰা কোনো কোনো বৰ বেয়া ব্যাধি হয়। নাদৰ ওচৰত থকা বিষ্ঠা-মূত্ৰৰ খাল বৰ সাৱধান পৰিষ্কাৰ কৰি পুতি পেলাব লাগে। নাদৰ ওচৰৰ সকলো প্ৰকাৰৰ মলে অনিষ্ট কৰে; কাৰণ বেয়া গন্ধক শোহে বা টানি নিয়ে।

### ৩। পানীক ছেকি পৰিষ্কাৰ কৰা, ইত্যাদি।

১৭। ভাল পানী নিৰ্ম্মল, তাৰ গন্ধ বা আস্বাদ নাই, আৰু তাত পচা বস্তু নেথাকে। যি পানীৰে সৈতে বহুত চূণ বা আকৰত হোৱা আন বস্তু + গলি (পমি) মিহলি হৈ থাকে, তাক কটিন, আৰু তাত আকৰৰ বস্তু মুঠেই নেথাকিলে বা কম থাকিলে তাক কোমল, পানী বোলা যায়। কোমল পানী ধুবৰ আৰু পাক কৰিবৰ নিমিত্তে উত্তম।

বিলাত-দেশৰ ডাঙৰ নগৰবিলাকত আলিৰ মাজে নলাই দি বৈ যোৱা পানী আছে। ভাৰতৰো কিছুমান নগৰত সেইদৰে পানী যোগোৱা হৈছে, ক্ৰমে আনবিলাকতো দিয়া যাব।

পাৰাঁ মানে নিৰ্ম্মল পানী আনিবা, আৰু তাক নিৰ্ম্মলকৈ ৰাখিবা। তেনে পানী নেপালে পানী প্ৰথমে উতলাই চেঁচা নকৰাকৈ বা তাক নেছেকাকৈ খোৱা অনুচিত। পানী উতলাই লৈ ছেকিলে সি আৰু ভাল হয়। পানী-ছেকনী অনায়াসে কৰিব পাৰি। এটা বাঁহৰ বা কাঠৰ আধাৰত দুটা মাটি-কলহ এটাৰ ওপৰত আনটো দি পাতিবা। ওপৰৰটোৰ তলিত এটা বা দুটা সৰু বিন্ধা দি এতৰপ নিৰ্ম্মল বালি আৰু এতৰপ নিকা এঙ্গাৰেৰে তাৰ আধা পুৰাব; পাচে ছেকিবলগীয়া পানী ওপৰৰটো কলহত লাহে-লাহে বাকিবা, সি সেই বালি আৰু এঙ্গাৰৰ মাজে সৰকি টোপাটোপে তলৰটো কলহত পৰিব। তলৰ কলহটোৰ ভিতৰলৈ আন কোনো বস্তু নপৰা কৰিবৰ কাৰণ তাৰ মুখ বিন্ধা থকা এটা চেপেটা পাত্ৰেৰে ঢাকিব লাগে। সেই বালি আৰু এঙ্গাৰ মাজে-মাজে পৰিষ্কাৰ কৰিবা।

পানী হে উত্তম পানীয় বস্তু। সি পিয়াহ গুচায়, আৰু কোনো অনিষ্ট নকৰে। মদে মিছা পিয়াহ জন্মায়। তাক যিমান খোৱা যায়, তালৈ সিমান ইচ্ছা হয়। তাক খোৱাৰ পৰা অনেক মানুহৰ সৰ্ব্বনাশ হৈছে। কেতিয়াও তাক হাতেৰে নোছোৱাই উত্তম কাম।

---

১। অলপ তপত।

২। ভাপৰ গাড়ি-চলা বাট। ৩। বঙ্গালীত তাক কয়লা বোলা যায়।

## (৪) স্নান।

১৮। গা ধুবৰ প্ৰয়োজনঃ- আমাৰ গাই, যিমান সোনকালে পাৰে, ভিতৰৰ অকামিলা বস্তুবোৰৰপৰা মুক্ত হ'বলৈ যত্ন কৰে। সেইদৰে মুক্ত হবৰ এটা উপায় নিশ্বাস; আনটো ছালৰ মাজেদি সেই বস্তুবিলাকক বাজ কৰা।

ভালকৈ পতা সকলো নগৰত মলিয়ন পানী বৈ যোৱা নলা থাকে। সেই নলাৰ ভিতৰেদি পানী চলাই দিয়াই তাক পৰিষ্কাৰ ৰখাৰ উত্তম উপায়। আমাৰ ছাল তেনে নলাবিলাকেৰে পূৰ, সিহঁত ইমান সৰু যে সিহঁতক চকুৰে দেখা নেযায়। এটকা ৰূপে সিহঁতৰ এহেজাৰ মান ঢাকিব পাৰে। এই ক্ষুদ্ৰ নলাবিলাকৰ মাজেদি অকামিলা বস্তুবোৰ লৈ সদায় পানী বব লাগিছে। আমি যেতিয়া কাম কৰোঁহঁক, তেতিয়া সাধাৰণ সময়তকৈ অধিক পানী ওলায়, আৰু ছালৰ ওপৰত টোপা বান্ধি ৰয়, তাকে আমি ঘাম বোলোঁ। এদিনত এটা মানুহৰ ছালৰ মাজেদি যিমান ওলায়, সিমান পানীৰ দ্বাৰা এটা বিয়েৰ নামেৰে মদৰ টিচা (বতল) পূৰ হব পাৰে; কেতিয়াবা তাতকৈও সৰহ ওলায়। সেই পানী নিৰ্ম্মল নহয়। নিতৌ সেই পানীয়ে আদ-তোলা মান বিহযুক্ত অকামিলা বস্তুলৈ বাজ হয়।

ছাল ধুলে সেই নলাবিলাকৰ মুখ মুকলি হৈ থাকে। মলিয়ে সেইবোৰক বন্ধ কৰে, তাতে অকামিলা বস্তুবোৰ ভালকৈ বাজ হব নোৱাৰে। সেইহেতু খুদ-খহু আৰু আন ৰোগ হয়। চাবোন ছাল নিৰ্ম্মল কৰাত বৰ সাহায্য কৰে।

গাৰপৰা ওলাৱা অকামিলা বস্তু কাপোৰ, গাঁৰু, ইত্যাদিত লাগি থাকে। ছালত ঘঁহনি খালে সি ভিতৰলৈ যায়, তাৰপৰা ৰোগ জন্মে। এতেকে গাৰ দৰে কাপোৰ আৰু শয্যাকো নিকাকৈ ৰাখিব লাগে।

১৯। কেনেকৈ গা ধুব লাগে ঃ- ভালে থকা মতা আৰু তিৰোতা দুইও, পাৰিলে, নিতৌ গা ধুব। আহাৰ কৰাৰ অলপ পাচতে গা-ধোৱা ভাল নহয়, তাৰ দ্বাৰা আহাৰ জীন যোৱাত বাধা জন্মে। নিৰ্ম্মল পানী ব্যৱহাৰ কৰিব লাগে; কাৰণ বেয়া পানীয়ে গা-ধোৱাত গিনিওৱৰ্ম্ নামেৰে এবিধ পোক গালৈ সোমায় বুলি অনুমান হয়। গা-ধোৱাৰ পাচত গাটো গামোছাৰে ভালকৈ ঘঁহিব লাগে।

ডেকা আৰু বলী মানুহৰ নিমিত্তে চেঁচা পানী উত্তম। চেঁচা পানীৰে গা-ধোৱাৰ পাচত গাটো গামোছাৰে ভালকৈ ঘঁহাতো যদি সি চেঁচা হৈ থাকে, তেন্তে জানিব লাগে যে কুহুমীয়া ১ পানী ব্যৱহাৰ কৰা ভাল। জ্বৰ বা গ্ৰহনীৰ পৰা ভাল হোৱামানুহে নৰিয়া গুচাৰ অতি অলপ পাচতে চেঁচা পানীৰে গা ধুলে প্ৰায় ৰোগ দোৱৰে। গাত বল নহয় মানে কুহুমীয়া পানী ব্যৱহাৰ কৰিব লাগে। মানুহে গা ধোওঁতে চেঁচা বতাহ গাত লাগিলে কেতিয়াবা জ্বৰ হয়।

নৰিয়া মানুহে, গাটো ধুৱাই দিলে, বৰ ভাল পায়। তাৰ গাৰ এভাগ কুহুমীয়া পানীৰে ধুৱাই মচি শুকাবা, আৰু অলপকৈ মোহাৰি ঢাকিবা, পাছে আন এভাগ ধুৱাবা। এইৰূপে গোটেইটো গা ধুৱাব লাগে।

## (৩) উত্তম খাদ্য।

২০। আমি খাওঁ কিয় ? - আহাৰ নেপালে আমাৰ গা ক্ৰমে ক্ষীণ হৈ শেষত আমি মৰোঁ। আমাৰ মঙহ কলৈ

---

১। কামৰূপত ইয়াৰ নাম মাকবি জহা। আন দেশৰ মানুহে ইয়াৰ গুড়ি খুণ্ডি পিঠা কৰি খায়।

২। গাৰ মঙহত যৱক্ষাৰৎপাদক ভাপ থাকে। ই সদায় নষ্ট পায়; আহাৰক দ্বাৰা তাক পূৰাব লাগে। ঘেঁহু, মিলেট, মঙহ আৰু মাছ যৱক্ষাৰোৎপাদকেৰে পূৰ। চাউলত তাৰ অলপহে থাকে, তেলত সি মুঠেই নেথাকে। আমাৰ হাড়বোৰ বাইকৈ চূণেৰে নিৰ্ম্মিত, এতেকে আহাৰৰ লগত কিছু আকৰত উৎপন্ন বস্তু লাগে। ৩। জন্তুৰ তেল।

যায়? আহাৰ নিদিলে শিলৰ মূৰ্ত্তি খীণাই নেযায়। তাৰ কাৰণ এই যে আমি বন কৰোঁ, শিলৰ মূৰ্ত্তিয়ে নকৰে। আমি কোৱা প্ৰতি কথাই, আমি কঢ়া প্ৰতি খোজে আমাৰ গাৰ অলপ নষ্ট কৰে। সেই নষ্ট হোৱা ভাগ আহাৰে পূৰায়।

ৰেইলোৱেৰ ২ যন্ত্ৰে (কলে) বৰ দীঘল এশাৰী গাড়ী টানি নৈ যোৱা দেখা যায়। সেই কলে এই অসামান্য বল কেনেকৈ পায় ? তাৰ এখান বহল মুখ আছে, তাত সময়ে-সময়ে কাঠ বা নাগ মাটি সুমাই দিয়া যায়। কলে, জানিবা, সেই নাগ-মাটি খায়, আৰু সেই কাৰণে তাৰ কাম কৰিবলৈ শক্তি পায়। নাগ-মাটি ৩ নহলে সেই কল লৰচৰ নকৰাকৈ ৰৈ থাকিব। তুমি যি আহাৰ কৰাঁ, তাৰপৰাই তোমাৰ কাম কৰিবলৈ শক্তি পোৱাঁ। তোমাৰ গাৰ যিমান নষ্ট হয়, সিমান বস্তু তুমি ভিতৰলৈ নিয়াঁ।

আমাৰ আহাৰে আমাক শক্তি দিয়াত বাজে আমাক তাপো দিয়ে। সি যদিও একেবাৰেই জ্বলি নুঠে, তেওঁ সি বুকুৰ মাজত জ্বলি থাকে। আমি নেখালে আমাৰ গা ক্ৰমে চেঁচা হৈ যায়। কিন্তু ভালৰূপে আহাৰ কৰিলে আমি গাত উম(তাপ) পাওঁহঁক। এটা বৰ টৌৰ এটৌমান পানী যিমান তাপৰ দ্বাৰা উতলিব পাৰে, নিতৌ আমাৰ গাত সিমান তাপ উৎপন্ন হয়।

২১। কি খাব লাগে ঃ- এই কথা মনত ৰাখিব লাগে যে বেলেগ বেলেগ বিধৰ আহাৰে শৰীৰত বেলেগ বেলেগ প্ৰকাৰৰ গুণ কৰে; এতেকে, সম্ভৱ হলে, বিবিধ প্ৰকাৰৰ খাদ্য খাব লাগে। আমাৰ গাৰ নষ্ট হোৱা ভাগ পূৰাবলৈ, আৰু শক্তি আৰু তাপ পাবৰ নিমিত্তে আমাক আহাৰ লাগে। শৰীৰক যি যি বস্তু লাগে ভাল খাদ্যত সেই সকলোবোৰ থাকে। সৰু লৰাৰ সকলো অভাৱ এৰাঁগাখীৰে পূৰায়। লৰা ডাঙ্গৰ হলে তাক আন আহাৰ লাগে।

নানা বিধৰ শস্যৰ গুটি মানুহৰ ঘাই খাদ্য। চাউল সকলোতকৈ কম পুষ্টিকৰ খাদ্য-বস্তুবিলাকৰ ভিতৰত এবিধ খাদ্য। ঘেঁহু, মিলেট নামেৰে শস্য, গোমধান ১ তাতকৈ বহুত শ্ৰেষ্ঠ। যিবিলাক মানুহে সেইবোৰ খায়, সিহঁত ভাতখোৱা মানুহতকৈ বলৱন্ত, আৰু টান কাম কৰিব পাৰে। ভাতৰ লগত অলপ মাহ (ডালি) খালে সি অধিক পুষ্টিকৰ হয়। মঙ্গহ আৰু মাছ দুইও বৰ বলকাৰক।

যিবিলাক মানুহৰ ঘাই আহাৰ ভাত, ঘিউ আৰু মিঠা বস্তু, সিবিলাকৰ গা ডাঙ্গৰ হয়, আৰু তেওঁলোকে টান কাম কৰিব নোৱাৰে। আদ বয়সতে সিবিলাকৰ চুলি পকে, আৰু তেওঁলোকে অনেক ৰোগৰপৰা কষ্ট পায়। চেঁচা দেশত উত্তাপ জন্মোৱা আহাৰ অধিক লাগে ২। কিন্তু গাত উত্তাপ জন্মোৱাত বাজে কিছুমান চৰ্ব্বিৰ ৩ আন আৱশ্যক আছে। অধিক চৰ্ব্বি খোৱা হে অনিষ্টকৰ।

২২। ভালকৈ পকা ফল অতি উত্তম খাদ্য। কিন্তু ফেঁচা বা পকি জহিবলৈ ধৰা ফলে অপকাৰ কৰে। ৰন্ধা খাদ্য বহুত সময় থাকিলে অনিষ্টকৰ হয়। কোনো প্ৰকাৰৰ পচা খাদ্য কেতিয়াও খোৱা উচিত নহয়।

ওচৰত জহনী বা গ্ৰহনী ৰোগ প্ৰবল হলে আহাৰৰ বিষয়ত অতিশয় সাৱধান হব লাগে। যি বস্তুৱে আন সময়ত অপকাৰ নকৰে, তেতিয়া সি ৰোগ জন্মাব, আৰু মৃত্যু ঘটাব পাৰে। কেঁচা ফল আৰু অধিক পৰিমাণে শাক-পাচলী আৰু সকলো প্ৰকাৰৰ জীণ নোযোৱা বস্তু খোৱা অনুচিত।

---

১। তলিৰ ভিতৰক কালে বাং লগাবলৈ।

২। খোৱা বস্তুৱে পাক পাবলৈ সাধাৰণ মতে তিনিৰ পৰা পাঁচ ঘণ্টা কাল লাগে। কোনো কোনো বস্তু আনতকৈ সোনকালে জীণ যায়। জীণ যাবৰ কাৰণে ভাতক প্ৰায়ে এক ঘণ্টা, আৰু ভেঁড়াৰ মঙ্গহক তিনি ঘণ্টা লাগে।

অলপ মচলা-আদি ভাল, অধিক হলে পেটৰ অহিত কৰে। তামোল-খোৱা এই দেশত বৰ প্ৰচলিত, কিন্তু সি মলিন আৰু অহিতকাৰী। সি দাঁত বেয়া কৰে, আৰু কেতিয়াবা কেঞ্চাৰ নামেৰে এটা ৰোগ জন্মায়; আৰু তাৰ দ্বাৰা বহুত সময় আৰু ধন ব্যয় হয়; এতেকে তাক এৰিব লাগে।

কোনো কোনো ৰোগত ধঁপাত খাবলৈ ডাক্তৰে বিধান দিয়ে, কিন্তু তাক সদায় খোৱা অভ্যাসৰপৰা অহিত হয়। ধঁপাতৰ নিমিত্তে যি ধন ভঙ্গা যায়, তাক আন ভাল কাৰ্য্যত লগাব পৰি। ধঁপাত লৰা মানুহৰ বৰ অপকাৰী। ধঁপাত-খোৱা অভ্যাস নকৰিবা, তাকে নকৰিলে তাক নোখোৱাৰপৰা কেতিয়াও কষ্টবোধ নহয়। আফিং আৰু ভাং অত্যন্ত অহিতকাৰী।

বেয়াকৈ ৰন্ধা খাদ্যে অপকাৰ কৰে। পাক-কৰা পাত্ৰত থকা সীহ্ বা তামৰ বিহৰ দ্বাৰা মানুহ কেতিয়াবা নৰিয়া পৰে। সেই পাত্ৰ পৰিষ্কাৰকৈ ৰাখিব লাগে, আৰু সি তামৰ হলে তাক মাজে-মাজে কলাই কৰিবলৈ ১ সাৱধান হব লাগে।

২৩। কেনেকৈ আহাৰ কৰিব লাগেঃ- নিৰূপিত সময়ত আহাৰ কৰা বৰ উচিত কাৰ্য্য ষ শৰীৰৰ আন আন ভাগৰ দৰে আমাৰ পাকস্থলীকো (ভুঁৰুকো) বিশ্ৰাম লাগে। নিৰূপিত সময় মতে আহাৰ নকৰিলে সকলোবিলাক খোৱা বস্তু সি জীৰ্ণ কৰিব নোৱাৰে। এতেকে নিৰূপিত সময়ত আহাৰ কৰাহে আমাৰ উচিত। এবাৰ খোৱা বস্তু জীৰ্ণ কৰিবলৈ ভুঁৰুক সময় দি হে পুনৰায় খাব লাগে ২।

ৰাতিপুৱা কাম কৰিবলৈ যোৱাৰ আগেয়ে আহাৰ কৰিলে গাত বল হয়, আৰু সি জৰ-নিবাৰণ কৰাত সাহায্য কৰে। পাৰিলে দুপৰীয়া এবাৰ ভাল, উম-থকা বস্তু ভোজন কৰিব লাগে, আৰু গধূলি সাত নৌ বাজোঁতেই পুৱনৰায় আহাৰ কৰা উচিত। বহুত ৰাতিত ভোজন কৰা অযুগুত। পেট পূৰাই খোৱাৰ পাচত অলপ বিশ্ৰাম কৰা ভাল।

বোধহয় এই জগতত অলপ খোৱাতকৈ বহুত আহাৰ কৰাৰ পৰা অধিক মানুহ যমৰ নগৰলৈ যায়। ধনীয়ে অতিৰিক্ত ৰূপে ভোজন কৰে। সাধাৰণ মতে দুখীয়া মানুহবিলাকে যিমান লাগে তাতকৈ কম আহাৰ পায়; কিন্তু সুচল পালে কেতিয়াবা সিহঁতে অতিৰিক্তঃ আহাৰ কৰি নিজৰ অহিত জন্মায়। আমাৰ ভুঁৰুক ডাঙৰ বোজা দিয়া কেতিয়াও উচিত নহয়। তাকে কৰিলে আমাৰ অপকাৰ হয়।

আহাৰ গিলাৰ আগেয়ে ভালকৈ চোবাব লাগে, তাকে কৰিলে আহাৰে ভালকৈ পাক পায়, আৰু দেহ পুষ্ট কৰে। আহাৰ কৰি থাকোঁতে অলপ-অলপকৈ মাথোন পানী খাব লাগে।

## (৪) দীপ্তি বা পোহৰ।

২৪। আন্ধাৰত হোৱা গছ বা তৃণ বগা দেখা যায়, আৰু দুৰ্ব্বল হয়। সি সদায় পোহৰলৈ ওলাবলৈ যত্ন কৰে। মানুহৰ কথাও তেনে। যি মানুহ আন্ধাৰত থাকে, সি বিবৰ্ণ আৰু দুৰ্ব্বল হয়, আৰু তাক অনেক ৰোগে ধৰিব পাৰে। তাৰ মনতো কষ্ট জন্মে।

"দীপ্তি নিশ্চয় আনন্দদায়ক, আৰু সূৰ্য্যৰ দৃষ্টি চকুৰ তৃপ্তিকাৰক।" যদি তুমি সজাত থকা চৰাই এটাক মমতাকৈ ৰাখিব খোজাঁ, তেন্তে সজাটো এখান খাপোৰেৰে ঢাকিবা। মনত ৰং লাগিলে হে চৰাইয়ে গান কৰে, অন্ধকাৰে তাৰ

১। এৱিধ নোমৰ কাপোৰ।

+ গাৰু সবল আৰু নিৰোগী কৰিবৰ কাৰণ অঙ্গবিলাক সঞ্চালিত কৰা কাৰ্য্য।

উৎসাহ গুচায়। আমিও আন্ধাৰ, জলকা দিনতকৈ পোহৰ দিনত অধিক সুখী হওঁ। নৰিয়াৰপৰা ভাল হোৱা মানুহে দীপ্তিৰপৰা শক্তিক আকৰ্ষণ কৰি লোৱা যেন দেখা যায়।

আন্ধাৰ ঘৰ ৰোগৰ ঠাই। এই এটা কথা আছে যে "য'ত পোহৰ সোমাব নোৱাৰে, তাত অৱশ্যে বেজ সোমায়।" সূৰ্য্যৰ দীপ্তিয়ে ঘৰক নিৰ্ম্মল কৰে। বস্তুবিলাক মলিয়ন হলে তাৰ দ্বাৰা দেখি পৰিষ্কাৰ কৰিব পাৰি। দীপ্তিয়ে সাপ আৰু আন অপকাৰী ক্ষুদ্ৰ জন্তুবিলাকক খেদায়। প্ৰচুৰ-পৰিমাণে দীপ্তি আৰু বায়ু নোপোৱাকৈ তিৰোতাবোৰক ভিতৰত সুমাই থোৱাটো বৰ বেয়া আৰু নিষ্ঠুৰ ব্যৱহাৰ। তাৰ দ্বাৰা সিহঁতৰ নিজৰ পীড়া হয়, আৰু লৰাবোৰো নৰিয়া পৰে।

যদিও পোহৰ ভাল, তথাপি বৰ ৰদৰ তাপ লাগিলে ৰোগ হব পাৰে। ৰদত লৰি ফুৰাৰপৰা প্ৰায়ে লৰাবিলাকৰ মূৰৰ বিষ হয়। যিবিলাক মানুহৰ পথাৰত কাম কৰা অভ্যাস, ৰদৰপৰা সিহঁতৰ অপকাৰ নহব পাৰে; কিন্তু আন মানুহ ৰদত বাহিৰলৈ যাব লাগিলে ছাতিৰ দ্বাৰা মূৰটো ভালকৈ আবৃত কৰিব লাগে।

## (৫) পিন্ধিবৰ উপযুক্ত কাপোৰ।

২৫। দেশৰ চেঁচা, তপত অৱস্থা অনুসৰি কাপোৰৰ প্ৰভেদ হব লাগে। ভাৰতৰ দক্ষিণ ফালে জাৰ আৰু ঘাম কাল উত্তৰফালৰ সমান পৃথক নহয়। বঙ্গদেশত জাৰকালি প্ৰচুৰ-পৰিমাণে উম-থকা কাপোৰ নোপোৱাত থাকি অনেক মানুহ মৰে। গাত চেঁচা বতাহ লাগি সিহঁতক জৰে ধৰে। তলত এটা ফ্লেনেলৰ ১ চোলা পিন্ধিলে জাৰৰপৰা বহুত ৰক্ষা হয়। দুখীয়া মানুহে ভাবিব পাৰে যে উপযুক্ত কাপোৰ কিনিবলৈ সিহঁতৰ ধন নাই, কিন্তু সিহঁত নৰিয়া পৰিলে কাপোৰ কিনাতকৈ অধিক ধন ভাগে। ভাল কাপোৰ কিনাত যি ধন ভঙ্গা যায়, অলঙ্কাৰ কিনাতকৈ সি সজ ব্যয়।

মূৰ আৰু পেট শৰীৰৰ বৰ কোমল অংশ। ভাল পাগুৰি বা কুঁহিলাৰ টুপীয়ে ৰদৰপৰা মূৰক ৰক্ষা কৰে। পেটত, ঘাইকৈ ৰাতি, কেইবা তৰপ কাপোৰ মেৰালে নৰিয়াৰপৰা বহুত ৰক্ষা পোৱা যায়। ঋতু সলনি হবৰ সময়ত বিশেষকৈ সাৱধান হব লাগে। অনেক সময়ত তপত দিনৰ পাচতে চেঁচা দিন, আকৌ চেঁচা দিনৰ পাচতে তপত দিন হয়। বুৰ জাৰ লগাৰপৰা নৰিয়া হোৱা অতিশয় সম্ভৱ। দুৰ্ব্বল লৰাই অনেক সময়ত জাৰৰপৰা কষ্ট পায়।

গধূৰ পাগুৰি আদিৰ নিচিনা অধিক কাপোৰ লোৱাৰপৰাও অনিষ্ট হব পাৰে। দিনত পিন্ধা কাপোৰ ৰাতি পিন্ধা অনুচিত। তাকে নকৰিলে গাৰপৰা ওলাই কাপোৰত লগা ঘাম শুকায়। সকলো পিন্ধা কাপোৰ নিকাকৈ ৰাখিব লাগে।

তিতা কাপোৰেৰে শোৱা বা বহি থকা বৰ অহিতকৰ। যদি কাপোৰ সলাবৰ উপায় নেথাকে, তেন্তে সি নুশুকায় মানে লৰিচৰি ফুৰি থাকিবা।

## (৬) অঙ্গ-চালন +।

২৬। অঙ্গ-চালনৰ গুণ ঃ- অঙ্গ-চালন গুণৰ অলপ কথা এতিয়া কোৱা যাব।

আমাৰ গাৰ মঙ্গহাল ভাগক, যাৰ দ্বাৰা আমি লৰচৰ কৰোঁ, মাংস বোলা যায়। তাক ভালৰূপে ব্যৱহাৰ কৰিলে সি ডাঙৰ আৰু শক্তিমন্ত, আৰু নকৰিলে ক্ষীণ আৰু দুৰ্ব্বল হয়। এটা কমাৰৰ সোঁ বাহুৰে সৈতে শুকাই ক্ষীণ

---

১ মূৰৰ ঘিউ।

২। এজনে দলি মাৰি দিয়া এটা বল, অৰ্থাৎ ঘূৰণীয়া বস্তু, আন এজনে এডাল মাৰিৰে টাঙন মাৰি দূৰলৈ পেলাই, লৰ দি কৰা যেমালি।

নহয় মানে ওপৰলৈ হাত দাঙ্গি থকা এটা সন্ন্যাসীৰ বাহুৰ তুলনা কৰি চোৱাঁ।

আমি বিশ্ৰাম কৰি থাকোঁতে এক মিনিটত প্ৰায় ষোলবাৰ মান উশাহ লওঁ, কিন্তু যেতিয়া আমি লৰি যাওঁ, তেতিয়া তাত্‌কৈ শীঘ্ৰে উশাহ লৈ অধিক বায়ু ভিতৰলৈ টানো। তাৰ দ্বাৰা বিশ্ৰামত থকাত্‌কৈ ভালৰূপে তেজ নিৰ্ম্মল হয়। আমাৰ আমঠুও (কলিজা) অধিকৰূপে সঞ্চালিত হয়, আৰু শৰীৰৰ সকলো ভাগলৈ অধিক তেজ গৈ সেই বিলাকক পুষ্ট কৰে।

অঙ্গ-চালনে অন্য এক প্ৰকাৰেও উপকাৰ কৰে। যেতিয়া আমি বেগাই খোজ কাঢ়োঁ বা টান কাম কৰোঁ, তেতিয়া আমি ঘামো। সেই ঘাম ছালেদি ওলোৱা পানী, সি আমাৰ গাৰ ভিতৰৰপৰা অকামিলা বস্তুবোৰ বাজ কৰি তাক নিৰোগী কৰে। আৰু অঙ্গ-চালনৰ পাচত আমি অধিক আহাৰ কৰি তাক জীৰ্ণ কৰিব পাৰোঁহঁক।

ভাল অঙ্গ-চালনৰ দ্বাৰা আমাৰ গোটেইটো গা বলিষ্ঠ হয়।

অঙ্গ-চালন-নকৰা মানুহবিলাক এলেহুৱা হয়, আৰু অলপ পৰিশ্ৰমতে বৰ ভাগৰ পায়। সিহঁতে নিজে কষ্ট ভুঞ্জে, আনৰো একো উপকাৰ কৰিব নোৱাৰে।

২৭। অঙ্গ-চালন নকৰাৰ ফল ঃ- সকলো ঠাইতে লৰবিলাকে ধেমালিক ভাল পায়। সি সিহঁতৰ উপকাৰী। লৰি ফুৰা, বল (ঢোপ) দলিওৱা আৰু আন আন খেলাৰ দ্বাৰা ঠেং আৰু বাহু সবল হয়। আটাহ পৰা আৰু হঁহাৰপৰাও সিহঁতৰ আৰোগ্য-বৃদ্ধি হয়।

কোনো কোনো লৰাই পঢ়িবলৈ হেলা কৰি ধেমালিত লাগে, কোনোৱে আকৌ অঙ্গ-চালনৰ নিমিত্তে অতি অলপ সময় হে পায়। বহুত দেশী পঢ়াশালিত লৰাবিলাকক ভালেমান পৰ ৰখা যায়, আৰু সিহঁতে তাত সিহঁতৰ অঙ্গবিলাক ৰখাৰ (বহাৰ) ভাও, যিমানকৈ সলাব লাগে সিমানকৈ সলাবলৈ নেপায়। পঢ়াশালিত লৰাবিলাকে বহাৰ দৰে থিয় হৈ থাকিবলৈও পাব লাগে।

বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবৰ নিমিত্তে পঢ়া ডেকাবিলাক অঙ্গ-চালনৰ অভাৱত পীড়িত হোৱা বৰ সম্ভৱ। সিহঁতৰ কোনো-কোনোৱে ভাবে যে সিহঁতৰ সকলো সময় পঢ়াতে ব্যয় কৰিব লাগে। ই সিহঁতৰ ভুল। বাঁঢ়েয়ে যিখিনি সময়ত তাৰ অস্ত্ৰ ধৰায়, সেইখিনি সময় উত্তম কাৰ্য্যত লগোৱা হয়। মনে মস্তিস্কৰ ১ দ্বাৰা কাম কৰে। অঙ্গ-চালনৰ দ্বাৰা মস্তিষ্কলৈ অধিক তেজ গৈ সি সবল হয়। এনে ঘটনা হয় যে কোনো ছাতৰে অঙ্গ-চালনত হেলা কৰা হেতু নৰিয়া পৰি মহলা দিবলৈ ওলাব নোৱাৰে; আৰু কেত্‌বিলাক লৰা, সেই কাৰণে, জীয়াই থাকেমানে ৰুগীয়া আৰু দুৰ্ব্বল হয়

বেলি মাৰ যোৱা সময়ত ভাল-ৰূপে এবাৰ বলৰ খেলা ২ কৰিলে বৰ উপকাৰ হয়। জৰীৰ ওপৰে জপিওৱা ধেমালি ছোৱালীবিলাকৰ নিমিত্তে প্ৰশস্ত।

দিনটো লিখি থকা মহৰিবিলাকেও পঢ়াশলীয়া লৰাৰ দৰে অঙ্গ-চালন কৰিব লাগে।

শুদা পেটেৰে থাকোঁতে বা পেট পূৰাই খোৱাৰ অলপ পাচতে অঙ্গ-চালন কৰা অনুচিত।

* কলিকতা-আদি ডাঙৰ নগৰত এনে বাট আছে, তাৰ দাঁতিৰ ঘৰত ভালকৈ বতাহ সোমাব নোৱাৰে।

## (৭) নিদ্রা (টোপনি)।

২৮। টোপনিৰ আৱশ্যক ঃ- টোপনি নোহোৱাকৈ আমি জীয়াই থাকিব নোৱাৰোঁ। পূৰ্ব্ব কালত শুব নিদি ৰখা কাৰ্য্যটো মানুহৰ প্ৰাণ বধিবৰ এটা বৰ নিষ্ঠুৰ উপায় আছিল।

যেতিয়া আমি দিনত কাম কৰোঁ, তেতিয়া ৰাতি আমাৰ ভাগৰ লাগে। গা আৰু মন, দুইৰো বিশ্ৰামৰ আৱশ্যাক। আমি যি কামকে কৰোঁ, তাৰ দ্বাৰায়ে আমাৰ শৰীৰৰ কিছু বস্তুৰে নাশ পায়। ঘাইকৈ টোপনিত হে সেই নষ্ট হোৱা ভাগ পূৰ হয়। মানুহে গোটেই দিন এটা নাদৰ পৰা পানী তুলিলে তাৰ পানী কমি যায়; কিন্তু ৰাতি হলে পানী আকৌ অধিক হয়। ৰাতি ভালৰূপে বিশ্ৰাম কৰাৰ পাচত পুৱা আমি গোটেই নতুন মানুহৰ নিচিনা হৈ উঠোঁ। আমি বলী আৰু নিৰোগী হবৰ কাৰণ আমাক প্ৰচুৰ পৰিমাণে টোপনি লাগে।

শুবৰ বিষয়ে উপদেশ ঃ- দুখীয়া মানুহে কেতিয়াবা অলপ পৰহে শুবলৈ পায়। ধনী মানুহ প্ৰায়ে বহুত বেলিলৈ শয্যাত পৰি থাকে। ডাঙ্গৰত্‌কৈ লৰাৰ অধিক টোপনিৰ আৱশ্যাক। কেঁচুৱা লৰা দিনৰ সৰহ ভাগ শুব লাগে। বাৰ বছৰমান বয়সীয়া লৰা বা ছোৱালীৰ প্ৰায়ে ন ঘণ্টা শুবৰ প্ৰয়োজন; মানুহক সাত ঘণ্টা লাগে। কোনো লোকৰ অধিক কোনোৰ কম টোপনিৰ আৱশ্যাক।

শুবৰ কাৰণ ৰাতি অতি উত্তম সময়। শুবলৈ যোৱাত দহ বজাত্‌কৈ পলম নকৰিবা, আৰু বেলি ওলাওঁতেই উঠিবা।

সোনকালে শয়ন আৰু সোনকালে উঠন,<br>দুয়ো মিলায় আৰোগ্য, জ্ঞান আৰু ধন।

গোটেই দিন পৰিশ্ৰম কৰাই ৰাতি ভাল নিদ্ৰা পাবৰ এটা উত্তম উপায়।

২৯। শুবলৈ যোৱাৰ অলপ আগেয়ে পেট পূৰাই আহাৰ কৰা অনুচিত। তাৰ দ্বাৰা মানুহৰ বেয়া টোপনি হয়, আৰু বেয়া সপোন দেখা যায়। আমাৰ ভুকুয়ে (আহাৰ জীণ কৰিবৰ নিমিত্তে) টান কাম কৰিব লগা হয়, তাতে মস্তিষ্ক অস্থিৰ হয়। সপোন মনত হোৱা মিছা ভাবনা, তাৰ একো অৰ্থ নাই। তালৈ মন কৰা উচিত নহয়। তাৰপৰা ইয়াকে মাথোন বুজা যায় যে মস্তিষ্কে ভাল বিশ্ৰাম পোৱা নাই।

মাটিত শোৱাত্‌কৈ চাং বা খাটত শোৱা ভাল। পাৰা মানে মাটিত নুশুবা; মাটি শুকান হলে আৰু গাৰঁত জৰ প্ৰবল নহলে মাটিত শোৱাৰপৰা অপকাৰ নহব পাৰে। জেকনি-লগা মাটিত শুলে গাত বেদনা বা আন ৰোগ হয়। যি বেয়া বায়ুৰ দ্বাৰা জৰ হয়, সি নিচেই নামত থাকে; শোৱা শয্যা অলপমান ওখ হলেও সি নিবাৰিত হয়। মাটিত শোৱা মানুহক আহাৰ বিচাৰি বগাই ফুৰা সাপে খোৱা সম্ভৱ। যদি কোনো মানুহৰ ওখ শয্যা নেথাকে, আৰু মাটি জেকা হয়,

---

* দুই প্ৰকাৰৰ জোখ আছে-- কিউবিক আৰু চুপৰফিচিয়েল স্কোয়াৰ। কোনো বস্তুৰ দীঘক পথালী আৰু ওখৰে পূৰণ কৰিলে কিউবিক জোখ হয়। ১০ফুট দীঘল, ১০ ফুট বহল, আৰু ১০ফুট ওখ একোঠালী ঘৰত ১,০০০ কিউবিক ফুট থাকে। দীঘক পথালীৰে পূৰণ কৰাক চুপৰফিচিয়েল জোখ বোলা যায়। ১০ ফুট দীঘল আৰু ১০ ফুট বহল (১০x১০) একোঠালী ঘৰত ১০০ স্কোয়াৰ ফুট থাকে। কয়েদীবিলাকক ৬৪৮ কিউবিক ফুট ঠাই দিয়া যায়। দেশী চিপাহীবিলাকে ৬২ আৰু দেশী কয়েদীবোৰে ৩৬ চুপৰফিচিয়েল ফুট পায়। কিন্তু কোনো কোনো কোঠালী ওখ আৰু সেইবিলাকত বহুত বতাহ সোমোৱা বাট থাকে।

# বতাহ আৰু পোহৰ সোমোৱা বাট। + ই এটা হিন্দি শব্দ, সি দুৱাৰ বা খিড়িকীত থকা জপাব আৰু মেলিব পৰা সৰু, চেক পাটৰ যতনক বুজায়।

তেন্তে সি কিছুমান খেৰ বা শুকান পাতৰ ওপৰত শুব।

ওপৰত কোৱাৰ দৰে গাঁৰু আৰু শয্যাৰ কাপোৰ নিৰ্ম্মল ৰাখিব লাগে। গাৰ অকামিলা বস্তু সেই বিলাকত লাগি থাকি অপকাৰ কৰে।

৩০। ৰাতি বহুত নিৰ্ম্মল বায়ুৰ আৱশ্যক। বন্ধ খোঁটালীত শোৱাৰপৰা বৰ অনিষ্ট হয়। ঘৰৰ কথা লিখোঁতে ইয়াক বিশেষকৈ কোৱা যাব।

অনেক মানুহৰ কাপোৰেৰে মূৰ ঢাকি শোৱা এটা বেয়া অভ্যাস আছে। তাৰ দ্বাৰা ভালৰূপে নতুন বতাহ সোমোৱাত বাধা জন্মে।

দেশৰ কোনো কোনো ভাগত ঘাম-কালি ঘৰৰ বাহিৰে মুকলিত শোৱাৰপৰা মানুহৰ অপকাৰ নহব পাৰে। কিন্তু নিয়ৰ পৰিলে অনিষ্ট হয়, সি জ্বৰ আনে। এনেকৈ শুব লাগিলে সদায় ওপৰত এটা আচ্ছাদনৰ আৱশ্যক।

বতাহ আহি পোনেই গাত লগা ঠাইত শোৱা অনুচিত। তাৰ দ্বাৰা গাৰ উম গুচে, আৰু প্ৰায়ে নৰিয়া হয়। যেতিয়া ওচৰত জৰ বা জহনী প্ৰবল হয়, তেতিয়া ৰাতি গা তপত ৰখা ঘাইকৈ উচিত।

## (৮) ভাল ঘৰ।

৩১। আমি থকা ঘৰ আৰু তাৰ চাৰিও ফালৰ বস্তুৰ ওপৰত আৰোগ্য বহুত নিৰ্ভৰ কৰে। দুখীয়া মানুহবিলাকে প্ৰায়ে যেনে ঘৰ পায়, তেনে ঘৰতে থাকে; তথাপি ঘৰবোৰক নীৰোগ কৰিবৰ নিমিত্তে অনেক ঘৰৰ সম্বন্ধে কিছু কাৰ্য্য কৰিব পাৰি।

ঘৰৰ ঠাই ঃ- পানী বন্ধ যোৱা দ ঠাইত ঘৰ কৰা অনুচিত। সকলোতকৈ ওখ যি মাটি পাব পাৰি তাক বাছি লবা। পিটনিৰ ওচৰৰ ঠাই লব নেলাগে। পচা তৃণ-আদিৰ পৰা ওলোৱা বায়ু জৰৰ এটা ঘাই কাৰণ। পুখুৰি বা নৈৰ দাঁতিত ঘৰ সজাও উচিত নহয়। শুকান ঠাইৰ ঘৰবিলাকৰো ভেঁটি মাটিৰপৰা দুই বা তিনি ফুট ওখ হব লাগে। সেয়ে হলে বাৰিষা ঘৰলৈ পানী উঠিব নোৱাৰে, আৰু অনেক সময়ত ৰোগ জন্মোৱা জেকনিও তাত নেলাগে। দুখীয়া মানুহেও এই দৰে ঘৰৰ ভেঁটি ওখ কৰিব পাৰে। ঘৰৰ চাল ইমান এঢলীয়া হব লাগে যেন বৰষুণৰ পানী সহজে বৈ যাব পাৰে।

ঘৰবিলাক এনে ভাৱে স্থাপিত হব লাগে যেন সিহঁতৰ ভিতৰলৈ অবাধ-ৰূপে বতাহ চলিব পাৰে। ঠেক, বেঁকা *বাট আৰোগ্যৰ অহিত। অনেক ঘৰ ওচৰাউচৰিকৈ সজা অনুচিত।

সস্তা দেখি মানুহে কোনো সময়ত বেয়া ঠাইত ঘৰ লয়। কিন্তু এনে ঘৰ শেষত বৰ মৰগ হয়; কাৰণ নৰিয়াৰপৰা হোৱা হানি সস্তা কেৰেয়াৰপৰা পোৱা লাভতকৈ অধিক হয়। তলত লেখা আখ্যানটিৰ দ্বাৰা জেকনি লগা ঘৰৰপৰা যি অহিত হয়, তাক জানিব পৰা যায়।

৩২। জেকনি-লগা ঘৰঃ- এজনা ভদ্ৰ তিৰোতা এক দূৰ প্ৰদেশত থকা, তেওঁৰ এজনা ভনীয়েকক চাবলৈ গল। তেওঁ ভনীয়েকৰ পৰিয়ালৰ আৰোগ্যৰ কথা সোধাত ভনীয়েকে কলে যে "আমি এইটো ঘৰ লবৰপৰা কিবা

+ আফিঙ্গত বিহুৰ গুণ থাকে; তাক অধিককৈ খালে মানুহ মৰে।

* গোবৰ-আদিৰ।

কাৰণত বৰ দুৰ্ভগীয়া হৈছোঁ। মোৰ স্বামী ইমান নৰিয়া যে তেওঁ উঠি-লৰি ফুৰাই টান। মই পানী-লগাৰপৰা কেতিয়াবা হে মুক্তি পাওঁ। ইয়াত বাজে যোৱা বছৰত আমাৰ সকলোৰে জ্বৰ হৈছিল, তাৰ দ্বাৰা আমি আমাৰ দুটি প্ৰিয় লৰা হেৰুৱালোঁ। কিয় আমি ইয়াত ইমান দুৰ্ভগীয়া হৈছোঁ কব নোৱাৰোঁ। আমি কিবা কুক্ষণত এই ঘৰত সোমাইছিলোঁ হি।"

সেই ভদ্ৰ তিৰোতাই কলে, "প্ৰিয় ভনী, তোমালোক দুৰ্ভগীয়া নোহোৱা; তোমাৰ কেৱল বোধ নাই। তোমাৰ পৰিয়ালৰ সকলো দুখ পিটনিৰ কাষৰ জেকা-ঘৰত থকাৰপৰা হে হৈছে। তুমি এই ঘৰত থাকা মানে ইয়াৰ বিপৰীত নহয়।"

তেওঁৰ ভনীয়েকে উত্তৰ কৰিলে বোলে, "তুমি সঁচাকৈ এই দৰে ভাবিছা নে ? তোমাৰ কথা যদি সঁচা হয়, তেন্তে আমি কালিলৈকে এইটো ঘৰ এৰি যাম। কিন্তু আমি যলৈকে যাওঁ, তাতে আমাৰ আপদ হব। কপালৰ বিধান কোনে খণ্ডাব পাৰে ?"

এই কথা শুনি তেওঁৰ সেই জ্ঞানৱতী ভনীয়েকে বুলিলে, "সকলো ঠাইতে আমাৰ আপদ হব পাৰে, ইয়াত সংশয় নাই; কিন্তু আমাৰ আপোনাৰ অসাৱধনতাৰ দ্বাৰা বিপদক মাতি অনা উচিত নহয়। আৰোগ্য-ৰক্ষাৰ নিমিত্তে ভালৰূপে সাৱধান নোহোৱাৰপৰাই তোমাৰ পৰিয়ালৰ দুখ হৈছে।"

এই ৰূপে বৰাই-বুজাই সেই ভদ্ৰ তিৰোতাই তেওঁৰ ভনীয়েকৰ পৰিয়ালক এখান ভাল ঠাইৰ এটা ঘৰলৈ নিলে, আৰু তাত সিবিলাকে সকলোৱে উত্তম আৰোগ্য ভোগ কৰিবলৈ পালে।

৩৩। ঘৰলৈ বায়ুৰ প্ৰবেশ ঃ- প্ৰচুৰ ভাল বায়ু ঘৰৰ ঘাই লাগতিয়াল বস্তু। আৰোগ্যৰ কাৰণ তাৰ বৰ আৱশ্যক। চিপাহি থকা ঘৰ আৰু ফাটকত যিমান ঠাই লাগে, তাক সাৱধানে নিৰূপিত কৰা যায়। * সম্ভৱ হলে প্ৰতি-জন মানুহে ৮ফুট দীঘল আৰু ৬ফুট বহল বা ৪৮স্কোয়াৰ ফুট ঠাই পাব লাগে। একে কোঁঠালীতে বহুত মানুহ থকা উচিত নহয়। প্ৰচুৰ পৰিমাণে নতুন বায়ু পোৱা ঠাইত যিমান শীঘ্ৰে মানুহ মৰে, বহুত মানুহ একে লগে থাকিলে তাৰ দুগুণ শীঘ্ৰে মৰে।

যি পৰিমাণে বতাহ সলনি হয়, তাৰ ওপৰত আৱশ্যকীয় ঠাইৰ পৰিমাণে বৰকৈ নিৰ্ভৰ কৰে। এটা বৰ ডাঙৰ বন্ধ কোঁঠালিতকৈ সদায় বতাহ চলি থকা এটা সৰু কোঁঠালী অধিক নিৰোগী। বিস্তৰ সাধাৰণ ঘৰত বাৰৰ ফাট আৰু চালৰ বিন্ধাই দি অবাধ-ৰূপে বায়ু সোমায় আৰু ওলায়।

ইটাৰে সাজি চূণৰ লেপ দিয়া ঘৰত নতুন বায়ুৰ ঘাইকৈ অভাৱ হয়। এনেকুৱা অনেক ঘৰত খানচাৰেক মাথোন খিড়িকী # থাকে, ৰাতি হলে সেইবিলাক সাৱধানে জপোৱা যায়। কোনো কোনো কোঁঠলিত খিড়িকী মুঠেই নেথাকে, এখান মাথোন সৰু দুৱাৰ থাকে। শুই থকা মানুহৰ দ্বাৰা বেয়া হোৱা বায়ুৱে ওলাবৰ উপায় নেপাই ভিতৰতে সোমাই ৰয়।

শোৱা কোঁঠালীত বহুত পীৰা-চকী আদি বস্তুথোৱা এটা বেয়া দস্তুৰ আছে, কেতিয়াবা খাদ্য-বস্তু থকা পাত্ৰও তাত থোৱা যায়। তাৰ দ্বাৰা ভিতৰলৈ সোমোৱা বায়ুৰ পৰিমাণ আৰু কমে।

৩৪। বেয়া বায়ু আৰু ধোৱাঁ এলাই যাবৰ নিমিত্তে ধোৱাঁৰ নলা বা আন উপায় নেথাকিলে মানুহ থকা খোঁটালীবিলাকত জুই ধৰা অনুচিত। জীৱ জন্তুৰ দৰে চাকিয়েও বায়ুক বেয়া কৰে।

---

* ধান, চাউল, মাহ ইত্যাদি। # শৌচৰ ঘৰ।

$ ডাঙৰ নগৰত এনেবোৰ ঠাইত গধূলি মানুহে ফুৰি বতাহ লয়, আৰু ৰং কৰে, তাৰ দ্বাৰা গা ভালে থাকে। + জন্তুৰ ছাল পৰিষ্কাৰ - কৰোঁতা।

বহা বা শোৱা খোঁটালীত অতি কমেও দুফালে দুখান খিড়িকী থাকিব লাগে যেন বতাহ চলিব পাৰে। এখান মাথোন খিড়িকী থাকিলে ভালকৈ বায়ু চলিব নোৱাৰে।

নিশ্বাসত বাজ হোৱা বায়ু জুইৰ ধোঁৱাৰ দৰে ওপৰলৈ উঠে। সি ওলাই যাবৰ নিমিত্তে চালৰ ওচৰত বাট থাকিব লাগে। ঝিলমিল + থকা খিড়িকীৰ দ্বাৰা এই কাৰ্য্য হব পাৰে। দুৱাৰৰ দাঁতিয়েদি কিছু বায়ু সোমায়। কিন্তু দুৱাৰৰ তল-ভাগত গোটাদিয়েক সৰু বিন্ধা থাকিলে অধিক বায়ু পাব পাৰি।

বায়ু কেতিয়া বেয়া হয়, ঘৰৰ ভিতৰত থকা মানুহবিলাকে তাক নেজানে। আফিঙৰ বিহ লগা + মানুহৰ টোপনি আহে, কিন্তু সি আৰু কেতিয়াও সাৰ নেপায়। অঙ্গাৰাম্লক ভাপৰ কথাও প্ৰায় তেনে। যি মানুহে তাক নিশ্বাসৰ লগত ভিতৰলৈ টানে, সি অজ্ঞান হয়। কোনো এটা খোঁটালীত প্ৰচুৰ পৰিমাণে নতুন বতাহ আছে নে নাই, তাক জানিবৰ এই এটা উপায় আছে যে বাহিৰৰপৰা গৈ তাৰ ভিতৰলৈ সোমাব লাগে। তাত যদি এটা বেয়া গন্ধ পোৱা যায়, তেন্তে জানিবা যে তাৰ বায়ু মলিন। ভাল বায়ুত গন্ধ নেথাকে।

তিৰোতাবিলাকক যেতিয়া পৃথকে ৰখা যায় তেতিয়া সিহঁত থকা খোঁটালীবোৰ ডাঙৰ আৰু ভালৰূপে বতাহ আৰু পোহৰ সোমোৱা হব লাগে।

৩৫। ঘৰ পৰিষ্কাৰ কৰা বা আঁতোৱা ঃ- ঘৰবিলাকত অতি কমেও বছৰি দুবাৰ চূণৰ লেপ দিব লাগে। চূণে বৰকৈ বায়ুক নিৰ্ম্মল কৰে। মাটিৰ বাৰ আৰু ভেঁটি সপ্তাহত এবাৰ মাটি আৰু পানীৰে লিপিব পাৰি; কিন্তু গোবৰ মিহলোৱা অনুচিত। শুকান মলে তিতা মলতকৈ কম অনিষ্ট কৰে। ঘৰৰ ভিতৰ আৰু কাঁথি ভালকৈ সাৰিব লাগে, কিন্তু নিতৌ পানী দিলে জেকনি লাগি অনিষ্ট হয়।

ঘৰৰ জাবৰ ঃ- কলাৰ বাকলি আৰু আন জাবৰ কেতিয়াও ঘৰৰ ওচৰত পেলোৱা উচিত নহয়। জাবৰবিলাক ততালিকে পেলাই দিবৰ উপায় নেথাকিলে, ভালকৈ খাই ধৰা সাঁফৰেৰে এটা মাটিৰ পাত্ৰ লব লাগে। কোনো কোনো নগৰত এতিয়া জাবৰ নিয়া গাড়ী আছে। যত সি নাই তাত ঘৰৰপৰা আঁতৰৰ এটা খালত জাবৰ পেলাব লাগে। মলিন বস্তুবিলাক যিমান আঁতৰত থাকে সিমান কম অনিষ্টকাৰী হয়। কিন্তু অনেক মানুহে ঘৰৰ দুৱাৰ মুখতে গাঁত খনি তাতে জাবৰ পেলায়, সি তাতে পচে। জাবৰ পেলাবৰ নিমিত্তে অলপ দূৰৈলৈ যোৱাত যি কষ্ট হয়, তাকে নেপাবৰ কাৰণে সিহঁতে ইমান ওচৰতে গাঁত কৰে। বেয়া গন্ধ পোৱা সিহঁতৰ অভ্যাস হৈ পৰে; এতেকে সিহঁতে তালৈ মন নকৰে; কিন্তু সেইবাবেই তাৰপৰা বেয়া ফল নহৈ নেথাকে।

পাৰিলে ৰান্ধনি ঘৰৰ পানী মাটিত বহিব দিব নেলাগে, তাৰ দ্বাৰা বায়ু মলিন হয়।

বিষ্ঠাৰপৰা ওলোৱা দুৰ্গন্ধ-নিবাৰণৰ এটা ঢিলা উপায় আছে। কাপোৰে যেনেকৈ পানী শোহে, মানুহৰ নিমিত্তে যি বস্তু বিহ, তাক মাটিয়ে সেইদৰে শোহে। বিষ্ঠাৰ ওপৰত কিছু শুকান মাটি ছটিয়াই দিলে ততালিকে তাৰ গন্ধ গুচে।

কোনো কোনো দেশত খেতিয়কবিলাকে শস্যত সাৰ দিবৰ কাৰণ বিষ্ঠাক বৰ ভাল পায়। এই দেশৰ ৰায়তবোৰে খেতিত প্ৰায় গোবৰ দিয়ে। সিহঁতৰ সৰহ ভাগে অশুচি বুলি বিষ্ঠা ব্যৱহাৰ কৰিবলৈ আগ নেবাঢ়িব; কিন্তু তাক ঘৰৰ

---

* মানুহ পোতা গাঁত আৰু তাৰ ওপৰত দিয়া মাটি আদি। # ৰোগীৰ উপকাৰী আহাৰ। $ শুশ্ৰূষা, আলপৈচান।

ওচৰত থৈ সিহঁতে আৰু সিহঁতৰ লৰা-ছোৱালীয়ে তাৰ দুৰ্গন্ধ লৈ থকা অত্যন্ত বেয়া। তাক সাৰ-স্বৰূপে ব্যৱহাৰ কৰিলে মাটিয়ে তাক নিৰ্ম্মল কৰিব, আৰু তাৰ দ্বাৰা অধিক শস্য উৎপন্ন হব।

শুকান জাবৰ পুৰিব পাৰি, আৰু তাৰ ছাই উত্তম সাৰ হয়, আৰু মাটিৰ দৰে দুৰ্গন্ধ গুচায়।

৩৬। ঘৰৰ চাৰিওফালৰ বস্তু :- পাৰিলে মানুহ-থকা ঘৰৰ চাৰিওফালে আন ঘৰ থাকিব দিব নেলাগে। কিছু ছাঁ দিবৰ কাৰণ যিমান লাগে, সিমান গছ থকা ভাল; কিন্তু ইমান গছ ৰাখিব নেলাগে যেন ভাল বতাহ চলিব নোৱাৰা হয়। ঘৰৰ ওচৰত চাপৰ হাবি হব দিয়া অনুচিত। গছৰপৰা সৰা পাতবিলাক সাৰি ঘৰৰপৰা আঁতৰ এটা খালত পেলাব, বা পুৰিব লাগে।

মানুহ থকা ঘৰত, ঘোঁৰা, বা ছাগ বন্ধা অনুচিত। সিহঁতৰ নিশ্বাস আৰু লাদ-মূতৰ দ্বাৰা বায়ু বেয়া হয়। সিহঁতক মানুহৰ ওচৰত ৰাখিলে সিহঁতৰ মলবোৰ ভালৰূপে গুচাব লাগ। সাৰৰ * দম ঘৰৰপৰা অতি কমেও এশ গজ আঁতৰত ৰখা উচিত।

মাটি এঢলীয়া হলে পানী সোনকালে বৈ যায়। সি দ হলে বৰষুণৰ পানী তাত ৰয়, এই কাৰণে সি জেকা চেঁচা হয়। সূৰ্য্য ওলালে পানী শুকাই যায়; কিন্তু তাত পচা বস্তুবোৰৰপৰা বেয়া আৰু অপকাৰী গন্ধ ওলায়। পানী বন্ধ যোৱা খালবিলাক পুতি পেলাব লাগে। বাৰিষা পানী বৈ যাবৰ কাৰণ লোৰ খানি সময়ে সময়ে পৰিষ্কাৰ কৰি ৰখা উচিত।

পিটনি আৰু পানী বন্ধ যোৱা ঠাইবোৰ জ্বৰৰ ঘাই ঘৰ। সেইবিলাকৰ পৰা পানীবোৰ বোৱাই দি শুকাই লৈ খেতি কৰাই হে সিহঁতক ভাল কৰিবৰ প্ৰধান উপায়। তেনে উপায় কৰিব নোৱাৰিলে সিহঁতৰ আৰু ঘৰৰ মাজত ডাঠকৈ এশাৰী গছ ৰুব লাগে, তাৰ দ্বাৰা সেইবিলাকৰ পৰা ওলোৱা বেয়া বায়ু নিবাৰিত হয়।

# (৯) নগৰ আৰু গাৱঁৰ ৰক্ষণাবেক্ষণ।

৩৭। এতিয়া ভাৰতৰ অনেক নগৰত নগৰ ভালে ৰাখিবলৈ নিযুক্তঃ হোৱা বিষয়া, আৰু অনেক গাৱঁত গাওঁবুঢ়া আছে। মানুহবিলাকৰ আৰোগ্য-ৰক্ষাৰ উপায় কৰা সিহঁতৰ এটা ঘাই কাম। নিজৰ ভালৰ নিমিত্তেও ধনীয়ে দুখীয়াক ভালে ৰাখিব লাগে। যেনেকৈ গাৱঁৰ এঠাইত জুই লাগি বহুত ঠাইলৈ ব্যাপিব পাৰে, সেইদৰে কোনো এঘৰ মানুহৰ মলিন ঘৰত ৰোগ উৎপন্ন হৈ অনেক লোকক ধৰিব পাৰে।

প্ৰত্যেক মানুহে আপোনাৰ ঘৰ আৰু বাৰী পৰিষ্কাৰ কৰাই সহজে আৰু শীঘ্ৰে নগৰ পৰিষ্কাৰ কৰাৰ উপায়। তথাপি হাকিমবিলাকৰ কিছু বিশেষ কৰ্ত্তব্য আছে। তেওঁলোকে বজাৰৰ ওপৰত দৃষ্টি ৰাখিব লাগে। বেয়া হোৱা গুটিশস্য, * গেলা পচা পাচলি বা মাছ-মঙহ বেচিব দিয়া অনুচিত। ভাল পানী পাবৰ উপায় কৰি দিব লাগে। পুখুৰি আৰু তাৰ ওচৰৰ ঠাই নিৰ্ম্মলকৈ ৰাখিব লাগে।

গাৰপৰা ওলোৱা অকামিলা বস্তু আৰু ৰান্ধনি-ঘৰ-আদিৰ পানীক প্ৰবাহিত মল বোলা যায়। বিলাতৰ ডাঙৰ নগৰবিলাকত সৰু নলাইদি ঘৰৰ পৰা সেই মল ওলাই ডাঙৰ দ নলাত পৰেগৈ, তাৰ দ্বাৰা আন ঠাইলৈ বৈ যায়। কলিকতাত এই উপায় কিছু পৰিমাণে কৰা হৈছে; কিন্তু তাত বহু খৰচ লাগে, আৰু ভাৰতৰ অনেক ঠাইত নলা পৰিষ্কাৰ কৰিবৰ কাৰণ প্ৰচুৰ পৰিমাণে পানী পোৱা নেযায়। মাটিৰে ভাল নলা সাজিব পাৰি, তাত সৰহ ধন নেলাগে, বোধ হয়

তাৰ দ্বাৰা ভাৰতৰ আৰু কিছুমান নগৰৰ প্ৰবাহিত মল দূৰ কৰিব পৰা যায়; কিন্তু সম্প্ৰতি আন উপায় কৰিব লাগে।

৩৮। সুচল ঠাইত চৰকাৰী মৰং # কৰি দি তাক পৰিষ্কাৰ কৰি ৰাখিব লাগে। শুকান মাটি ছটিয়াই দিলে গুচে। মলবিলাক নিতৌ নি গাৱঁৰ পৰা কিছুদূৰ, পতিত মাটিত পুতিব লাগে।

আলি-বাট সাৰি গোটোৱা জাবৰ কিছু দূৰৈলৈ নি পুৰিব বা সাৰৰ দমৰ লগলগাব লাগে। সাধাৰণ মতে যি ফালৰপৰা বতাহ নাহে জাবৰবোৰ সেইফালে থোৱা উচিত।

বৰষুণৰ পানী বৈ যাবৰ কাৰণ লোৰ থাকিব লাগে। মুকলি, তৰং লোৰ সহজে পৰিষ্কাৰ কৰিব পাৰি। নগৰত সেই লোৰবিলাক ইটাৰে পকি কৰা হব লাগে, নহলে পানীবোৰ মাটিত বহে। যৰপৰা খোৱা পানী অনা যায় লোৰৰ পানী তাত পৰিব দিব নেলাগে।

ভালকৈ বতাহ চলিবৰ কাৰণ পাৰিলে, বেঁকা আলিবিলাক পোন কৰিব লাগে। মুকলিকৈ ৰখা বহল ঠাই আৰু চৰকাৰী বাগিচা + বৰ উপকাৰী।

মুচিয়াৰ + আৰু কোনো বস্তুত বৰণ-লগোৱা মানুহবিলাকক নগৰৰ বাজত বা মানুহৰ বৰ যাতায়ত নথকা ঠাইত সিহঁতৰ কাম কৰিব দিব লাগে। মঙ্গহীয়ে জন্তু-মৰা ঘৰ পৰিষ্কাৰ ৰখা উচিত।

খাবৰ কাৰণে বধ মকৰাজন্তুৰ শ গেলিবলৈ ধৰাৰ আগেয়ে কিছু দূৰৈলৈ নি পুতিব লাগে। মানুহ-পোতা ঠাই আৰু খৰিদিয়া ঘাট ঘৰৰ ওচৰত কৰিব দিয়া অনুচিত। মৈদামবোৰ + অতি কমেও পাঁচ ফুট দ কৰি বহুত মাটি দি শ পুতিব লাগে।

## ১০। ৰোগ।

৩৯। আমাৰ আৰোগ্য গুচিলে তাক পুনৰায় পোৱাতকৈ নীৰোগ হৈ থকা টিলা। আৰু এই এটা পাটন্তৰ আছে "ৰোগ হলে তাক গুচোৱাতকৈ নোহোৱাতকৈ থকা ভাল।" পাচত যদি আমি ভালো হওঁ, তেও নৰিয়া নপৰি ভালে থকা তাতকৈ অনেক গুণে শ্ৰেষ্ঠ।

কোনো কোনো নিৰ্ব্বোধ মানুহে নৰিয়া নপৰাকৈ থাকিবৰ কাৰণে গা ভালে থাকোঁতে পেট চলা দৰব খায়। ইয়াৰ কেৱল প্ৰয়োজন নাই, এনে নহয়, ই অনিষ্টও কৰে; কাৰণ তাৰ দ্বাৰা গাৰ বল কমে। জহনী হোৱা সময়তো এই অভ্যাস সঙ্কট-যুক্ত হয়।

জহনীৰ নিচিনা ৰোগ হলে ততালিকে দৰব খাব লাগে; কিন্তু অনেক সামান্য ৰোগ বিশ্ৰাম আৰু পথ্যৰ * দ্বাৰা গুচে।

যেতিয়া কোনো মানুহৰ গা বেয়া হয়, তেতিয়া সি ততালিকে কাম এৰি শয্যাত পৰিব, আৰু সুখ-পোৱাকৈ গা গৰম ৰাখিব। সদায় খোৱা বস্তুৰ সলনি মণ্ড বা আন লঘু আহাৰ খোৱা উচিত। ইয়াকে কৰিলেও প্ৰায়ে নৰিয়া গুচে।

"পথ্য # আৰু বিশ্ৰাম কৰি হোৱা আৰাম +।"

৪০। ৰোগীৰ পৰিচৰ্য্যা $ঃ- অনেক ৰোগী ভাল-ৰূপে আলপৈচান ধৰোঁতা নথকাৰ কাৰণে মৰে। এই বিষয়ত কিছু উপদেশ দিয়া গৈছে।

বায়ু নতুন আৰু নিৰ্ম্মল হব লাগে। নৰিয়াৰ সময়ত ইয়াৰ দুগুণ আৱশ্যক। নৰিয়া মানুহে বহুত আলগতীয়া বস্তু গাৰপৰা এৰি দিয়ে, সেইবিলাক প্ৰায়ে পচা। কেতিয়াবা নৰিয়াক এটা সৰু কোঁঠালীত থোৱা যায়, আৰু অনেক মানুহ

তাৰ ভিতৰলৈ যায়, তাৰ দ্বাৰা বায়ু আৰু অধিক বেয়া হয়। ই নৰিয়া আৰু তাক চাবলৈ যোৱা মানুহ, দুইৰো অপকাৰী।

নিৰ্ম্মলতাৰ কাৰণ বৰ সাৱধান হব লাগে। যি বস্তুৰ পৰা বেয়া গন্ধ ওলায় তাক ততালিকে গুচাবা। যদি ৰোগীৰ নৰিয়া টান নহয়, তেন্তে কুহুমীয়া পানীত জুবুৰিওৱা এখান গামোচাৰে তাৰ গা নিতৌ লাহে-লাহে মচা উচিত।

আহাৰৰ কথাত সাৱধান হব লাগে। প্ৰথমতে ৰোগীয়ে এসাঁজ বা দুসাঁজ নেখাই থকা অনেক সময়ত বৰ উত্তম; কিন্তু যদি ৰোগ নুগুচে, তেন্তে নৰিয়াক সবল ৰখা উচিত। কোনো সময়ত আহাৰ নোপোৱাৰ কাৰণে নৰিয়া মানুহ মৰে। কিন্তু নৰিয়া বৰ দুৰ্ব্বল হলে, সেই আহাৰ মগুৰ নিচিনা লঘু হব লাগে; আৰু তাক অলপ অলপকৈ সঘনে দিয়া কৰ্ত্তব্য।

নৰিয়াৰ গুৰিত নীৰব আৰু তাৰ প্ৰতি দয়ালু হবা। নৰিয়া মানুহে হাইৰপৰা কষ্ট পায়। তাক নিঃশব্দ ঠাইত আমনি নোপোৱাকৈ থব, আৰু ইচ্ছা হলেই শুব দিব লাগে, তাক ৰঙ্গেৰে কথা কবা, আৰু তাৰ মনতো ৰং লগাবলৈ কাৰবাৰ কৰিবা।

# সাধাৰণ ৰোগ।

৪১। বতাহৰ দ্বাৰা এটা ডাঙ্গৰ চাকিতকৈ এটা সৰু চাকি অধিক সহজে নুমায়। ডাঙ্গৰ মানুহে যিহক সহি থাকিব পাৰে; লৰাবিলাকে, অনেক সময়ত তাৰ দ্বাৰা প্ৰাণ হেৰুৱায়। সিহঁতক ঘাইকৈ নতুন বায়ু, নিৰ্ম্মল পানী, শৰীৰৰ হিত আহাৰ, আৰু গাত উম লাগে।

লৰাবিলাকৰ নিমিত্তে এবাঁ গাখীৰ অতি উত্তম আহাৰ। দাঁত ওলোৱাৰ পাচত সিহঁতক মগু ভালকৈ সিজোৱা ভাত, আৰু ক্ৰমে আন লঘু আহাৰ দিব পাৰি। দাঁত ওলাওঁতে বৰ সাৱধান হব লাগে। সিহঁতৰ গাত ৰদ, তপত বতাহ, আৰু জাৰ লাগিব দিয়া অনুচিত। সকলো লৰাক ছিটা দিব লাগে। দাঁত ওলোৱাৰ আগেয়ে তিনি মাহ মান বয়স হওঁতে সেই কাৰ্য্য কৰা অতি উত্তম।

অনুপযুক্ত আহাৰে লৰাবিলাকৰ অহিত কৰে। কি বস্তু অপকাৰী তাক সিহঁতে নেজানে, আৰু অনেক সময়ত কেঁচা ফল আৰু নিসিজোৱা বুট-মাহ ইত্যাদি খায়। এই কাৰণে সিহঁতৰ ভেদ, গ্ৰহণী, ইত্যাদি হয়। আহাৰৰ কথাত সাৱধান হলে বছৰি হাজাৰ হাজাৰ লৰাৰ প্ৰাণ ৰক্ষা কৰিব পাৰি।

সিহঁতক নিৰ্ম্মল হৈ থকা অভ্যাস শিকাব লাগে। তাৰ দ্বাৰা খুদ-খহু আৰু আন ৰোগ নিবাৰিত হয়।

নিয়ৰ পৰা সময়ত লৰাবিলাকক ঘৰৰ বাহিৰে শুব দিয়া অনুচিত। সিহঁতে সদায়, ঘাইকৈ ৰাতি, উম পাই থাকিবৰ কাৰণ সিহঁতক প্ৰচুৰ পৰিমাণে কাপোৰ দিব লাগে। জাৰ লৰাবিলাকৰ নৰিয়া আৰু মৃত্যুৰ এটা ঘাই কাৰণ।

৪২। জ্বৰ :- ভাৰতত অধিকাংশ মানুহ এই ৰোগৰ এবিধৰপৰা + মৰে।

দূষিত বায়ু নামেৰে এক প্ৰকাৰ বিহক জ্বৰৰ ঘাই কাৰণ বুলি অনুমান কৰা যায়। স্বৰূপাৰ্থত সি নো কি তাক এতিয়াও ভালকৈ বুজা নাই। সি ঘাইকৈ পানী বন্ধ যোৱা দ ঠাই, পৰ্ব্বতৰ গুৰিৰ ডাঠ হাবি আৰু তলে জেকা বালিময় উদং ঠাইত উৎপন্ন হয়। মাটি শুকাওঁতে পচা তৃণ- আদিৰ পৰা তাৰ উৎপত্তি হব পাৰে। তাক বায়ুৰ লগত উৰি ফুৰা এবিধ বাষ্প বুলি অনুমান কৰা যায়; কিন্তু সি সাধাৰণ বায়ুতকৈ কিছু গধূৰ। বাৰিষাৰ বৰষুণ গুচাৰ পাচত সূৰ্য্যৰ তাপে মাটি শুকাওঁতে সিবোৰ অধিক পৰিমাণে জন্মে। ৰাতি সি বৰ সঙ্কটযুক্ত হয়। পানীয়ে তাক শুহি লয়; সেই বিহ মানুহৰ গাত সোমোৱাৰ এয়ে এটা ঘাই উপায়।

---

+ প্ৰধান জ্বৰ দুবিধ -(১) নেৰা জ্বৰ, (২) এৰি আকৌ উঠা জ্বৰ। *দেশৰ অধিকাৰ।

এই কথা শুনা যায় যে এক সময়ত বিলাতৰ কোনো কোনো ভাগত প্ৰায় সদাই কঁপ জ্বৰে পীড়া কৰিছিল। পানী বন্ধ যোৱা দ ঠাইবিলাকৰ পানী লোৰ খানি বোৱাই দি শুকোৱাৰ, আৰু মানুহবোৰক ভাল পানী পাবৰ উপায় কৰি দিয়াৰ, দ্বাৰায়ে সি তাৰপৰা গুচিল। এইবিলাক উপায়ৰ দ্বাৰা এই দেশতো সেই দৰে সুফল ফলিব। লঘু, পুষ্টিকৰ আহাৰ দি ৰোগীক সবল ৰাখিব লাগে।

জ্বৰৰ পৰা ভাল হৈ তাৰ অলপ পাচতে, বা চেঁচা পানীৰে বৰকৈ গা ধুলে প্ৰায়ে জ্বৰ আকৌ হয়।

৪৩। এতিয়ালৈকে জ্বৰৰ যিবিলাক দৰব ওলাইছে, সেইবোৰৰ ভিতৰত এজাতি গছৰ ছালৰপৰা কৰা "কুইনাইন" নামেৰে এবিধ বগা গুড়ি প্ৰধান। সি বৰ মৰগ; কিন্তু গবৰ্ণমেণ্টে * এতিয়া সেই গছ এই দেশত ৰোৱাইছে; তাৰ পৰা কুইনাইন পোৱা যাব। সি প্ৰায় বিদেশী কুইনাইনৰ সমানে ভাল, আৰু তাত্কৈ সস্তা হব।

জ্বৰ নোহোৱাকৈ থাকিবৰ কাৰণ তলত লিখা নিয়মবোৰ পালন কৰিব লাগে ঃ-

ঘৰৰ চাৰিওফালে ইমান ঘন গছ আৰু তৃণ-আদি থাকিব নেলাগে যেন পোহৰ আৰু বায়ু সোমাব নোৱাৰে। সকলো প্ৰকাৰৰ মল গুচাই পেলাব লাগে; মাটি-খালৰ পানী বোৱাই দি তাক ভালকৈ শুকাব লাগে। পানীৰ কথাত বৰ সাৱধান হোৱা উচিত। যেতিয়া ভাল পানী পোৱা নেযায়, তেতিয়া আহাৰৰ লগত ব্যৱহাৰ কৰাৰ আগেয়ে উতলাই ছেকি লব লাগে।

ওচৰত জ্বৰ প্ৰবল হোৱা সময়ত ৰাতি-পুৱা শুদা পেটেৰে কলৈও নেযাবা, আৰু প্ৰচুৰ পৰিমাণে ভাল আহাৰ খাবা। সূৰ্য্যৰ তাপ, নিয়ৰ, আৰু ৰাতিৰ বায়ু গাত নলগাবা, আৰু বৰ ভাগৰ-লগা কাম নকৰিবা। ঘৰৰ বাহিৰে নুশুবা, সদায় পিন্ধাতকৈ অধিক উম থকা কাপোৰ পিন্ধিবা; ঘাইকৈ ৰাতি গা গৰম ৰাখিবা। ওপৰ-লতাৰ এখোঁটালীত, নহলে খাট বা চাং-আদিত শুবা।

মানুহৰ পেটৰপৰা ওলোৱা মলিন বস্তুৰ অতি ক্ষুদ্ৰ অংশবোৰ পানীৰ লগত গিলাৰ বা নিশ্বাসৰ লগত ভিতৰলৈ নিয়াৰ পৰাই সকলোত্কৈ বেয়া বিধৰ জ্বৰ হয় বুলি অনুমান কৰা যায়। এনে হব পাৰে যে সেই বিহ কোনো বিষ্ঠা-মূত্ৰ খালৰপৰা কোনো এটা নাদৰ ভিতৰলৈ জৰি সোমাইছিল বা বায়ুৰ লগত উৰি ফুৰিছিল। এই কথা মনত ভাবিলেও ভয় লাগে। নিৰ্ম্মলতাৰ যে আৱশ্যক আছে, ইয়াৰ দ্বাৰা তাক দেখা যায়।

৪৪। সাধাৰণ ভেদ আৰু গ্ৰহণী ঃ- শৰীৰৰ অহিত আহাৰৰ, অপৰিমিত ভোজনৰ বা বেয়া পানীৰপৰাই প্ৰায়ে ভেদ বা পেট-চলা ৰোগ হয়। অকস্মাৎ বায়ুৰ তাপৰ পৰিমাণ সলনি হোৱাৰ বা পিন্ধা কাপোৰ সলোৱাৰপৰাও সি জন্মে নিঃশব্দ হৈ পৰি থাকিলে আৰু মণ্ডত বাজে আন আহাৰ নকৰিলে এই ৰোগ প্ৰায়ে গুচে।

গ্ৰহণী আন এবিধ পেটৰ ৰোগ, ই সিটোত্কৈ অধিক শকত। তল-পেটৰ কামোৰণি আৰু শৌচ কৰোঁতে সাওঁ পৰাৰ দ্বাৰা ইয়াক চিনিব পাৰি। ভেদৰ যি কাৰণ, ইয়াৰো প্ৰায়ে সেয়ে কাৰণ। অনেকে ভাবে যে দূষিত বায়ুৰপৰাও গ্ৰহণী হয়। এই ৰোগৰ চিকিৎসা ইমান টান, আৰু ইমান সঙ্কটযুক্ত যে ই হলে ততালিকে ভাল ডাক্তৰৰ সাহায্য বিচাৰিব লাগে। ইয়াৰপৰা ভাল হলেও ই পুনৰায় নহবৰ কাৰণ আহাৰৰ বিষয়ত বৰ সাৱধান হোৱা কৰ্ত্তব্য।

জ্বৰ নোহোৱাকৈ থাকিবৰ যিবিলাক উপায়, সেইবিলাকেই ভেদ আৰু গ্ৰহণীক নিবাৰণ কৰাতো সাহায্য কৰে। আহাৰৰ বিষয়ত বিশেষকৈ সাৱধান হব লাগে। নপকা বা পকি জহিৰলৈ ধৰা ফল, নিসিজোৱা পাচলি, বেয়াকৈ ৰন্ধা বা ভালকৈ জীৰ্ণ কৰিব নোৱৰা আহাৰ পৰিত্যাগ কৰিবা।

অধিক আহাৰ কৰাও, ঘাইকৈ ৰাতি, উচিত নহয়। গা গৰম ৰাখিবা। গাত পোনেই বতাহ লগা ঠাইত নুশুবা। বতাহ বৈ আহি পেটত লাগিলে বৰ অনিষ্ট হয়। ঋতু সলনি হোৱা সময়ত বৰ সাৱধান হবা। তাপ বা শীতে গ্ৰহণী জন্মাব

+ আধা মৰে। * ই নধৰাকৈ থাকিব পাৰি।

পাৰে।

৪৫। জহনী ঃ- ই বৰ সঙ্কটযুক্ত ব্যাধি। ই ধৰা মানুহবিলাকৰ প্ৰায়ে দুটাৰ ভিতৰত এটা মৰে।+ দূষিত বায়ুৰ দৰে ইয়াৰ কাৰণো এতিয়ালৈকে সম্পূৰ্ণৰূপে বুজা নাই; কিন্তু যিবিলাক উপায়ৰ দ্বাৰা ইয়াক বহুত পৰিমাণে নিবাৰণ কৰিব * পাৰি, সেইবোৰ ভালকৈ জনা গৈছে।

বায়ুৰ লগত বতাহে গছৰপৰা উৰাই অনা অসংখ্যাত ক্ষুদ্ৰ ক্ষুদ্ৰ গুটি থাকে। বসাল, উপযুক্ত মাটিত সেই গুটিবিলাক পাবিলে গজি উঠে, মাটি উপযুক্ত নহলে সিহঁত নগজে। এতিয়া বৰ ডাঙৰ ডাক্তৰবিলাকে বিশ্বাস কৰে যে মাটিত গছ উৎপন্ন হোৱাৰ দৰে কোনো কোনো ব্যাধি অতি ক্ষুদ্ৰ ক্ষুদ্ৰ গুটিৰপৰা আমাৰ গাত উৎপন্ন হয়। বসন্তৰোগ হওঁতে এনে গুটি বহুত পৰিমাণে বসন্ত-ৰোগীৰ গাৰপৰা আহে।

মল, শৰীৰৰ অহিত আহাৰ, ৰাতিৰ বতাহ আৰু যিহৰ দ্বাৰা আমি দুৰ্ব্বল হওঁ সি আমাৰ শৰীৰক সেই সঙ্কটযুক্ত গুটিৰ কাৰণ উপযুক্ত ভূমি কৰে। নিৰ্ম্মলতা, ভাল আহাৰ, গৰম কাপোৰ আৰু যি আমাৰ গাক সবল কৰে সি তাৰ বৃদ্ধিত বাধা জন্মায়।

জহনীৰ বিহযুক্ত গুটি ঘাইকৈ পানীৰ দ্বাৰা মানুহৰ গালৈ যায় বুলি অনুমান হয়। জহনীৰ পৰা মানুহৰ পেটৰপৰা ওলোৱা বস্তু নাদত সোমায়। একেটা নাদৰ পানী খোৱা মানুহবিলাকক মাথোন সেই ৰোগে ধৰা দেখা গৈছে।

ওচৰত জহনী প্ৰবল হোৱা সময়ত ঘৰবিলাকত চূণৰ লেপ দিব, আৰু নিৰ্ম্মলতাৰ নিমিত্তে বৰ যত্ন কৰিব লাগে। পানী উতলাই, চেঁচা কৰি, পাৰিলে ছেকি লৈ, খোৱা আৰু ৰন্ধা কাৰ্য্যত ব্যৱহাৰ কৰিব লাগে। ই এটা প্ৰধান কথা। ইয়াৰ দ্বাৰা জহনীৰ বিহৰ অনিষ্ট কৰা শক্তি প্ৰায়ে গুচে। সকলো প্ৰকাৰৰ সহজে জীণ-নোযোৱা আহাৰ ত্যাগ কৰিবা। পেটৰ ওপৰত, ঘাইকৈ ৰাতি, এডোখৰ ফ্ৰেনেল-কাপোৰ মেৰালে ৰক্ষাৰ বৰ উপায় হয়। ডাক্তৰৰ বিধান নোলোৱাকৈ পেট-চলোৱা দৰৱ খোৱা অনুচিত।

ভয় কৰিলে এই ৰোগ হোৱা দুগুণ সম্ভৱ হয়। তাৰ নিবাৰণৰ নিমিত্তে ঘাইকৈ খোৱা আৰু ৰন্ধা কাৰ্য্যত নিৰ্ম্মল পানী ব্যৱহাৰৰ বিষয়ত, যথোচিত উপায় কৰিবা, আৰু ঈশ্বৰত ভৰসা কৰি ভয় নকৰাকৈ থাকিবা।

৪৬। অনেক সময়ত প্ৰথমতে সামান্য ভেদ হৈ সেয়ে পাচত জহনী হয়। প্ৰায়ে সোনকালে বাঁতি আহিবলৈ ধৰে, তাৰ পাচত হাত-ভৰিত ফন্দিয়াই ধৰে। আৰম্ভতে যত্ন কৰিলে এই ৰোগ প্ৰায়ে ভাল কৰিব পৰা যা; কিন্তু তাক বাঢ়িব দিলে সকলো দৰৱ প্ৰায় অকামিলা হয়। জহনী প্ৰবল হোৱা সময়ত ঘৰত কিছু জহনীৰ দৰৱ ৰাখিবা, কোনো মানুহক সি ধৰা মাত্ৰেই তাক সেই দৰৱ দিবা। ৰোগীয়ে শয্যাত গোটেই মনে-মনে বিশ্ৰাম কৰি থাকিব, আৰু গা গৰম ৰাখিবা। অলপ্-অলপ্-পৰিমাণে চেঁচা পানী খালে উপকাৰ হয়; ততালিকে এজনা ডাক্তৰক মাতি পঠাব লাগে।

জহনীত পৰা মানুহৰ বিষ্ঠা, মূত আৰু বাঁতি যত সেইবোৰৰ দ্বাৰা পানী আৰু বতাহ দূষিত হব নোৱাৰে, তেনে ঠাইত ভাল ৰূপে পুতিব লাগে। তাৰ শয্যা আৰু কাপোৰ পুৰিব, বা গন্ধকৰ ধোৱাঁৰ দ্বাৰা সাৱধানে ৰোগৰ দোষ গুচাই থুব লাগে।

যি ঠাইত কোনো মানুহৰ সেই ৰোগ হয়, সি সঙ্কটযুক্ত যেন বুজা যায়। এই কাৰণ যিটো ঘৰত কোনো লোকক সেই ৰোগে ধৰে, সেই ঘৰ পাৰিলে দহ দিন এৰি থব লাগে। তাৰ ভেঁটিটো মাটিৰ হলে তাক খানি নতুন কৰিব লাগে, আৰু পুনৰায় সেই ঘৰ লোৱাৰ আগেয়ে তাৰ কোঁঠালীবিলাকত গন্ধক পোৰা উচিত।

এই দেশৰ কোনো কোনো ভাগৰ মূৰ্খ মানুহবিলাকে ভাবে যে ভূতৰ দ্বাৰা জহনী উৎপন্ন হয়, আৰু তাক সন্তুষ্ট কৰিবৰ কাৰণে ওৰে-ৰাতি নাচ আৰু আন কাৰ্য্য কৰে। এই কাৰণ গাত ৰাতিৰ বায়ু আৰু ভাগৰ লাগি প্ৰায়ে ৰোগ

অধিক প্ৰবল হয়। সদায় মনত ৰাখিবা যে নিৰ্ম্মলতা, আৰোগ্য-ৰক্ষা, আৰু নিৰ্ম্মল পানীলৈ আওহেলা কৰাৰ পৰাই জহনী উৎপন্ন হয়, ভূতৰপৰা নহয়; ভূত মুঠে নাইয়েই।

৪৭। বসন্ত-ৰোগ ঃ- এই ৰোগৰপৰা যি মহা অপকাৰ হয়, তাৰ কথা ওপৰত কোৱা গৈছে। লক্কাত ইয়াক মহাৰোগ বোলা যায়।

পূৰ্ব্বে বসন্তৰোগে ধৰা মানুহৰ গাৰ পূঁজ নিৰোগী মানুহৰ ছালৰ ভিতৰত সুমাই দিয়া ৰীতি আছিল। যাৰ গাত এই কাৰ্য্য কৰা যায়, তাৰ বসন্তৰোগ হয়; কিন্তু আপুনি ওলোৱা বসন্তত্‌কৈ প্ৰায়ে তাৰ শক্তি কম। তথাপি কেতিয়াবা সি বৰ প্ৰবল হয়, আৰু মানুহ মৰে। সি সেই ৰোগটোকো সজীব ৰাখে। ইয়াৰ নাম নৰবীজৰ ছিটা, তাক এতিয়া প্ৰায় পৰিত্যাগ কৰা গৈছে।

ডাক্তৰ জেনৰে ইয়াত্‌কৈ এটা বৰ ভাল উপায় উলিয়াইছে, তাৰ কিছু কথা ওপৰত কোৱা হৈছে।

তাক তেওঁ গো-বীজৰ ছিটা নাম দিছে, কাৰণ প্ৰথমে তেওঁ গৰুৰ পূজ ব্যৱহাৰ কৰিছিল। গৰুৰ গাৰ পৰা আহিলে বসন্তৰ শক্তি লৰে, অৰ্থাৎ আন প্ৰকাৰৰ হয়। এতিয়াও কেতিয়াবা গৰুৰপৰা বসন্তৰ পূঁজ লোৱা যায়, কিন্তু গো-বীজেৰে ছিটা দিয়া মানুহৰ পূঁজৰ গুণো তাৰ তুল্য, আৰু সাধাৰণৰূপে তাকে হে ব্যৱহাৰ কৰা যায়।

ছিটা দিয়াত যথোচিত ৰূপে সাৱধান নোহোৱাৰ কাৰণে কোনো কোনো মূৰ্খ মানুহে ভাবে যে গো-বীজৰ ছিটা অকামিলা। কেতিয়াবা ভাল পূঁজ ব্যৱহাৰ কৰা নেযায়, আৰু কেতিয়াবা বসন্তবিলাক ভাগে। অতি কমেও তিনটা বা চাৰিটা বসন্ত ওলাব লাগে, আৰু সিহঁতক কেইবাদিনলৈকে ঘঁহনি নোখোৱাকৈ ৰাখিব লাগে। কেঁচুৱাতে এবাৰ ছিটা দি ডাঙ্গৰ হলে আৰু এবাৰ দিয়া উচিত। এই উপদেশ মতে কাম কৰিলে বসন্ত-ৰোগ প্ৰায়ে নাইকিয়া হব।

৪৮। এতিয়া সকলো সভ্য দেশত গো-বীজৰ ছিটা দিয়া ৰীতি প্ৰচলিত হৈছে। সেইবিলাকৰ কোনো কোনো দেশত লৰা ওপজাৰ পাচে কোনো এক নিৰূপিত সময়ৰ ভিতৰত তাক ছিটা দিয়াবৰ নিমিত্তে তাৰ বাপেক-মাক বাধিত।

গবৰ্ণমেণ্টে এই দেশত ছিটা দিয়া বেজ নিযুক্ত কৰি দিছে; যাৰে ইচ্ছা হয়, সেয়ে বিনা খৰচে ছিটা দিয়াব পাৰে। বুদ্ধিমান মানুহে এই বন্দবস্তৰ উপকাৰ গ্ৰহণ কৰে, আৰু সিহঁতৰ লৰাবিলাকে ৰক্ষা পায়। মূৰ্খ মানুহবিলাকে ভাবে যে এই কাৰ্য্য কৰিলে শীতলা দেৱী ৰুষ্ট (অসন্তুষ্ট) হব, এই কাৰণ সিহঁতৰ লৰাবিলাক প্ৰায়ে জীয়াই থাকে মানে বিশ্ৰী হয় বা মৰে। সকলো ৰোগকে ঈশ্বৰে জন্মায়, চিকিৎসা কৰিলে কিবাজানি তেওঁৰ খং উঠিব, এতেকে দৰব দিয়া অনুচিত, এনেকৈ বোলা যেনে, ইও তেনে জ্ঞানীৰ কথা।

বসন্ত বৰ সোঁচৰা ব্যাধি। যিবিলাক মানুহৰ আগেয়ে এই ৰোগ হৈছিল, সিবিলাকে মাথোন ৰোগীক শুশ্ৰূষা কৰিব। আনবিলাকে সেই ঘৰ এৰিব লাগে। বহুত পৰিমাণে নতুন বতাহ সোমাবলৈ দিয়া কৰ্ত্তব্য। ৰোগীয়ে পিন্ধা কাপোৰ আৰু শোৱা শয্যা পুৰি পেলোৱা অতি উত্তম কাৰ্য্য, নোৱাৰিলে সাৱধানে গন্ধকৰ ধোঁৱাৰ দ্বাৰা ৰোগৰ দোষ গুচাই ধুব লাগে।

বসন্ত-ৰোগে ধৰা মানুহৰ গুৰিলৈ যোৱাত প্ৰায়ে বৰ অসাৱধানতা দেখা যায়। এই কাৰণেই সেই ৰোগ বিস্তৃত হয়; ভালৰূপে সাৱধান হলে সি এঘৰ বা দুঘৰতকৈ অধিকলৈ ব্যাপিব নোৱাৰে। কিন্তু গো-বীজৰ ছিটা ৰক্ষা পাবৰ ঘাই উপায়।

# আকস্মিক ঘটনাৰ পৰা হোৱা পীড়া।

৪৯। পানীত ডুবি দেখোঁতে মৃত-প্ৰায় হোৱা :- পানীত ডুবা মানুহৰ হাওঁফাওঁলৈ পানীৰ ভিতৰেদি বায়ু সোমাব নোৱাৰে, এই কাৰণ মৃত্যু ঘটে। পানীত ডুবি মৰা-প্ৰায় হোৱা মানুহৰ উশাহ আনিব পাৰিলে সি ভাল হয়।

তেনে মানুহৰ প্ৰথমে মুখ আৰু নাকৰ বিষ্ঠা পৰিষ্কাৰ কৰিবা। পাচে বায়ু সুমাবৰ কাৰণ তাৰ মুখ মেলি জিভাখন অলপ-অলপকৈ টানিবা, আৰু ডিঙ্গি আৰু বুকুত টানকৈ বন্ধা কাপোৰবিলাক গুচাবা।

তাক চিত্‌কৈ পেলাই এটা গাঁকত আওজাই তাৰ মূৰ আৰু কান্ধ পোন কৰিবা। পাচে হাওঁফাওঁৰ ভিতৰলৈ বায়ু সুমাবৰ কাৰণ তাৰ কিলাকুটিৰ ওপৰত ধৰি বাহু দুটা দাঙ্গি মূৰৰ ওপৰে দুইকো লগ লগাবা। দুই চেকেণ্ড, অৰ্থাৎ অতি অলপ কালৰ পাচত বাহু দুখান তললৈ নমাই সিহঁতক বুকুৰ দুই দাঁতিত লগাই টানকৈ হেঁচিবা। এক ঘণ্টা, বা আৱশ্যক হলে তাতকৈও সৰহ কাললৈকে, প্ৰতি মিনিটত পোন্ধাৰ বাৰ, এই কাৰ্য্য কৰিবা। উশাহ আনিবৰ কাৰণ এই কাৰ্য্য কৰিব লাগে। এটা পাখিৰে ডিঙ্গিৰ ভিতৰে লুৰ্লুৰাই দিলে উপকাৰ হয়।

পাচে তাক গৰম কাপোৰেৰে মেৰাই তাৰ গা মোহাৰি গাঁলে তাপ আৰু তেজৰ গতি + আনিব লাগে। তপত বালিৰ ভূৰা বান্ধি বা চিচাত তপত পানী ভৰি সেকাও উচিত।

সি গিলিব পৰা শক্তি পালে চাহ-খোৱা চামুচৰ এক চামুচ তপত কফি বা তপত পানীৰে মিহলোৱা ফটিকা দিব লাগে।

চতুৰতাৰে সৈতে কৰা চিকিৎসাৰ দ্বাৰা তিনি ঘণ্টালৈকে দেখোঁতেই মৰাৰ নিচিনা হৈ থকা মানুহো ভাল হৈছে।

৫০। ঘা :- যদি ঘা বৰ ডাঙ্গৰ নহয়, তেন্তে তাক এডোখৰ কাপোৰেৰে বান্ধি থলে বা তেজ নোধোৱাকৈ ষ্টিকিং-প্লেষ্টৰ নামেৰে দৰবৰ লেপ দিলে উত্তম-ৰূপে ভাল হয়। কিন্তু তাৰ ভিতৰলৈ মলি (ধূলি-মাটি-আদি) সোমালে, প্ৰথমতে অলপ্‌-অলপ্‌কৈ বৈ পৰাকৈ কুহুমীয়া পানী ঢালি তাক ধুব লাগে। মাখি সোমাই পোক দিয়া নিবাৰণ কৰিবৰ নিমিত্তে ঘা ভালকৈ ঢাকি থোৱা উচিত। ঘাৰ ওপৰে এটা বান্ধ দি ঘা-লগা অঙ্গটো দাঙ্গি ৰাখিলে তাৰ তেজ বন্ধ হয়।

মোচোকাঃ- সম্পূৰ্ণৰূপে বিশ্ৰাম কৰি থকাই ইয়াৰ ঘাই চিকিৎসা। মোচোকা খোৱা অঙ্গত কাপোৰ মেৰাই পীড়া পাওঁতাৰ ইচ্ছা অনুসৰি তপত বা চেঁচা পানীৰে তাক তিয়াই ৰাখিব পৰা যায়। মোচোকা খোৱা জোৰা কেইবা সপ্তাহলৈকে দুৰ্ব্বল হৈ থাকে; এতেকে সাৱধানে থাকিব লাগে।

জোৰা-লৰা :- যেতিয়া হাড়ৰ মূৰটো তাৰ ঠাইৰ পৰা পিছলি এফলীয়া হয়, তাকে জোৰা-লৰা বোলা যায়। জোৰা-লৰা মানুহক ততালিকে ডাক্তৰৰ ওচৰলৈ নিব লাগে।

হাড়-ভগাঃ- অঙ্গৰ গঢ় লৰাৰ, আৰু ভগা ঠাইত হাতেৰে ধৰিলে হাড়ৰ মূৰ দুটাৰ এটাত আনটোৱে ঘঁহনি খোৱাৰ পৰা হাড় ভাগিছে বুলি জানিব পাৰি। তেতিয়া ততালিকে চিকিৎসকৰ সাহায্য বিচাৰিব লাগে। হাড়-ভগা মানুহক যিমান পৰা যায়, সিমান লৰচৰ নকৰাকৈ ৰখা উচিত। কাৰণ বৰকৈ লৰচৰ কৰিলে হাড়ৰ মূৰে মঙ্গহ ফালিব পাৰে।

ডিঙ্গিৰ ভিতৰত কোনো বস্তু লাগি ধৰাঃ- ডিঙ্গিত লাগি থকা বস্তু আঙ্গুলিৰে ধৰি বাজলৈ আনিবলৈ বা ঠেলি ভিতৰলৈ সুমাবলৈ চেষ্টা কৰিব লাগে। পিঠিত টানকৈ এটা চাপৰ মাৰিলে বা মুখত চেঁচা পানী ছটিয়ালে কোনো সময়ত উপকাৰ হয়।

---

+ প্ৰাণীৰ গাৰ সিৰবিলাকৰ মাজে সদাই তেজ চলিব লাগিছে, পানীত পৰি মূৰ্চ্ছিত হলে তাৰ গতি বন্ধ হয়।

৫১। জুয়ে পোৰা ঃ- তিৰোতাৰ কাপোৰত জুই লাগিলে তেওঁ লৰি নুফুৰিব; তাকে কৰিলে বতাহ লাগি জুই জলি উঠে। মাটিত পৰি বাগৰিব লাগে, তাৰ দ্বাৰা জুই নুমায়। ওচৰত পানী থাকিলে তাক গাত ছটিয়াব লাগে। এখান ডাঠ কাপোৰ গাত মেৰালে জুই থামে।

পোৰা ঘা অলপীয়া হলে তাত এডোখৰ কাপোৰ মেৰাই পানীৰে তিতাই থলে সি ভাল হয়। ছাল ছেলি নোযোৱা পোৰা ঘাত ঘিউ বা তেল দিলে উপকাৰ পোৱা যায়। পানীজোলা ফুটাই দিব লাগে, কিন্তু তাৰ ছাল ছিঙি পেলোৱা অনুচিত; কাৰণ ছালে তাৰ তলৰ কেঁচা মঙহক ৰক্ষা কৰে। ঘা শকত হলে ডাক্তৰৰ সাহায্য লব লাগে।

সাপ-আদিয়ে কামোৰাঃ- কোনো মানুহৰ হাত বা ভৰিত বিষাল সাপে বা কুকুৰে কামুৰিলে বিষক গাৰ আন ভাগলৈ যোৱাৰ পৰা নিবাৰণ কৰিবৰ কাৰণ ঘাৰ অলপ ওপৰে এডাল জৰীৰে এটা টান বান্ধ দিবা; পাচে সাৱধান হৈ দুয়োটা বিহ-দাঁতে যিমানলৈকে ভেদিছে, সিমান তললৈকে ঘা-লগা ঠাই ডোখৰ কাটি পেলাবা। যদি পীড়া পাওঁতাই এই কাৰ্য্য কৰিব নিদিয়ে, তেন্তে তপতাই ৰঙা কৰা এডাল লো ঘাত লগাই দিয়া উচিত। তপত পানী ঢালি তেজ উলিয়াব লাগে। পোৱা ঘণ্টাৰ অন্তৰে তপত পানীৰে মিহলোৱা ব্ৰাণ্ডি বা আন ফটিকা দিয়া কৰ্ত্তব্য। যেতিয়া এইবিলাক উপায় কৰিব নোৱাৰি, তেতিয়া ঘা-ডোখৰ মুখেৰে ভাললৈ চুহি পেলাব লাগে। কিন্তু যি চোহে তাৰ যেন মুখ বা ওঁঠত ঘা নেথাকে, তাৰ কাৰণ সাৱধান হোৱা উচিত।*

চেলা, বৰল, বা বৃশ্চিকে + কামোৰা ঘাত ছিৰ্কা # বা লোণ-পানীৰে তিতোৱা এডোখৰ কাপোৰ লগাই থলে তাৰ বিষ গুচে।*

বিহ ঃ- বিহ খোৱা মানুহৰ প্ৰথমে বাঁতি কৰাই বিহ গুচাব লাগে। ডাঙৰ চামুচৰ এচামুচ বিলাতী সৰিয়হৰ গুড়ি বা লোণ তপত পানীৰে মিহলাই খুৱালে প্ৰায়ে বাঁতি আহে। এটা পাখিৰ সৰু আগেৰে ডিঙিৰ ভিতৰত লুৰ্লুৰাই দিব, আৰু ঢোকাঢোকে তপত পানী পিব লাগে। আফিং আৰু ধুঁতুৰাই গধূৰ টোপনি জন্মায়। বাঁতি অহাৰ পাচত চোকা কফি দিব, আৰু নৰিয়াক ইফালে সিফালে খোজ কঢ়াই ফুৰাব লাগে। পিতলৰ পাত্ৰৰ সেউজীয়া কহৰ বিহ গুচাবৰ কাৰণ পানীৰে মিহলাই কণীৰ বীজ, বা কণী নেপালে, এৰাঁ-গাখীৰ আৰু তেল দিব পৰা যায়। কিন্তু প্ৰথমতে বাঁতি কৰাব লাগে।

# ডাক্তৰ আৰু আস্পতাল।

৫২। ডাক্তৰঃ- কোনো মানুহৰ ঘড়ী বেয়া হলে তাক ভাল কৰিবলৈ তেওঁ চুবুৰীয়াক নকয়, কিন্তু তাক ঘড়ী-সাজোঁতাৰ গুৰিলৈ নিয়ে। যেতিয়া আমি নৰিয়া পৰোঁ, তেতিয়া চিকিৎসকৰ গুৰিলৈ যোৱা আমাৰ উচিত। মূৰ্খ মানুহবিলাকক সোধা ভাল নহয়, সিহঁতৰ কোনো এজনে এটা বুধি দিয়ে, আন কোনো এজনে আন এটা দিয়ে।

উত্তম শিক্ষা-পোৱা এজন ভাল ডাক্তৰৰ গুৰিলৈ যাবা, আসুৰিমতীয়া বেজ নিবিচাৰিবা। সি কেৱল মন্ত্ৰৰ কথা কয়, নাইবা অনেক নৰিয়া ভাল কৰিছে বুলি গপ্প মাৰে।

যেতিয়া তুমি এজনা ভাল ডাক্তৰ পোৱাঁ, তেতিয়া তেওঁত বিশ্বাস কৰিবা, আৰু তেওঁ যি কয়, তাৰ দৰে চলিবা। এজন ডাক্তৰ এৰি আন এজনৰ গুৰিলৈ নেযাবা।

---

* লিকৰ এমনিয়া নামেৰে এবিধ ভাল দৰৱ আছে। পাব পাৰিলে তাৰ ৩০ টোপা অলপ পানীৰে মিহলাই প্ৰতি-পোন্ধৰ মিনিটত দিব লাগে।

+ প্ৰায় চেলাৰ নিচিনা এবিধ কীট। # এবিধ টেঙাপানী।

আস্পতাল-আদিঃ- এই দেশৰ নানা ঠাইত অনেক ঔষধালয় +আৰু আস্পতাল পতা গৈছে। সেইবিলাকত সদায় উত্তম দৰব আৰু জনা ডাক্তৰ থাকে।

মৰিব বুলি ভাবি কোনো কোনো মূৰ্খ মানুহ আস্পতাললৈ নেযায়। আস্পতালত মানুহ মৰে, তাত সংশয় নাই; কিন্তু ভাল হবৰ আশা নুগুচে মানে তালৈ নোযোৱাৰ কাৰণেহে প্ৰায়ে মৃত্যু ঘটে।

নৰিয়া পৰিলে এজন ভাল ডাক্তৰ মাতি আনিবা, নাইবা ততালিকে কোনো ঔষধালয় বা আস্পতাললৈ যাবা। পুলি গছ সহজে উভালি পেলাব পাৰি; কিন্তু ডাঙ্গৰ গছক পৰা নেযায়। ৰোগৰ কথাও তেনে।

ডাক্তৰে যেনেকৈ কয়, সেইদৰে আচৰিবা। কোনো কোনো মানুহে ডাক্তৰে দিয়া দৰব নেখায় বা তেওঁ যি উপদেশ দিয়ে, তাৰ দৰে নচলে। সিহঁতৰ ৰোগ নুগুচে একো আচৰিত নহয়।

হঠাৎ ডাক্তৰ নসলাবা। কোনো কোনো ৰোগীয়ে ডাক্তৰৰ দৰব খাই অলপ পাচতে আসুৰিমতীয়া বেজৰ গুৰিলৈ যায়। এইৰূপে সিহঁত প্ৰায়ে শেষ কালত আস্পতাললৈ উলটি আহে।

## ১১। ওপজা আৰু মৰাৰ লেখ।

৫৩। এতিয়া গবৰ্ণমেণ্টে ওপজা আৰু মৰা মানুহৰ লেখ লয়, আৰু প্ৰতি-দহ বছৰে প্ৰজাবিলাকক সাৱধানে গণণা কৰে। মূৰ্খ মানুহে ইয়াৰ গুণ নুবুজে। অনেকে ভাবে যে অধিক ৰাজহ লগাব পাৰিবৰ নিমিত্তেহে এই কাৰ্য্য কৰা যায়, কিন্তু তাৰপৰা বৰ উপকাৰ হয়, আৰু ৰাজহ লগোৱাৰে সৈতে তাৰ একো সম্পৰ্ক নাই।

সকলো পিতৃয়ে তেওঁলোকৰ লৰাবিলাক নিৰোগী আৰু সুখী হবৰ ইচ্ছা কৰে। সিহঁত ডাঙ্গৰ হৈ দেশৰ আন আন ঠাইলৈ গলে চিঠি লিখি সিহঁতৰ মঙ্গল-অমঙ্গল জনাবলৈ বাপেকে সিহঁতক কয়।

গবৰ্ণমেণ্টৰ কথাও প্ৰায় তেনে। ভাল ৰজা প্ৰজাবিলাকৰ পিতৃৰ তুল্য। অনেক কোটি প্ৰজা থকা ৰজাই তেওঁৰ বিষয়াবিলাকে ওপজা মৰাৰ সম্বাদ দিয়াৰ দ্বাৰাহে প্ৰজাবিলাক কেনে আছে জানিব পাৰে। যেতিয়া জন্মৰ সংখ্যা যিমান হব লাগে, তাতকৈ কমে, তেতিয়া জনা যায় যে প্ৰজাবিলাক সুখী নহয়; আৰু মৃত্যুৰ সংখ্যা বেচি হলে তাৰ কাৰণ অনুসন্ধান কৰি তাৰ প্ৰতিকাৰৰ উপায় বিচৰা যায়। জন্ম আৰু মৃত্যুৰ সংবাদ নেপালে গবৰ্ণমেণ্ট পুতেকহঁত মৰিল নে জীয়াই আছে, তাৰ বুজ নোপোৱা বাপেকৰ নিচিনা হয়; সেই কাৰণে সিহঁতৰ উপকাৰৰ অৰ্থে একো কৰিব নোৱাৰে।

বিলাতত ভালেমান দিনৰপৰা জন্ম আৰু মৃত্যুৰ লেখ লোৱাৰদ্বাৰা বৰ উপকাৰ হব লাগিছে। তাৰ দ্বাৰা মানুহবিলাকৰ আৰোগ্য-বৃদ্ধিৰ নিমিত্তে অনেক উপায় কৰিব পৰা গৈছে। আগেয়ে বছৰি এহেজাৰৰ ভিতৰত প্ৰায় ওঠৰতা চিপাহী মৰিছিল। এতিয়া সিমান চিপাহীৰ ভিতৰত আঠোটা মানৰহে মৃত্যু হয়। গবৰ্ণমেণ্টে এই দেশতো সেইদৰে ৰোগ আৰু মৃত্যুৰ সংখ্যা কমাবৰ ইচ্ছা কৰে।

## ১২। অভ্যাসৰ আৱশ্যক।

৫৪। বাপেকে পুতেকহঁতক বৰ ভাল পৰামৰ্শ দিব পাৰে; কিন্তু সিহঁতে যদি তালৈ আওহেলা কৰে, তেন্তে তাৰ একো ফল নহয়। আৰোগ্যৰ কথাও তেনে। নিৰোগী আৰু সবল হৈ থাকিবৰ উপায় বুজাই দিয়া গৈছে। তাক শিকাৰ পৰা পাঠকৰ উপকাৰ হোৱা-নোহোৱাই সেই উপদেশ অনুসৰি আচৰণ কৰ-নকৰাৰ ওপৰতহে নিৰ্ভৰ কৰে।

---

* এপিকাকোৱেন্‌হা নামেৰে দৰবৰ লেপ সকলোতকৈ ভাল। + দৰব-বিলোৱা ঘৰ।

বঙ্গদেশৰ এখান ডাঙ্গৰ গাৱঁত জৰ হৈ ভালেমান মানুহ মৰিল। জিলাৰ মাজেষ্টৰ চাহাবে তাৰ কাৰণ অনুসন্ধান কৰিবলৈ গৈ বুজিলে যে গাৱঁলীয়াবিলাকে সোঁত নথকা বিলৰ মলিন পানী খায়; এইদেখি তেওঁ ভাল, নিৰ্ম্মল পানী ওলোৱা দহোটা নাদ খনাই দিলে। পুনৰায় তেওঁ সেই গাৱঁলৈ গৈ দেখিলে যে মানুহবিলাকে নাদৰ পানী নেখায়। বিলতকৈ নাদৰ পানী খোৱা সিহঁতৰ অভ্যাস, এতেকে সিহঁতে সেইৰূপে চলি আছিল। এইটো বৰ নিৰ্ব্বোধৰ কাম। আমি বেয়া অভ্যাস এৰি ভাল অভ্যাস লব লাগে। দুখীয়া, নজনা মানুহবিলাকে নিৰ্ম্মল হৈ থাকিব লাগিলে প্ৰথমতে বৰ টান পায়। কিন্তু লাহে-লাহে সিহঁতে দেখিব যে তাৰপৰা পৰম উপকাৰ হয়। আৰোগ্য ৰক্ষাৰ বিষয়ত সিহঁত অতিশয় অসাৱধান; কিন্তু নৰিয়াৰপৰা সিহঁতেই হে সকলোতকৈ অধিক দুখ পায়। চহকী মানুহৰ নৰিয়া হলে ভাঙ্গি খাবলৈ ধন আৰু আলপৈচান ধৰিবলৈ চাকৰ আছে; দুখিয়াৰ একো নাই।

যদি তুমি নিৰোগী হৈ থাকিবলৈ ইচ্ছা কৰাঁ, তেন্তে নতুন বতাহ লবা, আৰু নিৰ্ম্মল পানী আৰু শৰীৰৰ হিত আহাৰ খাবা। নিৰ্ম্মলতালৈও মনোযোগী হবা। মল ৰোগৰ মাক।

ইতি।

# NOTES

ON THE

# MARRIAGE SYSTEMS

OF THE

PEOPLES OF ASSAM.

# PREFACE

In laying the following *Brochure* before the public, which he does with diffidence, the author begs leave to explain that it has been written with the view of removing a want which, he understands, is felt by the foreigners in Assam, who are naturally desirous of acquainting themselves with the manners and customs of the people amongst whom their lot is cast He has, however, confined himself to the principal formulas gone through at the nuptials both of the Hindus and the aboriginal tribes inhabiting the Brahmaputra valley, leaving more elaborate details of the ceremonies to abler hands.

As regards the importance of the work there can be no two opinions, but the author, it is needless to say, is by no means equal to the task undertaken by him He therefore begs to apologize for the errors of omission and commission of which, he doubts not, there are many, and is confident that the reader will be indulgent enough to overlook any error he may come across, considering that something is better than nothing, and also the difficult nature of the task, which has been enhanced by reason of the book being composed in a foreign language of which the author possesses but a limited knowledge.

**GUWAHATI,**
**September**
**1892**

**H. C. BARUA**

# NOTES

ON

# The Marriage Systems

OF THE

PEOPLES OF ASSAM

## INTRODUCTORY REMARKS

The ceremony whereby a man and woman are united as husband and wife, agreeably to some law or time-honoured practice, is called marriage. According to the Hindu Shastras, marriage is an important ceremony and the relationship created by it does not terminate with this life, but extends to the next. Marriage is one of the ten sacraments prescribed for the first three classes of the Hindus, and is the only one for the last *viz*. the Sudras An unmarried man is declared by the Shastras to be unfit to perform any religious duties.

In days of yore intermarriage was in vogue among the Hindus, that is to say, a man of a higher caste married a woman of a lower, but it is prohibited in the present age, and the offspring of such a marriage are precluded from inheritance.

It is enjoined by the Shastras that girls should be married brfore they arrive at the age of puberty. A girl, who attains to maturity before she has been married, brings disgrace both upon herself and her parents, and it is sinful to marry her. It is, however, laid down in Manu that a damsel, though of full age, should rather stay at home unmarried till her death, than that she should be given in marriage to one devoid of learning and good qualities.*

If the guadians of a girl do not give her in marriage even in the third year after she has had catamenia, she is then at liberty to choose a husband for herself Betrothment constitutes marriage, but it is not complete until the prescribed ceremonies have been performed

A man should not marry before his elder brother, unless the latter becomes an ascetic, is absent in a foreign country, refuses to enter into the state of matrimony, has been degraded in caste, or is impotent. The marriage of a younger sister, if contracted whilst her elder sister is unmarried, is declared void.

According to the Hindu Shastras, there are eight forms of marriage, *viz* (1) Brahma,

(2) Daiva, (3) Arsha, (4) Prajapatya, (5) Asura, (6) Gandharva, (7) Rakshasha and (8) Paisacha. When the guardian of a girl gives her in marriage with clothes and ornaments according to his means to a man whom he has voluntarily invited, it is called Brahma marriage. The Daiva and the Prajapatya forms are similar to the above. The slight defference which exists between them need not be noticed. When a man marriage a damsel, having presented her guardians with a pair or two of cows, that marriage is termed Arsha. The matrimonial alliance with a man, from whom the guardian of the girl has recieved money, is known by the name of Asura. The marriage, in which a man and woman secretly unite themselves Gandharva. The union with a girl, who has been taken away by force, is denominated Rakshasha, and when a girl is inveigled by artifice into matrimony, it is termed Paisacha marriage.

Of the eight forms of marriage enumerated above, Brahma, Daiva, Arsha and Prajapatya are lawfull for the Brahmans. The Asura form is permitted to Vaisyas and Sudras. The Gandharva marriage was in vogue among the Kshatriyas, the Rakshasha form being peculiar to the barbarous people. We, however, find instances in which the military tribe had recourse to that kind for marriage. The last form called Paisacha, which is accomplished by means of fraud, though enumerated among the eight kinds of marriage, is prohibited for all.

Of the following individuals, in default of the first, the next in order may give away a girl in marriage, *viz* father, grandfather, brother (elder or younger), any male relation within ten degrees of consanguinity, maternal grandfather, maternal uncle and mother

Although the Hindu Shastras do not provide for dissolution of marriage, in the manner as is done by the English law, yet a Hindu husband may exclude his wife from his bed, and marry another for one or more the following reasons, *viz*. if she is afflicted with an incurable disease, if she is unchaste or acts immorally, if she has been married to him by means of fraud, if she has wasted all his property, if she has attempted his life or she is addicted to spirituous liquors And, in the absence of any of these causes, it is repugnant to the Hindu law to marry a second wife during the lifetime of the first; though, according to some authorities, a barren wife may also be superseded by another.*

Having brifly noticed the most important rules laid down in the Hindu Shastras with regard to matrimonial contract, I now proceed to narrate the ceremonies observed by the different peoples of Assam, in the performance of their marriage.

The marriage rites of the Assamese Hindus are a curious admixture of rules and formulas laid down in the Shastras and those sanctioned by local customs. The former are divided into two sets, ancient and modern, and the people follow the one or the other

* See Manu Chap. IX. 89
* See Manu Chap IX. 73. 80. 81

according to their choice. When it so happens that the young couple to be married belong to different schools, preference is given to the rules followed by the bridegroom; but if both parties happen to be stauch adherents to the tenets of their respective schools, a compromise is entered into in regard to the ceremonies to be performed. At the marriage of respectable persons two priests officiate, one on the part of the bridgroom and the other on that of the bride; and the ceremonies are gone through as dictated by them

The formulas noticed below are chiefly those followed by the ancient school.

It is to be observed that while the omission of a single formula, enjoined by the Shastras, rendres the marriage null and void, that portion of the ceremonies which is sanctioned by local customs may by partly or wholly omitted without affecting the validity of the contract; and not unfrequently, marriages are celebrated without any local practice having been observed. Customs are by no means uniform throughout the province, for while in Kamrup marriage ceremonies, as a rule, never extend beyond one day, in Upper Assam they are, for the most part, continued for a much longer period The ceremony called *Khoba-khubi* too, which is considered an indispensable part of the nuptial rites in all other places in Assam, is not known in Kamrup, and so forth

It is a notorious fact that the Assamese Hindu is very eager to be married, and rushes into matrimony without ever considering, for a moment, whether or not he has means enough to support a wife and family. Nothing gives greater pleasure to the parents of a boy than to see him wedded, they therefore, bring about his marriage at the first upportunity that occurs, without regard to his future prospect; while many a young man, who has no parents or guardians to get him married, and is too poor to defray the expenses of the ceremony unaided, begs from door to door in order to provide himself with necessary funds. The consequence is that he becomes even more misrable after the marriage than he was before it, and ushers into the world a progeny he is unable to support, much less get educated; and thus a number of beggars are created, who pester society and beget paupers in their turn-- a state of things, which is exceedingly deplorable, and cannot be too strongly condemned

# SECTION 1.

## CEREMONIES OBSERVED BY THE BRAHMANS AT THEIR MARRIAGE

### *Ante-nuptial Ceremonies*

In Brahman families girls are invariably married before they attain the age of puberty. No other class strictly adheres to the rules laid down in the Shastras in this respect. The exception only is the Ganaks of the higher ranks, who aspire to the sacerdotal dignity, and give their girls in marriage while young. The Kayasthas of Kamrup also follow the example of the Brahmans in this respect, and marry their girls before the appearence of the sign of puberty.

In selecting a husband for a girl preference is given to a bachelor over a man who was once married, although his wife may no longer be living. When a young man is found to the liking of the parents or gurdians of the maiden, and his parents or guadians wish that he should marry the girl, the horoscopes of the pair are consulted through an astrologer, in order to ascertain whether their stars agree or not, and if the astrologer pronounces the intended marriage propitious, then the alliance is settled, otherwise it cannot take place.

The marriage being agreed upon, an auspicious day* is fixed for the performance of the ceremony according to the common consent of both parties.

Then nuptial festivities begin nine, seven, five or three days before the day fixed for the wedding; but not unfrequently the ceremonies begin and terminate on the same day. On the day previous to their commencement the parents or guardians of the young man and woman respectvely send round invitation to their friends, relations and neighbours of both sexes, and in asking them to attend the ceremony, some areca-nuts and betel leaves are made to act as an invitation card. The persons thus invited make presents of cloths on the day of marriage.

Dressing the damsel with bridal ornaments and clothes is the first ceremony, and it is performed as stated below. On a day previously fixed, the guardians of the young man send

---

* *It is not consonant to the Hindu Shastras to enter into a matrimonial contract in the months of Pous and Chaitra, and the month of one's birth is also declared unpropitious for the purpose of marriage. When a person dies or gives birth to a child, his or her relations within seven degrees of consanguinity, are prohibited from marrying till expiration of ten days in the coses of the Brahmans and one month in those of the Sudras; and the marriage of a person within one year after the death of his or her father or mother, is also prohibited. Tuesday and Saturday are declared inaupicious for the purpose of marriage, and though the performance of the ceremony on those days is not actually prohibited by the Shastras, it is forbidden by local customs.*

to the brides' house clothes and ornaments according to their means together with a few loads of provisions, chiefly consisting of *goor* (treacle), curd and *akhai*, (a kind of food prepared by frying or parching paddy). Some oil and an little cinnabar, as well as two earthen pitchers containing buttermilk, form parts of the articles indispensable to send. Persons* of both sexes accompany the bearers of these articles. Upon their arrival at the bride's house, the articles are received from them, and the ornaments and cloths examined by an assembly of females; who are invited to the ceremony; the damsel is then brought to the room where the females of both sides are seated together, and is dressed with the bridal ornaments and clothes, a little vermilion mixed with oil being put on her forehead amidst the *uruli-dhwani* (a trilling sound made by shaking the tongue within the mouth) uttered by the woman. This ceremony is enterely perfomed by the females, and no one of the opposite sex has access to the room where the females are assembled for the perpose. Among the lower order of people, disputes often arise about the ornaments and clothes. If the guardians of the damsel demand a certain piece of ornaments, and those of the young man are not prepared to give it, they must give an amount of money equivalent to the price of the same, otherwise the intended alliance runs the risk of being broken off; and not unfrequently matches, which were seriously agreed upon by both parties, are actually broken off, and give rise to lawsuits, owing to the disputes arising about, a paltry piece of ornament. Many people name, at the time when the proposal for marriage is made, the particular ornaments and clothes which they wish the young man to give to the girl, and would not promise her in marriage unless an assurance were given that their demand would be complied with. After the girl has been dressed as stated above, the provisions brought from the bridegroom's house are distributed amongst the people of both sexes who attend the ceremony, and one of the two pitchers referred to above is made over to the bride's party, and the other being touched by the bride is taken back to the bridegroom's house. The nuptials commence with this ceremony.

On the evening of the day the girl is dressed, the bathing ceremony commances, and it is thus performed. One or more of the femal relations of the girl procced (if rich, or vehicles carried by men, if poor, on foot) to a neighbouring river or tank--each carrying a *ghat* (water pot) of gold, silver or any other metal--accompanied by drummers, musicians and a number of females whose aid is considered indispensable. When more than one woman carry water pots, the one who is more advanced in age or commands greater respect than the rest, becomes the head of the party. They having reached the *ghat* the following mystic dialogue takes place between one of the women, who accompany the procession, and her who carries the water pot or the head of the party, when there are more than one. The former puts the questions, and the latter answers them thus:--

Q. What have you come for, matron?

A. For the marriage of Hara and Gouri of which we have heard.

---

* *In Kamrup no females of the bridgroom's party go to the bride's house on such occasions.*

আৰু আপুনি লৰিব পৰা শক্তিৰ চিন নহয় নে?

আমেৰিকা দেশত মাখিধৰা বুলি এবিধ গছ আছে। তাৰ পাত বিলাকৰ চাৰিও কোণে কাঁইট থাকে; আৰু পাত বোৰৰ পৰা এবিধ সোৱাদ বস্তু ওলায়, তাকে খাবলৈ মাখিবিলাক গৈ পাতত পৰাত্তৰকেই পাতটো জাঁপ যায়, আৰু তাৰ এফালৰ কাঁইট বিলাক কি ফালৰ বোৰৰ মাজত সোমাই সঁচাৰৰ নিচিনাকৈ লাগি ধৰে। তাতে মাখি বিলাক চেপা খাই মৰে। সেই মৰা মাখিবোৰৰ পৰা সাৰ হৈ সেই গছ বাঢ়ে। আন কোনো বস্তু পৰিলেও তাৰ পাত সেই দৰেই মুদ যায়। চোৱা চোন ই কেনে আচৰিত কথা। এই জগতত কিমান আচৰিত বস্তু আছে, কোনে তাক জানি ওৰ পেলাব পাৰে!

---

## গান্ধপশু।

এই জাতি জন্তুৰ সাত বিধ আছে। সেই বিলাক তপত দেশৰ পৰ্ব্বতত থাকে। সিহঁত বৰ বেগাল, মানুহে খেদিলে লৰ মাৰি পৰ্ব্বতৰ ওখ টিঙ্গত উঠে গৈ। গান্ধক লাই নামেৰে দৰবত দিয়া যে এবিধ ভাল গোন্ধোৱা বস্তু আছে, তাক এই পহুৰ পৰা পোৱা যায়। মতা পহুৰ নাইৰ গুৰিত হাঁহ কনিৰ নিচিনা এটা জোলোঙ্গা থাকে, তাৰ ভিতৰত মাটি মাহৰ সমান যি গুটি বিলাক থাকে, সেইএ গান্ধক লাই।

তিবেত দেশত যি জাতি গান্ধ পহু আছে, তাৰ পৰা উত্তম গান্ধক লাই পোৱা যায়। সেই পহু চাৰি হাত এবেগেত মান দীঘল, তিনি হাত চাৰি আঙ্গুল মান ওখ। তাৰ নেজ নিচেই চুটি, বৰণ অলপ বগাৰে মিহলি মটীয়া, কাণ বৰ ডাঙ্গৰ, মুখৰ ওপৰৰ ফাল তলৰ ফালতকৈ দীঘল, তাৰ দুইও দাঁতিত বেঁকোৱা দাঁত থাকে, সেই দাঁত বিলাক ভিতৰৰ ফানে বৰ চোক আৰু দু আঙ্গুল মান বাজ ওলাই থাকে।

এই অসম দেশৰ সদিয়াৰ মিছিমি পৰ্ব্বততো এ জাতি গান্ধ-পহু আছে সি তিবেত দেশৰ পহুতকৈ কিছু নীহ বুলি শুনা যায়।

গান্ধ কলাইৰ গন্ধ বৰ চোকা, কিন্তু তাৰ নিচিনা সুগন্ধী বস্তু অতি অল্প হে আছে। তাৰ এটা গুটি উলিয়ালেই গোটেই টো ঘৰ কেইবা দিনলৈও মলমলাই থাকে। কিন্তু স্বৰূপ গান্ধ কলাই পোৱা বৰ টান। মিছিমি আৰু ভোটে বেছিবৰ কাৰণে যিবিলাক গান্ধ কলাই আনে সেই বোৰৰ সৰহ ভাগৰ ভিতৰত শুকান তেজ আৰু মঙ্গহ মাথোন থাকে।

---

## কৃষ্ণসাৰ।

কৃষ্ণসাৰৰ গড় গতি ছাগ আৰু হৰিণা, এই দুই জাতিৰ মাজতে। তাৰ শিং হৰিণাৰ দৰে কেঁতবা-লগা নহয়; ছাগৰ শিঙ্গৰ নিচিনা দেখা যায়; কিন্তু তাতকৈ দীঘল আৰু বেঁকাবেঁকি। মুখৰ গাড় তো সি হৰিণাত কৈ ছাগৰ অধিক ওচৰ ছাপে; গাটো হলে হৰিণাৰ নিচিনা। তাৰ কেইবা বিধো আছে। সিহঁত বৰ তপত দেশত থাকে। ইওৰোপ বৰ ঠেঁচা, এই কাৰণে তাত অতি অলপ মাথোন পোৱা যায়। কৃষ্ণসাৰ দেখিবলৈ বৰ সুৱনি আৰু বৰ বেগাল। তাৰ গা নিচেই লঘু। সি ইমান বেগাই জাঁপ মাৰে যে দেখোঁতেই আচৰিত হব লাগে। সি বৰ ভয়াতুৰ, সদায় সাৱধান হৈ থাকে আৰু শত্ৰুৰ চাট পালেই বিম্বা-শব্দে লৰমাৰে; লৰি যাওঁতে থমকা খাই ৰয়, পাচলৈ চায়, আকও লৰ দিয়ে।

সি এনে বেগেৰে যায় যে, অতি বেগাল পহু মৰীয়া কুকুৰেও তাৰ লগ ধৰিব নোৱাৰে। এই কাৰণে কোনো কোনো দেশৰ মানুহে এবিধ শিকোৱা বহৰি শেন পোহে। কৃষ্ণসাৰ দেখা পালে সেই চৰাইএ উৰি গৈ পহুৰ পিঠিত তাৰ চোকা নখ বহুৱাই ধৰে; তাতে তাৰ বেগ মৰাত কুকুৰে গৈ কামুৰি মাৰে। কোনো কোনোএ নাহৰ ফুটুকী বাঘ পুহিও এই পহু ধৰায়।

কৃষ্ণসাৰে কুশবন খাবলৈ বৰ ভাল পায়। সি প্ৰায়ে জাক পাতি থাকে। হিন্দু শাস্ত্ৰে কৃষ্ণসাৰক বৰ শুচি বুলি কৈছে। আগৰ কালৰ ঋষিবিলাকে তাৰ ছালত বহি যজ্ঞ কৰিছিল। আৰু সেই শাস্ত্ৰত লিখা আছে যে, যি দেশত কৃষ্ণসাৰ নাই, তাত বামুণ থাকিব নেপায়।

কামৰূপৰ ৰূপহী পৰগনাত বাজে অসম দেশৰ আন কোনো ঠাইত এই পহু নাই।

---

## উট।

উটৰ ডিঙ্গি বৰ দীঘল, পিঠি কুঁজা। তাৰ ভৰিৰ পতা সোপোকা, এই কাৰণে সি বালি আৰু টান মাটিত বেগাই ফুৰিব পাৰে; কিন্তু বোকাত খোজ কাঢ়িবলৈ হলে টান পায়। উট বোজা বোৱাত বৰ পাৰ্গত। পাঁচশ সেৰ-মান গধুৰ বস্তু পিঠিত লৈ ভালে মান বাট যাব পাৰে, আৰু বোজা লবৰ সময়ত হাতীৰ দৰে বৈঠ পৰে। সি ইমান বেগী, যে দিনটোত তিনি কুৰি পোন্ধৰ ক্ৰোশৰ বাট যায়। উটে কেইবা দিন লৈও ঘাঁহ আৰু পানী নোখোৱাকৈ থাকিব পাৰে, আৰু আধা ক্ৰোশত কৈও আঁতৰতে পানীৰ গন্ধ পায়।

আৰব দেশত এই জাতিৰ জন্তু সৰহ। আৰব বিলাকৰ উটেই সত-সৰ্ব্বহ। সিহঁত তাৰ মঙ্গহ খায়, নোমেৰে কাপৰ বৈ লয় আৰু পিঠিত উঠি ফুৰে। উটৰ পেটত ভালে মান পানী থাকে। আৰব দেশৰ সৰহ ভাগ বালিময়; তাত এটোপা পানীও নাই। এই কাৰণে আৰব বিলাকে, সেই বালিত ফুৰোতে পানী নেপালে, কেতিয়াবা উট মাৰি তাৰ পেটৰ পানী খাই প্ৰাণ ৰাখে। কোৰাণত উট বৰ শুচি বুলি লিখা আছে। এই দেশৰ মানুহে উট পুহিলে তাৰ হতুৱাই অনেক হজুৰা বন কৰাই লব পাৰে।

---

## ফেঁচা।

আমাৰ দেশৰ নজনা মানুহ বিলাকৰ মনত আন সকলো চৰাইতকৈ ফেঁচা জাতিৰ কথাত অধিক মিছা ভাব আছে। সিহঁতৰ বোধত ফেঁচা বৰ অমঙ্গলীয়া চৰাই, সি ঘৰৰ ছালত পৰিলে, বা ভিতৰ সোমালে, মানুহৰ আপদ হয়, আৰু সি যাৰ বাৰিত "নিওঁ নিওঁ" বুলি মাতে, তাৰ ঘৰৰ কোনো এজনৰ আয়ুস ছাপে। ফেঁচাৰ গড় টো মানুহৰ চকুত সন্তোষ লগোৱা নহয়, তাৰ বৰ ডাঙ্গৰ ঘুৰণীয়া চকু আৰু বিকটা মুখ দেখিলে নজনা মানুহৰ মনত তালৈ ভয় লাগিব পাৰে। আৰু আমাৰ দেশৰ বুড়া মানুহ বিলাকে তাক শত্ৰু বুলি ভবাৰ এইএ কাৰণ হব পায়। কিন্তু ফেঁচাই হলে মানুহক এফেৰিও অপকাৰ নকৰে, তাক আৰু মানুহক ভাল পোৱা যেন হে দেখা যায়; কিয়নো বনৰীয়া চৰাইতকৈ মানুহৰ লগৰীয়া হবৰ তাৰ অধিক ইচ্ছা আৰু সি তিনি ভাগ মানুহৰ বাৰিতে হে থাকে। ফেঁচাই কেইবা দৰেও মাতিব পাৰে। সি যে পুঁৱতিয়া ৰাতি তিৰোতা বিলাকৰ দৰে উৰুলি দিয়ে, তাক শুনিবলৈ বৰ ভাল।

সি গছৰ খোৰোঙ্গত খেৰ কুটা ছপাই বাহ সাজে, তাতে তিনি বা চাৰিটা পোৱালি হয়। এই জাতিৰ চৰাইএ সূৰ্য্যৰ পোহৰ সহিব নোৱাৰে। এই দেখি সি দিনটো গছৰ খোৰোঙ্গ নাইবা পাতৰ তলত চকু মুদি সোমাই থাকে; বেলি মাৰ গলেই তাৰ পৰা ওলাই আহি পোক, পৰুৱা আৰু চুঙ্গাবাদুলি ধৰি খায়।

বৰ ফেচু আৰু কোঁৱ কুঁৰীয়া ফেচু নামেৰে যে, দুবিধ চৰাই আছে, সিহঁতবো ফেঁচাই সৈতে একে জাতি। সিহঁত ফেঁচাৎকে ভালে মান ডাঙ্গৰ আৰু সদায় হাবিত থাকে, কেতিয়াবাহে গাওঁলৈ আহে। বৰ ফেচুৰ মুখৰ দুফালে শিঙ্গৰ নিচিনা দুটা পাখিৰ জঁ থাকে। সেই দুটা থিয়কৈ তাৰ আমৰা গুটীয়া চকু দুটা ঘূৰোৱা দেখিলে, অনেক মানুহে ভয় খায়। আমাৰ দেশৰ নজনা মানুহ বোৰৰ মানত ফেচুবিলাক ফেঁচাৎকৈও অধিক আপদীয়া। সিহঁতে ভাবে, যে ফেচু কোনো মানুহৰ বাৰিৰ গছত পৰিলেও সেই ঘৰ মানুহ ভাগে। কিন্তু এই কথাই সিহঁতৰ মন যে, নিচেই ঠেক আৰু এন্ধাৰ, তাকে মাথোন বুজায়।

---

## টেঁৰা চৰাই।

টেঁৰা এবিধ বৰ ডাঙ্গৰ চৰাই। সি নৈ আৰু বিলত মাছ ধৰি খায়। তাৰ ভাৰ হাঁহৰ নিচিনা, মুৰৰ পাচ ফালে গল ধনৰ ওপৰৎ এটা জঁ থাকে, ডৌকাৰ কিছু মান পাখি কলা, তাত বাজে গোটেইটো গা বগা। তাৰ ঠোঁট বৰ দীঘল, তাৰ তলত এটা বৰ জোলোঙ্গা থাকে। তাক সি কোঁচাই সৰুকৈ থয়, আৰু মন গলে বহলাব পাৰে। টেঁৰাই মাছ ধৰি সেই জোলোঙ্গাত সুমাই থয়। যেতিয়া মাছেৰে মোনাটো ভৰে, তেতিয়া সি বামলৈ উঠিলে সেই মাছ বিলাক খায়, খোৱা হলে, আৰুও ভোক নেলাগে মানে পেট পেলাই শুই থাকে। তাৰ বৰ ভোক; অলপ বেলিতে সেই সকলো মাছ জীণ যায়। তেতিয়া সি দুনাই মাছ ধৰিবলৈ যায়।

এই দৰে দিনটো মাছ ধৰি খাই ৰাতি হলে সি নৈৰ বা বিলৰ ওচৰৰ গছৰ ডালত বুকৰ তলত মুৰটো সুমাই শুই থাকে। সকলো চৰাইতকৈ টেঁৰা এলেহুৱা আৰু আপোনপেটা। কিন্তু পোৱালিলৈ তাৰ বৰ মৰম। বিলাতৰ কোনো এটা মানুহে টেঁৰাৰ দুটা পোৱালি আনি তাৰ ঘৰৰ ওচৰত এডাল গোঁজ মাৰি বান্ধি থৈছিল। অল্প বেলিৰ মুৰতে বুড়া চৰাই এটাই সিহঁতলৈ টোপ লৈ আহিল। এই দৰেই ভালে মান দিনলৈকে সি পোৱালি কেইটাক টোপ খুৱাই আছিল। সেইখিনি কালৰ ভিতৰত সি প্ৰায় গোটেই দিন সিহঁতৰ লগ নেৰিছিল, আৰু ৰাতিও ওচৰৰ গছ এজোপাত আছিল। এই দৰে থাকোতে তিনিওটা ইমান জাতি হৈছিল যে, মানুহে গাত হাত ফুৰালেও সিহঁতে ভয় নকৰিছিল।

আমেৰিকা দেশৰ কোনো এটা মানুহে টেঁৰা এটা পুহিছিল। সি নিতৌ ৰাতি পুৱাই ওলাই যায়, গধূলি হলে মাছেৰে টোটোলা টো ভৰাই গৰাকিৰ ঘৰলৈ উলটি আহে। তাৰ গৰাকিএ কিছুমান মাছ উলিয়াই লৈ বাকি খানি তাক খাবলৈ দিয়ে।

টেঁৰাই সদাই পানীত সাঁতৰি মাছ ধৰি খায় হয়; কিন্তু কেতিয়াবা তাক শগুণ বিলাকৰ লগত শ খোৱাও দেখা যায়। তাৰ ঠোঁট আকোঁৰা নোহোৱাত আপুনি মঙ্গহ খুঁটি চিঙ্গিব নোৱাৰে, এই কাৰণে সি শৱ ওচৰত থিয় হৈ চাই থাকে, পাচে শগুণৰ মুখৰ পৰা মঙ্গহ মাটিত পৰিলেই, ততালিকে তুলি লৈ টোটোলাত ভৰাই থয়।

---

## লাই পালে লৰা গুছে।

### লৰাক মৰম কৰিব লাগে, লাই দিয়া অযুগুত।

নিৰঞ্জন নামেৰে এটা মানুহ আছিল। সি বৰ চহকি আছিল হয়, তেও লৰা ছোৱালী নোহোৱাৰ কাৰণে সদায় অসন্তোষতে তাৰ কাল গৈছিল। পাচত আঢ়ে কুৰি বছৰ মান বয়সত এটা লৰা হল; তাতে সি মনত বৰ ৰং পাই লৰাটোৰ নিধিৰাম নাম থলে, আৰু তাক বৰকৈ মৰম কৰিবলৈ ধৰিলে। সি যিমান কি উভতুগালি নকৰোক বাপেক মাকে তাক একো নোবোলে। নিধিৰামে সদায় ডেও পাৰি ফুৰে, বুড়া মানুহ বিলাককো গালি পাৰে সিএৱে, শুই থকা মানুহৰ নাকত খৰিকা সুমাই দিয়ে। এই বোৰ কথাত বাপেক মাকে তাক একো নকৰে, হাঁহে মাথোন; আৰ তাৰ উভতুগালি সহিব নোৱাৰি তাক কোনোএ কিবা বুলিলে সিহঁতে তাকেহে ডাবি দিয়ে; তাতে নিধিৰামে লাই পাই কাকো মানুহ বুলি এই জ্ঞান নকৰে। সি অলপ ডাঙ্গৰ হলত বাপেকে তাক গাওঁৰ এখান পড়া শালিত পড়িবলৈ দিলে। কিন্তু সি পড়াত একেৰিও মন নিদিয়ে, ধেমালি মাথোন কৰি ফুৰে। এই কাৰণ অধ্যাপকে এদিন এচাৰিৰে কোব এটা মাৰিলে; তাতেই বাপেকে মনত বৰ বেজাৰ পাই তাক পড়াশালি একেবাৰে ঘৰলৈ আনিলে। তাৰে পৰা নিধিৰামৰ দুষ্টালি আগতকৈও বাঢ়িল; আৰু লাহে লাহে সি বাপেক মাককো নমনা হল। মাকে কোনো ভাল কথা কলে বা বাপেকে ডাবি দিলে সি একে বাৰেই ফেঁটা সাপৰ দৰে ফোঁপনি মাৰি উঠে। বুড়া বড়ীএ তাক দমাবৰ উপায় নেপাই মনে মনে থাকে। নিধিএ গাওৰ দুষ্ট লৰাবিলাকে সৈতে গোট খাই সদায় দন্দ খৰিয়াল কৰি ডেওপাৰি ফুৰে, কাকো কুটা এডালৰ সমানো নেমানে। এই বিলাক কথা সহিব নোৱাৰি এদিন মাকে তাক মাত লগাই বুলিলে বোপাই নিধি তোক আমি তুলি তালি ডাঙ্গৰ কৰিলোঁ, কত আশা কৰিছিলোঁ, তই বৰ হলে আমাক বুড়া বয়সত আৰ্জ্জি পুহিবি; এতিয়া তোৰ পৰা আমি সুখ পাও চাৰি, তই নিতৌ কিমান দুখ দিছ, তাৰ অন্ত নাই; বোপাই এতিয়া অলপ থিৰ জুৰ হো" এই কথা শুনি নিধিএ চকু পকাই হাতৰ লাখুটিৰে মাকক মাৰিবলৈ খেদি গল, মাকে লৰ মাৰি হে গা ৰাখিলে; তাতে বাপেকে ডাবি দিয়াত তেওঁকো গালি সপনি পাৰি ফুৰিবলৈ গুচি গল। তাৰ কথা দেখি বুড়া কালত বাপেক-মাকৰ বেজাৰৰ ঠাই নাইকিয়া হল। কিন্তু কি কৰিব আগেয়ে লাই দি পুতেকৰ মন বড়াইছে এতিয়া তাক দমিবৰ উপায় নাই। এই বিলাক বেজাৰ অসন্তোষেই বনি হৈ বুড়া-বুড়ী নৰিয়া পৰি মৰি গল। তাতে নিধিৰামে বাপেকৰ ধন বস্তুৰ গৰাকি হৈ অহঙ্কাৰত মাটিত ভৰি নিদিয়া হল; সকলোএ সৈতে দন্দ কৰে। কোনো মানুহে তাক ভাল নেপায়। পাচত গএগ্ৰা মানুহ এটাৰ টঙ্গনিয়াই হাত ভঙ্গা বাবে বিচাৰকে সোধ কৰি তাক বন্দীশালত থবৰ আজ্ঞা দিলে। সৰু কালত বাপেক মাকে মৰম কৰি লাই দিয়াত নিধিৰামৰ এই দশা হল।

---

## আপোনাৰ ব্যৱসায় নেৰিবা।

আমাৰ দেশৰ খেতি বা আন কোনো সামান্য কাম কৰা মানুহৰ লৰাই এতিয়া অলপমান লিখিব পড়িবলৈ শিকিলেই তাৰ মনত বাপেক ককাকৰ ব্যৱসায়লৈ ঘিণ লাগে। এই কাৰণে সি তাক নিশিকি কাণত কাপ খুচি বিষয়া হবৰ আশাৰে কাছাৰিলৈ যাবলৈ ধৰে। তাতে যদি কিবা বিষয় পায়, তেনে হলে, তাৰে পৰা কোনো মতে জীবিকা উলিয়াই প্ৰাণ প্ৰবৰ্ত্তায়। কিন্তু যদি হে নেপায় তেন্তে নি ব্যৱসায়ো নজনাৰ গুণে বৰ দুখত পৰে। ই বৰ বেজাৰৰ কথা। এনে বিলাক মানুহে ভাবে যে মহৰি হোৱাই লিখিব পড়িবলৈ শিকাৰ ঘাই উদ্দেশ। কিন্তু তাৎকৈ ভ্ৰমৰ কথা আন নাই। পড়িব পাৰিলে মানুহৰ মনৰ বেয়া ভাব বোৰ গুচি চকু মুকলি হয়, আৰু যেইএ যি কাম কৰে

তাক লিখিব পঢ়িব নজনা মানুহৎকৈ ভালকৈ কৰিব পাৰে। এই কাৰণে সকলো মানুহে লিখিব পঢ়িবলৈ শিকিব লাগে।

ইংলেণ্ড অৰ্থাত্ বিলাত দেশত সৰহ ভাগ মানুহে লিখিব পঢ়িব পাৰে। তাত হালোৱাৰ লৰাইও পঢ়িবলৈ শিকে। কিন্তু সেই বাবে যে, সি বাপেকৰ কামলৈ ঘিণ কৰে এনে নহয়। হাল কোৰ বাই যেতিয়া সি আজৰি পায়, তেতিয়া বহি ধৰম পুথি নাইবা বাতৰিকাকত পঢ়ি ভাগৰ পলুৱাই মনৰ সুখেৰে কাল নিয়ায়। আৰু সি আপোনাৰ উৎপন ভগনৰ লেখ বুজ ভালকৈ কৰিব জানে; এই কাৰণে সি যি বেছা কিনা কৰে, তাত কেওএ তাক ভুৱা দিব নোৱাৰে। তাৰ লিখিব পঢ়িব জনাৰ এইএ ফল। আৰু এই কাৰণেই ইংলেণ্ড দেশ আন বিলাক দেশত কৈ ধনী আৰু সুখীয়া।

উপৰত কোৱা হৈছে যে, সেই দেশৰ প্ৰায়ে সকলো মানুহে লিখিব পঢ়িব পাৰে। সিহঁতে যদি আমাৰ দেশৰ অল্প লিখিব পঢ়িবলৈ শিকা মানুহবিলাকৰ দৰে আপোনাৰ কামলৈ ঘিণ কৰি মহৰি হবৰ মনেৰে কাছাৰিলৈ গলহেঁতেন; তেন্তে সেই দেশৰ পৰা অনা যিবিলাক অতি আচৰিত বস্তু দেখি আমি তধা লাগি থাকোঁহঁক, তাত সেইবোৰ বস্তু সাজোতাই নহল হেঁতেন। কিন্তু লিখিব পঢ়িবলৈ শিকাৰ বাবে সিহঁতৰ মনত আপোনাৰ কামলৈ ঘিণ লাগোক চাৰি সিহঁতে তাক আগতকৈও ভালকৈ কৰিবলৈ নতুন নতুন বুধি উলিয়াইছে; তাতে সেই দেশৰ লাহে লাহে ধন, বল আৰু সুখ বাঢ়ি গৈছে।

হে মোৰ প্ৰিয় লৰাটিহঁত! তোমালোকে পাৰা মানে লিখিব পঢ়িবলৈ শিকা, আৰু তাকে জানিলে আপোনাৰ বুপা ককাৰ বৃত্তিলৈ ঘিণ নকৰিবা। কিন্তু সেই কাম অগতকৈও ভাল কৈ কৰিবৰ উপায় চিন্তিবা; তেহে তোমালোকৰ আৰু দেশৰো সুখ বাঢ়িব। তাকে নকৰি বিষয়লৈ বাউল হলে কিবা জানি দুই ফাল হেৰুৱাই বৰ দুখত পৰিবা। পাচত পেট পুহিবৰ কাৰণে চুৰকৰা ডকাদিয়া আদি জগৰ কৰি বন্দীশালালৈ যাব লাগিবও পাৰে। অলপ পঢ়িব জানি আপোনাৰ ব্যৱসায়লৈ ঘিণ কৰা কেত বিলাকে মানুহৰ তেনে দশা হোৱা দেখা গৈছে। বিশেষ বিষয় ছাইৰ আলি। আজি আছে কালিলৈ নাই; কিন্তু হাতৰ কাম হলে "যাবে জীৱন্তি।" আৰু লোকৰ চাকৰ হৈ ঘোঁৰাত উঠি ফিতাহি মৰাত্কৈ আপোন বশে হাতে অৰ্জা ভাত খাই খোজকাঢ়ি ফুৰা ভাল, এই কথালৈও মন কৰিবা।

---

# আত্ম-জীৱন চৰিত

১৭৫৭ শকৰ আঘন মাহৰ ২৪ দিন যাওঁতে মঙ্গলবাৰ কৃষ্ণা চতুৰ্থীৰ ৰাতি শিৱসাগৰ জিলাৰ ৰজাবাহৰ নামে ঠাইৰ পৈতৃক ঘৰত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম মুক্তাৰাম বৰুৱা। তেওঁ সংস্কৃত ভাষাৰ আৰু বৈদ্য শাস্ত্ৰৰ পাৰদৰ্শিতাৰ নিমিত্তে প্ৰখ্যাত আছিল। আমাৰ পূৰ্ব্ব-পুৰুষসকলে অসম ৰজাৰ পৰা যি যি বিষয় পাইছিল, সেইবোৰৰ কথা লিখিবৰ সকাম নাই; কিয়নো সেই কথাৰ অলপ অচৰপ এই দেশৰ প্ৰায় সকলো লোকৰ জনা আছে। অসম ইংৰাজৰ ৰাজ্য হোৱাৰ কিছুমান বছৰৰ মূৰত মুক্তাৰাম বৰুৱা নিজ মিছামৰা মৌজাৰ মৌজাদাৰ হয়। আৰু মৰণ কাললৈকে সেই বিষয়কে ভোগ কৰি আছিল।

তেওঁ দুজনা ভাৰ্য্যা বিয়া কৰিছিল। প্ৰথম জনাই এটি পুতেকক সূৰ্য্যৰ পোহৰলৈ আনিয়েই এই জগতৰ পৰা বিদায় লোৱাত লৰাটি বুঢ়ীমাকৰ দ্বাৰা প্ৰতিপালিত হৈ ডাঙৰ হয়। তেওঁৰ নাম যোগেশ্বৰ আছিল। তেওঁ বহুকাল সংসাৰৰ সুখ ভোগ কৰিবলৈ নেপালে; ১৮ বছৰ বয়সত বিয়াৰ জৰীৰ বান্ধ নৌলওঁতেই বন্ধুবৰ্গক শোকৰ জুইত পেলাই জীৱন এৰিলে। এই কালৰ ভিতৰতে তেওঁ পিতাকৰ উত্তম শিক্ষাৰ, আৰু নিজৰ চোকা বুদ্ধিৰ গুণে সংস্কৃত ভাষা আৰু বৈদ্যবিদ্যাত বৰ পাৰ্গত হৈছিল।

যোগেশ্বৰৰ মৃত্যুৰ কিছু বছৰৰ আগেয়ে পিতৃয়ে মোৰ আইক বিয়া কৰাত তেওঁৰ এটি কন্যা হোৱাৰ পাচত মই জন্ম ধৰোঁ। আৰু জেষ্ঠৰ পৰকাল প্ৰাপ্তিৰ সময়ত বছেৰেকীয়া লৰা আছিলোঁ। তেওঁক হেৰুৱাই পিতৃয়ে ইমান শোক পাইছিল যে মই বিদ্যা শিকিবৰ বয়স পোৱাৰ কেইবা বছৰ পাচলৈকে মোৰ আগত শিক্ষাৰ নামকে নুলিয়াইছিল। এই কাৰণে ৭ কি ৮ বছৰ মান বয়সলৈকে মই লোকৰ মুখে শুনি বৰ্ণমালাৰ আখৰকেইটা মাতিব পৰা হোৱাত বাজে আন একোকে নেজানিছিলোঁ, আৰু পোনেই মাকৰ গৰ্ভৰ পৰা ওলোৱা লৰাতকৈ আখৰেৰে সৈতে মোৰ অধিক চিনাকী নাছিল। কোনোৱে পিতৃক মোৰ শিক্ষাত ইমান আওহেলা কৰাৰ কাৰণ সুধিলে তেওঁ এইদৰে কৈছিল যে "এটাক বহুত যত্নেৰে বিদ্যা শিকোৱাৰ পৰা কি লাভ পালোঁ? কেৱল শোকৰ অগ্নিৰ তাপ দুগুণ হল মাথোন; শিক্ষাৰ অন্তত ইয়াৰো তাৰ নিচিনা দশা হলে সেই জুইয়ে মোক পুৰি মাৰিব; এই ভয়তে মনে মনে আছোঁ, আৰু কিছুদিন বাট চাই পাচে যেনে উচিত বুজোঁ কৰিম।

এইদৰে থাকোঁতে মোৰ ৯ বছৰ মান বয়স হোৱাত পিতৃয়ে মোক এদিন বিদ্যাৰম্ভ কৰালে, অৰ্থাৎ বৰ্ণমালাৰ সৈতে ভেটাভেটি নকৰোৱাকৈয়ে একেবাৰেই শব্দ-সধাত+ লগালে, আৰু শব্দ সধাওতেই এই ৰূপে মোক আখৰ চিনালে যেনে, এখান ফলিত বিভক্তিবিলাকেৰে সৈতে সাধিব লগীয়া শব্দটো লিখি দি তেওঁ মোক কয় "এইটো দেৱ শব্দ, এইটো দ তাতে এইটো একাৰ, দত একাৰে দে, এইটো ৱ দেৱ!" এই প্ৰকাৰে আনবিলাক শব্দৰো আখৰবোৰ চিনাই দিয়াত শব্দ-সাধনৰ অন্তত মই প্ৰায় সমুদায় আখৰ মাতিব পৰা হলোঁ। যি অলপ বাকী আছিল,

---

+ শব্দ-সধাৰ প্ৰকাৰ 'জোনাকী'ৰ অনেক পাঠকে নেজানিব পাৰে, এই নিমিত্তে কওঁ শব্দৰ ৰূপ (Dectension of a noun or pronoun) শিকাকে শব্দ-সাধন বোলা যায়, তাৰ শিক্ষা এইৰূপে হয়। ভালকৈ আখৰ চিনা ছাত্ৰক অধ্যাপকে এখান ফলিত প্ৰথমা দ্বিতীয়া আদিৰ একবচন, দ্বিবচন আৰু বহুবচনৰ সি, ঔ, যস্, ইত্যাদি বিভক্তি বিলাক লিখি প্ৰত্যেক বিভক্তিৰ আগত সাধিব লগীয়া এটা শব্দ লিখিবলৈ কয় (যেনে দেৱ, সি;), পাচে 'সি' কে আদি কৰি বিভক্তিবোৰত সেই শব্দৰ যেনে ৰূপ হয়, তাক এইদৰে শিকায়।– দেৱ শব্দৰ প্ৰথমাৰ সি হল, "লোপোহনুবন্ধঃ" 'সি'ৰ ইকাৰ লুপ্ত হল, "সোহন্ত্য বিসৰ্গোণ-বিৰাময়োঃ" 'স'ত বিসৰ্গ হল, ৰূপ হল দেৱঃ। এইদৰেই সকলো শব্দৰ ৰূপ শিকোৱা যায়। কিন্তু শব্দ আৰু ধাতু সধাৰপৰা ব্যাকৰণ-শিকাত একো সাহায্য নহয়। সেই কাৰ্য্যত যি সময় ব্যয় কৰা যায়, তাক নিয়মেৰে শিক্ষা দিলে, তাৰ ভিতৰত ছাত্ৰে সাধাৰণ সংস্কৃত কবৰ আৰু লিখিবৰ সমৰ্থ হব পাৰে।– হ, চ।

ধাতু সাধোঁতে সেই বিলাকতো মোৰ অধিকাৰ জন্মিল। কিন্তু ভালেমান বয়সলৈকে মই অঙ্ক-আঙ্কৰ আদি ফলাবোৰ ক্ৰম লগাই মাতিব নোৱাৰিছিলোঁ। পূৰ্ব্বে সেইবিলাক নিশিকাই সেই অজ্ঞতাৰ কাৰণ আছিল। শব্দ-ধাতু সধাৰ পাচত মাহচাৰেক দ্ৰোণপৰ্ব্ব আদি অসমীয়া পদ পুথি, আৰু বঙ্গালী আখৰ চিনিবৰ কাৰণে, নীতিকথা আৰু মনোৰঞ্জন কিতাপ পঢ়াত নিযুক্ত আছিলোঁ। পাচে পিতৃৰ শিক্ষাৰ অধীনে ব্যাকৰণ পঢ়িবলৈ আৰম্ভ কৰোঁ। ১৭৬৯ শঁকৰ কাতি মাহলৈকে ব্যাকৰণ পঢ়ি সন্ধিত কিছু ব্যুৎপত্তি জন্মিছিল। সেই মাহৰ আদিতে বা তাৰ আগৰ মাহৰ শেষ ভাগত ৰজাবাহৰ আৰু তাৰ ওচৰৰ গাওঁবিলাকত বিসূচিকা ৰাক্ষসীয়ে উগ্ৰমূৰ্ত্তি ধৰি দেখা দিয়ে; তাতে তেওঁৰ বহু কালৰ আশ্ৰিত ওচৰ চুবুৰীয়াবোৰক সেই পিশাচীৰ দাঁতৰ পৰা ৰক্ষা কৰিবৰ মনেৰে পিতৃয়ে সিবিলাকক কয় যে সেই ৰাক্ষসীয়ে কোনো মানুহৰ তেজ শুহিবলৈ ধৰাৰ চিন ওলোৱা মাত্ৰেই তেওঁক সম্বাদ দিলে, তেওঁ তাৰ প্ৰাণৰক্ষাৰ কাৰণে যত্ন কৰিব আৰু ঈশ্বৰৰ অনুগ্ৰহ হলে, কিবা জানি সি তাইৰ হাতৰ পৰা সাৰিব; আৰু ৰাতিও যেন কোনো জনক জহনীয়ে ধৰাৰ সম্বাদ তেওঁ সহজে পাব পাৰিব, এই কাৰণে তেওঁ তেওঁৰ শয্যা চৰাঘৰত পাতি ললে, আৰু এমাহমান দিনে ৰাতিয়ে জহনীত পৰা ৰোগীৰ চিকিৎসাত নিযুক্ত থাকি ভালেমান মানুহ সেই দুৰন্ত ৰোগৰপৰা মুক্ত কৰিলে। কিন্তু জহনীয়ে শাম কটাত যেতিয়া গাৱঁৰ সকলো মানুহ নিশ্চিন্ত হৈছিল, সেই সময়ত এদিন ৰাতিপুৱা সেই ৰাক্ষসীয়ে তেওঁক প্ৰবলৰূপে আক্ৰমণ কৰাত আবেলি তিনি বজা মানত শেষ উশাহ লৈ তেওঁ স্বভাবৰ ধাৰৰ পৰা।

সেই সময়ত মোৰ দদাইদেও লক্ষ্মীনাথ বৰুৱা শিৱসাগৰত কলেক্টৰীৰ চিৰস্তাদাৰ আছিল। পিতৃৰ মৃত্যুৰ সংবাদ পাই তেওঁ আমাৰ ঘৰলৈ গৈ আমাৰ পৰিয়ালৰ সকলোকে শিৱসাগৰলৈ নিলে। আৰু চৰকাৰী কাম শিকিবৰ নিমিত্তে মোক মাহে ৪ টকা বেতনত শিক্ষা নবিচ নিযুক্ত কৰিলে। তাতে মই নিতৌ দিনত কাছাৰিত বঙ্গালী লিখিব-পঢ়িবলৈ শিকি পুৱা-গধূলি উৰ্ব্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত সংস্কৃত পঢ়িবলৈ ধৰিলোঁ। দদাইদেও ইংৰাজী-শিক্ষাৰ গোটেই বিৰোধী আছিল। এই কাৰণে সেই বিদ্যাৰ অভ্যাস কৰিবলৈ আগ বাঢ়িব নোৱাৰিলোঁ। কিন্তু মাজে মাজে সেই সময়ৰ শিৱসাগৰ জিলাৰ অধিপতি কাপ্তান ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ দেৱনাগৰী আখৰেৰে লিখা হিন্দী, অৰ্থাৎ ব্ৰজভাষা শিকিছিলোঁ। তেওঁ বৰ বিদ্যোৎসাহী আছিল, আৰু বিদ্যা শিকাত যত্ন কৰা ডেকাবিলাকক মৰম কৰিছিল। হিন্দী শিকিবলৈ মোৰ বৰ আগ্ৰহ দেখি তেওঁ মোক উৎসাহেৰে সেই ভাষা শিকাইছিল। তেওঁৰ অনুগ্ৰহতে মই প্ৰেম সাগৰ আদি পুথিবিলাক ভালকৈ পঢ়িব আৰু বুজিব পৰা হলোঁ, আৰু এতিয়া ব্ৰজভাষাত মোৰ যি অলপ ব্যুৎপত্তি আছে সি তেওঁৰ কৃপাৰেহে ফল মাথোন।

যদিও দদাইদেওৰ ইচ্ছাৰ বিৰোধে দেখা-শুনাকৈ ইংৰাজী শিকা মোৰ পক্ষে অসম্ভৱ আছিল, তথাপি গোপনে তাৰ অভ্যাস কৰা একো টান নহয়, মোৰ মনত এনে এটা ভাব হোৱাত এদিন মই ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ এখান ইংৰাজী বৰ্ণবিণ্যাসৰ পুথি খুজিলোঁ। তাতে তেওঁ বৰ ৰঙ্গেৰে মোক এখান পুথি দিলে, আৰু প্ৰতি দেওবাৰে তেওঁক মোৰ শিক্ষাৰ মহলা দিবলৈ কলে। ইংৰাজী পুথি পালোঁ হয়; কিন্তু তাক পঢ়িবলৈ সময় পোৱা শুদা কথা নাছিল। কিয়নো ৰাতিপুৱা দহ বজা-মানলৈ সংস্কৃত পঢ়া, পাচে এঘাৰ বজাত কাছাৰিলৈ গৈ পুনৰায় চাৰি বজা মানৰ পৰা আঠ কি ন বজা মানলৈকে সংস্কৃতৰ অনুশীলন কৰা মোৰ দৈনিক কাৰ্য্য আছিল। সন্ধ্যা সময়ত মাথোন অলপ আজৰি পাইছিলোঁ। তাতে টৌতে খৰ দি সময়ৰ আগ চুলিত খামোচ মাৰি ধৰিছিলোঁ, আৰু মোৰ সমান বয়সীয়া বন্ধু বিলাকৰ সাহায্যেৰে, দুই সপ্তাহ মানৰ ভিতৰত, ইংৰাজী বৰ্ণমালাৰ দুয়ো বিধৰ আখৰ-বিলাকেৰে সৈতে চিনাকি হৈছিলোঁ। এনেতে মোৰ বিদ্যাৰ যশস্যাৰ ধ্বনি শিৱসাগৰীয়া বৰুৱাৰ কাণ চুলেগৈ। তেওঁ সেই কথা

দদাইদেওক নজনাই থাকিব নোৱাৰিলে। এই সম্বাদে তেওঁক পানীৰ ছাট পোৱা পকা তেলৰ দৰে জ্বলালে। আৰু মোৰ ফলি-পুথি বান্ধি লৈ ঘৰলৈ উলটি অহা আৰু ইংৰাজী শিক্ষাক বিসৰ্জ্জন দিয়াই তাৰ ফল হল। এই সময়ত সংস্কৃত বিদ্যাত মোৰ অধিকাৰ জন্মিছিল, এতিয়া তাতকৈ অধিক হোৱা নাই।

এই ঠাইতে এটা কথা কোৱা উচিত যে উল্লিখিত সময়ত অসমত বঙ্গালী ভাষাৰ বৰ আদৰ আছিল; মাতৃ ভাষাক সকলোৱে ঘিণাইছিল— ইস্কুলত বঙ্গালী, কাছাৰিত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱেই ৰঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যে মইও এই নিয়মৰ বাহিৰ নাছিলোঁ, বঙ্গভাষা মোৰ বুকুৰ কুটুম আছিল; তাৰ পৰা মই এটা শুভ ফলো পালোঁ। উৰ্ব্বীধৰ বৰুৱা বঙ্গলা জিলা ইস্কুলৰ অধ্যাপক আছিল, আৰু যদিও মই তেওঁৰ বঙ্গালী স্কুলত নহয়, সংস্কৃত পঢ়াশালিত হে পঢ়িছিলোঁ; তথাপি তেওঁ মোৰ নামটো ইস্কুলৰ প্ৰথম শ্ৰেণীত লিখি থৈছিল, এই কাৰণ তৈতিয়াৰ ইস্কুল ইনস্পেক্টৰ ৰবিন্সন চাহাব ইস্কুল চাবলৈ যোৱাত মই দুবাৰ স্কুললৈ গৈ মহলাত উঠি প্ৰথম শ্ৰেণীৰ প্ৰথম পুৰস্কাৰ পাইছিলোঁ।

বৰুৱাৰ পঢ়াশালি এৰি ঘৰলৈ যোৱাত মোৰ সংস্কৃত পঢ়াৰ শেষ হল বুলিব লাগে। কিয়নো যদিও দদাইদেওৰ মুখে তেওঁৰ বৰপুতেক পদ্মনাথৰ লগত কিছু ব্যাকৰণ পঢ়িছিলোঁ, তথাপি পদ্মনাথৰ পঢ়া অতি অলপ থকা হেতু তাৰে সৈতে একেলগে পঢ়াৰ পৰা মোৰ একো লাভ নহল; আৰু মোক বেলেগে পঢ়াবলৈ তেওঁৰ আজৰি নাছিল। পাচে তেওঁ যদুনাথ নামেৰে এজনা অধ্যাপকক লৈ আনি আমাৰ ঘৰৰ আগতে এখান পঢ়াশালি পাতি আন আন কিছুমান ছাত্ৰৰ লগত পদ্মনাথ আৰু মোক, দুইকো পঢ়িবলৈ দিছিল। কিন্তু তাত পঢ়াৰ পৰাও মোৰ একো উপকাৰ নহৈ অধ্যাপকেৰে সৈতে তৰ্ক কৰা মাথোন সাৰ হল। এবছৰ মানৰ মূৰত জহনী ৰাক্ষসীয়ে অধ্যাপক আৰু পদ্মনাথ দুইকো গ্ৰাস কৰিলে। পঢ়াশালি ভাগিল, আৰু মই সম্পূৰ্ণ মুক্তাবস্থা পালোঁ। তেতিয়া দিনত কাছাৰিলৈ গৈ কাম কৰাত আৰু পুৱা-গধূলি মুকলি মূৰে গা ঘেলাই ফুৰাত বাজে, মোৰ একো ব্যবসায় নাছিল। এদিন মোৰ এজন বন্ধু, ইংৰাজী ইস্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ শ্ৰীযুত কুশৰাম গগৈৰে সৈতে সাক্ষাৎ হোৱাত তেওঁ মোক ইংৰাজী পঢ়িবলৈ পৰামৰ্শ দিলে, আৰু তেওঁৰ উপদেশকে সাৰোগত কৰি ইংৰাজী বিদ্যা অভ্যাস কৰিবলৈ স্থিৰ কৰিলোঁ কিন্তু এই সময়ত মোৰ বয়স প্ৰায় কুৰি বছৰ হৈছিল, আৰু ইংৰাজী বৰ্ণমালাৰ আখৰ কেইটাত বাজে মই তাৰ একোকে নেজানিছিলোঁ। এই আপত্তিৰ উত্তৰত তেওঁ মোক (Reader No. I) প্ৰথম সংখ্যক ইংৰাজী পাঠোপকাৰক নামেৰে পুথি পঢ়ি তাতে ইংৰাজী বৰ্ণবিণ্যাস আৰু ভাষা দুইকো শিকিব পাৰিবা বুলি এখান পুথি দিলে, আৰু মোৰ পঢ়াত সাহায্য কৰিবলৈ গাত ললে। এই উপকাৰৰ বাবে মই অন্তকাললৈকে তেওঁৰ ধৰুৱা হৈ থাকিম। পাচে তেওঁৰ আৰু অন্যান্য বন্ধুবিলাকৰ সাহায্যৰে কিছুকাল ইংৰাজী শিক্ষা কৰি ইস্কুল মাষ্টাৰ শ্ৰীযুত পৰমানন্দ ভঁড়ালীৰ সাহায্য বিচাৰিলোঁ। আৰু মই তেওঁৰ শলাগ লৈ কওঁ যে তেওঁ মোক সকলো সময়তে উৎসাহেৰে সাহায্য কৰিছিল। শ্ৰীযুত প্ৰিয়লাল বৰুৱাৰ পৰাও কিছু উপকাৰ পাইছিলোঁ। কিন্তু তেওঁ নিজ কাৰ্য্য উপলক্ষ্যে ফুৰি থাকিবলৈ বাধ্য হোৱাত তেওঁৰ সাহায্যৰ পৰিমান অধিক নাছিল।

পৰিশেষত আমেৰিকাৰ মিস্যনেৰিবিলাকৰ ওচৰ চাপিলোঁ। আৰু তেওঁলোকেও মোক দুয়ো বাহুৰে সাবটি ধৰি শিক্ষাৰ বিষয়ত বহুত সহায়তা কৰিলে। বিদ্যা শিকাত মোৰ সদায় বৰ উৎসাহ আছিল; আৰু সেই কাৰ্য্যত মই বৰ পৰিশ্ৰম কৰিছিলোঁ। কিন্তু যেতিয়া চাৰি সংখ্যক ইংৰাজী পাঠোপকাৰকত (A sleeping fox catches no Poultry) "শুই থকা শিয়ালে হাঁহ কুকুৰা ধৰিব নোৱাৰে" এই উপদেশ পূৰ্ণ পটন্টৰটি পালোঁ তেতিয়াৰ পৰা মোৰ উৎসাহ তিনি গুণমান বাঢ়িল, এখন্তকো নিৰৰ্থকত গলে মনত বৰ দুখ পাবলৈ ধৰিলোঁ। আমাৰ ডেকাবিলাকে

যেন এই উত্তম বাক্যটি মনত ৰাখে, আৰু তাৰ ভাবৰ দৰে কাৰ্য্য কৰে, এয়ে মোৰ বাঞ্ছা, আৰু সেই বাঞ্ছাৰ দ্বাৰা পৰিচালিত হৈহে মই এই ঠাইত তাৰ উল্লেখ কৰিছোঁ।

এই সময়ৰ ভালেমান দিন আগৰে পৰা মই মিস্যনেৰিবিলাকৰ মাহেকীয়া কাকত অৰুণোদয়ত লেখিছিলোঁ; কিন্তু যেতিয়া মিস্যনেৰিবিলাকৰ গুৰিলৈ নিতৌ যাবলৈ ধৰিলোঁ, তেতিয়াৰ পৰা অৰুণোদয়েৰে সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হল। তাতে মই তাৰ বৰ্ণবিণ্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধিৰাম ফেয়াৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰ পৰা এক আঙ্গুলো লৰচৰ হোৱাক মহা পাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হল হয়, তথাপি ৱ আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হল। তাৰ কথাত নিধিয়ে জনচাৰেক প্ৰাচীন ডাঙ্গৰীয়াৰো মত লৈছিল। সেই বিষয়ত ঘাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা ঢলাই আনিব লাগিব; কিন্তু মিস্যন সভাই অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটীলৈ অহাৰ পিচত পাদ্ৰী ডক্টৰ কম্ফৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হল, আৰু "ৱ"ৰ ব্যৱহাৰ চলিল। মোৰ 'আদিপাঠ' ছপাৰ সময়ত ইস্কুল ইন্‌স্পেক্‌টৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ ব্যৱহাৰৰ বিষয়ত বৰ বাধা জন্মাইছিল; পাচে বিস্তৰ লেখালেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে আৰু ইস্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফ কমিশ্যনাৰৰ আজ্ঞা ললে।

১৭৮০ (ইং ১৮৬০) শকত মোৰ অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশিত হয়। তাক লিখা সময়ত ডাঙ্গৰীয়া শ্ৰীযুত গুণাভিৰাম বৰুৱা কলিকতাত আছিল, আৰু তাৰ ৰচনাৰ বিষয়ত লেখাৰ দ্বাৰা তেওঁ মোক বহুত পৰামৰ্শ দিছিল। অধিক কি সেই বিষয়ত তেওঁ মোৰ অকল উৎসাহদাতা আৰু উপদেশক আছিল। অসমীয়া ডেকাবিলাক যে বঙ্গালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগ বাঢ়িল, তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাচতে গুণাভিৰাম বৰুৱা পথ-প্ৰদৰ্শক হৈছিল। সেই বাবে তেওঁ ধন্যবাদৰ পাত্ৰ।

ইংৰাজী ভাষাত মোৰ ভালৰূপে ব্যুৎপত্তি নোহোৱালৈকে দদাইদেৱে মই তাক শিকাৰ কথা নেজানিছিল। মই অতি গোপনে তাৰ অভ্যাস কৰিছিলোঁ। পাচে তাত মোৰ কিছু অধিকাৰ জন্মিলত গোপন কৰিবলৈ এৰি দেখা-শুনাকৈ তাৰ চৰ্চ্চা কৰিবলৈ ধৰিলোঁ। তেতিয়া তেওঁ মোক তাৰ বাবে তিৰস্কাৰ নকৰি বৰং কাছাৰিত ইংৰাজীৰ পৰা ভাঙ্গি বঙ্গালী বা বঙ্গালীৰ পৰা ভাঙ্গি ইংৰাজী কৰিবলৈ কোনো কোনো কাকত দিছিল। ইং ১৮৫৮ শকত গোলাঘাটৰ ৰেবনিউ পেচকাৰ বিদ্ৰোহত লিপ্ত থকা অপৰাধত চস্‌পেণ্ড হোৱাত মই তেওঁৰ মুৰে ছমাহ মান কাম কৰোঁ। তাৰ পৰা উলটি অহাৰ পিচত শিৱসাগৰৰ ইংৰাজী ইস্কুলৰ দ্বিতীয় শিক্ষক শ্ৰীযুত পৰমানন্দ ভঁড়ালিয়ে মেলানি লোৱাত তেওঁৰ বাবে একটিং হওঁ। এয়ে মোৰ ইস্কুলত প্ৰথম আৰু, অৱশ্যে শেষ প্ৰবেশ। ইয়াৰ পাচত মাহে ২৫ টাকা বেতনত ৰেবনিউৰ মহাফেচ নিযুক্ত হৈ ইং ১৮৬২ শকলৈকে সেই কামত আছিলোঁ। সেই বছৰৰ আগষ্ট মাহত অসমৰ জুডিস্যেল কমিশ্যনৰ মেজৰ্‌জেনেৰেল (তেতিয়াৰ মেজৰ) এগনিউ চাহাবে মোক গুৱাহাটীলৈ আনি তেওঁৰ আদালতৰ ট্ৰেন্সলেটৰ বা ভাষা-ভঙ্গা কাকতি পাতিলে। মই ইংৰাজী পঢ়িবলৈ ধৰোতে সেই ভাষাৰ কাম কৰিব লগীয়া বিষয় লবৰ মোৰ সপোনতো ইচ্ছা নাছিল। ইংৰাজীত থকা জ্ঞানৰ কথা বিলাক শিকিবৰ কাৰণে মাথোন সেই ভাষাৰ অনুশীলন কৰিছিলোঁ। কলেক্‌টৰীৰ চিৰস্তাদাৰ হৈ মুনচুপ হোৱাই মোৰ অকল উচ্চাভিলাষ আছিল; আৰু এই কাৰণেই মোৰ ইংৰাজী আখৰ ভাল কৰিবলৈ একো যত্ন নকৰিলোঁ। কবৰ সকাম নাই যে সেই কালত চিৰস্তাদাৰ-মুনচুপ আদি ডাঙ্গৰীয়াসকলৰ ইংৰাজী জানিবৰ বা লিখিবৰ একো প্ৰয়োজন নাছিল; আৰু

কেৰাণীত বাজে আন সকলোৱেই ইংৰাজী বিদ্যাক ঘিণাইছিল।

ইং ১৮৬২ শকৰ পৰা জুডিস্যেল কমিশ্যনৰ চাহাবৰ অফিচত কাম কৰি ক্ৰমে অফিচৰ চুপৰইন্টেণ্ডেন্টৰ পদ পাওঁ; আৰু ইং ১৮৮১ শকৰ প্ৰথম জানুৱাৰীত সেই পদ উঠি যোৱালৈকে তাত নিযুক্ত আছিলোঁ। ইংৰাজী ১৮৬৮ শকত এগনিউ চাহাব কোচবেহাৰৰ কমিশ্যনৰ হৈ যোৱাত কামৰূপৰ ডেপুটি কমিশ্যনৰৰ অফিচত ট্ৰান্সলেটৰৰ কাম কৰোঁ। এই কামত থাকোঁতে তেতিয়াৰ অসমৰ ইস্কুলবিলাকৰ ইন্‌স্পেক্‌টৰ পোর্টৰ চাহাবে মোক উপযাচি মাহে ১০০ টকাত শিৱসাগৰৰ ডেপুটি ইনস্পেক্টৰ নিযুক্ত কৰাত ডিৰেক্তৰ চাহাবে সেই নিয়োগ অনুমোদন কৰিছিল; কিন্তু সেই সময়তে এগনিউ চাহাব উলটি আহি মোক মাহে ১২০ টকা বেতনত হেড্‌ এচিষ্টেণ্ট পাতি তেওঁৰ অফিচলৈ নিয়াত ডেপুটি ইন্‌স্পেক্টৰ হৈ যোৱা নহল। জুডিস্যেল কমিশ্যনৰ চাহাবৰ অফিচৰ চুপৰইন্টেণ্ডেণ্ট হৈ থাকোতে প্ৰথমে ১৮৭৫ শকত তিনি মাহৰ নিমিত্তে মোক একষ্ট্ৰা এচিষ্টেন্টৰ পদ যচা হৈছিল, কিন্তু চিৰস্থায়ীৰূপে নেপালে সেই পদ নলওঁ বুলি তাক লবলৈ মই অমান্তি হলোঁ। পাচে আকৌ ইং ১৮৭৬ শকত তিনি মাহৰ নিমিত্তে সেই পদ মোক যচা হয়, কিন্তু পূৰ্ব্বে এবাৰ অচিৰস্থায়ী পদ লবলৈ অস্বীকাৰ কৰি পাচে তেনে পদ লোৱা অযুগুত, ঘাইকৈ আগৰ বাৰ এগনিউ চাহাবৰ অনুৰোধত সেই পদ মোক যচা হৈছিল, তেতিয়া তাত অমান্তি হৈ পাচে চেক্ৰেটিৰী চাহাবে নিজে দিয়াত তাক ললে এগনিউ চাহাবৰ অৱমাননা হব, এনে ভাব হোৱাত তাক ত্যাগ কৰিবলৈ বাধ্য হলোঁ। এই কাৰণে তেতিয়া মোৰ মনত অলপ অসন্তোষ জন্মিছিল। কিন্তু এতিয়া সেই বাবে সন্তোষহে পাইছোঁ। কিয়নো মোৰ বিবেচনাত একষ্ট্ৰা এচিষ্টেণ্ট্‌ হোৱাতকৈ মই বস্তুত সুখে আছোঁ। মনৰ সন্তোষেই সুখ। ইং ১৮৭৩ শকত তেতিয়াৰ লেফটেনেণ্ট গবৰ্ণৰ স্যাৰ জৰ্জ্জ কেম্বেল চাহাবৰ জাননী অনুসৰি আন অনেকৰ দৰে মই আদি পাঠ নামেৰে এখান অসমীয়া ভাষাৰ প্ৰথম শিক্ষাৰ পুথি লেখোঁ। এই প্ৰকাৰৰ ৫০ খনমান পুথি লিখা হৈছিল। সেইবিলাকৰ গুণাগুণৰ বিবেচনা কৰিবৰ কাৰণ বহা সমজুৱাবিলাকে আদিপাঠক সকলোতকৈ শ্ৰেষ্ঠ বোলাত ৫০০ টকা বঁটা পাওঁ। তাৰ পাচতো পুথি আদি লিখাৰ বাবে গবৰ্ণমেণ্টৰ পৰা সকলোৱে মিলি ১,১০০ এঘাৰশ টকা পুৰস্কাৰ পাইছোঁ। মই চৰকাৰী কামৰপৰা অৱসৰ পোৱাৰ পাচত (ইং ১৮৮২ শকত) দেশহিতৈষী কিছুমান অসমীয়া ভদ্ৰলোকে আসাম নিউচ্‌ নামেৰে এখান ইংৰাজী-অসমীয়া সাপ্তাহিক বাতৰি কাকত চলাবলৈ স্থিৰ কৰি মোক তাৰ সম্পাদক নিযুক্ত কৰাত মই তিনি বছৰ মান আনৰ পৰা অধিক সহায়তা নোপোৱাকৈ, একে হাতে সেই কাকত চলাওঁ; কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজীৱী নহল। কিছুমান বছৰৰ আগেয়ে অসমীয়া ভাষাৰ এখান ডাঙৰ, অসমীয়া-ইংৰাজী অভিধান লিখিছিলোঁ, সি সম্পূৰ্ণ হৈ পৰি আছে, এতিয়ালৈকে পোহৰ দেখা নাই।

মই গুৱাহাটীলৈ অহাৰ আগেয়েই বিয়া কৰি মোৰ ভাৰ্য্যাক ঘৰলৈ আনিছিলো; আৰু মই শিৱসাগৰ এৰি অহাৰ সময়ত তেওঁ সগৰ্ভা আছিল। পাছে ১৮৬৩ শকত এটী ছোৱালী পাই ১৮৬৫ শকৰ নবেম্বৰ মাহত জ্বৰনী-ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে। মই পুনৰায় বিয়া নকৰিলোঁ। আজি কালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰা গোটেই নিন্দনীয়। মই ভাবি চালোঁ – "মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হলহেঁতেন? তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয়? তিনটা বা অধিক বিয়া কৰিব পাৰোঁ; কিন্তু বিধবা হোৱাৰ পাচত পুনৰ বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেঁতেন— সমাজে বৰ্জ্জিলেহেঁতেন আৰু তেওঁ জীয়ন্তে মৰা যেন হৈ থাকিলহেঁতেন। ই কেনে অসঙ্গত, কেনে অযুগুত! এতেকে পুনৰায় বিয়া কৰা মোৰ উচিত নহয়।"

শাস্ত্ৰ নেলাগে যুক্তিলৈ চালেই বিধবাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি, আৰু শাস্ত্ৰেও

যুক্তিয়েই মূল; কিয়নো সেই শাস্ত্ৰতে লিখা আছে, "যুক্তিহীন বিচাৰেণ ধৰ্ম্মহানিঃ প্ৰজায়তে" এতিয়া চাওঁহকচোন— মতা, তিৰোতা দুটা সমান জীব; ভোক, পিয়াহ, টোপনি, বোধ, ইচ্ছা, অঙ্গ, প্ৰত্যঙ্গ, জন্ম, মৰণ, দুইৰো সমান। তথাপি এটাৰ যি স্বত্ব আছে, আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়. ইয়াক যাৰ অলপমান জ্ঞান আছে, সিও বুজিব পাৰে। ঈশ্বৰৰ বা স্বভাৱৰ নিয়ম মতে বিধৱাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰ পৰা সহবাসৰ বাঞ্ছা গুচি গলহেঁতেন. কিন্তু সকলোৱেই জানে তেনে কেতিয়াও নহয়। হিন্দু শাস্ত্ৰৰ মতে ভাৰ্য্যা স্বামীৰ অৰ্দ্ধাঙ্গ. আৰু হিন্দুবিলাকে তেওঁলোকৰ বিয়াত অগ্নিৰ আগত দেৱতা আৰু পিতৃবিলাকক সাক্ষী কৰি ভাৰ্য্যাক এইৰূপে কয়-- তোমাৰ প্ৰাণে সৈতে মোৰ প্ৰাণক. তোমাৰ হাড়ে সৈতে মোৰ হাড়ক, তোমাৰ মঙ্গহে সৈতে মোৰ মঙ্গহক. আৰু তোমাৰ ছালে সৈতে মোৰ ছালক মিলাওঁ।'

ইয়াৰ দ্বাৰা দেখা যায় যে ভাৰ্য্যা আৰু স্বামীৰ একে দেহ, একে প্ৰাণ, দুইৰ ভিতৰত একো প্ৰভেদ নাই। এনে স্থলত যেতিয়া পুৰুষে ভাৰ্য্যা মৰি গলে, অৰ্থাৎ তেওঁৰ শৰীৰৰ এভাগ নষ্ট হলে তাক পূৰাই লব পাৰে, তিৰোতা সেই স্বত্বৰ পৰা বঞ্চিত হয় কিয় ? বিধৱা বিবাহৰ-- বিৰোধীবিলাকে ইয়াৰ কি উত্তৰ দিব ? অৱশ্যে তেওঁলোকে কব যে বিধৱা-বিবাহ শাস্ত্ৰৰ নিষিদ্ধ; কিন্তু তেনে কথা কবৰ এতিয়া সময় নহয়, সেই আপত্তি অনেক দিনৰ আগেয়ে খণ্ডিত হৈ গৈছে। বিধৱাৰ বিয়াৰ মই পক্ষপাতী; কিন্তু মই এনেকৈ নকওঁ যে তিৰোতা বাঁৰী হলেই অৱশ্যে আকৌ বিয়া কৰিব বা দিব লাগে। মোৰ মতে বিধৱাৰ বিয়াৰ দুৱাৰত যি এডাল ডাঙ্গৰ ডাং আছে সি গুছি বাটটো মুকলি হব লাগে, সেয়ে হলে এতিয়া যেনেকৈ ঘৈণীয়েক মৰা মতাই ইচ্ছা আৰু সুচল হলে অবাধে পুনৰায় বিয়া কৰে, তেনেকৈ গিৰিয়েক মৰা তিৰোতায়ো কৰিব। যিবিলাক ছোৱালী-- ফুলতে বাঁৰী হয় বা সন্তান হোৱাৰ আগেয়ে স্বামীক হেৰুৱায়--, সেইবিলাকৰ বিয়াই-- প্ৰশস্ত; কিন্তু আন বিধৱাৰ বিয়াতো বাধা থাকিব নেলাগে। আমাৰ শিক্ষিত ডেকাবিলাকৰ মূৰত এটা বৰ গধুৰ বোজা আছে, সেই কথা সিবিলাকে ভাবি চোৱা উচিত। ইয়াৰ পাচত তেওঁবিলাক সমাজৰ নায়ক আৰু সাধাৰণ মতৰ স্ৰষ্টা হব; তেতিয়া তেওঁলোকে যেন কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নেথাকে, আৰু বিধৱাৰ বিয়াৰ বাটটো বহলায়, এয়ে মোৰ আন্তৰিক ইচ্ছা আৰু প্ৰাৰ্থনা। পূজনীয় বিদ্যাসাগৰে বিধৱা-বিবাহ যে শাস্ত্ৰ-সিদ্ধ ইয়াকে সপ্ৰমাণ কৰিয়েই -- মনে মনে নেথাকিল। আপোনাৰ পুতেকেৰে সৈতে বিধবাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গল। কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে, সি চিৰকাললৈকে থাকিব, লুপ্ত নহয়; সেই খোজৰ পাচত চলোঁতা মানুহ আমাৰ দেশত ওলাব কেতিয়া। প্ৰতিধ্বনিয়ে সুধিছে, কেতিয়া ?'

১। প্ৰাণৈস্তে প্ৰাণান্ সন্দধাম্যস্থিভিৰস্থীনি মাংসৈমাংসানি ত্ব চাত্বচমিতি।

উদ্বাহ-পদ্ধতিঃ।

২। জোনাকী, চতুৰ্থ ভাগ, দ্বিতীয় সংখ্যা (১৮১২-১৩ শক)।

# স্ত্ৰী-শিক্ষা।

অনেকে কয়, যে আমাৰ তিৰোতাবিলাক অনেক কালৰে পৰা বন্ধ অৱস্থাত থকা হেতু এতিয়া একেবাৰেই মুক্তাৱস্থা পালে, তাৰ পৰা ভাল হোৱা থাকোক অনেক দৰ্গুণহে হব; কিন্তু আমি এনে কথাক ভাল বুলিব নোৱাৰো। ভাপৰ জাহাজ আৰু ধূঁৱাৰ গাড়ীৰ পৰা যি অসীম উপকাৰ হয় তাৰে সৈতে তুলনা কৰিলে, তাইতৰ থালি ফাটি যি অলপ অনিষ্ট হব পাৰে সি অতি ক্ষুদ্ৰ। কিজানি ধূঁৱাৰ গাড়ী চলাওঁতে তাৰ যন্ত্ৰ ভাগিব, নাইবা তাৰ চাক "ৰেইলৰ" বাঝ হৈ পৰিব, এই ভয়ত ভাপৰ গাড়ী চলাব নিদিয়াটো যুগুত নে? কেতিয়াও নহয়। কোনো অনিষ্টই এনে উপকাৰতকৈ ডাঙৰ হব নোৱাৰে। বিশেষ অধিক লাভৰ নিমিত্তে অলপ হানি হলে, সি হানি নহয়। কিন্তু কি হব? তিৰোতাবিলাকক মুক্তাবস্থা দিয়াৰ গুণ আমাৰ দেশী সকলে বুজিব নোৱাৰে। তথাপি আমি কওঁ যে, আমাৰ কথাৰ দৰে আচৰণ কৰিলে এতিয়া যুবা বঙ্গালীএ যিবিলাক বিদ্যাধাৰীৰ পূজা কৰিছে, সিইঁতকৈ আমি ভাল তিৰোতা পাব পাৰিমহঁক।"

আমাৰ দেশী সকলে ওপৰত লিখা কথা পঢ়ি, তাক বেয়া বুলিব নেপায়; আৰু অনেকে তাত মান্তিও হ'ব। এই কাৰণ তেওঁবিলাকক জনাওঁ যে, যেতিয়ালৈকে তিৰোতাবিলাকক বিদ্যা শিকাই মুক্তাবস্থা দিয়া নেযায়, তেতিয়ালৈকে দেশৰ মঙ্গল হবৰ সম্ভাবনা নাই। এতিয়া ভাল মানুহৰ তিৰোতা আনৰ আগত ওলোয়া থাকোক, গিৰিয়েক আহিবৰ গম পালে "ডাঙ্গৰিয়া আহিছে বুলি" পাঁচ হাত মান ওৰণি লৈ, বাঘৰ ভয়ত গৰু পলোয়াদি চুকত সোমাইগে। ডাঙৰীয়া জনাইও তিৰোতাক মৰম কৰিলে বা ভাল মুখে কথা কলে তিৰোতাই আশই পাব বুলি ঘৈণীয়েকৰ ফাললৈ কপালৰ গাঁঠী থোপা কৰিহে চায়, আৰু অনেকে গালি পাৰিহে ঘৈণীয়েকক মাতে; আন কি? অলপ দোষতে ঘৈণীয়েকক (ছিঃ ছিঃ কি ঘিণৰ কথা!) পাৰে মানে মাৰে। আৰু যদি কোনোবাই ঘৈণীয়েকক অলপ মৰম কৰে আৰু ঘৈণীয়েকেও পৈয়েকে সৈতে মুকলি মুৰে কথা বাৰ্ত্তা কয় আৰু হাঁহে, মাতে; তেন্তে তাক "তিৰোতা সেকুয়া" আৰু ঘৈণীয়েকক নিলাজী বুলি আনে উপহাস কৰে, এইবোৰ কথা যে অতি গৰিহিত, ইয়াক কবৰ কাম নাই; আৰু যেতিয়ালৈকে দেশাচাৰৰ দাস হৈ, মানুহে এই ৰূপে আচৰণ কৰে, তেতিয়ালৈকে দেশৰ মঙ্গল হবৰ আগন্তুক নাই। তিৰোতাৰ প্ৰতি যেনে আচৰণ কৰিব লাগে, তাকে হিন্দু শাস্ত্ৰত ভাল ৰূপে লিখিছে, তথাপি যিবোৰ মানুহে শাস্ত্ৰৰ শৰণ দি অষ্টমীত মাছ নেখায়, সেইবোৰ মানুহেই সেই শাস্ত্ৰৰ কথা দলিয়াই পেলাই তিৰোতাৰ প্ৰতি অনুচিত ব্যৱহাৰ কৰে, ইহে অতি আচৰিত। অতএব হে আমাৰ দেশী সকল! তোমালোকে তোমালোকৰ তিৰোতাৰ অহিতে যি কুসংস্কাৰ আছে, তাক এৰি পেলাই, সিইঁতক জ্ঞান বিদ্যা শিকাই উত্তম সঙ্গী জ্ঞান কৰা; কাৰণ সিইঁত তোমালোকৰ শৰীৰৰ এফাল আৰু উত্তম বন্ধু।"

এই সময়তে আৰু এটী কথা মনত পৰি বৰ বেজাৰ লাগিছে, সেয়ে এই, যে বিয়াৰ পূৰ্ব্বে আমাৰ দেশৰ মতা তিৰোতাই পৰস্পৰ দেখা শুনাকৈ দুইৰো দুইতো মন মিলে নে নিমিলে, তাক বুজিবলৈ নে পায়। জীয়াই থকা যায় মানে যাৰে সৈতে পৰম বন্ধু ভাবে থাকিব লাগিব, তেওঁৰ নো ৰূপ গুণ কেনে, তাক নেজানি যে বন্ধুতা কৰা যায়, ইয়াতকৈ অসুখৰ কথা আন কি আছে? এই কাৰণেই আমাৰ দেশত অনেক মতা তিৰোতাৰ অমিল অপ্ৰীতি হৈ, বৰ অসুখ হয়। আৰু যেতিয়ালৈকে এই নিয়ম চলি থাকে, তেতিয়ালৈকে আমাৰ গৃহ সুখ হবৰ আগন্তুক নাই।*

* অৰুনোদই, ১৬শ বছৰ, নম্বৰ ৫, মেই, ১৮৬১ চন। প্ৰবন্ধটোৰ লেখক হ. চ — সম্ভৱ এওঁ হেমচন্দ্ৰ বৰুৱা। ড মহেশ্বৰ নেওগৰ 'অৰুনোদই ধলকাটৰ পৰা উদ্ধৃত।

# বিহু কি ?

—হেম

আমাৰ আসামত বিহু এটা বৰ উৎসৱী পৰ্ব্ব। ল'ৰাৰ পৰা অথিৰ-অবিৰ বুঢ়ালৈকে, ৰজাৰ পৰা খুজি খোৱা মগনীয়ালৈকে সকলোৱে বিহুত আনন্দিত হয়। সকলোৱে মনৰ সুখেৰে দেখা-দেখি কৰি, মনৰ সুখেৰে ৰং-ধেমালি কৰি সৰল চিত্তেৰে একে মজিয়াত সুখেৰে খোৱা-খুৱি কৰি বিহুৰ দিনকেটা কটায়। খুজি-মাগি পেটৰ চাউল মুকলিয়াব নোৱৰা অষ্টম দৰিদ্ৰও বিহু আহিছে বুলি চাইটা চাউল সাঁচি থয়, মগনীয়াইঁতেও বিহুত ল'ৰা-তিৰোতাৰ লগত আনন্দেৰে এমুঠি খাব লাগে বুলি মাহেক বা পষেকৰ আগৰ পৰা বিহুলৈ টুপলি বান্ধিবলৈ ধৰে। আহা! যেতিয়া সৰলচিতীয়া খেতিয়কসকলে খেতি সাঙ্গ কৰি মাঘৰ বিহুত নিজৰ ভগাপঁজাৰ ভিতৰ সোমাই মুকলি মনেৰে সাদৰৰ ল'ৰা-তিৰোতাৰ হাতত নিজৰ শ্ৰমফল দি নিজেও হৰ্ষত মগ্ন হৈ তাৰ ভাগ গ্ৰহণ কৰে, সেই সময়ৰ দৃশ্যটি কি সুখকৰ! আসামত বিহু তিনটি—বহাগৰ বিহু, কাতিৰ বিহু আৰু মাঘৰ বিহু। বহাগৰ বিহুৱে নতুন বছৰক সাদৰেৰে আগবঢ়াই আনে; কাতিৰ বিহুত আকাশবাতি লগায়. মাঘৰ বিহুত খেতিয়কসকলে নিজৰ নিজৰ প্ৰায় খেতিৰ অৱসান কৰি দুঃখৰ ধন শস্যকেডালিক ঘৰ সুমুৱাই হৰ্ষিত চিত্তে নিজৰ ল'ৰা-তিৰোতাৰ লগত মনৰ আনন্দেৰে দুঃখৰ নতুন বস্তুৰে এসাজ খায়।

এই বিহু সম্পৰ্কে আসামত এটা গাৱঁলীয়া কথাৰ প্ৰচলন আছে— "বহাগৰ বিহু ৰং-ধেমালি, কাতিৰ বিহু কঙ্গালী, মাঘৰ বিহু ভোগালী।" অৰ্থাৎ বহাগৰ বিহুত বৰ ৰঙ্গ কৰা যায়, কাতিৰ বিহু শুদা হাতে শুদা মুখে, আৰু মাঘৰ বিহুত বৰ ভোগ ভোগোৱা হয়। বহাগৰ বিহুত ভোজন বেওহাৰটো অলপ কম। তাৰ কাৰণ দুটি— প্ৰথমতে সেই সময়ত বতৰ খৰাং হয়, লাহে লাহে জহনীয়ে ভুমুকিয়াবলৈ ধৰে, দ্বিতীয়তে— খেতিৰ নতুন বস্তু পোৱা নেযায়। মাহ, তিল, চাউল— সকলো পুৰণিৰ ভাগত পৰেগৈ। এই কাৰণে ৰাইজে সেই সময়ত শাৰীৰিক আনন্দকে উপভোগ কৰে; বয়সৰ গৌৰৱক কাতি কৰি থৈ বুঢ়াই ল'ৰাৰ লগত, ল'ৰাই ডেকাৰ লগত, ডেকাই সমনীয়াৰ লগত চলিত আমোদৰ আনন্দ ভুঞ্জিবলৈ ধৰে। বহাগৰ বিহুৰ দিন দুটি-- এদিন মানুহৰ বিহু, এদিন গৰু-প্ৰমুখ অজ্ঞান আৰু অমাত জন্তুৰ বিহু। আগৰদিনাই খেতিয়কসকলে খেতিৰ প্ৰধান গৰুৰ বিহু পাতে; সেইদিনা মহানন্দে ভাই-ভনী সকলোৱে লগলাগি নিজৰ গোহালীৰ গৰু-ছাগলীক মাহ-হালধি ঘঁহি গা ধুৱাই দীঘলতি পাতেৰে কোবাই দীঘল জীৱন প্ৰাৰ্থনা কৰি ঘৰলৈ আনে, নাহৰৰ পাতত "জৈমিনী" লেখি ঘৰে প্ৰতি চালৰ বেচাত জাপিত খুঁহি দি বজ্ৰ-বাৰণৰ কামনা কৰে। ফিৰিকাদিনা মানুহৰ বিহু। মাহ-হালধি আৰু সৰ্ব্বশুদ্ধিৰে সকলোৱে ৰং-ধেমালি কৰি গা ধুই শুদ্ধ মনেৰে ঈশ্বৰ উপাসনা কৰে। পূজনীয়জনক সেৱা-শুশ্ৰূষা কৰি সানন্দে দেখা-দেখিকৈ আহাৰ কৰে, নতুন কাপোৰ পিন্ধে, বিহুৱান লয় আৰু গোসাঁইকো বিহুৱান দিয়ে। বহাগৰ বিহু সাতদিনীয়া। এইকেদিনৰ ভিতৰত সকলো বন্ধু-বান্ধৱ নিমন্ত্ৰিত হৈ বিহু খাবলৈ অহা-যোৱা কৰে আৰু সপ্তমদিনা চিৰপ্ৰচলিত, ঘৃণিত আৰু নিন্দনীয় নিয়ম মতেৰে লাজক কাতি কৰি থৈ অশ্লীল নাম কিছুমান গাই, অশ্লীল অঙ্গ-ভঙ্গিবিশিষ্ট নাচ নাচি, বহাগৰ বিহুক বিদায় দিয়ে। কাতিৰ বিহুত অন্য একো নাই, থকাখিনি পূৰ্ব্বতে উল্লেখ কৰা হৈছে। মাঘৰ বিহুৰ প্ৰধান উৎসৱ, হোমঘৰ বা হাৰলি পোৰা। সকলোৱে লগলাগি কেবাদিনৰ আগৰে পৰা এই ঘৰটি সাজিবলৈ ব্যস্ত থাকে। ঠাইয়ে ঠাইয়ে ধানৰ নৰাৰে এই ঘৰটি নিৰ্মিত হয় আৰু ঠাই বিশেষে খেৰৰো সাজে। উজনিৰ পিনে বিহুৰ উৰুকাৰ দিনাৰে পৰা এই ঘৰত সমনীয়াবিলাকে লগলাগি পাঁচোটি ৰাতি খপে। গুৱাহাটীৰ পিনে উৰুকাৰ দিনা নিশাহে

হাৰলি ঘৰত ৰাতি খপা দেখি। উৰুকাৰ দিনা দিনতেই বা নিশাতেই সকলোৱে লগলাগি এই ঘৰটিত এটি আনন্দৰ ভোজ খাই বিহুৰদিনা কাউৰী নৌ আহোঁতেই এই ঘৰটি অগ্নিদেৱক সমৰ্পি দিয়ে। কিন্তু উজনিৰ পিনে মাঘৰ ৩ দিনৰ দিনা ৰাতিপুৱাহে এই ঘৰটিত অগ্নিয়ে পৰ্শে। এজনে গা ধুই আহি পবিত্ৰ হৈ শুদ্ধচিত্তেৰে প্ৰথমতে অগ্নিদেৱক পূজা কৰি এই ঘৰটিত জুই লগাই বাট দেখুৱাই দিয়ে, পাছত আৰু বাহী-অবাহীৰ চিন নেদেখি। এই মাঘৰ বিহুত খাবলৈকে ৮/৯ দিনৰ আগৰে পৰা সকলোৱে চিৰা খুন্দি, পিঠা পুৰি থব; নিশঙ্ক মনেৰে বন্ধু-বান্ধৱ, মিতিৰ-কুটুমক নিমন্ত্ৰণ কৰি আনি সকলোৱে একেলগে এদিন দেখা-দেখিকৈ খাই সৰল খেতিয়কে বিমল আনন্দ উপভোগ কৰে। জাৰকালি বতৰ জুৰ, মাঘৰ বিহুৰ দিনকেটাও সুকলমে যায়। মাঘৰ বিহুৰ ইমানতে অন্ত। এই বিহুটি যে অকল আসামতে প্ৰচলিত এনে নহয়, বঙ্গদেশতো পৌষ-পাৰ্ব্বণ, বহাগৰ বিহু আৰু কাতিৰ বিহু একেই। সংস্কৃত "বিষুব" শব্দৰ পৰা এই বিহু শব্দটিৰ উৎপত্তি। *

---

* আসাম নিউচ'ৰ (সোমবাৰ, ১০ মাঘ, ১৮০৪ শক) পৰা উদ্ধৃত। — সম্পাদক

অসমীয়া

# হেমকোষ

অৰ্থাৎ

## অসমীয়া ভাষাৰ শব্দবিলাকৰ মূলযুক্ত ডাঙৰ অভিধান ।

শ্রীহেমচন্দ্র বৰুৱাৰ দ্বাৰা সংগৃহীত ।

# HEMA KOSHA

OR

## AN ETYMOLOGICAL DICTIONARY

OF THE

## ASSAMESE LANGUAGE

BY

HEMCHANDRA BARUA

---

"দূৰ্ণয়দোষমুৎসৃজ্য গুণং গৃহ্লন্তি সাধবঃ ।"

---

EDITED BY

CAPT. P. R. GURDON, I.S.C.,
*Deputy Commissioner*,

AND

SRIJUT HEMCHANDRA GOSAIN,
*Sub-Deputy Collector*.

PUBLISHED UNDER THE AUTHORITY OF THE ASSAM ADMINISTRATION.

Price Rs. 5 or 7s. 6d.

1900.

**Agents for the sale of Books published by the Assam Administration.**

---

## Agents in India.

(1) Messrs. Thacker, Spink & Co., Calcutta.

(2) Messrs. W. Newman & Co., Calcutta.

## Agents in England.

(1) Mr. E. A. Arnold, 37, Bedford Street, Strand, W.C., London.

(2) Messrs. Constable & Co., 2, Whitehall Gardens, S.W., London.

(3) Messrs. Sampson Low, Marston & Co., St. Dunstan's House, Fetter Lane, E.C., London.

(4) Messrs. Luzac & Co., 46, Great Russel Street, W.C., London.

(5) Messrs. Kegan Paul, Trench, Trubner & Co., Charing Cross Road, W.C., London.

(6) Mr. B. Quaritch, 15, Piccadilly, W., London.

(7) Messrs. P. S. King & Son, 9, Bridge Street, Westminster, S.W., London.

(8) Messrs. Williams & Norgate, Oxford.

(9) Messrs. Deighton Bell & Co., Cambridge.

## Agents on the Continent of Europe.

(1) MM. Friedlander & Sohn, 11 Carlstrasse, Berlin.

(2) M. Otto Harrassowitz, Leipzig.

(3) M. Karl Hiersemann, Leipzig.

(4) M. Ernest Leroux, 28, Rue Bonaparte, Paris.

(5) Martinus Nijhoff, The Hague.

Baptist Mission Press, Calcutta.

# অসমীয়া হেম-কোষ

## পাতনি।

= * =

ভাষা শিকিবৰ ঘাই উপায় ব্যাকৰণ আৰু অভিধান, ইয়াক সকলোৱে জানে। কিন্তু যদিচ অসম দেশত অসমীয়া ভাষা বহুকালৰ আগৰ পৰা চলি আহিছে, তথাপি এই দেশৰ কোনো লোকৰ দ্বাৰা তাৰ ব্যাকৰণ বা অভিধান ৰচিত হোৱা নাছিল। পূৰ্ব্বকালত হিন্দুবিলাকে সংস্কৃতক আদৰ আৰু দেশী ভাষাক হেয় কৰাই ইয়াৰ কাৰণ। পাচে অসম দেশ ইংৰাজ জাতিৰ হস্তগত হলতো দেশাধিকাৰবিলাকৰ ভ্ৰমত বঙ্গালী ভাষা অসমীয়াৰ মাতৃভাষাৰূপে পৰিগণিত হোৱা হেতু অসমীয়া ভাষাই ৰাজসভা আৰু পঢ়াশালিত সোমাবৰ অধিকাৰ নেপালে। এই কাৰণ তেতিয়াও তাৰ উন্নতিৰ নিমিত্তে যত্ন নোহোৱা একো আচৰিত নহয়। কিন্তু সুভাগ্যৰ গুণে এতিয়া সেই ভ্ৰম কিছু পৰিমাণে গুচিছে।

১৭৮১ শকত এই লেখকে এখান ব্যাকৰণ ৰচনা কৰাত আমেৰিকাৰ মিস্যনেৰিবিলাকে তাক ছপাই প্ৰকাশ কৰে। সি এতিয়া তৃতীয় তাঙ্গৰণত সোমাইছে। তাৰ পাচত আন কোনো লোকেও ব্যাকৰণ ৰচি প্ৰচাৰিত কৰাত তাৰ অভাৱ কিঞ্চিৎ দূৰ হৈছে। কিন্তু আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়; কিয়নো যদিও শিৱসাগৰৰ মিস্যনেৰিবিলাকে এই ভাষাৰ এখান অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন্ চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই, আৰু নহয়োও। এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্ত্তমান লেখকে "হেমকোষ" নাম দি এখান ডাঙ্গৰ অভিধান যুগুত কৰে। তাত— নিশ্চয় কৰিব পৰা যায় মানে — প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতি শব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজী অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ড-বাক্য (idiomatical phrases) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ কব লাগিলে ওৱেবষ্টৰৰ ইংৰাজী অভিধান তাৰ আৰ্হি; আৰু সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ডাঙ্গৰ হৈ পৰিল যে ৰবিন্সন্ ক্ৰুচোৰ নাৱৰ দৰে তাক অকলৈ লৰোৱা অসম্ভৱ হল। আমাৰ অকল ধন নাই এনে নহয় ছপা যন্ত্ৰও নথকাৰ নিচিনা। সংসৰ্ব্বহ ভাঙ্গি তাক কলিকতাত ছপালেও, আজি কালি আমাৰ দেশৰ লোক সকলৰ নিজ ভাষালৈ যিমান আদৰ, তালৈ চাই, উচিত মূল্য দি তাক কিনোঁতা যে সৰহ ওলাব, এনে আশা কৰিব নোৱাৰি, এইবিলাক কাৰণৰ নিমিত্তে সি আজিলৈকে পোহৰ দেখা নাই, আন্ধাৰতে পৰি আছে।

তাৰ পাচত সংক্ষিপ্ত "হেমকোষ" নামেৰে তাতকৈ সৰু এখান অভিধান প্ৰস্তুত কৰা যায়। তাত শব্দবিলাকৰ মূল, সমাৰ্থক শব্দ আৰু খণ্ড বাক্য নাই। কিন্তু অসমীয়া আৰু ইংৰাজী, দুয়ো ভাষাৰে অৰ্থ লিখা গৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেঁকুৰিছে।

সেই দুখান অভিধান পৰি থাকোঁতেও এই ক্ষুদ্ৰ অভিধান সংগ্ৰহ কৰাৰ কাৰণ এই যে আমাৰ গাৱঁলীয়া পঢ়াশালিবিলাকৰ কাৰণ এখান ইংৰাজী অৰ্থ নথকা সৰু অভিধানৰ প্ৰয়োজন আছে। সেই বোৰত ই চলিব পাৰিব; আৰু ডাঙৰ নোহোৱা হেতু ইয়াৰ ব্যয়ো কম হব; এতেকে ইয়াক অনেকে কিনা সম্ভৱ। সেয়ে হলে ইয়াৰ বাবে কৰা শ্ৰম আৰু ব্যয় নিৰৰ্থক নহয়। ইয়াক যদিচ "পঢ়াশলীয়া" অভিধান নাম দিয়া গৈছে তথাপি সম্প্ৰতি গাৱঁলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দবিলাকৰ বাহিৰেও ইয়াত বিস্তৰ অসমীয়া শব্দ আছে; আৰু অকল প্ৰতি শব্দ বা ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম নহয়, তাক যি ভাবত ব্যৱহাৰ কৰা যায়, তাৰ উদাহৰণ দি বুজাবলৈ চেষ্টা কৰা গৈছে; এতেকে ই অকল পঢ়াশলীয়া ছাত্ৰৰ নহয়, আনৰো উপকাৰ সাধিবলৈ সক্ষম হব এনে আশা কৰিব পাৰি।

যদিও লেখকে ইয়াক সৰ্ব্বাঙ্গ সুন্দৰ কৰিবলৈ পাৰেমানে যত্ন কৰিছে, তথাপি ই গোটেই দোষশূন্য বা সম্পূৰ্ণ হৈছে, তেওঁৰ মনত এনে বিশ্বাসে ঠাই পোৱা নাই; কিয়নো এনেবিলাক কাৰ্য্যে প্ৰথম বাৰতে সকলো প্ৰকাৰে শ্ৰেষ্ঠতা লভিব নোৱাৰে, ইয়াক তেওঁ ভালকৈ জানে। যেনেকৈ সোণৰ পৰীক্ষাৰ উপায় জুই তেনেকৈ পুথিৰ পৰীক্ষক পাঠক। এতেকে ইয়াৰ গুণাগুণৰ বিচাৰৰ ভাৰ বিজ্ঞতম্ পাঠকবিলাকক দি লেখকে এই মাত্ৰ প্ৰাৰ্থনা কৰে যে কোনো জনে ইয়াত কোনো স্বৰূপ দোষ দেখিলে যেন তেওঁক জনায়। তাকে কৰিলে সেই ভদ্ৰলোকজনৰ শলাগলৈ ইয়াক পুনৰায় ছপাবৰ সময়ত সেই দোষ গুচাবলৈ কাৰবাৰ কৰা যাব।

হেমকোষ সংগ্ৰহ কৰোঁতে লেখকে ব্ৰন্সন্ চাহাবৰ অভিধানৰ সাহায্য বিচাৰিছিল; কিন্তু ওপৰত কোৱা কাৰণৰ নিমিত্তে তাৰ পৰা অধিক সহায়তা পোৱা নগল; তথাপি তাত বিস্তৰ অসমীয়া শব্দ থকা হেতু লেখকৰ শব্দ সংগ্ৰহৰ পৰিশ্ৰম অনেক গুণে লঘু হল। ই সমান্য লাভ নহয়। অৰ্থৰ কথাত যদিচ তাৰ পৰা সাহায্য নিচেই কম; তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়

ব্ৰন্সন্ চাহাবৰ অভিধানত বাজে লেখকে উইলচনৰ সংস্কৃত-ইংৰাজী অভিধান, টম্পচনৰ হিন্দী আৰু উৰ্দ্দূ-ইংৰাজী অভিধান আৰু মাজে সময়ে কেৰীৰ বঙ্গালী-ইংৰাজী অভিধানো চাইছিল, আৰু সেই বোৰৰ পৰাও কিঞ্চিৎ উপকাৰ লভিছিল, এতেকে এই সুচলতে, সিবিলাকৰ সকলোৰে শলাগ লৈ এই পাতনি সমাপ্ত কৰা গল।*

গুৱাহাটী।

আঘোন, ১৮১৪ শক।



শ্ৰীহেমচন্দ্ৰ বৰুৱা।

* গ্ৰন্থকাৰে "হেমকোষ" নিমিত্তে পাতনি বেলেগকৈ লেখা নাছিল; "পঢ়াশলীয়া" অভিধানৰ নিমিত্তে যি পাতনি লেখিছিল সেয়েই "হেমকোষতো" হব বুলি উল্লেখ কৰি থোৱাত, তাকে "হেমকোষৰ" পাতনি স্বৰূপ দিয়া গল।

সম্পাদক।

# অসমীয়া হেম-কোষ।

## অ।

অ, অসমীয়া বৰ্ণমালাৰ আদি আখৰ, কোনো শব্দৰ আগত থাকিলে অভাৱ নোহোৱা বা বেয়া বুজায়; যেনে, অব্ৰাহ্মণ, অৰ্থাৎ ব্ৰাহ্মণ নহয়, অকাল, অৰ্থাৎ বেয়া কাল, অকামিলা, অৰ্থাৎ কামত নলগা, অকৰ্ম্ম, অৰ্থাৎ বেয়া কৰ্ম্ম (পাপ)। স্বৰেৰে আৰম্ভ শব্দৰ আগত সেই অ অন হয়; যেনে, (অৰ্থ) অনৰ্থ, অৰ্থৰ অভাৱ, (ঈশ্বৰ) অনীশ্বৰ, ঈশ্বৰৰ অভাৱ বা ঈশ্বৰ নহয়, (ইচ্ছা) অনিচ্ছা, ইত্যাদি, the first letter of the Assamese alphabet, placed before a word, it signifies a negation, and is equivalent to un, in, dis, &c

অ, অব্য ওচৰত থকা লোকক সম্বোধন কৰাত ব্যৱহৃত মাত, যেনে, অ! হৰি, হৰিৰাম অ: a vocative particle

অংশ, | স শ (সং অংশ—অংশ, ভাগ কৰ)
অংশ, | ভাগ, কোনো বস্তুৰ এডোখৰ; কোনো এক বস্তু বা বস্তুবিলাকৰ পৰা বেলেগোৱা কোনো এক পৰিমাণৰ বস্তু, a part, a share

অংশী, স শ (সং অংশিন্, ভাগী—অংশ+ইন্) ভাগী, ভগিয়াৰ, ভাগ-পাওঁতা, a partner, a share-holder. (স্ত্ৰী) অংশিনী।

আঁকা, স শ (অং আঁক্, আঁচ দি) গা আৰু মুখত আহম-আচৰে আঁক-লোৱা, একজাতি পৰ্ব্বতীয়া মানুহ, a hill tribe of Assam

আঁকাবঁকা, বি. (অং আঁকা, আঁচ-দিয়া+বঁকা, অনুকা.) অনেক বৰণৰ আঁচযুক্ত, পখৰাচিতৰা, variegated, striped

আঁকিয়া, অ ধা (অং আঁক, আঁচ) আঁক টান, যেনে, লৰাই কলিত আঁকিয়ায়, to draw a line or lines. স. ধা. আঁচ দি চিন লগা; যেনে, পুথিৰ পাত আঁকিয়াইছে, to mark with a line or lines

আঁটা, কৃদ বি (অং আঁট্, জোৰ) যথেষ্ট, নিয়ান লাগে, সিমান হোৱা, sufficient, enough

## অকঁটলা।

আঁটা, স ধা. (অং, আঁট্, ঐ) জোৰা, নিয়ান লাগে, সিমান কৰ্, যেনে, দহ টকাৰে এমাহ আঁটাম, to cause to suffice for.

আঁটাকৈ, ক্ৰি. বি. জোৰাকৈ, sufficiently.

আঁড়া, "আঁৰা" চোৱা।

অঁত্, বি. (সং. অন্ত, শেষ, কাম অন্ত হয়, এতেকে) প্ৰস্তুত, যুগুত, পৰিষ্কাৰ, পৰিপাটি, prepared, made ready; cleared. অঁত্ কৰ্, প্ৰস্তুত কৰ্; অঁ-তা, পৰিষ্কাৰ কৰ্; শ্ৰেণী লগা; যেনে, কাকতবোৰ অঁত্ কৰিছে, to arrange, to put in order, to prepare, to clean or clear. অঁত লগা, শ্ৰেণী বদ্ধ কৰ, to put in order, to arrange.

অঁ-তা, স. ধা. পৰিষ্কাৰ কৰ্; যেনে, ঠাই অঁ-তাইছে, বাত্, ভগা বস্তু ভাল কৰ; যেনে কঁহাৰে ভগা লোটা অঁ-তাইছে, যুগুত কৰ্, প্ৰস্তুত কৰ্; যেনে, বেজে দৰৱ অঁ-তায়, to clean or clear; to repair; to prepare.

অঁৰা, সংখ্যা. (বং. গণ্ডা, চাৰি) চাৰিটাৰ লেখ, চাৰি (সকল বস্তু লেখাত ব্যৱহৃত); যেনে, তামোল চাৰি অঁৰা, four.

অঁহীয়া, বি. ("আঁহ" চোৱা) আঁহযুক্ত, fibrous.

অকঁটলা, বি. (অং. অ, ন+কঁটাল,কঁৰাল্) নকঁটলা, তাল-পাত-নুগুচোৱা (বাঁহ)

## হাবৈ।

হাবৈ, স শ (বং. হাউই, এবিধ খাৰৰ বাজি) এবিধ খাৰৰ বাজি, a rocket.

হাস্, অ. ধা. (সং. হস্, হিং. হঁস্না; বং. হাসন, হাঁসন, হাঁহ্) হাঁহ, হাস্য কৰ্ (পদ্যত); যেনে "হাসে খলখলি," to laugh.

হাসি, স. শ. (সং. হাস, হিং. বং. হাসি) হাঁহি, দাঁত উলিয়াই কৰা আনন্দ (পদ্যত); যেনে, "তুলিলন্ত হাসি," laughter

হাস্য, স শ (সং. হাস্য—হস্, হাঁহ্) হাঁহি, দাঁত, উলিয়াই কৰা আনন্দ, laughter

হাস্য কৰ্, হাঁহ্, দাঁত উলিয়াই আনন্দ প্ৰকাশ কৰ্, to laugh.

হাস্যাস্পদ, স. শ. (সং. হাস্যাস্পদ—হাস্য+আস্পদ, বিষয়) হাঁহিৰ পাত্ৰ, নিন্দাৰ ভাজন, a laughing stock, an object of derision.

হাহাকাৰ, স. শ. (সং. হাহাকাৰ—হাহা, শোক বুজোৱা মাত + কৃ, কৰ্) উচ্চ শব্দেৰে কৰা দুঃখ প্ৰকাশ, শোক দুখৰ শব্দ, sound of grief, lamentation.

হিং, স. শ. (সং. হিঙ্গু; বং. হিং. এবিধ গছৰ আঠা) এবিধ উগ্ৰগন্ধি, দৰবত দিয়া আঠা, assafoetida.

হিংস্, স. ধা. (সং. হিন্‌স্, হিংসা কৰ্) হিংসা কৰ্, পীড়া দি; যেনে, শত্ৰুৱে হিংসে, to injure.

হিংসক, বি. (সং. হিংসক—হিন্‌স্, অপকাৰ কৰ্) অপকাৰী, লোকৰ অহিত কৰা, দুখ দিয়া, mischievous, hurtful, injurious. স. শ. অপকাৰী বা অহিত কৰা লোক, an injurious person.

হিংসন, কৃদ. স. হিংসা কৰণ, পীড়া দিয়া বা অহিত চিন্তা কাৰ্য্য, the act of injuring.

হিংসা, স. শ. অপকাৰ, অহিত, বৈৰিতা, অমঙ্গলৰ বাঞ্ছা, injury, mischief, malice. "অসূয়া" চোৱাঁ।

হিংসা-কুৰীয়া, বি. হিংসা কৰা, লোকৰ অপকাৰ চিন্তা, খিয়লীয়া, malicious, envious.

হিংসাশূন্য, বি. (সং. হিংসাশূন্য, হিংসাহীন—হিংসা, অনিষ্ট চিন্তা + শূন্য, নথকা) হিংসা নথকা, not malicious, harmless.

হিংসাশূন্যতা, গু. শ. হিংসা নথকা বা নকৰা গুণ, harmlessness.

হিং হিং-কিট্‌কিট্, স. শ. কেটেৰ্-জেঙ্গেৰ, angry speech, scolding.

হিংহিঙা, স ধা. কেট্‌কেটা, খং কৰ্ বা দোষ ধৰি গালি পাৰ্, to scold, to chide sharply.

হিংহিঙীয়া, বি. সদায় কেট্‌কেটাই থকা, খঙাল, কেটকেটীয়া, peevish, of a fretful temper.

হিঙুল, স. শ. (সং. হিঙ্গুল — হিঙ্গু, হিং + লা, গ্ৰহণ কৰ্; বড়) হেঙুল, ৰসেৰে প্ৰস্তুত কৰা বা আকৰত হোৱা এবিধ ৰঙা বস্তু, vermillion, cinnabar.

হিচ্‌হিচ্, বি. প্ৰচুৰ, বহুত, অনেক, দমাদম, abundant, plentiful, many.

হিজল, স. শ. (সং. হিজ্জল, এবিধ গছ) পিটনিৰ ওচৰত হোৱা এবিধ গছ, a kind of tree growing in marshy ground.

হিটহিট্, অনুক. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ পুনঃ পুনঃ ঠেকা খোৱাত উঠাৰ নিচিনা শব্দ, imitative sounds used to express those produced by two or more hard bodies repeatedly striking against one another.

হিট্‌হিটনি, স. শ. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ ঘনে ঘনে ঠেকা খোৱাত হোৱা শব্দ, the sounds produced by two or more hard bodies repeatedly striking against one another.

হিট্‌হিটা, অ. ধা. দুটা বা অধিক টান বস্তুৰে পৰস্পৰ ঘনে ঘনে ঠেকা খাই শব্দ কৰ্, হিট্‌হিট শব্দ কৰ্, to make clashing sounds.

## হিত্

হিত্, কৃদ. বি. (সং. হিত—ধা, ধাৰণ কৰ্) উপকাৰী; মঙ্গল কৰা, শুভ; যেনে, হিতলোক, হিত কথা, friendly, beneficial, useful. স. শ. উপকাৰ, মঙ্গল; যেনে, হিত চিন্তোতা, benefit, good, weal.

হিতকৰ্, বি. (সং. হিতকৰ—হিত, উপকাৰ + কৃ, কৰ্) উপকাৰ কৰা, শুভ চিন্তা, friendly, favourable. (স্ত্ৰী) হিতকৰী; যেনে, হিতকৰী সভা।

হিতকাৰী, বি. (সং. হিতকাৰিন্—হিত, উপকাৰ + কাৰিন্, কৰা) উপকাৰ কৰা, মঙ্গল চিন্তা, friendly (স্ত্ৰী) হিতকাৰিণী।

হিতাহিত্, বি. (সং হিতাহিত— হিত, উপকাৰী + অহিত, অপকাৰী) উপকাৰী আৰু অপকাৰী, কি হিত কি অহিত; যেনে, তাৰ হিতাহিত জ্ঞান নাই, good or bad.

হিতৈষী বি. (সং. হিতৈষিন্—হিত, মঙ্গল + এষিন্, বাঞ্ছা কৰা) মঙ্গল চিন্তা কৰা, ভাল কামনা কৰা, wishing well to. (স্ত্ৰী) হিতৈষিণী।

হিতোপদেশ, স. শ. (সং. হিতোপদেশ—হিত, শুভ + উপদেশ, আলচ) সজ আলচ, সুপৰামৰ্শ, কোনো কাৰ্য্য কৰিবলৈ দিয়া ভাল বুদ্ধি, friendly or useful advice.

হিন্দু, স. শ. বেদ-পুৰাণ আদি শাস্ত্ৰৰ মতে চলা এজাতি লোক। এই জাতিৰ আৰ্য্য নামে খ্যাত আদি পুৰুষবিলাক ক্ৰমে পুব ফাললৈ আগ বাঢ়ি আহি সিন্ধু নৈৰ তীৰত নিবাস লয়, তাতে তেওঁবিলাকে "সিন্ধু" নাম পাইছিল, পাচত অনাৰ্য্যজাতিৰ লোকবিলাকে 'স'ৰ ঠাই 'হ' উচ্চাৰণ কৰা হেতু সিন্ধু গুচি হিন্দু হৈছে। শব্দকল্পদ্ৰুমত তোলা মেৰু তন্ত্ৰ বচনত "হিন্দু" শব্দৰ যি ব্যুৎপত্তি দেখা যায় সি অশুদ্ধ, a Hindu.

হিন্দুস্থান্ স. শ. (হিন্দু, ঐ + সং. স্থান, ঠাই) পূৰ্ব্ব কালত হিন্দুবিলাকে বাস কৰা ঠাই, পশ্চিম দেশ, Hindustan.

হিন্দুস্থানী, বি. হিন্দুস্থানৰ, হিন্দুস্থানত হোৱা বা থকা, belonging to Hindustan.

হিন্দী, স. শ. হিন্দুস্থানী লোকে কোৱা ভাষা, the language of Hindustan.

হিম, স. শ. (সং. হিম—হন্, পীড়া কৰ্; জাৰ লগায়, এতেকে) নিয়ৰ; ৰব জাৰত গোট মৰা নিয়ৰ; ৰব চেঁচা দেশত আকাশৰ পৰা ঘন হৈ সোপাসোপে পৰা পানী; গোট মৰা পানী, হিম-শিলা, dew, frost, snow, ice.

হিমাদ্রি, স. শ. (সং. হিমাদ্রি—হিম, গোট মৰা পানী; গোট মৰা পানী + অদ্রি, পৰ্ব্বত) হিমালয় পৰ্ব্বত, the Himalayas.

হিমালয়, স. শ. (সং. হিমালয়—হিম, গোটা পানী + আলয়, থকা ঠাই) ভাৰতবৰ্ষৰ উত্তৰ ফালে থকা পৃথিবীৰ সকলো পৰ্ব্বততকৈ ওখ এশাৰী পৰ্ব্বত, তাৰে পৰা গঙ্গা যমুনা আদি নৈবিলাক বৈ আহিছে, পুৰাণৰ মতে সেই পৰ্ব্বত এক দেৱতা আৰু পৰ্ব্বতবিলাকৰ ৰজা, the Himalaya range of mountains.

হিমেজু, স. শ. (সং. হিম, নিয়ৰ + জোল, ৰস; নিয়ৰৰ টোপাৰ দৰে বৈ পৰে, এতেকে) হাতীৰ মদ-বাৰি, বলিয়া তিওৱা হাতীৰ কাণ-সতাৰ পৰা ৱোৱা ৰস, the fluid exuding from the temples of an elephant in rut.

হিম্-শিলা, স. শ. (সং. হিম, চেঁচা + শিলা) চেঁচা হৈ গোট মৰা পানী, ice.

হিয়া, স. শ. (সং. হৃদয়; হিং. বং. হিয়া, বুকু) বুকু, the breast.

হিয়াৰ কড়ি, the lower end of the sternum.

হিয়া থাকুৰ্, হিয়াত ভুকুৱা, হিয়াত চপৰিয়াই শোক প্ৰকাশ কৰ্, to beat the breast in grief.

হিয়া ভুকুৱা, ঐ, see the above.

হিয়া-জালী, স. শ. (অং. হিয়া, বুকু + জালী, তিৰ্য্যৰ কলি; তদ্ৰূপ এতেকে) বুকুৰ আমঠু, কলিজা, the heart.

হিয়ালি জিয়ালি, বি. "আউলি-জাউলি" চোৱা।

হিৰ, স. শ. পাট বা মুগা কাটোঁতে ওলোৱা সূতা, the thread coming out of the cocoon in spinning.

হিৰ দি, মুগা বা পাটৰ সূতা কাট্, to spin silk.

হিৰণ্ময়, বি. (সং. হিৰণ্ময়—হিৰণ্, সোণ + ময়,

